# লেখিকাৰ গল্প

সম্পাদনা : প্ৰীতি বৰুৱা

অসম লেখিকা সন্থা
‘ভগলতা কাঠকৰা মৌৱনী ভৱন’
গুৱাহাটী

*Lekhikar Galpa (Stories written by women writers) — a collection of short-stories written by thirty women writers since 1928.*

লেখিকাৰ গল্প : 'ঘৰ-জেউতি'ৰ যুগৰ পৰা আশীৰ দশকলৈ প্ৰকাশিত লেখিকাৰ গল্পৰ নিৰ্বাচিত সংকলন।

অসম লেখিকা সন্থা ( পঞ্জীয়ন নং ৪৬৬ )'

সম্পাদনা : প্ৰীতি বৰুৱা

প্ৰথম সংস্কৰণ : ডিচেম্বৰ, ১৯৮৯ চন

প্ৰকাশক : অসম লেখিকা সন্থা, গুৱাহাটী-৭৮১০০৩

প্ৰচ্ছদপট পৰিকল্পনা : হীৰেন ভট্টাচাৰ্য

ছপা : আভাশ্ৰী প্ৰেছ, কলিকতা-৬

মূল্য : ৪৫·০০ পঞ্চল্লিশ টকা

## 'গুণলতা কাঠবৰুৱা সোঁৱৰণী ন্যাস'

অসমৰ নাৰী জাগৰণৰ লগত জড়িত আৰু সাহিত্যানুৰাগিণী প্ৰয়াত গুণলতা কাঠবৰুৱাৰ স্মৃতিত তেখেতৰ জ্যেষ্ঠা কন্যা শ্ৰীস্নেহলতা ৰাজখোৱাই সাহিত্য প্ৰকাশৰ উদ্দেশ্যে এটি ন্যাস গঠন কৰিবলৈ অসম লেখিকা সন্থালৈ ১০,০০০ ( দহ হাজাৰ ) টকাৰ দান আগবঢ়ায়। এই ন্যাসৰ অৰ্থ সাহায্যতে 'লেখিকাৰ গল্প' বাইজৰ হাতত দিবলৈ অসম লেখিকা সন্থা সমৰ্থ হৈছে। এনে বদান্যতাৰ বাবে লেখিকা সন্থাই তেখেতৰ প্ৰতি কৃতজ্ঞতা জনাইছে। আগলৈকো এই ন্যাসৰ জৰিয়তে লেখিকা সন্থাই পুথি প্ৰকাশ কৰাৰ পৰিকল্পনা হাতত লৈছে।

যুটীয়া সম্পাদিকা
'গুণলতা কাঠবৰুৱা সোঁৱৰণী ন্যাস'
অসম লেখিকা সন্থা
২৮.১২.৮৯

প্ৰীতি বৰুৱা
মিনতি হাজৰিকা

## ॥ মুখবন্ধ ॥

উনবিংশ শতিকাত ভাৰতত যি নতুন যুগৰ অভ্যুদয় ঘটিছিল সেই সূত্ৰতেই সূচনা হৈছিল আধুনিকতাৰো। অসমত সেই আধুনিক চেতনাৰ বাৰ্তাবাহক আছিল আনন্দৰাম ঢেকিয়াল ফুকন। আনন্দৰামে অসমীয়া ভাষাৰ পুনঃপ্ৰতিষ্ঠাতে আবদ্ধ নাথাকি নাৰী-প্ৰগতিৰ দিশলৈকো দৃষ্টি দিছিল। তেৱেঁই অসমৰ প্ৰথম আধুনিকমনস্ক ব্যক্তি যি নাৰীমুক্তিৰ লক্ষ্য আগত ৰাখি স্ত্ৰী-শিক্ষাৰ প্ৰসাৰৰ যত্ন কৰিছিল। পত্নী আৰু কন্যাসকলক উপযুক্ত শিক্ষা দিছিল। ইয়াৰ পূৰ্বে অসমৰ সামন্তযুগীয় ব্যৱস্থাত স্ত্ৰী-শিক্ষাৰ কোনো ব্যৱস্থা থকাৰ কথা জনা নাযায়। বৈষ্ণৱধৰ্মই শিক্ষাৰ প্ৰতি আগ্ৰহ বঢ়ালেও স্ত্ৰী-শিক্ষাৰ প্ৰতি বিশেষ মনোযোগ দিয়াৰ কোনো নিৰ্ভৰযোগ্য প্ৰমাণ নাই। স্বৰ্ণকান্ত বৈষ্ণৱ-যুগৰ ইতিহাসত এটিমাত্ৰ লেখিকাৰ নামৰ স্বাক্ষৰ আছে। ভবানীপুৰীয়া গোপাল আতাৰ কন্যা পদ্মপ্ৰিয়া। তেওঁৰ নামত তিনিটামান ৰামগিৰি ৰাগত ৰচিত ভক্তিমূলক আৰু শঙ্কৰ-মাধৱ-গোপালৰ প্ৰশস্তিমূলক গীত আছে। ষোড়শ শতিকাৰ পৰা উনিশ শতিকালৈকে লেখিকাৰ নাম পাবলৈ নাই। উনৈশ শতিকাৰ জাগৰণৰ প্ৰথম আভাস ফুটি ওলাইছিল আনন্দৰাম-কন্যা পদ্মাৱতী দেৱীৰ লেখনীত। ১৮৮৪ চনত তেওঁ 'সুধৰ্ম্মাৰ উপাখ্যান' প্ৰকাশ কৰে। প্ৰকৃত উপন্যাস বুলিব নোৱাৰিলেও, উপন্যাসৰ এটা আভাস আছে বুলি ক'ব পাৰি। উপন্যাস আধুনিক সাহিত্য। এনে সাহিত্যকৰ্ম সম্বন্ধে হয়তো পদ্মাৱতী দেৱী সচেতনো নাছিল। তথাপি এই পুথিয়ে আধুনিক সাহিত্যৰ সূচনা কৰিলে বুলিব পাৰি।

চুটি-গল্পও আধুনিক মানসিকতাৰ সৃষ্টি। অসমত কুৰি শতিকাৰ দ্বিতীয় দশকত বেজবৰুৱাই চুটি-গল্পৰ পাতনি মেলে। তৃতীয় দশকত

অসমীয়া লেখিকাই গল্প লেখিবলৈ লয় ১৯২৮ চনত প্ৰকাশিত নাৰী-সম্পাদিত আলোচনা 'ঘৰ-জেউতি'ত। ইতিপূৰ্বে প্ৰকাশিত 'জোনাকী', 'বাঁহী', 'আলোচনী', 'আসাম হিতৈষী' আদি এতিয়ালৈ প্ৰায় দুষ্প্ৰাপ্য অসমীয়া মাহেকীয়াত লেখিকাই গল্প লেখিছিল নে নাই কোনেও গৱেষণা কৰি এতিয়ালৈকে উলিওৱা নাই। 'ঘৰ-জেউতি'ও ক্ৰমিক-ভাৱে পাবলৈ টান। অসমৰ নাৰী-জাগৰণৰ লগত নাৰীৰ সাহিত্য-প্ৰয়াসৰ এটা যোগসূত্ৰ আছে। ১৯২৬ চনত আনুষ্ঠানিকভাৱে অসম মহিলা সমিতি স্থাপিত হয়। মহোৎসাহিনী, নিৰ্ভীকচিত্ত, নাৰীমুক্তিৰ প্ৰবক্তা চন্দ্ৰপ্ৰভা শইকীয়ানী আছিল তাৰ চালিকা-শক্তি। তেওঁৰ নেতৃত্বতে সাহিত্য সভাৰ থলীত নাৰীক আচুতীয়াকৈ ৰখা বাঁহৰ চিক্ ভাঙি নাৰী ওলাই আহিছিল মুক্ত অঙ্গনলৈ। 'ঘৰ জেউতি'ৰ পাতত এনে নাৰীসকলেই নাৰীমুক্তি আৰু সমাজ-সংস্কাৰৰ বাণী বিভিন্ন সাহিত্যিক ৰূপত প্ৰচাৰ কৰিছিল। কুৰি শতিকাৰ এই কালছোৱাত ছোৱালীৰ আনুষ্ঠানিক শিক্ষা ব্যাপক হোৱা নাছিল যদিও সমাজৰ উচ্চ আৰু মধ্যশ্ৰেণীৰ মহিলাৰ মাজত সাহিত্যপাঠৰ প্ৰচলন হৈছিল অসমীয়া আলোচনী আৰু বিশেষকৈ বঙলা আলোচনী 'বসুমতী', 'প্ৰবাসী', 'ভাৰতবৰ্ষ' আদিৰ পঠনেৰে। 'ঘৰ জেউতি'ত কেবাগৰাকী লেখিকাই গল্প লেখিবলৈ লৈছিল। আনুষ্ঠানিক শিক্ষা বেছি দূৰ নহলেও এনে-দৰেই অসমীয়া লেখিকাই সাহিত্যৰ অনুপ্ৰেৰণা লাভ কৰিছিল। ১৯২৯ চনৰ পৰা প্ৰকাশ হোৱা 'আৱাহন'তো দুই-এগৰাকীয়ে গল্প লেখিবলৈ লৈছিল। 'আৱাহন' ত দুই-এগৰাকীয়ে পত্নীৰ নামতো গল্প লেখিছিল। 'আৱাহন' ত বিশ্ববিখ্যাত গল্পৰ ভাঙনিও কৰিছে লেখিকাই। অধুনা-লুপ্ত আন আলোচনীতো লেখিকাৰ গল্প ওলাইছিল। পদ্মকুমাৰী গোঁহাইৰ এতিয়া পাবলৈ নোহোৱা 'মাধুৰী' নামৰ গল্প-সংকলন ওলাই-ছিল ১৯৩৪ চনতে। এই সময়ৰ আটাইবোৰ গল্পত যে চুটি-গল্পৰ শৈলীৰ সংযোগ ঘটিছিল তেনে নহয়। পঞ্চম দশকৰ পৰাই অসমীয়া লেখিকাৰ হাততো আধুনিক চুটিগল্পৰ হিচাবেৰে কুৰিৰ পৰা গল্প ৰচনা

হবলৈ ধৰে। সাম্প্ৰতিক কালত কেইগৰাকীমান লেখিকাই গল্প ৰচনাত চমকপ্ৰদ কুশলতা দেখুৱাইছে।

ভাৰ্জিনিয়া উল্ফে তেওঁৰ A Room of One's Own (1929) ৰচনাত সাহিত্যত নাৰী-লেখকৰ সমস্যাবোৰ মুকলিমূৰীয়াকৈ দাঙি ধৰি নাৰীৰ প্ৰতিভা বিকাশৰ ক্ষেত্ৰত থকা বাধাবোৰৰ বিষয়ে ব্যাখ্যা কৰি কৈছিল যে নিজাববীয়াকৈ এটা কোঠা আৰু স্বাধীনভাৱে চলিবলৈ হাতত কিছু ধন নথকাটোও নাৰীয়ে সাহিত্যক্ষেত্ৰত বিশেষ বৰঙণি দিব নোৱৰাৰ অন্যতম কাৰণ। এই বিষয়ত আনকি প্ৰথম উল্লেখযোগ্য ইংৰাজ ঔপন্যাসিকা জে'ন অষ্টেনৰো অৱস্থা বিশেষ উন্নত নাছিল। কিন্তু তেওঁ আছিল বিৰল প্ৰতিভাময়ী। অভিজ্ঞতাৰ সীমাবদ্ধতাই তেওঁৰ প্ৰতিভাক বান্ধি ৰাখিব নোৱাৰিলে। কিন্তু এই কথাও মানিবলগীয়া যে অকলশৰীয়া কোঠা, আৰ্থিক স্বাচ্ছন্দ্য আৰু বিশাল অভিজ্ঞতা সাহিত্যকৰ্মৰ সহায়ক হলেও প্ৰধান বা একমাত্ৰ কথা নহয়। যি কোনো সৃষ্টিশীল ৰচনাৰে মূল্য নিহিত থাকে সেই ৰচনাৰ আঁৰত থকা ব্যক্তিত্বৰ গুণগত উৎকৰ্ষত— যি উৎকৰ্ষতাই তেওঁৰ প্ৰজ্ঞা আৰু দৃষ্টিক এক বিশেষ ৰূপ আৰু ভাষা দান কৰে।

অসমীয়া সাহিত্যত লেখিকাৰ এনে উৎকৃষ্ট ব্যক্তিত্বৰ ফলশ্ৰুতি এতিয়াও লাভ হোৱা নাই। তথাপি নিজৰ আৰু সমাজৰ প্ৰতি দায়িত্বতে তেওঁলোকে হাতত কলম তুলি লৈছিল, এতিয়াও লৈছে। অৰণ্যত যদি কেৱল কলকণ্ঠী চৰাইবে গান গোৱাৰ অধিকাৰ থাকিলহেঁতেন, তেনেহলে বহুৰৰ অধিক সময় অৰণ্য নীৰৱ হৈয়ে থাকিলহেঁতেন। এই কথা মনত ৰাখিয়ে, এই গল্প-সংকলনখনিত যোৱা তিনিকুৰি বছৰৰ ত্ৰিশটা গল্প সংৰক্ষিত কৰিবলৈ চেষ্টা কৰা হ'ল। ইয়াৰ আটাইকেইটা গল্পই যে ৰসোত্তীৰ্ণ বা অসমীয়া গল্প-সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ সেইটো নহয়। অসমত আধুনিকতাৰ প্ৰভাতী কালৰ বিস্মৃতপ্ৰায় লেখিকাৰপৰা আশীৰ দশকলৈকে এই ত্ৰিশগৰাকী লেখিকাৰ বিভিন্ন দৃষ্টিভঙ্গি হয়তো এইকেইটা গল্পত পোৱা যাব। কেৱল নাৰীমনৰ অভিব্যক্তি, গোপন ব্যথা, স্বীকৃতি

নোপোৱাৰ গ্লানিতেই গল্পবোৰৰ নিৰ্বাচন যাতে সীমাবদ্ধ নহয় তালৈকো লক্ষ্য ৰাখিবলৈ যত্ন কৰা হৈছে। বেছি ভাগ লেখিকাৰে অভিজ্ঞতাৰ পৰিসৰ সীমিত হলেও সমাজৰ নানা ধৰণৰ সমস্যায়ো যে লেখিকাসকলক আলোড়িত কৰিছে সেইটোও দেখুৱাব খোজা হৈছে। তাকে কৰিবলৈ যাওঁতে কোনো সময়ত এগৰাকী লেখিকাৰ ভাল গল্পটোতকৈ— বিষয়ৰ বৈচিত্র্যৰ প্ৰতি গুৰুত্ব দিয়া হৈছে। যোৱা ছবছৰীয়া অসম আন্দোলনটোৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াও লেখিকাই লক্ষ্য কৰিছে, চিন্তা কৰিছে। জটিল মানসিক সংঘাতকো কোনো কোনোৱে অৱলম্বণ কৰিছে।

এই গ্ৰন্থ সংকলনৰ অন্য এটা উদ্দেশ্য হ'ল, স্বীকৃতিৰ অপেক্ষা নকৰি নীৰবে সাহিত্যসৃষ্টিৰ অনলস প্ৰয়াস কৰা কোনো কোনো লেখিকা বিস্মৃতিৰ গৰ্ভত নিশ্চিহ্ন হৈ যাব অথচ তেওঁলোকৰ সমকালীন সমাজ আৰু মানুহৰ সম্পৰ্কে কিছু বক্তব্য আছিল, নিজস্ব ভাবনা আছিল, তেওঁলোকক আজি পাঠকৰ আগলৈ অনা। লেখিকাৰ বেছিভাগ গল্পই আলোচনীৰ পাততে থাকিল। ব্যক্তিগত সংগ্ৰহত পুৰণি আলোচনী অধিক দিনলৈ সাঁচি ৰাখিবও নোৱাৰি। কেবাজনো বিশিষ্ট ব্যক্তিৰ ব্যক্তিগত সংগ্ৰহৰ দুৰ্দশা এই পুথি সংকলনৰ বাবে গল্প বিচাৰোঁতে দেখিবলৈ পাইছো। বহু চেষ্টা কৰিহে 'ঘৰ জেউতি'ৰ কে'বা সংখ্যাৰ সংগ্ৰহ এটা পোৱা হৈছিল। প্ৰথম বছৰৰ আৱাহনত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'আকুল পথিক' নামৰ এটা গল্প আছিল, সেইটোও উদ্ধাৰ কৰিব পৰা নগল। ঘৰজেউতি, আৱাহন, সৌমাৰজ্যোতি, ৰংঘৰ, ৰামধেনু, মণিদীপ, প্ৰকাশ আদিৰ বাহিৰেও ষষ্ঠ, সপ্তম দশকৰ পৰা ওলোৱা বহুতো সৰু সৰু আলোচনী, সাপ্তাহিকী, দৈনিক কাকতৰ সাহিত্য পৃষ্ঠাত লেখিকাই গল্প লেখিছে। এই সকলোবোৰ চালিজাৰি চোৱাটো সময়সাপেক্ষ কথা। তথাপি এই কামো গবেষকসকলে কৰা উচিত। গল্প-সংকলন প্ৰকাশ হোৱা লেখিকাৰ গল্পহে আমি নিৰ্বাচন কৰিব পাৰিছোঁ। এই সংকলনবোৰৰ কোনোটোত প্ৰকাশৰ বা ৰচনাৰ

সময় দিয়া হোৱা নাই নাইবা প্ৰত্যেকটো গল্প ৰচনাৰ তাৰিখ নাই, সেইদেখি আমি ৰচনাকালৰ ক্ৰম ৰাখিবলৈ নগৈ লেখিকাসকলে সাহিত্য চৰ্চা কৰিবলৈ লোৱা সময়ৰ এটা মোটামুটি ক্ৰম ৰাখিবলৈ চেষ্টা কৰিছোঁ। এই বিষয়ত যে কিছু বঢ়া-টুটা হোৱা নাই তেনে নহয়।

এই সংকলনৰ প্ৰথমটো গল্প 'ঘৰজেউতি'ত অলকা পটঙ্গীয়া ছদ্মনামত চন্দ্ৰবালা বৰুৱা (১৯০৫-১৯৮৩) ই 'কমলা' নামৰ গল্পটো লিখিছিল ১৯২৯ চনত। এই গল্পত জাত-বিচাৰৰ পৰিণতিৰ এক নিৰ্মম চিত্ৰেৰে সমাজৰ সংস্কাৰ বিচাৰিছে। গল্পটো দীঘল। অনাৱশ্যকীয় কথাও আছে। কিন্তু সেই সময় আৰু সমাজৰ এটা ৰূপ দাঙি ধৰাত কৃতকাৰ্য হৈছে।

দ্বিতীয় গল্পটো চন্দ্ৰপ্ৰভা শইকীয়ানীৰ 'দৈৱজ্ঞ-দুহিতা' গল্পটোত এজনী বিদ্ৰোহিনী যুৱতীৰ কাহিনী কৈছে। ই যেন তেখেতৰ আত্মজীৱনৰে এটা ৰূপ। অত্যন্ত বলিষ্ঠ ভাষা গল্পটোৰ। ১৯০১ চনত জন্মগ্ৰহণ কৰা আজীৱন সংগ্ৰামী শইকীয়ানীৰ নাৰীবাদী দৃষ্টিভঙ্গি গল্পটোত প্ৰকাশ পাইছিল।

চশমে নুৰজাহান বেগম (১৯০৫-১৯৭৩) ৰ 'স্নেহৰ টান' এটা সহজ-সৰলভাৱে বৰ্ণিত সামাজিক গল্প। এই গৰাকীয়েই সম্ভৱতঃ প্ৰথম অসমীয়া মুছলমান গল্প-লেখিকা।

'বিক্ৰা'ৰ লেখিকা এসময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপিকা লীলা দেৱী। আৱাহনত দুটা মৌলিক গল্পৰ উপৰি কিছু অনুদিত গল্পও আছে। 'বিক্ৰা' এটা আদৰ্শবাদী গল্প।

পদ্মকুমাৰী গোঁহাই (১৯১৩-১৯৮৭) ৰ 'মাধুৰী' নামৰ গল্পপুথিখন সম্ভৱ প্ৰথম অসমীয়া লেখিকাৰ গল্প সংকলন। তেখেতৰ অন্যান্য ৰচনাৰ উপৰি আন এখন গল্পপুথি 'মনোৰমা' আৰু 'হিন্দুনাৰী' (১৯৫২) প্ৰকাশ হৈছে।

সুপ্ৰভা গোস্বামীও আৱাহন যুগৰে লেখিকা। 'দুইতৰ মোহ'

'আহ্বান'ত প্ৰকাশ হৈছিল। গল্পটোত নতুনত্ব আছে। ইয়াত অতিলৌকিকতাৰ স্পৰ্শ থকা ৰোমান্টিক সুৰ ঘনীভূত হৈছে।

ৰামধেনু যুগৰ আগলৈকে এই কালছোৱাৰ লেখিকাৰ গল্পক নিটোল বুলিব নোৱাৰিলেও গল্পবোৰত নাৰীৰ আপোন সত্তাৰ অন্বেষণ আৰু সামাজিক অবিচাৰৰ প্ৰতিবাদৰ সুৰ শুনা যায়।

পঞ্চাশৰ দশকৰপৰা লেখিবলৈ লোৱা হিৰণ্যময়ী দেবীৰ 'নিয়ৰ টোপাল' ( ১৯৫৭ ) নামৰ গল্প-সংকলনখনৰ বেছিভাগ গল্পতে নাৰীহৃদয়ৰ গভীৰলৈ দৃষ্টি দি নাৰীৰ সামাজিক স্থিতিৰ এটা বিচাৰ কৰাৰ চেষ্টা দেখা যায়। প্ৰায় একে সময়ৰে লেখিকা শুচিব্ৰতা ৰায়চৌধুৰীৰ 'সপ্তপৰ্ণা' (?) নামৰ সংকলনটোৰ গল্পসমূহত প্ৰেম, নাৰীৰ প্ৰতি অবিচাৰ, নিম্নবৰ্গৰ মানুহৰ দুখবেদনাক মূৰ্ত্ত কৰাৰ প্ৰয়াস আছে।

পঞ্চাশৰ দশকত 'ৰংঘৰ' ( ১৯৪৮-৪৯) নামৰ বিস্মৃতপ্ৰায় আলোচনী এখনত এগৰাকী কলেজীয়া ছোৱালীয়ে এটা দীঘল বাস্তৱধৰ্মী গল্প লেখি আলোড়নৰ সৃষ্টি কৰিছিল। গল্পটো 'এনথ্ৰ'পলজীৰ সপোনৰ পিছত' —লেখিকা নিৰুপমা তামুলী। গল্পটো নিখুঁত চুটিগল্প হোৱা নাই। কিছু অতি-কথনৰ দোষো আছে। কিন্তু, এই গল্পটো লেখিকাৰ গল্পৰ এটা মাইলৰ খুটি। নিৰ্মোহ আৰু নিৰ্মম বাস্তৱদৃষ্টিৰে নিৰুপমাই গাঁৱৰ সমাজখন দাঙি ধৰিছে, যিখন সমাজত সৰলতা আৰু কদৰ্যতা হাত ধৰাধৰিকৈ আছে, যত নাৰী জীৱনৰ কোনো মূল্য নাই—সদায় লাঞ্ছিতা আৰু বঞ্চিতা। লেখিকাই মাৰ্ক্সীয় দৰ্শনৰ অনুপ্ৰেৰণাৰে এই জীৱনৰ পৰিবৰ্ত্তন বিচাৰিছে, আবেগিক আদৰ্শবাদেৰে নহয়। তেতিয়াৰপৰা অবিচ্ছিন্নভাৱে গল্প-উপন্যাস লিখি থকা নিৰুপমাৰ এই গল্পটো এই বাবেই সংকলনত ঠাই দিয়া হৈছে যে ৰাজনীতি আৰু সমাজ সচেতনা লেখিকাৰ গল্পত ইমান বলিষ্ঠভাৱে আগতে দেখা পোৱা নাই। ই লেখিকাৰ গল্পত এটা নতুন ধাৰাৰ সূচনা কৰিলে।

প্ৰায় একেসময়তে আত্মপ্ৰকাশ কৰিছে প্ৰবীণা শইকীয়াই আৰু প্ৰবীণাৰ গল্পবোৰ মননধৰ্মী। অতি আন্তৰিকতাৰে মনৰ গভীৰকোণত

থকা স্বকীয় সত্তাৰ সন্ধানত তেওঁ ব্যাপৃত থাকে। বিভিন্ন শ্ৰেণীৰ মানুহৰ জীৱনৰ ছবিও আঁকিছে। 'ৰাজকন্যা' তেনে এটি গল্প। 'চিত্ৰ ভুবণ' প্ৰথম গল্প-সংগ্ৰহ।

কে'বাখনো গল্প-সংকলন প্ৰকাশ কৰা ডলী তালুকদাৰৰ 'মধুলেখা' (১৯৬৩) ৰ পৰা লোৱা হৈছে 'পাঙ্কালী' নামৰ গল্পটো। দাৰিদ্ৰ্য জৰ্জৰ বাহিৰত উগ্ৰচণ্ডা অথচ মানবীয় গুণেৰে পৰিপূৰ্ণা এজনী দৰিদ্ৰ, বঞ্চিতা নাৰীৰ কাহিনী শুনাইছে। কাহিনীটো অতি সজীৱ হৈছে।

কণু বৰুৱাও একে সময়ৰে লেখিকা। নাৰী জীৱনৰ অন্তৰ্দ্বন্দ্ব আৰু বহিৰ্দ্বন্দ্বই এওঁক আকৃষ্ট কৰে। 'মূল্যায়ণ' তেনে এটি গল্প।

প্ৰীতি বৰুৱাৰো এই সময়তে গল্প প্ৰকাশ পাইছিল। গল্প-সংকলন 'নিৰৰ্থক'ৰ পৰা লোৱা 'স্বৰ্গচ্যুতি' নামৰ গল্পটো এই সংকলনত লোৱাৰ কাৰণ হৈছে '৫৩ চনত ৰচনা কৰা এই গল্পটোত দেশ-বিভাজনৰ অভাৱনীয় পৰিস্থিতিত পূৰ্ববংগৰ পৰা ভগনীয়া হৈ অহা এজন যুৱকৰ আত্মপ্ৰতিষ্ঠাৰ প্ৰচেষ্টাৰ কৰুণ ব্যৰ্থতা ইয়াত অঙ্কিত হৈছে। ভগনীয়াৰ সমস্যা লৈ লেখা অসমীয়া গল্প বোধহয় এইটোৱেই প্ৰথম। চিঠিৰ মাধ্যমত প্ৰকাশিত গল্পটোত কিছু ভাৱপ্ৰৱণতা থাকিলেও এটা ঐতিহাসিক কালৰ ছবি হিচাপে হয়তো ইয়াৰ এটা বিশেষ মূল্য থাকিব পাৰে।

নীলিমা শৰ্মা আৰু মনোৰোগ চিকিৎসক দীপালি দত্তই মনস্তাত্তিক গল্প লেখিছে। নীলিমা শৰ্মাৰ গল্পত মনৰ বিশ্লেষণে প্ৰাধান্য পাইছে। এওঁ পৰ্বত-ভৈয়ামৰ বিভিন্ন পৰিবেশৰ গল্পও লেখিছে। 'অন্তস্পৃঁতি' নামৰ গল্পপুথিৰ পৰা 'প্ৰতিবিম্ব' নামৰ গল্পটো লোৱা হৈছে। এজনী বঞ্চিতা ছোৱালীৰ মানসিক সংঘাত ইয়াৰ বিষয়বস্তু। দীপালি দত্তই তেওঁৰ ৰোগীসকলৰ জীৱনৰ পৰাই গল্পৰ সমল লয়। তেওঁৰ দুটা গল্প-সংকলনৰ আটাইকেইটা গল্পৰ শাৰীলৈ নুঠিলেও 'ভগৰবালা' নামৰ গল্পটোত থকা মানবিকতাৰ মহত্বপূৰ্ণ দিশটোৰ প্ৰকাশৰ বাবে এই গল্পটোকে বছা হ'ল।

চিত্ৰলতা ফুকনো সমসাময়িক লেখিকা। সাধাৰণতে গ্ৰামীণ জীৱনেই তেওঁৰ গল্পৰ উপজীব্য। ইয়াত সন্নিবিষ্ট গল্পটোৱেই বোধহয় তেওঁৰ এতিয়ালৈকে শ্ৰেষ্ঠ গল্প। সামাজিক দুৰ্নীতি আৰু ৰাজনৈতিক ভণ্ডামিৰ বিৰুদ্ধে বিক্ষোভ গল্পটোত তীক্ষ্ণ হৈ উঠিছে। এই সময়তে লেখিবলৈ আৰম্ভ কৰিছিল অণু বৰুৱায়ো। নাৰী জীৱনৰ অন্তৰ্দ্বন্দ আৰু বহিৰ্দ্বন্দয়ো এওঁক আকৃষ্ট কৰে। দীপালী ডেকায়ো ষষ্ঠ দশকতে আত্মপ্ৰকাশ কৰি এতিয়াও লেখি আছে। নাৰী জীৱনতে আবদ্ধ নাথাকি সমাজৰ বিভিন্ন সমস্যাত জৰ্জৰিত মানুহ, আৰ্থ-সামাজিক অৱস্থা, ৰাজনৈতিক চক্ৰান্ত আদিলৈকে বিস্তৃত তেওঁৰ গল্পৰ বিষয়বস্তু। সপ্তম দশকৰ আন এগৰাকী লেখিকা হ'ল যমুনা শৰ্মা চৌধুৰী। সমাজ সচেতন লেখিকা নহলেও, সামাজিক সমস্যাসমূহক একেবাৰে এফলীয়া নকৰে। 'অভিসাৰিকা'ত নাৰীৰ সামাজিক স্থিতি কিমান দুৰ্বল তাৰ সুন্দৰ প্ৰকাশ আছে। এই সময় ছোৱাৰ লেখিকা বাসন্তী বৰুৱা, অণু বৰুৱাৰ গল্পও সন্নিবিষ্ট হৈছে। দুয়োটাই বাস্তৱধৰ্মী সামাজিক গল্প। ষষ্ঠ-সপ্তম দশকত আত্মপ্ৰকাশ কৰা মিনতি হাজৰিকা আৰু নীলিমা বৰঠাকুৰৰো গল্প ইয়াত আছে। দুয়োৰে গল্প-সংকলনো প্ৰকাশ হৈছে। মিনতিৰ গল্পত চহৰীয়া মধ্যবিত্ত মানসিকতা ফুটাই তোলা হৈছে আৰু নীলিমা বৰঠাকুৰে ছিন্নমূল মানুহৰ মৰ্মবেদনা দাঙি ধৰিছে।

পলমকৈ ৰামধেনু যুগত আত্মপ্ৰকাশ কৰিছে স্নেহ দেবীয়ে। এতিয়াও তেখেতে লেখি আছে। গল্পবোৰত গভীৰ সামাজিক চেতনা নাথাকিলেও, গভীৰ মমতা আৰু অন্তদৃষ্টিৰে মানৱমন বিচাৰ কৰাৰ ক্ষমতা আছে। ইয়াত সন্নিবিষ্ট গল্পটোত তাৰ আভাস আছে।

মামণি ৰয়চম্ গোস্বামী আজি অনন্যা লেখিকা। আজি তেওঁ আটাইতকৈ সাহসী আৰু বাস্তৱধৰ্মী লেখিকা। 'সংস্কাৰ' গল্পটো ৰক্ষণশীল সমাজৰ বুকুত এটা প্ৰচণ্ড আঘাত স্বৰূপ।

অৰূপা পটংগীয়া আৰু প্ৰণতি গোস্বামীয়ে সমাজ সচেতন আৰু বাওঁপন্থী মতবাদ চিহ্নিত শক্তিশালী গল্প লেখিছে। এনে সমাজ সচেতন

লেখিকাৰ শাৰীত মিনতি চৌধুৰী আৰু পূৰবী বৰমুদৈকো থ'ব লাগিব। এওঁলোকে নাৰী জীৱনৰ ঘনিষ্ঠ ৰূপ অংকন কৰিছে। সামাজিক, ৰাজনৈতিক, আৰু অৰ্থনৈতিক পটভূমিৰ পৰা নাৰী জীৱনৰ লাঞ্ছনা-বঞ্চনা, অবমাননা বিচ্ছিন্ন কৰি চোৱা নাই। সামাজিক মূল্যবোধৰ অবক্ষয়, উগ্ৰ জাতীয়তাবাদৰ বিভীষিকা আৰু পুঁজিবাদী সমাজব্যৱস্থাৰ পটভূমিত ঘটনাবোৰ বিশ্লেষণ কৰিবৰ যত্ন কৰিছে।

অণিমা দত্ত ( ভৰালী ) ৰ গল্পত থাইকৈ অসমীয়া মধ্যেবিত্ত জীৱনৰ ছবি। ইয়াত সন্নিবিষ্ট গল্পটোত বয়সসন্ধিকালৰ কিশোৰী এগৰাকীৰ সমস্যা দাঙি ধৰিছে। ফুল বৰাৰ গল্পতো সমাজৰ বিভিন্ন স্তৰৰ মানুহৰ বিভিন্ন সমস্যাই ঠাই পাইছে। এওঁৰ কে'বাখনো গল্প সংকলন প্ৰকাশ হৈছে।

তৃতীয় দশকৰ পৰা এতিয়ালৈকে যিসকল লেখিকাই গল্প লেখিছে তেওঁলোকে যে সদায় নাৰীৰ দৃষ্টিৰেহে লেখিছে সেইটো নহয়। তেওঁলোক কেৱল নাৰী নহয়, লেখক। এই ত্ৰিশটা গল্পই তাৰ পৰিচয় বহন কৰিব পাৰিছেনে নাই পাঠকেহে বিচাৰ কৰিব। সাম্প্ৰতিক কালত গুৰুত্ব পোৱা নাৰী সম্বন্ধে চিন্তা-চৰ্চাৰ পৰিপ্ৰেক্ষিতত লেখিকাৰ সাহিত্য সম্বন্ধে গবেষণা হ'ব লাগে। এনে অধ্যয়ন-গবেষণা নাৰীমুক্তি আন্দোলনবো সহায়ক হ'ব।

অসমীয়া লেখিকাৰ নিৰ্বাচিত গল্পৰ সংকলন এটা অসম লেখিকা সন্থাই সম্পাদনা কৰিবলৈ নিৰুপমা বৰগোহাঞি, প্ৰবীণা শইকীয়া আৰু আমাক দায়িত্ব দিছিল। তেওঁলোকে দুয়োৰে ব্যক্তিগত অসুবিধাৰ বাবে এই কাম আমিয়ে কৰিব লগা হ'ল। পুথি-প্ৰকাশনৰ ক্ষেত্ৰত আটাইতকৈ চিন্তনীয় সমস্যা হ'ল আৰ্থিক। অৱশেষত আমাৰ আৰু সন্থাৰ যুটীয়া সম্পাদিকা মিনতি হাজৰিকাৰ অনুৰোধত শ্ৰীস্নেহলতা ৰাজখোৱাই তেখেতৰ মাতৃদেৱী ৺গুণলতা কাঠকটাৰ স্মৃতিত সন্থালৈ দহ/- হাজাৰ (১০,০০০ টকা) টকা আগবঢ়োৱাত কামত আগবাঢ়িব পৰা হ'ল। 'লেখিকাৰ গল্প' প্ৰকাশৰ আংশিক ব্যয় এই দানেৰেই সম্ভৱ

হোৱাত আমি তেখেতলৈ আমাৰ কৃতজ্ঞতা জনালোঁ। সুধীসমাজে সকলো দোষ-ত্ৰুটি মাৰ্জনা কৰি এই গ্ৰন্থ গ্ৰহণ কৰিলেহে আমাৰ শ্ৰম সন্থাৰ উদ্দেশ্য সাৰ্থক হ'ব। সংকলনটিৰ সকলো দোষ-দুৰ্বলতা সম্পাদিকাৰ। তেনে ত্ৰুটিৰ সমালোচনা সম্পাদিকাই শিৰপাতি ল'ব।

সম্পাদনাৰ ক্ষেত্ৰত সকলো প্ৰকাৰে দিহা-পৰামৰ্শ আগবঢ়োৱাৰ বাবে নিৰুপমা বৰগোঁহাঞি, প্ৰবীণা শইকীয়া আৰু মিনতি হাজৰিকাৰ শলাগ ললোঁ। যিসকল লেখিকাৰ গল্পৰে এই সংকলনটি সজোৱা হ'ল তেখেতসকলক অনুমতিদানৰ বাবে ধন্যবাদ জনালোঁ। শেষত, লেখিকাসন্থাই সন্থাৰ সভানেত্ৰীৰ ওপৰতে আস্থাৰে দায়িত্ব দিয়াত কৃতজ্ঞ থাকিলোঁ।

প্ৰীতি বৰুৱা

গুৱাহাটী / ২৮.১২.৮৯

## ॥ সূচীপত্ৰ ॥

# কমলা

## অলকা পটঙীয়া

বালবিধৱা কমলা বাঁৰী হোৱা আজি পোন্ধৰ বছৰ হ'লেও নিঃসন্তান, গতিকে যুৱতী-সাধাৰণতকৈ শাৰীৰিক লাৱণ্যৰ হ্ৰাস বা বিকৃতি ঘটা নাছিল। সংসাৰত বিধবা মাকৰ বাহিৰে আৰু আপোন সম্বন্ধীয় কোনোবা থাকিলেও কমলাই ক'ব নোৱাৰে। মাক কন্দৰ্পেশ্বৰী এগৰাকী নিষ্ঠাৱতী ব্ৰাহ্মণী। বাৰ ঘণ্টাত চব্বিশটি বিচাৰহীন ধুতি-নীতি পালি, তিতা কাপোৰ গাতে শুকুৱাই একাদশী আঁউসীত ব্ৰত-উপবাসে থাকি তেওঁ ভাবিছে—যেন ধৰ্ম সশৰীৰে তেওঁৰ খাটৰ খুটাত বা হাতৰ মুঠিত বন্ধা হৈছে। কন্দৰ্পেশ্বৰীৰ বয়স পঞ্চাশৰ ওচৰ পাইছেহি বুলিও যথেষ্ট বলিষ্ঠা।

কমলাই সামান্য লিখা-পঢ়া জানে। জ্ঞান নৌহওঁতেই বাঁৰী হৈছে। সেই একে বছৰতে একমাত্ৰ ভায়েকটিৰ মৃত্যু হোৱাত মাক জীয়েক, বিশেষকৈ মাকে বাৰুকৈয়ে শোক এছাটি পাইছে। কমলায়ো বুজন হবৰ পৰা মাকৰ শোকৰ ভাগী হৈছে।

মনৰ দুখ পাতলাবলৈ মাকে সন্ধিয়া লাগিলেই চাকিটোৰ ওচৰত কীৰ্তন-পুথিখন থৈ কমলাক বহুৱাই দি 'পঢ়' 'পঢ়' কৰে। অনিচ্ছাসত্বেও পঢ়ি পঢ়ি কমলাৰ কেবাটাও অধ্যায় মুখস্থ হৈ পৰিছে। এতিয়াই কমলাই কীৰ্ত্তনৰ সকলো অৰ্থ প্ৰায় বুজে, গতিকে পুথিখন অতি প্ৰিয়। সদায় সন্ধিয়াপৰত কীৰ্ত্তন পুথি পঢ়া আৰু অন্তৰৰ প্ৰকৃত ভাৱ ব্যঞ্জক যুক্তিৰে ব্যাখ্যা কৰি একমাত্ৰ শ্ৰোতাক শুনোৱাই কমলাৰ প্ৰধান কাম। ইয়াতে কেতিয়াবা শ্ৰোতাৰ মনঃপূত ব্যাখ্যা হলে শলাগ আৰু অপ্ৰিয় ব্যাখ্যা কৰিলে তিৰস্কাৰ সহিব লগাত পৰে।

চুবুৰীৰ নানাজাতৰ শূদ্ৰৰ মাজত এই এঘৰ মাথোন ব্ৰাহ্মণ। কি সুবিধাত কিমান দিনৰ পৰা এই ঘৰ বামুণে বসতি কৰিছে আমি ক'ব নোবাৰোঁ। শূদিৰ বুলিও বৰ্ত্তমানে আটাইবোৰেই কমলাৰ 'বুকুৰ বান্ধ' হৈছে। আগেয়ে কিন্তু তেনে নাছিল, যেতিয়ালৈকে কমলাই নিজে সংকুৰা যুক্তিত উপনীত হৈ মাকৰ অসাকুৰা যুক্তিক পৰাস্ত কৰিব নোৱাৰিছিল, তেতিয়ালৈকে শূদ্ৰক হৃদয়ৰ উচ্চাসনত 'অনধিকাৰ প্ৰৱেশ' বুলি নিলগাই থৈছিল, কিন্তু যিদিনা কীৰ্ত্তন পুথিৰ পৰা—

কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মাৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম॥
সমস্ত ভূতলে ব্যাপী আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু-বুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কূল।
দাতাত চোৰত যেন দৃষ্টি এক তুল॥

এই সুললিত ভক্তিৰসাত্মক বিশ্বপ্ৰেমে বলীয়ান কৰা, জাতি-বৰ্ণৰ প্ৰতি উদাৰতা প্ৰদৰ্শক শ্ৰীশঙ্কৰদেৱৰ ৰচিত পদফাঁকিয়ে কমলাৰ অন্তৰৰ ঠেক আলোকবিহীন সঙ্কীৰ্ণতাত পুষ্ট নীচ ভাৱৰাশিৰ মলকোঁহ ধুই পৰমপিতাৰ দীন অস্পৃশ্য সন্তানৰ দুখ-দৈন্য-হাহাকাৰৰ প্ৰতিচ্ছবি প্ৰতিফলিত এখনি ফটফটীয়া 'ৰমণী-হৃদয়' সৃষ্টি কৰিলে। সেই আলেখ্যত কমলাই পাৰকাৰৰূপে দেখিলে, গোটেই জন্মভূমিৰ কেৱল হাহাকাৰ, দাৰিদ্ৰ্যজনিত কৰুণ আৰ্ত্তনাদ। অন্ন, বস্ত্ৰ, ধন, মান, জ্ঞান, বুদ্ধি ধৰ্ম-কৰ্মৰ শ্ৰীবৃদ্ধিৰ অৰ্থে বিপুল আয়োজন—অথচ একোৱে অটা নাই। কাক কিমান দিব পাৰি? কমলাৰ মূৰ ঘূৰি গ'ল। ভাবিলে, মানুহ হৈ জন্মিলে লগে লগে এই 'মনুষ্যত্ব' বিলাকৰো জন্ম হয়।

সমাজলৈ চাই দেখিলে, যাৰ সহস্ৰ পুৰুষীয়া মৰ্যাদাৰে দুৰ্বলৰ ওপৰত একাধিপত্য বিস্তাৰৰ সুবিধা আছে, তেওঁ সেই মৰ্যাদা বিয়োগ নকৰি বৰং তাতে আৰু অলপ যোগ কৰাৰহে চেষ্টা পাইছে। আভিজাত্য গৰ্ব—য'ত মানুহৰ অধিকাৰ নাই, তাতে উচ্চবৰ্ণৰ

লোকসকল ওফন্দি অন্যান্য সৰ্বশ্ৰেণীৰ মনুষ্যত্ব হ্ৰাসপ্ৰাপ্ত কৰিছে। যি ইতৰ জাতিয়ে মনুষ্যোচিত মৰ্যাদা পুৰুষে পুৰুষে ঢুকুৱাই এতিয়া নিজ মৰ্যাদাত উচ্চবৰ্ণৰ ওচৰত ভিক্ষা কৰিছে, সিহঁতৰ সেই পৰৰ গৰকাত কেঁচখোৱা জোঁক যেন মনটিতো নিলাজ স্বাধীনভাৱে অকস্মাৎ তাৰ হেঙুলীয়া চমকণি পেলায়।

পাৰি নে ইহঁতৰ ঈপ্সিত অধিকাৰ দিব? পাৰি নে সিহঁতৰ দুখৰ লগৰী হৈ মোৰ এই উদ্দেশ্যহীন জীৱনক সাৰ্থক কৰিব? সিহঁতৰ দোষ কি? সিহঁতে সিহঁতৰ স্বকীয়া বৃত্তিৰে উচ্চস্তৰীয়া সম্প্ৰদায়ৰ অভাৱ মোচন কৰা পাপত আজি নিজৰ সম্মান পৰ্য্যন্ত হেৰুৱাইছে।

ধন্য মহাপুৰুষ শ্ৰীশঙ্কৰ! এদিন ইহঁতৰ কাৰণে মাত্ৰ তোমাৰ প্ৰাণ কান্দিছিল! তুমি ধৰ্মৰ জ্যোতিৰে গা ধুৱাই, সিহঁতক ব্ৰাহ্মণৰ অতি গুপ্তৰ বাপটিসাহোনটো আনি দেখুৱাইছিলা, যাৰ বহুত ব্ৰাহ্মণে আজিও অহঙ্কাৰ কৰে। কিন্তু তেওঁলোকে চালে দেখিব সাহোনৰ খোলাটোহে তেওঁলোকৰ হাতত আছে, 'সাহ'টো কোনোবাই নি ভগাই ললেগৈ। হায়! স্বাৰ্থৰক্ষাৰ কাৰণেই এদিন তোমালোকে শ্ৰীমন্ত শঙ্কৰক চক্ষুশূল বুলি ভাবিছিলা! ধিক মোৰ জীৱন, ময়ো সেই নীচ ব্ৰাহ্মণোচিত ব্যৱহাৰেৰে গাঁও-সম্বন্ধীয়া বাই-ভনীৰ মনুষ্যত্ব বৃদ্ধিৰ বাটত কাঁইট কৰিছো মাথোন। প্ৰভো, মোক চোৱাঁ--ক্ষমা কৰা, মই তোমাৰ সন্তানক ঘিণ কৰিছোঁ—মোক এই নীচবিলাকৰ লগৰ এটি নীচ প্ৰাণী হবলৈ মতি-বুদ্ধি দিয়া—সিহঁতৰ লগত প্ৰাণখুলি কান্দিবলৈ দিয়াঁ। ধৰ্ম? ধৰ্ম কাক বোলে? দুৰ্বল-পীড়নেই ধৰ্ম, নে দুৰ্বল ৰক্ষণহে ধৰ্ম? কিহৰ বলত, কোন শক্তিৰ শ্ৰেষ্ঠত্ব প্ৰভুত্বৰ দাবী কৰোঁ? দৰিদ্ৰৰ লগত, নীচৰ লগত মিলি যাওঁ—সেয়ে মোৰ ধৰ্ম, সেয়ে অৰ্থ, সেয়ে কাম আৰু সেয়ে মোৰ মোক্ষ।"

কমলাৰ জ্ঞানচকু মেল খালে। যি জন্মগত ক'লা মলিয়ন ঢাকনি বন্ধ গৈছিল সি দূৰীভূত হ'ল! আজন্ম সঞ্চিত প্ৰেমৰ উৎস অফুৰণ

ভাৱে লোৰ হৈ কেওপিনে বৈ গ'ল। তাৰেই সেই ক্ষুদ্ৰ শক্তিৰ নিজৰাৰেই গঙ্গাৰ ঢকুলো ঢৌৱাই নিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল।

আনদিনা কালিন্দ্ৰীবাই আহিলে মাটিতেই বহি যায়। তেওঁলোকে অভ্যাসৰ গুণে ঢাৰি-কঠ নেপালেও সম্মান হানিকৰ বুলি বোধ নকৰে। সেইদিনা কমলাই পীৰা পাৰি দি সুখ-দুখ তত্বানুসন্ধানত প্ৰবৃত্ত হ'ল। যেতিয়া শুনিলে বোৱাৰীয়েকৰ হাতত তিৰস্কৃত হৈ বয়ে আজি দুসাজি ভাত খোৱা নাই, তেতিয়া আথে-বেথে জলপান এবাটি খুৱাই পদুলিমুখত নি আগবঢ়াই থৈ বোৱাৰীয়েক আহিলত নিজৰ ভগ্নীৱৎ স্নেহেৰে মৃদুমধু তিৰস্কাৰ আৰু সজ উপদেশেৰে বুজাই-বৰাই শাহুৱেকক ক্ষমা খুজি এমুঠি ৰান্ধিবাঢ়ি খুৱাবলৈ মাস্তি কৰি পঠিয়াই দিলে।

সেইদিনাৰপৰা কালিন্দ্ৰীবাইৰ ঘৰত আৰু ৰা-ৰুই নাই। এনেকৈয়ে নানা প্ৰবন্ধেৰে গাঁওবুঢ়াৰ ঘৰ, সোণপাহী জেঠাইৰ ঘৰ, ভুৰামৰ মাক-পুতেকৰ মাজত, নদাই বায়নৰ মুনিহ-তিৰোতাহালৰ জেঙ্গা মাৰি কমলাই গাঁৱত 'সুখ-কমল' ফুলাই চুবুৰীয়াৰ বিমল শ্ৰদ্ধাপ্ৰীতিৰ অধিকাৰিণী হ'ল।

বাস্তৱতে কমলাৰ কিন্তু পাৰ্থিৱ ধন-সম্পত্তি একোৱেই নাছিল। যিবোৰ নহলে লোকসমাজত উপকাৰ সধা অসম্ভৱ বুলি আমি ভাবোঁ। কমলাৰ আছিল সংসাৰৰ দুখীৰ কাৰণে হাহাকাৰ কৰা সহানুভূতিপূৰ্ণ স্বৰ্গীয় প্ৰেমেৰে ভৰা এখনি হৃদয়; অস্পৃশ্যৰ কান্দোন শুনা আৰু দেখ. উজ্জ্বল এযুৰি চকু আৰু দুখনি কাণ; অমৃতময় বাক্য বৰষা জিভাৰে এখন কমনীয়, স্নিগ্ধ মুখমণ্ডল; অভাৱগ্ৰস্তলৈ অকাতৰে দান উঠা দুখনি পদুমৰ মোলান যেন হাত; স্বজন-স্বজাতিৰ ঘৃণিত, নীচ আৰু হেয় বৰ্গৰ বিচাৰ নকৰি যোৱা দুখনি ভৰি।

মুঠতে, কমলা অনিন্দনীয়া ৰূপৱতী গুণৱতী ছোৱালী আছিল।

সিদিনা কেইজনীমান তিৰোতাৰ মেলৰ মাজত কমলাৰ প্ৰশংসা, প্ৰতিপত্তি কেনেকৈ ফুটি ওলাইছে, তাক এই কেইষাৰ কথাৰ পৰাই বুজিব পাৰি:

পতানী বায়ে ক'লে, 'কমলা নামে-গাঁৱে কমলা—যেন সাক্ষাৎ ভগৱতীহে। মাকে দেখুৱা বাটে এতিয়া বৰকৈ নচলে। পাঁজি-পুথি পঢ়ি মনটো সবল কৰি লৈছে।' গাঁওবুঢ়ানীয়ে ক'লে, 'নেদেখিছা, আমাৰ ঘৰৰ কন্দলখনকে! গোটেই গঁঞা মাগিও, দণ্ড ভৰায়ো ভাঙিব নোৱৰা কেৰোণ ছোৱালীয়ে একেষাৰে সামৰি থ'লে। হওক, কলীয়া আইক্ষৰ কেইটা জানে দেখিছে মনটো টাপৰাই ৰাখিব পাৰিছে। সেইজনী ৰূপহীয়ে কৰিছে কি, একে বাঁৰী ছোৱালীহে তেও' ইত্যাদি।

সকলোৱে ভাল বুলিলেও মাক কিন্তু কমলাৰ ওপৰত জ্বলি উঠিছিল।

গাঁৱত 'মুখ-কমল' ফুলাবলৈ গৈ কমলৰ ঠাৰিৰ লগত সম্বন্ধ হেলেক্‌লেক্ হৈ পৰিছিল। ফুল ফুটিছিল, শুকাই পাহ-পাহ হৈ গ'ল ক'ৰবালৈ। সঁচ ৰ'ল চকাটো। কমলাৰ কীৰ্ত্তিৰাশি বৈ গ'ল চিৰকাললৈ।

গোটেই গাঁৱত জ্বৰ-কাঁহে দেখা দিছে। কমলাই ব্যস্ত ভাৱে জাতি-বৰ্ণ-নিৰ্বিশেষে দুখী সুখী সকলোটিকে এখন পুৰণি নিদানৰ মতে দৰব-জাতি আৰু পথ্যৰ ব্যৱস্থা দি দিনে ৰাতিয়ে শুশ্ৰূষা কৰি, এই কে'দিন ঘুৰি ফুৰিছে। ৰাতিও ৰোগীৰ ওচৰতে কটাইছে। লাহে লাহে ৰোগৰ অলপ শাম কাটিছে। লঘোণ আৰু অক্লান্ত পৰিশ্ৰমৰ গুণত কমলা খীণাইছে যদিও মৃত্যুমুখ ৰোগীক মৃত্যুৰ কৰাল গ্ৰাসৰ পৰা ৰক্ষা কৰিব পৰা আনন্দত ৰক্তাপ্লুতা সমৰবিজয়িনীৰ নিচিনাকৈ চকুকেইটি আনন্দত জিৰবিৰাই উঠিছে। ৰোগীৰ কৃতজ্ঞতাসূচক বাক্যেৰে গা ধুই, ৰোগীৰ উপচি উঠা কৃতজ্ঞতা-জ্ঞাপক করুণ চকুৰ চাৱনিত আৰ্দ্ৰ হৈ, এখন্তেকৰ পাছত পুণৰ যাবৰ মনেৰে, এতিয়া গৰু মেলামান পৰত ঘৰ সোমাইছেহি মাত্ৰ।

মাকে দূৰতে দেখিয়েই টিকৃচি বিকৃচি উঠি ক'ল "ৰাতিয়ে-দিনে

অজাতিৰ ঘৰত কটাই, এতিয়া আহিছ মোৰ ঘৰত সোমাবলৈ ? কছাৰী মদাহী-অঘৰীৰ বাহী চোতাল গচকিলে বাঁৰী বামুণীৰ ধৰ্ম ৰয় ক'ত ? মোৰ পিৰালীত ভৰি দিলে বাঢ়নীৰে অঁটাম।"

কমলাই বৰ আশাৰে আহিছিল কিবাকিবি অলপ খাই যাবলৈ বুলি, কিন্তু এই মিঠা বচনখিনি খায়েই ভোক মৰিল আৰু বাহিৰৰ তাঁতৰ পাততে অন্যমনস্কভাবে গালত হাত দি বহি থাকিলগৈ। কতনো ভাবনা-চিন্তা নাহিল ! কত চিন্তাই একেলগে একে সময়তে জুমুৰি দি অন্তৰত তোলপাৰ লগাই নিদিলেহি !

শেষত হাতযোৰ কৰি কমলাই ওপৰলৈ চাই দুখুনীৰ শেষ সম্বল সেই বিশ্বনিয়ন্তাৰ উদ্দেশ্যে চকুৰ পানীকে নৈবেদ্য ৰূপে দি ক'বলৈ ধৰিলে,—"প্ৰভো, জন্ম পাইছো তোমাৰ দয়াত, জ্ঞান পাইছো তোমাৰ ইচ্ছাত, কৰ্তব্য ভাবি কিবা কৰিছো যদিও, তোমাৰ অনুপ্ৰেৰণাতহে। তাত দায় হৈছে যদিও ক্ষমা কৰা প্ৰভো ! মই একো নাজানো।"

কিন্তু কমলাৰ কাণে কাণে কোনোবাই অভয় দি যেন কৈছে, "নাই হোৱা ধৰ্মনষ্ট, সতীত্বই তিৰোতাৰ প্ৰধান ধৰ্ম, সি সম্পূৰ্ণ অক্ষুণ্ণ আছে—এই পৰাৰ্থে স্বাৰ্থৰ বলি দি, নৰনাৰায়ণৰ পূজা কৰা সতীৰ সকলোতকৈ মূল্যবান অলঙ্কাৰ।" তেন্তে প্ৰভো ! মই আগবাঢ়ো কৰ্তব্যপথত, তুমি মোৰ সহায় হোৱা।

চিন্তাত তন্ময় হৈ থাকোঁতেই পতানীবাই তাতে ওলালহি। বাই বৰ বেগাই আহিছে, কমলাক দেখি উখা-মুখাকৈ মাত লগালে— 'আইটি মাধৱীৰ বৰকৈ জ্বৰ উঠিছে, তুমি কৈছিলা নহয়, কিবা হলে খবৰ দিবলৈ তাকে কৈছোহি আৰু।' তাৰ পাছত সুস্থিৰ হৈ অলপ করুণ সুৰে ক'লে, আইটি, আছে যদি তামোল এটা দিয়া।

তামোল এটা আনি কমলাই দিবলৈ ধৰোতেই,—হাতত চৰুছাই আৰু ধুতি ৰিহা-মেখেলা পিন্ধাৰে সৈতে কন্দৰ্পেশ্বৰীয়ে ভিতৰৰ পৰা ওলাই আহি দাঁত কৰচি মাত লগালে, 'কমলা, এইদৰে মোক বাটৰ

মগনীয়া কৰিবি দেখিছোঁ। মূৰ নাইকিয়া আমি দুখত পৰিলে তোৰ এই মিতিৰখনে তৰাবনে? এই নাটকীহঁতে বুধি শিকায়ে যত কৰিলে। মোৰ পৃথিবী যেন শাঁত ঘৰৰ পৰা নঙলামুখ নেদেখা ছোৱালী! আই অঃ! মৰিলেও তিৰোতাৰ আঁচলে হাঁহে!"

কমলাই হাতৰ তামোল হাততে লৈ মাত্র চকুৰ পানী বোৱালে। ইমানদিনে কোনেও জনা নাছিল, কমলাৰ মাকক জীয়েকৰ স্বভাৱৰ প্রতিকূল বুলি। গাঁৱৰ মানুহে আনন্দত বিভোল হৈ যেতিয়া কন্দৰ্পে-শ্বৰীৰ আগত কমলাৰ যশ, প্রশংসা বৰ্ণায় তেতিয়া ছাগৈ কন্দৰ্পেশ্বৰীয়ে অতি কষ্টেৰেহে প্রকৃত মনৰ ভাৱ গোপনে ৰাখিব পাৰিছিল।

পতানীবায়ে ভয়ে ভয়ে কমলাৰ মুখলৈ চাই ৰল। বাইৰ আঁজলী মনটোত তামোলটোৰ বিষয়েহে প্রশ্ন উঠিছিল। বায়ে এইবোৰ কথাৰ তৎ ধৰিব নোৱাৰি ক'লে, 'আই, খং কৰিছে কেলেই? আপুনি জানো কেতিয়াবা অইনৰ ওচৰত হাত নেপাতিব? তুমি দিয়া যদি বড়াধানৰ কড়াই, আমিও দিম এখৰাহি ভৰাই।' ইয়াকে কৈ ভবিষ্যতে আৰু একো নোখোজাৰ সংকল্পেৰে বাই উচাৎ মাৰি গুচি গ'ল। কন্দৰ্পেশ্বৰীয়ে পাছে পাছে কিছুদূৰ ৰিঙিয়াই কৈ আহিল,—'আজিৰ পৰা ইয়াত ভৰি দিবিহি মাথোন—মাৰে সুদাই নেৰেঁ।'

তাৰপাছত ঘূৰি আহি কমলাৰ নিৰ্বাক, শোকে খুন্দা মাৰি ধৰা মুখলৈ চাই হাতৰ ঠাঁৰ দি বকিবলৈ ধৰিলে, "শুনিলি তোৰ আদৰৰ বায়েৰৰ কথা! নীচক ওখ পদ দিলে সি আৰু ওখলৈ বেঙা মেলে। মোক তাই কাহানি তুমি বুলিছিল? ইমান সাহ। যত কৰিলি তইহে। এতিয়া ভাতৰ হেতা লৰাবলৈ নাহিলেই হয়। তামুলীপীৰা পাৰি বাটি ভৰাই জলপান খুৱাবি। কোন পুৰুষত মোৰ ঘৰত তাইঁাতে পীৰা পাই-ছিল? উদৰ সাত পুৰুষ গ'ল কেঁচা মাছ খাই, বান্দৰৰ গ'ল ডাল বগাই, তোৰ সমুখতে মোক—তোৰ মাৰক অপমান কৰি গ'ল। গাঁৱৰ দুখত পৰি যাৱ, মাৰৰ মান অপমানলৈ কেৰেপকে নাই। নহবতো, সেইজন

হ'ল বান্দী। মিছায়ে তোৰ লেদেনা উকটিলোঁ আই!—এই বুলি পিৰালীত বহি হুৰাওৰারে কান্দিবলৈ ধৰিলে।

কমলাই আৰু সহিব নোৱাৰিলে। বিশেষকৈ পৰৰ গাত দোষাৰোপ কৰাত। বৰফত উম উঠিল। শান্তশীলা কমলাৰ খঙত চকুলো শুকাই গ'ল। অলপ খঙেৰেই উত্তৰ দিলে—"আই, পৰৰ গাত দোষ দিয়াঁ কিয়? বুজাত ভুল নকৰিবাচোন। তুমি বুলি সেইযাৰ তোমাকতো কোৱা নাই, যোজোনাৰ লাছহে। তুমি বুলিলেই বা কি অপমানটো হ'ল? আমি বামুণ বুলি কিবা চাব মৰা আছেনে? শাস্ত্ৰ নজনা, ধৰ্মৰ লগত সম্বন্ধ নোহোৱা বামুণ আৰু শূদিৰৰ প্ৰভেদ কিহত?"

তাৰ পাছত অপল শান্ত হৈ ক'লে, "পৰৰ কাৰণে নিজক আৰু নিজৰ বোলা সকলোখিনি ত্যাগ কৰাহে বামুণৰ প্ৰকৃত ধৰ্ম, বিশেষকৈ যাৰ মূৰ দোঁৱাবলৈ মহাগুৰু নিপাত হৈছে, সেই বাঁৰী বিধবাৰ, স্বামীৰো স্বামী কৃষ্ণদেৱক পূজাৰ বাহিৰে নিস্তাৰৰ আৰু উপায় নাই। কৃষ্ণদেৱক ক'ত পাবা আই? চকুৰ আগত দেখা এই আটাইবোৰ প্ৰাণীৰ অন্তৰতে অন্তৰ্যামীৰ বসতি, সেই নৰনাৰয়ণৰ পূজাইহে ধৰ্ম। আমি সাধাৰণতে ধুতি নীতি সদাচাৰকেই ধৰ্মৰ চৰম সীমা বুলি ধৰোঁ কিন্তু ধুতি-নীতি ধৰ্মৰ লগৰ অলঙ্কাৰহে, ধৰ্ম নহয়। তুমি ধৰ্মৰ সীমায়ো নগৈ,ধুতি-নীতি অৰ্থাৎ লেজুকে সাপ বুলি ধৰি মোকো মাতিছা তাকে!" ইত্যাদি কমলাৰ মনত জাগ্ৰত হোৱা কথাবোৰ মাকে তমক্ মাৰি শুনি থাকি, পাছত আৰু সহিব নোৱাৰি, 'বাহুত বাহু দি' উঠি খেদি আহি কবলৈ ধৰিলে,—"

"ঔ, কলিকলীয়া জীয়াৰীৰ কথা শুনাইঁক ঔ ৰাইজ! কালিৰ ছৱালে পাণ্ডবৰ গীত গাব? তই মোক শাস্ত্ৰ বুজাবলৈ আহিছ? কলীয়া আইক্ষৰ চিনাকি হৈ ইমান অহঙ্কাৰ তোৰ? মুনিহ মৰা অত বছৰ হ'ল, ধৰ্ম বিনে অধৰ্ম নিচিন্তিলোঁ, এতিয়া তই সাত শতুৰুক শুনাই মোৰ চৰিত্ৰ ব্যাখ্যা কৰি শুধ কৰিবলৈ আহিছ হো? গোঁসায়ে ছুটা সন্তানৰ ভাৰ বোৱাই তাৰো এটা নিলে। আজিৰ পৰা তোৰেও সমধ্ ছিগিল। মোৰ কেও নাই, যা! য'ৰে আলহী ত'ৰে ভকত। ডোমত

গৰীয়াত য'তে ইচ্ছা যাগৈ' ইত্যাদি। কন্দৰ্পেশ্বৰীৰ গালিয়ে কমলাৰ কোমল বুকুত এনে কঠোৰ আঘাত কৰিলে যে, সেই কান্দি কান্দি শোৱাতে কমলাৰ দুদিন গ'ল। এই দুদিন মাকেও নামাতিলে, কমলাও নুঠিল; তিন দিনৰ দিনা কমলা উঠি যাওঁতে দেখিলে—মাকে ভাত খাইছে। নেদেখা ভাবে উভতি আহিল; বেজাৰে অভিমানে ফেকুঁৰি ফেকুঁৰি কান্দিবলৈ ধৰিলে। আকৌ পাটিত পৰিলগৈ। এনেদৰে সাতদিন একাদশী কৰিও যেতিয়া মাকৰ একেষাৰ সম্বোধন বাক্য নাপালে, তেতিয়া অগত্যা কমলাই মজিয়াত খুটি মাৰি, অবুজন পেটক বুজনি দিলে।

গাঁৱত প্ৰধানত দুবিধ মানুহ আছে। এবিধ ছিদ্ৰান্বেষী; আনবিধ সত্যাসত্য নিৰ্বিশেষে কেৱল গুণান্বেষী।

গছত ফুল ফুলিছে অলেখ; কিন্তু নবপ্ৰস্ফুটিতটোৰহে বিচাৰ আৰু তৃপ্তিদায়ক। ইমানদিনে কমলাৰ নিৰ্মল চৰিত্ৰত কলঙ্কৰ চেকা উলিয়াব নোৱাৰি সন্দিগ্ধচিতীয়া প্ৰথম দলে উচপিচাই আছিল। দ্বিতীয় দলে-দূৰ সৰোবৰৰ কোলাত শোভা পোৱা কমল-কোৰকৰ ক্ৰমবিকশিত সৌন্দৰ্য চাই আউলীবাউলী বতাহৰ বোকোচাত তাৰ সৌৰভৰ বা এছাটি লভিয়েই শত মুখে প্ৰশংসা কৰি শান্তি লভিছিল। গাঁৱতে কমলাৰ কথা দুই প্ৰকাৰে ওলাল। প্ৰথম দলে উলিয়ালে, কিবা কথাত কমলাই মাকলৈ হাত তুলিছিল তাতে অধ্যাপক দেৱে বৰতৰ মূৰত পৰাচিত্তৰ দিহা কৰিছে।

দ্বিতীয় দলে উলিয়ালে প্ৰকৃত আৰু অপ্ৰকৃত সংযোজনাৰ ফলত উদ্ভাৱিত অত্যাশ্চৰ্য গুণমালা।

যেই হওক, ইমানদিন ফলীয়া মানুহেও কন্দৰ্পেশ্বৰীৰ নিৰ্দয় সম্মাৰ্জনীৰ মৃদু আঘাত খোৱাৰ ভয়ত কমলাৰ বৰ্তমান বিলৈৰ কথা অনুমান কৰিব পাৰিও আন্তৰিক দুঃখিত হৈ হায় হায় কৰাৰ বাহিৰে একেষাৰ মাত পৰ্য্যন্ত দিবলৈ যাবৰ সাহ নকৰিলে।

মাধবী আৰোগ্য হৈছে। কমলা গাঁৱলৈ নাই যোৱা যদিও নৈলৈ সদায় যায়; তাতে লগ ধৰি এদিন মাধবীয়ে প্ৰকৃত তথ্যান্বেষণৰ প্ৰয়াস পালে। যদিও কমলাৰ গহীন ধীৰ কথাৰ পৰা আনুপূৰ্বিক ঘটনা সম্পূৰ্ণ আয়ত্ব কৰা টান হ'ল, তথাপি কমলাৰ চুটি উত্তৰ আৰু ভাবব্যঞ্জক উক্তিয়ে মাধবীৰ মনত খু-দুৱাই থকা আনুমাণিক ধাৰণা প্ৰাঞ্জল কৰাত পোষকতা কৰিলে।

মুমূৰ্ষু ৰোগী। এটা এন্ধাৰ কুঠৰীত দগলা পৰা পাটি এখনত পৰি ছটফটাব লাগিছে। আজি পাঁচদিন কমলাৰ জ্বৰ, বিষ। অভিমানী কমলা, আগৰে পৰা চিন্তাক্লিষ্টা, দুৰ্বলা। কন্দৰ্পেশ্বৰীয়ে ক'ব নোৱাৰে কি হৈছে। ভাবিছে পাপ কৰি এতিয়া অনুতাপানল পুৱাইছে। হওক, আগলৈ শিক্ষা হ'ব।

কমলাক কে'বাদিনো ঘাটত লগ নাপাই মাধবীৰ মন উৎকণ্ঠিত হৈ আছে। ভয়ে ভয়ে কমলাহঁতৰ ঘৰলৈ খোজ ল'লে, লাহে লাহে কমলাৰ কোঠাত সোমাল। দেখিলে, সংজ্ঞাশূন্য কমলাই পাটিতে লয় পোৱা যেন হৈ পৰি আছে। মূৰ-শিতানত বহি হেঁচুকি হেঁচুকি মাতেহে মাতে সাৰ-সঁহাৰি নাই। কপালখন জুই যেন তপত, হাত ভৰিকেটা পানী যেন শীতল। শিতানৰ ওচৰতে একলহ পানী পাৰ মূৰত ঢালিবলৈ লাগিল। তাৰ পাছত বিচিবলৈ ধৰিলে। বহুত পৰৰ মূৰত চকু দুটা অলপ মেলি কাতৰ ভাৱে 'পানী' বুলি এটা অস্পষ্ট শব্দ কৰিলে।

পানী দিয়ে কেনে? কন্দৰ্পেশ্বৰীৰে মাধবীৰ মাত-বোল নাই। কিন্তু আজি এই অৱস্থাত মান-অপমান পাহৰি মাধবীয়ে কন্দৰ্পেশ্বৰীক মাতিলেগৈ, পানী এটোপা দিবলৈ। কিন্তু তেওঁ একো নুবুজাকৈয়ে কঠুৱামাতেৰে সমিধান দিলে। 'দেগৈ তই আছ নহয়!"

এনে উত্তৰত বাদ কৰি সময় নষ্ট কৰা উচিত নহয় ভাবি, ভৱিষ্যত বুজিও মাধবীয় নিজেই পানী দিবলৈ আহি গিলাচটো দাঙি লওতেই কৌতূহলাক্ৰান্তা কন্দৰ্পেশ্বৰী উপস্থিত।

"হা-হা কি কৰ? ইমান সাহ! ইহকাল নাশ কৰি পৰকালতো হাত দিবলৈ যাব? যত গুৰি তয়ে কালকূট।" বুলি বিচূতি খোৱা মাধবীৰ গালত চৰ এপাট মাৰি উঠাই দিলে। তাৰপাছত কমলালৈ চাই দেখিলে, কমলাৰ ৰঙা সুঠাম মুখখনি—আই ঐ—কি হ'ল? ই এটা নৰকঙ্কাল মাত্ৰ! চকু দুটা লেপৰেহে টুকি পোৱা যাব! হায়! হায়! কেতিয়াৰ পৰা এনে হ'ল?

হাজাৰ হওক, এই অৱস্থা দেখি মাতৃহৃদয় দগ্ধ হৈ গ'ল। প্ৰকৃততে কমলা মাকৰ কিমান আদৰৰ পুতলী তাক সন্তান-বৎসলা জননীয়ে সহজে বুজিব পাৰিব।

ৰ গীয়ে আকৌ আধাফুটা মাতেৰে ক'লে, "পানী খাওঁ!" "খাবি, সোপাকে খালি, পানীও খাই ল! শূদ্ৰিৰনী আবিয়ে ছোৱালীৰ প্ৰসাদ খাই ধৰ্ম নষ্ট কৰিলি"—বুলি জৰিপৰা চকুলো টুকি কোবেৰে গৈ কমলাৰ দুৰ্বল দেহা আধা দাঙি প্ৰায় চোচোৰায়েই বাহিৰলৈ টানি আনিলে। তাৰ পাছত পানী একলহ ঢালি দি ধুতি-কাপোৰ পিন্ধাই, ভিতৰত ধুতি কঠ এটা পাৰি শুৱাই থৈ এমাইল দূৰৰ অধ্যাপকৰ ঘৰলৈ লৰ দিলে।

ইতিমধ্যে মাধবীয়ে কমলাৰ অৱস্থা গাঁৱত উলিয়াই দিলে। কন্দৰ্পেশ্বৰীৰ গালিলৈ কেৰেপ নকৰি দেবীতুল্যা কমলাৰ পৰিচৰ্য্যা কৰিবলৈ গাঁৱৰ মানুহ উবুৰি খাই পৰিলহি। মাধবীও আহিল।

সকলোৱে ৰোগীক ধৰাধৰি কৰি চালপিৰাত শুৱালেহি। নানান গাঁৱলীয়া চিকিৎসাৰ ত্ৰুটি নহল। মাধবীয়ে মূৰত পানী ঢালি হাত ভৰি সেকিবলৈ লাগিল। বেজে গছপাতৰ ভৰণ এটা দি দৰব এপালি খুৱালে, তাৰপাছত জাৰিবলৈ লাগিল।

এঘণ্টামানৰ মূৰত কমলাৰ অলপ চেতন আহিল। চকু মেলি চাই মাধবীৰ হাত দুটাত ধৰি ললে। তাৰপাছতে কলে, "মোৰ···মৃ-ত্যুত সুখ···ইমান মানুহৰ হিয়া উবুৰিওৱা প্ৰেম···প্ৰতিদান······"

মাধৱীয়ে ক'লে, "তুমি দেবী। তুমি আমাৰ হকে যিমান কৰিলা, মাৰাৰ যিমান গঞ্জনা সহিলা, আমি সামান্য গঞ্জনাৰ ভয়তে উপযুক্ত সময়ত তোমাক সেৱা কৰিবলৈ আহিব নোৱাৰিলোঁ—তোমাৰ প্ৰেমৰ এক শতাংশও প্ৰতিদান দিবলৈ নেপালোঁ! ক্ষমা কৰা দেবি! ক্ষমা কৰা।"—বুলি কমলাৰ চেঁচা ভৰি দুটিত মাধৱীয়ে সাৱটি ধৰিলে, ক'ব নোৱাৰেঁ। কমলাই শুনিলেনে নাই।

ক্ষন্তেক পাছত চাওঁতেই চাওঁতে ৰোগীৰ চকু দুটি ডাঙৰ ডাঙৰ হৈ পৰিল, উশাহ দীঘল আৰু ঘন হৈ ডিঙিত কফ বাজিবলৈ ধৰিলে। হৰিধ্বনি কৰি গঁঞা মানুহে বাহিৰৰ চোতালত কই থোৱা তুলসীৰ তলত শুৱালেহি, তাৰপাছত সকলো শেষ!

মাধৱীয়ে কাঠ যেন হৈ, মূৰৰ শিতানত বহিয়ে ৰ'ল—নপৰিল এটোপা চকুৰ পানী—নোলাল এটি করুণ ৰাউচি, নপৰিল চকুত পচাৰ এটি।

গাঁৱৰ তিৰোতাবোৰে চোতালত বাগৰি বাগৰি বিনাবলৈ ধৰিলে—"আজিহে আমি মাউৰা হলোঁ—জগজ্জননী গ'লাগৈ আই!"

ঘৰৰ চিঞৰ-বাখৰ বহু দূৰৰে পৰা শুনি আহিছিল কন্দৰ্পেশ্বৰীয়ে; কেনি যে ঘৰলৈ পোণাইছে হুঁচ নাই—হাতত এটি গঙ্গাজলৰ চুঙা, এটোপোলা বনৌষধি। বিজুলী-বেগে আহি চোতালত পেলাই থোৱা কমলাক দেখিয়েই, "ঐ মোক ফাঁকি দি কলৈ গ'লি ঐ আই" বুলি পতালফটা চিঞৰ এটা মাৰি মূৰ্চ্ছিতা হ'ল। চুঙাটো ফাঁহি চিটিকা দি উফৰি পৰিল।

তাৰপাছত স্বয়ং বৰমেধিয়ে দুজন বামুণ অনাই নৈৰ পাৰত 'সোণাৰ কমলা'ক বিসৰ্জন দিলেগৈ।

তিলনীৰ দিনা কন্দৰ্পেশ্বৰীয়ে পুৰোহিত বাপুক সুধিলে, "দেউ! কালশতুৰুজনীয়ে 'পানী খাওঁ' বুলিলতে গাঁওবুঢ়াৰ সেই আবিয়ৈ জীয়েকে মুখত পানী বাকি দিছিল, মই গঙ্গাজল আনি পোৱালৈ লোকে হাত সাৰিলেই। পিছে বৈতৰণী পাৰ হ'বতো নোৱাৰেই—উপায়?"

দেউৰে ব্যৱস্থা দিলে, "কেলেই নোৱাৰিব ? ভাল কলীগৰু এজনী দান দিব মাথোন।"

ইয়াৰ দুদিন মানৰ পাছত কন্দৰ্পেশ্বৰীয়ে গঁঞা মানুহৰ আগত এটা সপোনৰ কথা কৈছিল।

"কমলাই সোণৰ দোলা এখনত আহি বাটতে বৈ ৰিঙিয়াই মাতিছে, 'আই, আই !' মাকে ওলাই গৈ ক'লে, 'কলৈ যোৱা ?' উত্তৰ হ'ল 'পুৰীলৈ।' 'কলী গৰু দান দিয়া নাই বৈতৰণী কেনেকৈ পাৰ হ'বা ?' 'এওঁলোকে নিব' বুলি দুজন গৌৰবৰ্ণৰ সু-পুৰুষক দেখুৱালে। 'তেওঁ-লোকনো কোন ?' "বিষ্ণুদূত।" 'ময়ো যাওঁ ?'—'ওঁহো' বুলি কৈ পুৰুষ দুজনে দোলা দাঙিলে।

পাঠকে কওক, কমলা বৈতৰণী পাৰ হ'লনে ?

☐ ঘৰ জেউতি। ১৮৫১ শক। ২য় বছৰ ১ম সংখ্যা

# দৈবজ্ঞ দুহিতা

**চন্দ্ৰপ্ৰভা শইকীয়ানী।**

অকোৱা-পকোৱা গাঁওখনি ; বাটৰ দুয়োকাষে কোঁটোহা বাঁহৰ জাৰ। বাটটো খলাবমা, বহুদিন ধৰি একোৰ মাটিও পৰা নাই। এই বাটটোৰে দুয়ো পিনে মানুহৰ ঘৰ; তাতে গণকৰ এটা চুবুৰীও বাকীবাৰ আন মানুহ। ঘৰৰ পাছফালে একোখনি তামোল পানৰ বাৰী। বাৰীৰ পাছপিনে মুকলি আহল বহল পথাৰ। শালি ধানেৰে সেই পথাৰ উপচি পৰে। শ্যামল ধাননিৰ কি অপূৰ্ব্ব শোভা। এই গাঁৱৰে ভাৰ্গৱ সেই অঞ্চলৰ নামজ্বলা অধ্যাপক। ঘৰে ঘৰে তেওঁ নৱজাত শিশুৰ ভাগ্য গণনা কৰি ফুৰে। নৱাগত শিশুৰ ভাগ্য-লিপিৰ হুবহু চিত্ৰ দাঙি ধৰি সৌভাগ্যাকাঙ্ক্ষী জনক জননীৰ উদ্বেলিত হিয়া হৰিষ আৰু বিষাদেৰে পৰিপূৰ্ণ কৰি এটুকুৰা দীঘল সাঁচিপাতত লিখি দি আহে—নৱাগত শিশুৰ ভাগ্যলিপি ৰচি ফুৰাই আছিল ভাৰ্গৱ অধ্যাপকৰ জীৱনৰ কাম। দিনত ছলি গণাই আহে, ৰাতি আধাখিনিলৈ বহি সাঁচিপাতত তাকেঁলিখে। ল'ৰা উপজিলে এটকা, ছোৱালীৰ বেলিকা তাৰ আধা। দুখীয়া মাক-বাপেকে ল'ৰা নগণায় ; কেতিয়াবা গণালেও মিলে সিধা, দক্ষিণা চাৰি অনা। সেয়ে ভাৰ্গৱ ভাল অধ্যাপক হ'লেও দাল-দৰিদ্ৰ। ছয় সাতোটি ল'ৰা তেওঁৰ বছৰে প্ৰতি এটাৰ নহয় এটাৰ লগুনদিয়নী, চূড়াকৰণ ভাতচোৱনি আছেই। সৰু বাৰীখনে সৈতে এপুৰা মাটি মাথো তেওঁৰ সম্বল। তাৰ ধানে ভালকৈ এমাহো নাটে। তাৰোপৰি তাৰ খাজনা আছে বছৰে প্ৰতি। ভাৰ্গৱৰ পেটে ভাতে নটা অৱস্থা যদিও, তাৰ বাবে তেওঁৰ সদানন্দময় মুখত এধানমানো দুখ নাই। জ্যোতিষ শাস্ত্ৰৰ অনাবিল তত্ত্ব নিৰূপণত তেওঁৰ মন দিনে ৰাতি ডুবি থাকে। পৰিয়ালৰ কথা ভাবিবলৈ তেওঁৰ আহৰি নাই। ভাৰ্গৱৰ মাক তাৰা সুন্দৰী প্ৰসন্নময়ী ; বুঢ়ী সঁচাই সুন্দৰী। তেওঁ বহি বহি যঁতৰত কপাহী সূতা কাটে। লগুনৰ বাবে বাবে সকলোকে যঁতৰত কটা সূতা লাগে। তাৰবাবে সকলোৰে ঘৰে ঘৰে এজুপি, দুজুপি কঁপাহ আছে। তুলসী গছবিলাকৰ গাতে লগাকৈ

ভাৰ্গৱহঁতৰো দুজুপি কঁপাহ আছে। বাৰমাহে লাগে। তাৰাই বহি বহি তাকে তোলে, কাটে, নতুন বোৱাৰী সকলে কঁপাহ কাটিব নাজানে, নাকাটে। কাটি দিবলৈ সকলোৰে আনি শোধায় তাৰা বুঢ়ীৰ গাত। পকাথেকেৰা যেন বুঢ়ী তাৰাই হাঁহি মুখে সকলোকে কঁপাহ কাটি দিয়ে। বাকীখিনি সূতা নিজ ঘৰৰ কাপোৰৰ বানিত লাগে। পুতেক ভাৰ্গৱে বছৰ দিনৰ কাপোৰৰ ভাৱনা ভাবিব নালাগে।

এই ভাৰ্গৱৰ পঁজা পোহৰাই এদিনাখন উপজিল এজনী দীপলিপ ছোৱালী। ছোৱালীৰ ৰূপত পঁজা উজলি উঠিল। ভাৰ্গৱৰ এটিও ছোৱালী নাছিল - সকলোৰে আনন্দৰ সীমা নাই। বুঢ়ীমাক তাৰাই হাঁহি ক'লে "এই জুতুলি পুতুলি মাকৰ গৰ্ভত, এই জুপুৰি পঁজাত এই ৰূপকুঁৱৰীৰ আবিৰ্ভাৱ কিয় ?" মনত পৰিল এসময়ত তাৰাৰো এনেকৈ পঁজা পোহৰাই ৰূপহী ছোৱালী উপজিছিল। কিন্তু এই আজি বৰীয়াপাড়াত। তাই অকালতে বিধৱা হ'ল; যৌৱনৰ চাকনৈয়াত সিহঁতে তাইক ৰক্ষা কৰিব নোৱাৰিলে। ৰূপহী ৰেৱতী সমাজচ্যুতা হৈ কক্ষচ্যুতৰ দৰে খহি পৰিল। সেই বেদনা আজিও তাৰাই পাহৰিব পৰা নাই। এনে ঘৰতে এনে ৰূপহীৰ আৱিৰ্ভাৱ কিয় হয় ? তাৰাৰ বুকুখন অজ্ঞাতসাৰে কঁপি উঠিল। ভাৰ্গৱে নিজৰ সন্তানৰ ভাগ্য গণনা কৰিবলৈ ভয় কৰে। ৰত্নেশ্বৰ ভাগৱতীয়ে গণি ক'লে—"ছোৱালীৰ বৈধব্য যোগ আছে, ধৰ্মভ্ৰষ্ট, কুলভ্ৰষ্ট হ'ব লাগে। ৰাশি সিংহ, ম আখৰেৰে নাম থ'ব লাগে।" তাৰাই ক'লে—"তেনেহলে তাইৰ নাম মেনকাই থওক।"

এঘাৰ বছৰ বয়সত মেনকাৰ বিবাহৰ যোগ মিলিল। ভাৰ্গৱে - গা ধন টকা এশলৈ মেনকাক বিয়া দিলে গিৰিধৰ শৰ্ম্মাত গিৰিধৰৰ তেতিয়া চুলি পকিছে, দাঁত সৰিছে। কিন্তু তথাপিও দহজনে কোৱামতে ভাৰ্গৱে তেনে পাত্ৰতে পখিলা যেন ধুনীয়া মেনকাক বিয়া দিলে—বামুন গণকৰ ঘৰে ঘৰে ই চলি অহা কথা বুলি। মেনকাৰ গা-ধন টকা শ ভাৰ্গৱৰ পুতেক দুজনৰ ক্ৰিয়া কলাপত লাগিল। নহ'লে ভাৰ্গৱৰ জাতি ৰক্ষা নপৰে, কুল নৰয়, পুতেকৰ উপনয়নৰ বয়স উকলি যায়।

দেখোতে দেখোতে চাৰিটা বছৰ পাৰ হল। মেনকা এতিয়া পোন্ধৰ

বছৰীয়া গাভৰু। তেজে ফুটো ফুটো কৰে তাইৰ দুই গাল চালে চকু ৰোৱা তাই মুখৰ কমনীয় কান্তি, গাৰ ৰং যেন এৰ্‌ৰা গাখীৰত কেঁচা হালধিৰ ৰসহে! দেশ দস্তুৰ মতে বাপেকে তাইক শাস্তি দি আহিল। ৰাতি তাইৰ স্বামী সম্ভাষণৰ পাল। গধুলিৰে পৰা তাইৰ বুকু কপিবলৈ ধৰিলে। মনত হবলৈ ধৰিলে যেন যম-দূতৰ চৌৰাশি নৰকৰ যাতনাও তাতকৈ বেছি নহয়। তাইৰ গোটেই গাত যেন বিহ চৰিল। তাইৰ ওচৰ মৃত্যু তেনেই তুচ্ছ বোধ হ'ল। তাই দাঁত ওঁঠ কামুৰি দৃঢ় প্ৰতিজ্ঞ হ'ল। ৰাতি তিৰোতা এজুমে তাইক বুঢ়া গিৰিধৰৰ ঘৰত হেঁচি ঠেলি সুমাই থৈ আহিল। গিৰিধৰৰ ঘৰত ভৰি দিয়ে মেনকাৰ হৃদযন্ত্ৰৰ ক্ৰিয়া যেন বন্ধ হ'বৰ উপক্ৰম হ'ল। তাই তাত এক মুহূৰ্তও তিষ্ঠিব নোৱাৰি লৰি বাজ ওলাল। তাইৰ মনত এনে লাগিল যেন গিৰিধৰ সাক্ষাত যমদূত। যম-দূতৰ যাতনাৰ ভয়ত মেনকা বিৱশ হৈ ভাদমহীয়া ভৰানৈত জপংকৈ পৰিলগৈ। গিৰিধৰে পাছে পাৰে লৰি আহি চিঞৰি উঠিল—"মৰিল ঐ।" ফৰিংফুটা জোনাক ৰাতি নৈৰ দাঁতিত গাধুৰ ধৰা মানুহ এজনে দেখিলে, মানুহ এটা জপং কৰি পানীত পৰিল। লগে লগে মানুহ জনেও ঠেলি নিজৰ মেনকাই উটি আহি তেতিয়া ঢৌ উঠা ভৰা নদীৰ পানী মাৰিলে সাঁতোৰ অজ্ঞাতে নিজে বাচিবলৈ হাত-ভৰি এচাৰি চেষ্টা কৰিবলৈ ধৰিছে। মানুহ জনে সংজ্ঞাশূন্য মেনকাক পাৰলৈ তুলি আনিলে।

ৰাতিৰ ভিতৰতে গোটেই গাঁৱত ৰাষ্ট্ৰ হ'ল---গিৰিধৰৰ ন-ঘৈণীয়েকে ভৰা কলহ গলত বান্ধি নদীত জাপ দিলে পিছদিনা গিৰিধৰৰ ককায়েক মহাৰথে মেনকাৰ দেউতাকক মতাই নি অলংকাৰ শূন্যা মেনকাক শোধাই দিলে। মেনকাই সেই গাঁৱৰ সীমনাত শতবাৰ নমস্কাৰ কৰি বিদায় ল'লে। অলংকাৰে তাইৰ গা কি জুৰ পেলাব!

এবছৰ পিছতে বাতৰি আহিল—গিৰিধৰ, তেওঁৰ কৰ্মস্থল জল-পাইগুৰিত কেইদিনমানৰ জ্বৰতে ঢুকাইছে। তামোল খুন্দি খোৱা বুঢ়া হ'লেও এই বাতৰিয়ে ভাৰ্গবৰ ঘৰত শোকৰ ছাঁ এটা পেলালে। ভাৰ্গৱ গম্ভীৰ হ'ল। ভাৰ্গৱৰ ঘৈনীয়েক ৰত্নেশ্বৰী আঁকৰি-আজলি তিৰোতা হ'লেও জীয়েকৰ মুখলৈ চাই কান্দিবলৈ ধৰিলে। তাৰাৰ চকুৰপৰা গিৰ্‌গিৰকৈ চকুলো ববলৈ ধৰিলে। চুবুৰীৰ মতা

তিৰোতা আহি কোঢ়াল কৰিব ধৰিলে। মেনকাই কিন্তু তেতিয়াও কন্দা নাই! হাঁহি হাঁহি ঠিয় হৈ আছে! তাই হাঁহি হাঁহিয়ে কপালৰ সেন্দুৰৰ ফোঁট মচি হাতৰ মুঠি দুপাত, ডিঙিৰ কুটমণিধাৰ সোলোকাই দি সুধিলে—"আৰু কি কৰিব লাগিব?" "আৰু কি কৰিব লাগিব?" প্ৰতিধ্বনি কৰি কেইগৰাকীমান তিৰোতাই সমান-সুৰে মাত দি উঠিল—"আৰু কি কৰিবনো নালাগে? গা-পা ধুই আহি. তিতা-বুৰাই থাক, অশৌচ খট, চৌধা নোযোৱালৈকে—পানী এটোপাও গিলিব নোৱাৰ।" কিছুমানে ক'লে—"হাজাৰ হওক, বিয়াতা স্বামী, এটোপা চকুৰ পানীওতো টুকিব লাগে।" মেনকাই মনে মনে ভাবিলে—জীৱনৰ কণ্টক দূৰ হ'ল। ক'লে—"মই আকৌ তিতা বুৰায়ো থাকিব লাগিব! কিয় থাকিম মই? নাথাকোঁ—নখটো অশৌচ।"

সকলোৱে মেনকাৰ মুখলৈ চাই অবাক হৈ ৰ'ল। তাৰ পিছতে উঠিল গুঞ্জনধ্বনি—"কি নিলাজী ছোৱালী আই! তোৰ এনে নহৈ কাৰে বা হ'ব? তাতকৈ চুৱা-কলহ ডিঙিত বান্ধি মৰি যোৱা ভাল।" মেনকাই ফেৰ পাতি সিহঁতৰ লগত মুখ বজাবলৈ ধৰিলে—"যিটো মানুহ মোৰ পক্ষে যমদূত, যাৰ কাৰণে ভৰা নদীত দোভাগ ৰাতি জাপ দি পৰিছিলো, তাৰবাবে মই অশৌচ খটিম? কিয় খটিম?" তাকে দেখি ল'ৰাকালৰ, লগৰী গৌৰীয়ে আহি তাইক হাতত ধৰি আঁৰলৈ টানি নিলে। ক'লে—"সচাইতো মেনকা, আজিৰ দিনত তই চকুলো এটোপাও পেলাব নোৱাৰিলিনে? নেপেলালি নাই, নিলাজীৰ দৰে ফেৰ পাতি দন পাতিছ যে লাজো লগা নাইনে?" মেনকাই হিঃ হিঃ কৈ হাঁহি উঠিল। সেই বিকট হাঁহিত গৌৰীয়ে চমকি উঠি বিহ্বলৰ দৰে মেনকাৰ মুখলৈ চালে। মেনকাই কবলৈ ধৰিলে—"তয়ো আনৰ লগতে বলিয়া হলি? জীৱনৰ মহাশত্ৰু এজন মৰিল, মোৰ আজি মহামুক্তিৰ দিন, তয়ো ক'বলৈ আহিছ—মই চকুলো টুকিব লাগে। আচৰিত? তহঁত তিৰোতাবোৰে কেৱল পতি পতি কৰিয়ে মৰিছ। কিন্তু সমাজত বিয়াৰ প্ৰচলন থাকিল বুলিয়েই তাৰ আৰু পাত্ৰাপাত্ৰ, কালাকাল বিচাৰিব নালাগিব নেকি? বয়সীয়া তিৰোতাই ডেকা এজনক বিয়া কৰোৱা কথা বিসদৃশ্য, পাপৰ কথা। কিন্তু আলৰ বুঢ়া একোজনে অনায়াসে কিশোৰী বালিকা একোজনীক



২

বিয়া কৰাই ভাৰ্য্যা কৰিব পাৰে—ইও তো বিসদৃশ কথা—পাপৰ কথা। এইখনেই সমাজ! এই সমাজৰে মনত ৰ'বলৈয়ে তেনে মই হ'বলা কান্দিব লাগিব মহাপাতকী এটাৰ বাবে! জীৱনৰ সকলোখিনিয়ে সমাজ ধৰ্মমতে নষ্ট হৈ গ'ল। তই পাৰ গৌৰী, মোক কিন্তু নকবি। তইঁতৰ কথা শুনিলে মোৰ গাত জুই উঠে বিহ লাগে।

গৌৰী অৱাক হল। নাৰীৰ ভাগ্য-দেৱতাৰ বিয়োগত যে কোনোবা নাৰীয়ে এনে উক্তি কৰিব পাৰে, সি তাইৰ সপোনৰ অগোচৰ। তায়ো বিধৱা, তাইৰো কপাই পুৰিছে; কিন্তু এই স্বামী বিয়োগ বাতৰি পাই তাই যে ধুলিত বাগৰি কান্দিছিল। অৱশ্যে তাইৰ স্বামী কান্তেশ্বৰ আছিল দেখনিয়াৰ ডেকা আৰু মেনকাৰ গিৰিয়েক বৃদ্ধ, স্থবিৰ; কিন্তু তথাপিতো তিৰোতাৰ তেওঁ স্বামী। হ'ব পাৰে গৌৰীৰ স্বামী ডেকা; কিন্তু সেই স্বামী দৰ্শনৰ সৌভাগ্যতো তাইৰ ভাগ্যত ঘটা নাই। ছয়া-ময়াকৈ মনত পৰে মাথো স্বামী কান্তেশ্বৰৰ স্মৃতি। যৌবনৰ দুৱাৰ-দলিত বহি ভিক্ষাৰ মোনা হাতত লৈ আজিও তাই সেই কথাকে ভাবে। মনত এক মনমোহা স্বপ্ন ৰচে। পিছে নাৰী যে কি লৈ সংসাৰত জীয়াই থাকে, কিহৰ অভাৱ ঘটিলেই নাৰী অঠাই সমুদ্ৰত পৰি উটি ফুৰিব লাগে, যোল বছৰ বয়সত তাই আজি তাক ভালৰূপে উপলব্ধি কৰিব পাৰিছে। তাইৰ অনুভূতিয়ে আজি প্ৰমাণ কৰিছে—নাৰীৰ পক্ষে পুৰুষ কিয় যুগে যুগে বৰণীয়, পূজনীয়, শ্ৰেষ্ঠ আৰাধ্য দেৱতা। এই এটি মানুহৰ অভাৱে নাৰী কক্ষচ্যুত তৰাৰ দৰে এটাৰ পিছত এটাকৈ স্থান বিচাৰি ফুৰিব লগাত পৰে। তথাপি কতো তাইৰ অব্যাহতি নাই, শান্তি নাই, সোয়াস্তি নাই। এই সেই পতি—যেন এটা নিৰ্ভৰশীল আশ্ৰয় নিৰাপদ আশ্ৰয়। গৌৰীয়ে মেনকাক সাৱট মাৰি ধৰি কলে—"জানো তোৰ দুৰ্বিসহ বেদনাৰ কথা মেনকা। কিন্তু তথাপি তল যে নাৰী, এই কথা পাহৰিছ কিয়? আমাৰ দৰে নাৰীৰ নিৰ্ভৰ স্থল কি জান নে? এই স্বামী বোলা জীৱটি! সি বুঢ়া হক, খেৰা হক কণা হক, কুঁজা হল, খোৰা হক—এনেকি যক্ষ্মা-কুষ্ঠ ৰোগী, বেমাৰী হক, তথাপি সিয়ে নাৰীৰ ভাগ্যদেৱতা—পৰম নিৰ্ভৰ। মহাভাৰতত শুনা নাইনে সেয়েহে দুৰ্বাই গলিত পতিক তুলি লৈ ফুৰাইছিল। ন'হলে স্বামীহীনা নাৰীৰ দিনেই আন্ধাৰ, জীৱনে মৰণ। যৌৱন মেনকা, যৌৱন বৰ দুস্তৰ সমুদ্ৰ পাৰৰ কাণ্ডাৰী সেই স্বামীৰূপী জীৱটি। আজি এই বুজা নাই মেনকা, কিন্তু এদিন বুজিব লাগিব, অনুতাপ কৰিব লাগিব?"

মেনকাই মিচিকীয়া হাঁহি মাৰি ক'লে—"দুৰ্বাৰ যে পটন্তৰটো দিলি, দুৰ্বাই গলিত পতিত পৰিছিল নে, দুৰ্বাৰ সুন্দৰ স্বামী গলিত দেহ লৈ উঠিছিল? মোৰো যদি ডেকা স্বামী হঠাৎ তেনে হৈ পৰিলহেঁতেন দুৰ্বাৰ দৰেই বুকুত তুলি লৈ থাকিলোহেঁতেন। কিন্তু তইঁতে যেনেকৈ বুঢ়া-থেৰাই পতি কামনা কৰি মৰ যৌৱনৰ ভয়ত, মই তেনে ভয় নকৰো গৌৰীবাই। মই হ'লে তইঁতৰ দৰে এনে বুঢ়া থেৰাই পতি ভজি মৰিব নোৱাৰো।"

গৌৰীয়ে মেনকাৰ মুখ হাতেৰে হেঁচি ধৰি ক'লে—"সাৱধান! সাৱধান মেনকা! যি ক'লি মোৰ আগত ক'লি, দুনাই আনৰ আগত আৰু এনে কথা উচ্চাৰণ নকৰিবি।" মেনকাই ক'লে—"নকৰো। কিন্তু সঁচাকৈয়ে গৌৰী, ভাত-কাপোৰখন দিয়ে বুলিয়ে তইঁতে মুনিহক এনেকৈ যে মানি যাবি শুনিলেও মোৰ গা জ্বলি উঠে। পতিক ভাল পালি, ভক্তি কৰিবি। তাকে নহৈ যদি এমুঠি ভাত, এখন কাপোৰৰ চিন্তাত এনেকৈ তইঁতে কালাকাল, পাত্ৰা পাত্ৰ নিবিচাৰি মতাত আত্ম-সমৰ্পণ কৰ, সি মানুহৰে ধৰ্ম নে নাৰীৰে ধৰ্ম? তাতকৈ এনে নাৰী মৰিলেইতো লেঠা মৰে। আকৌ যৌৱনৰ কথা যদি তুলিছ, যৌৱন ধৰ্মনো কি···।" গৌৰীয়ে ক'বলৈ নিদিলে। দুনাই অনুচ্চাৰিত শব্দ শুনিবৰ ভয়ত মেনকাৰ মুখত সোপা দি ধৰি ক'লে—"ছি ছি মেনকা, তই বামুণ-গণকৰ ঘৰত উপজিব নালাগিছিল। কোন গৃহস্থ ঘৰৰ ছোৱালীয়ে এনে কথা ভাবিব বা ক'ব পাৰে?" মেনকাই গৌৰীৰ গাত হাত এখন দি ক'লে—"তোৰ খং উঠিছে। উঠিবৰে কথা। কিন্তু তয়ো ভাবি চা গৌৰী, তিৰোতা কিবা মানুহ নহয় নে? কিয় এমুঠি ভাত, এখন কাপোৰৰ চিন্তাতে খে তইঁতে এনেকৈ মৰ, পুৰুষৰ দৰে যোগ্যতা আৰ্জি নলৱ কিয়? কিয় তিৰোতায়োতো লিখা-পঢ়া শিকি চাকৰি-বাকৰি কৰি খাব-থাকিব পাৰে।" গৌৰীয়ে ক'লে—"পাৰেতো সঁচা, কিন্তু সেই সুবিধা, সেই উপাই তিৰোতাৰ ক'ত?" মেনকাই খং মনে কৈ যাবলৈ ধৰিলে—

সেইবুলি,, সেই দুৰ্বৃত্ত এজনকো মই পতি ভজিব লাগিব নেকি? আজি মই তাৰেই বাবে পৰি পৰি কান্দিব লাগে, আজি মই লঘোণে-ভোকে থাকি অশৌচ খটিব লাগে! কোন প্ৰিয়তমৰ বিৰহত মই ব্ৰতচাৰিণী হ'ম? মোৰ যে দেহৰ ভিতৰৰ হাড় কেইডালিলৈকে গুড়ি হৈ গৈছে মোৰ যে এই জনমটো তেনেই বিফল কৰি দিছে, তাৰ বাবে কোনে দুখ পতিয়াব, কাৰ চকুৰ কোণত চকুলো এটুপি বিৰিঙি ওলাব কচোন?"

গৌৰীয়ে অসম্বৰণীয় খঙত মুখ বিকৃত কৰি ক'লে—"কোনে কৈছে তোক চকুলো টুকিব? কোনে কৈছে তোক অশৌচ খটিব? নখটিবি কোনে কি কৰিব পাৰে, তোক?" গৌৰী খঙৰ ভমকত গুছি গ'ল। সঁচাকৈয়ে—মেনকাই অশৌচ নখটিলে। পিছদিনা হৈ-চৈ লাগি উঠিল। তাৰাই আস্ফালন কৰিবলৈ ধৰিলে, ওচৰ-চুবুৰীয়া তিৰোতা আহি ঘৰ ভৰি পৰিল। মেনকাই অসহিষ্ণু খঙেৰে ক'বলৈ ধৰিলে—"কোনে কৈছিল তহঁতক মৰিবলৈ, দুদিন বাকী থকা মানুহ এটালৈ মোক বিয়া দিবলৈ? এশ টকাই বেছি মূল্যবান আছিল নে? মই মাছে-ভাতে খাম।" তিৰোতাবোৰে আঙুৰি ধৰি উত্তৰ কৰিবলৈ ধৰিলে—"বামুণ-গণকৰ ঘৰত এই কাণ্ড দেখিয়েতো ইবিলাকৰ প্ৰায় ঘৰে ঘৰে বিধৱা ভৰা। তিৰোতা মৰিলে শূদিৰে চাই-চিতি ডাঙৰ ছোৱালী বিয়া কৰায়, কিন্তু বামুণ-গণকৰ তিৰোতা মৰিলে যিমানে বয়সীয়াল হওক লাগে সেই একেটি কথা—আঠ, ন, দহ, এঘাৰ বা জোৰ বাৰ বছৰীয়া ছোৱালী। সেইদেখি বামুণ-গণকৰ ঘৰে ঘৰে বিধৱা। তিৰোতাবোৰে ক'লে—"সেইবুলি কোনোবাই গিৰিয়েক মৰিলে মাছে-ভাতে খাবলৈ ওলাইছে নে?" মেনকাই ব্যঙ্গ হাঁহি মাৰি ক'লে—"সিহঁতৰ সেই সাহ নাই বুলি ময়ো তাকে কৰিব লাগিব নে?" ভাৰ্গৱে দেখিলে এই বিদ্ৰোহী ছোৱালীজনীক গায়ে-মূৰে হাত ফুৰাই চেনেহৰে শান্ত কৰিব নোৱাৰিলে আন উপাই নাই। ভাৰ্গৱৰ চেনেহী বচনত মেনকা শান্ত হ'ল। ভায়েক-ককায়েকহঁতৰ

ভৱিষ্যত, দেউতাকৰ মান-সন্মানলৈ চাই ওচৰ-চুবুৰীয়া লোকে অন্ততঃ দেখাত অশৌচ খটিবলৈ মেনকা মান্তি হ'ল।

গৌৰীয়ে ঘৰলৈ গৈ মাকৰ পৰিত্যক্ত অনন্তকলীয়া কানি-কেঁথাৰ শেতেলিখনত পৰি মেনকাৰ কথাকে ভাবিবলৈ ধৰিলে। মেনকাৰ এনে আচৰণৰ বিষময় ফল যে কি হ'ব পাৰে, সেই চিন্তাই তাইৰ অন্তৰ তোলপাৰ কৰিবলৈ ধৰিলে। লগতে মনত পৰিল নিজৰ দুৰ্ভাগ্যৰ কথা। মাক আছিল তেঁৱা ঢুকাল। ককায়েকে তাইক পুহিব নোৱাৰো বুলি জবাব দিছে। বৌয়েকে দাবী কৰিছে ভিক্ষা খুজি তাই সিহঁতকো পুহিব লাগে। যিহেতু সিহঁতৰ হাল নাই। তাই বিধবা যেতিয়া তাই ভিক্ষা খুজিব পাৰে। কিন্তু তাই মাকৰ পৰিত্যক্ত এমোণীয়া এৰীয়া মোনাখন লয় আৰু থয়। তাই খোজ কাঢ়িব নোৱাৰে, লাজ কৰে। বৌয়েকে দেখি কয়—"এনে শালগছ যেন তিৰোতা এজনীক কোনে বহুৱাই খুৱাব পাৰে! তাতে শূদিৰৰ ঘৰ নে যে হালখতি আছে।" দাঁতি-কাষৰীয়াই সমৰ্থন কৰে—"হয়তো, খুজি নাখালে হ'ব কেনেকৈ? নিজৰ পেটৰ মুঠি নিজে যোগাৰ কৰিবই লাগিব।" গৌৰীৰ মনত পৰিল এনেবোৰ কথাৰ পিছত যিদিনা তাই গাওঁ-সম্বন্ধীয়া চন্দেৰী বায়েকৰ লগত মাকৰ এৰীয়া মোনাখন কাপোৰৰ তলত লুকাই লৈ যায়, সেইদিনা লাজত তাইৰ হাত-ভৰি অৱশ হৈছিল। খোজে পতি তাই উজুটি খাই পৰিছিল, মুখৰপৰা কাণলৈকে তাইৰ ৰঙা হৈ পৰিছিল। চকু দুটা তাইৰ শুকান কাঠৰ এঙাৰৰ দৰে জ্বলিছিল। মানুহৰ ঘৰত তাইৰ হৈ চন্দেৰী বায়েকে ভিক্ষা খুজি দিছিল—"এইকো দুটা চাউল পাত দে।" তাই লাজতে ক'ত লুকাব ক'ত নুলুকাব লাগিছিল; কিন্তু ইয়াৰ বাহিৰে তাইৰ উপাই কি? জীৱন প্ৰৱৰ্তাবৰ বাবে সঁচাকৈ নাৰীৰ কোনো যোগ্যতা নাই—আছে অকল কাপোৰ বোৱা। সেয়ে বা মাহেকত কেইখন ওলায়, কেইখন কোনে কিনে? উচ্চ ধৰণৰ বয়ন বিদ্যাওতো তিৰোতাৰ জনা নাই। তথাপি শূদিৰৰ তিৰোতাই পৰিশ্ৰমসাধ্য

কামেৰে নিজৰ ল'ৰা-ছোৱালীক পোহে। কিন্তু বামুণ-গণকৰ ঘৰৰ তিৰোতাৰ যে সেই ফেৰাও উপাই নাই। সমাজ-গণ্ডীয়ে সিহঁতক সেই কাম কৰিব নিদিয়ে। মেনকাই কৈছে, তিৰোতাও মানুহ, তিৰোতায়ো লিখা-পঢ়া শিকি চাকৰি-বাকৰি কৰিব পাৰে। কিন্তু তিৰোতাৰ লিখা-পঢ়াও যে অদ্ভুত! ক'ত আছে এনে ব্যৱস্থা? কোনে শিকাব লিখা-পঢ়া? কোনে দিব এই পোহৰ? কোনে দেখুৱাব এই বাট? গৌৰী? তাইৰ সীমাহীন চিন্তাৰ মাজেদি তাইৰ দিন যাবলৈ ধৰিলে। মাজে মাজে মেনকাৰ লগত তৰ্ক লাগে—"তই যিহকে নকৰ মেনকা, ই মানুহৰ পূৰ্ব-জন্মৰ প্ৰাক্তন। বহু জন্মৰ পাপৰ ফলত আমি বামুণ-গণকৰ ঘৰত উপজিছো আৰু কোনোবা অজ্ঞাত পাপৰ পৰাচিত কৰিব লাগিছো।" মেনকাই কিন্তু বিশ্বাস নকৰে, উৰুৱাই দি কয়,—"মিছা-মিছা, পাপ-পুণ্য আছে যদি মতা-তিৰোতা দুয়োলৈ আছে। মতা-তিৰোতা দুয়ো মানুহ। তাৰে এজনে কৰিব লাগিব জীৱন পাত! ই ধৰ্ম নে বিচাৰ?" গৌৰীয়ে কয়— "তেনেহলে অকল তিৰোতাই এনে নৰক যাতনা ভুঞ্জে কিয়? মতাৰ ভোগৰ দুৱাৰ দেখোন চিৰকালে মেলা।" মেনকাই অভিজ্ঞৰ দৰে হাঁহে আৰু কয়—"তিৰোতাই এই উপদ্ৰৱ যিমান দিনলৈকে মূৰ পাতি সহি থাকিব, তিমান দিনলৈকে সেই দুৱাৰ জাপ নাযায়। আমি আই-বোপাই, ভাই-ককাইৰ মায়াত পৰি মাৰিছো। কিন্তু আমাৰ দুৰ্গতিত তেওঁলোকৰ তেনে দুখ একো নাই। আমি বিধৱা হ'লে বৌ-ককায়ে ভাবে, ভালেই হ'ল নিকিনা বান্দী এজনী আহিল! বামুণ-গোঁসাই-গণকৰ ঘৰত গাঁৱলীয়া বিধৱা এজনীৰ অৱস্থা বান্দীৰ বাহিৰে আন কি? কিন্তু এওঁলোকৰ মান যায়, জাতি যায় বুলি আমি সদায় চেপ খাই থাকোঁ। এওঁলোকৰ মান-সন্মানৰ অৰ্থে আমি নকৰাকো কৰিব লগাত পৰে। এই মায়া যিমান দিনলৈ নাযায় তিমান দিনলৈ আমাৰ অব্যাহতি নাই। গৌৰীয়ে মুগ্ধচিত্তে মেনকাৰ কথা শুনে; কিন্তু উপাই নেদেখি কয়—"কোৱা সহজ মেনকা, কৰা টান। আমি এইদৰেই থাকিব লাগিব।"

[ ৩ ]

মেনকাৰ মুখৰপৰা সিদিনা অসহনীয় খণ্ডতহে সেই অমঙ্গলীয়া কথাষাৰ ওলাইছিল। তাই তেতিয়া সপোনতো ভবা নাছিল যে তাইৰে সেই কথাষাৰ ভৱিষ্যত বাণীৰ দৰে তাইতে ফলিয়াব। কিন্তু বছৰ চেৰেকৰ ভিতৰতে তাই তিষ্ঠিব নোৱৰা হৈ উঠিল। তাইৰ গোপন প্ৰেমাকাঙ্ক্ষীৰ অভাৱ নোহোৱাত পৰিল। চল চাই নানা জনে তাইক নানা কথা কয়। তাইৰ পদূলিয়েদি অহা-যোৱা কৰা ডেকাৰ সংখ্যা বাঢ়ি আহিল, ঘৰে-চোতালে অকাৰণে মানুহৰ ঘন-সমাগম ঘটিল। গৌৰীয়ে সাৱধান কৰি দিলে—"সাৱধান মেনকা, অঠাই পানীত ডুব নিদিবি। অমৃত বুলি বিহ নিপিবি। আজি যি তোক আদৰ-সাদৰ দেখুৱাইছে কালি তেঁৱে তোক চিনি নাপাব। এনে নহ'লেনো বামুন-গোঁসাইৰ ঘৰৰ অতবোৰ বিধৱাৰ এনে দশা হয় নে? তই খুজি-মাগি খাই থকাৰ ঠাইফেৰাও নেহেৰুৱাবি।" মেনকাৰ সেইকথা কাণত নোসোমাল। তাই দৰ্পভৰে ক'লে—তহঁতে ঠাই ঠাই কৰিয়ে মৰিছ। কিন্তু বামুণ-গোঁসাই গণকৰ ঘৰৰ বিধৱা এজনীৰ অৱস্থা মেকুৰীতকৈও শোচনীয়। তথাপি এই ঠাইফেৰাৰ চিন্তাত তহঁতৰ পেটৰ ভাত চাউল হয়। কিন্তু মোৰ তেনে একো চিন্তা নাই গৌৰী! এই ঘৰৰপৰা যদি ৰ্খাহ পৰিব লাগে, য'তে হ'ক ঠাই এফেৰা ওলাব, তাৰবাবে মৰিলেও মৰিম, থাকিলেও থাকিম!" গৌৰীয়ে ব্যথিত হৈ কয়—"তই মৰিবলৈ ওলাইছ, মৰিবি।" মেনকাৰ কিন্তু মৰিবলৈ দৰাচলতে ইচ্ছা নাছিল। মানুহক দেখুৱাই তাই নানা কথা ক'লেও আচলতে তাইৰ বেয়া-পথলৈ মতি নাছিল। মতা মানুহক তাই অধিক ভাগ সময়তে তুচ্ছ-তাচ্ছিল্য আৰু ঘৃণা কৰিছিল। তাইৰ সঁচাকৈয়ে মতা মানুহত কোনো মোহ নাছিল। কিন্তু তথাপি কপহ, বিলাসী, গা ঘেলাই ফুৰা ডেকা-ল'ৰা জাকে তাইৰ লগত চুপতি

কৰিবলৈ আহিলে তাই ৰহস্য বোধ কৰিছিল। তাইকে কেন্দ্ৰ কৰি সিহঁত ঘুৰে। মেনকাই কৰ্কৰ্থনা কৰে—"তোমালোকক দেখিলেও তিৰোতাই গা ধুব লাগে জানিছা নে? তোমালোক একোজন তুৰন্ত দুৰ্বত্ত। তোমালোক সমাজৰ সবাতোকৈ ডাঙৰ বিশ্বাসঘাটক। তোমালোকে অইন বিধৱাসকলৰ বেলাত কি কৰা নাই?" সিহঁতে নানা প্ৰকাৰে মেনকাক ভুলাবলৈ চেষ্টা কৰে। গাঁৱৰ তিৰোতা মহলে ফুচ্ ফাচ্ কৰে। তাই শুনি হাঁহে আৰু ভাবে—তাই সকলো ধুমুহা চম্ভালি যাব পাৰিব। কিন্তু তাই ধুমুহা চম্ভালিব নোৱাৰিলে। অবিলম্বে তাইৰ কথা গাঁৱত ৰাষ্ট্ৰ হ'ল। তিৰোতাসকলে কথাৰ খোৰাক পালে। বাটে, ঘাটে একেটি আলোচনা—মেনকাৰ মেল বহিবলগীয়া হৈছে! মেনকাই শুনি তেতিয়াও হাঁহে। গৌৰীয়ে তিৰস্কাৰ কৰে—এতিয়াও তোৰ মুখত হাঁহি। মেনকাই কয়—"নাহাঁহি কৰিম কি? তহঁতৰ মতে ইও জানো প্ৰাকৃন নহয়?"

দুখীয়া ভাৰ্গৱক নানাজনে নানা যুক্তি দিলে। কিন্তু জ্যোতিষাচাৰ্য ভাৰ্গৱ নিশ্চেষ্ট হৈয়ে ৰ'ল, কাৰো কথা তেওঁৰ কাণত নোসোমাল। তথাপি শুভাকাঙ্ক্ষী আত্মীয় স্বজনে আহি তাইক যুক্তি দিহা দিবলৈ ধৰিলে—যি হৈছে হৈছে, সমূলি নষ্ট কৰি পেলাব লাগে।" মেনকাৰ মনত ইবোৰ কদৰ্য্য ইঙ্গিত যেন লাগিল! "হত্যা কৰি জাত কিনিম!" তাই ক'লে—"তেনে জাত মোক নালাগে।" গৌৰীয়ে আহি ধৰিলে, "তই কিয় দহজনৰ কথা নুশুন। ভাৰ্গৱ জেঠাৰ মান-সন্মানলৈ অন্ততঃ চা।" এই গৌৰীক মেনকাই চিৰকালে নিজতকৈ ওখ স্থান দি আহিছে। এতিয়া তেনে গৌৰীৰ মুখতো এনে কথা শুনি মেনকা জ্বলি উঠিল—"গুচি যা তই। এইজনী এধান মান ঠাইৰ চিন্তাতে মৰিছে।" গৌৰীয়ে অন্তৰত অতিকৈ আঘাত পালে। অভিমানত তাইৰ চকুৰ পানী ওলাল। তাই নীৰৱে আঁতৰিলে।

মেনকাই কাৰো কথা নুশুনিলে। তাইৰ বিচাৰৰ বাবে মেল বহিল। কিন্তু তাৰ পূৰ্বে তাই এবাৰ তাইৰ প্ৰণয় পাত্ৰক লগ ধৰিবলৈ

চেষ্টা কৰিলে। গাঁৱৰ মূৰৰে জীৱেশ্বৰ গোস্বামীৰ পুতেক মহেশ্বৰ। দেখাত যেনে শুৱনী তেনে মানী ঘৰৰ ল'ৰা, অৱস্থা ভাল, লোক সমাজতো নাম আছে। কিন্তু মেনকাৰ ইবোৰ কথা ঘুন্টুক-ঘানাককৈ শুনাৰেপৰা সি আৰু নাহে। হয়তো তাৰ অন্তৰাত্মা শুকাইছে, সি ঘৰৰ ভিতৰতে কাঠ হৈ সোমাই থাকে। মেনকাই তাক মাতি মাতি লগ নোপোৱা হ'ল। গাঁৱৰ স্কুলত মেনকাই লিখিব-পঢ়িব শিকিছিল। গোপনে ভায়েকৰ হাতত চিঠি লিখি পঠিয়ালে। কিন্তু তথাপি মহেশ্বৰ নাহিল। তাৰ মুখ শুকাই আমঠু যেনে হৈছে। মেনকাই অৱশেষত নিজে মহেশ্বৰৰ ঘৰত গৈ হাজিৰ হ'ল। নিৰলে মহেশ্বৰক দেখা কৰি ক'লে—"কি কৰিব এতিয়া?" মহেশ্বৰে কঁপি কঁপি ক'লে—"মই কি জনো?" মেনকাই দাঁত-ওঁঠ কামুৰি ক'লে—"কি কি নাজানা? ইমানবাৰ মাতি চিঠি লিখিও এবাৰ দেখা নোপোৱা হ'লো। টকা লাগে, টকা দিয়া?" মহেশ্বৰ ধনীৰ ল'ৰা হ'লেও কপৰ্দকশূন্য। ক'লে—"ক'ত পাম টকা?" "ক'ত পাবা টকা?" মেনকাই কট্‌মট্‌কৈ চাই ৰ'ল। মহেশ্বৰে লাহেকৈ ক'লে—"কাৰ লগত বা কি কৰিছা কোনে জানে? অকল মোক দূষিলে হ'ব কি?" মেনকাৰ আৰু সহ্য নহ'ল। দিক-বিদিক্ জ্ঞানশূন্য হৈ মহেশ্বৰৰ গালতে দিলে চৰ এটা মাৰি। মহেশ্বৰ খন্তেক কালৰ নিমিত্তে বিবুদ্ধি হ'ল। তাৰ পিছতে লাজ, ভয়, খং মিশ্ৰিত দৃষ্টিৰে মেনকালৈ চাই ক'লে—"বলিয়া হৈছা।" মেনকাই চিঞৰি ক'লে, "টকা দিয়া, নহ'লে ভাল নহ'ব।" মহেশ্বৰে তিমানে দৃঢ় হৈ ক'লে,—"নিদিওঁ। অকল ময়ে দোষীনে!" মেনকাৰ লগত সৰু ভনীয়েক এজনী গৈছিল। তাই দেখিলে বায়েকৰ লগত মহেশ্বৰৰ কিবা এটা কাজিয়া লাগিছে। তাই ভয় খালে। বায়েকৰ কাপোৰৰ আঁচলত ধৰি টানিবলৈ ধৰিলে— "বাই আহ আমি যাওঁ।" ঠিক তেনেতে মহেশ্বৰৰ ভনীয়েক এজনীয়ে আহি ভুমুকি মাৰিলে। মেনকাই চকু তুলি দেখিলে—মহেশ্বৰৰ চকুত অশ্ৰুৰ আভাস। মহেশ্বৰ তলমূৰকৈ গুণি আছে। মেনকাই মুহূৰ্তকাল

ভাবি ক'লে—"লিখি দিয়া তুমি অপৰাধী।" মহেশ্বৰে ভনীয়েকলৈ এবাৰ চাই ক'লে—"নিদিওঁ। তুমি যি খুচী কৰাগৈ।" মেনকাৰ ভনীয়েকে বাৰে বাৰে বায়েকৰ আচল আজুৰিবলৈ ধৰিলে—"বাই ব'ল।" ধীৰে ধীৰে মেনকা ওলাই আহিল। মহেশ্বৰৰ মাক তাইৰ গাওঁ সম্বন্ধত খুৰীয়েক। কিমান মৰম কৰে তাইক, কিমান অহা যোৱা এই ঘৰৰ লগত। কিন্তু আজি ভিতৰলৈ যাবলৈও তাইৰ সাহ নহ'ল। মনত হ'ল যেন ছোৱালীজনীক মাকে চোৰাংচোৱা হিচাবে পঠাইছে—সিহঁতৰ কথোপকথন শুনিবলৈ। হয়তো আঁৰত থাকি সকলো শুনিছে, সকলো দেখিছে—ছোৱালীজনীয়ে। আন দিনা হোৱা হ'লে ছোৱালীজনীয়ে মাতি নিলেহেঁতেন ঘৰলৈ। আজি কিন্তু চাই ৰ'ল। মুহূৰ্ত্তকাল পলম নকৰি মেনকা আঁতৰি আহিল। মহেশ্বৰৰ উক্তিত তাই আচৰিত নহ'ল। তাই এইকথা জানে। নহ'লেনো অতবোৰ বামুন, গোঁসাই, গণকৰ বিধৱাৰ তেনে দশা হয় নে? গৌৰীয়ে কোৱাৰ দৰে একাল, যি কালত এনে পুৰুষে পতিতা তিৰোতাৰ লগ নেৰিছিল। ডিঙিত ধৰা ধৰি কৰি দুয়ো নামিছিল সমাজৰ পৰা, দুয়ো যাত্ৰা কৰিছিল এটি বাটত। কিন্তু আজি পুৰুষৰ সেই ধৰ্মজ্ঞান নাই। আজিৰ পুৰুষ, ডেকা, শঠ, ভণ্ড, প্ৰৱঞ্চক। নিজৰ আত্ম-সন্মান, মৰ্য্যাদা, জাতি, কুললৈ ভীত। তাৰ দোষত কাৰ কি হয়—সি নাভাবে, ভাবিব নোৱাৰে। মহেশ্বৰ ডেকা, গাঁৱৰ, মূৰ্খ, অজ্ঞান। কিন্তু বৰ বৰ জ্ঞানী পুৰুষেও এনে সময়ত ইয়াকেই কৰে। সেইদিনা তাৰ তিৰোতাত, প্ৰণয়িণীত বিশ্বাস হেৰায়। তথাপি তাই মহেশ্বৰক মনে মনে ধন্যবাদ দিলে, তাৰ ভদ্ৰতা, ধৈৰ্য্য দেখি। চৰ খায়ো সি যে তাইক হাতেৰে নুচুলে। মাত্ৰ চকু তুলি চালে। অসহায়ৰ কি কৰুণ মিনতি সেই দুটি চকুৰ নীৰৱ ভাষাত। মহেশ্বৰক বাদ দি কি লাভ হ'ব তাইৰ? দুৰ্ব্বল জনৰ প্ৰতিশোধ! কি লাভ? বৰং লাভ হ'ব—লাই পাব সমাজে যি সকলৰ কোনো জন এই মহেশ্বৰতকৈ উচ্চ নহয়। সেই সমাজ, যাৰ ভয়ত মহেশ্বৰক

দৰে পুৰুষৰ অন্তৰাত্মা কাঠ হৈ শুকাই যায়, সেই সমাজক—তাই কি কাৰণে তাইৰ গোপন বেদনা বিবৰি ক'ব। তাই দৃঢ় প্ৰতিজ্ঞ হ'ল, তাই এনে কাণ্ড কৰিব, যাৰ বাবে এই সমাজে নিজৰ মুণ্ডত নিজে নিজৰ মণ্ডহ আজুৰিব! তাই দেখুৱাব তাইৰ তেজ! সমাজ, সমাজ— তাই এই সমাজত পাৰিলে জুই দি ৰং চাব। মেনকাৰ বিচাৰৰ বাবে সমাজ বহিল। কিন্তু মেনকাই সমাজত গুৰু গম্ভীৰ স্বৰে উত্তৰ দিলে—"মই একো নকওঁ।" মেল্‌কিসকল স্তব্ধ হ'ল। ক'লে— "ক'বৰ লাগিব, নক'লে কেনেকৈ হ'ব—ইয়ে গাঁৱৰ চিৰন্তণ ৰীতি— দোষীৰ হ'ব লাগে।" মেনকাই হোঃ হোঃ হেঃ কৈ হাঁহি ক'লে— "চিৰন্তন ৰীতি! কি কাৰণে মই এনে ৰীতি মানিব লাগিব? কি বিচাৰ কৰিব আপোনালোকে? "কিয়, বিচাৰ কৰিব নোৱাৰো আমালোকে?" মেল্‌কিসকল গুজৰি উঠিল খণ্ডত। মেনকাই কৈ যাবলৈ ধৰিলে—"শাস্ত্ৰত হেনো বিধৱাৰ বিয়া আছে, কিন্তু আপোনালোকে দোষীৰ কথা শুনিলে মোক সেই বিয়াও দিব নোৱাৰিব। তেন্তে কি বিচাৰ কৰিব? যি বিচাৰ কৰিব আপোনালোকে তাক জানো। গৰ্ভস্থ সন্তানৰ উদ্ধাৰ। গৰ্ভে সমে তিৰোতাজনীক পেলাব খেদি আৰু ভোজ-ভাত এসাজ খাই মুনিহটোক ল'ব উদ্ধাৰ কৰি! এই বিচাৰৰ বাবেই মই মোৰ আত্ম-কাহিনী ক'ব লাগিব আপোনালোকৰ আগত! কিন্তু ই বিচাৰ নে অবিচাৰ?" মুখিয়াল মেলকিসকল গুজৰি উঠিল—"তথাপি তুমি ক'ব লাগিব— এয়ে নিয়ম।" মেনকাই উপহাস কৰি উঠিল—"এয়ে নিয়ম। কিন্তু যি সমাজৰ লগত মোৰ সম্বন্ধ নাই, সেই সমাজৰ আদেশ পালিবলৈ মই বাধ্য নহওঁ। মেলকিসকল বিমোৰত পৰিল। ভাৰ্গৱক মাতিলে— "ভাৰ্গৱ?" মেনকাই স্তব্ধ পিতাকে মুৰ তোলাৰ আগতে কৰ্কস্বৰে উত্তৰ দিলে, "কি কৰিব পাৰে মোৰ পিতাই! য'ত আজি পিতা-পুত্ৰীৰ সম্বন্ধ ছিগিল, যাক আজি কুকুৰৰ দৰে ছেই ছেই কৰি খেদি দিব তাই আজি পিতাকৰ ভাল-বেয়ালৈ, সমাজৰ হানি-বৃদ্ধিলৈ চাক

'কিয় ? নাচায়, মই নকওঁ একো কথা।" মেনকা যাবলৈ ওলাল। কিন্তু মেলৰ সাৰাই আগভেটি ধৰি ক'লে—"নোৱাৰ যাব।" মেনেকাই মেলকিসকললৈ চাই ক'লে—"আপোনাসকলক যদি গাইপতি এতোলাকৈ সোণ আৰু একোকুৰি টকা দিওঁ, পাৰিব যে মোকো উদ্ধাৰ কৰিব ?" মেলকিসকল আচৰিত হ'ল। যেন ভালকৈয়ে কাৰোবাৰপৰা সৰকাইছে। চকু চোৱা চুই কৰি ক'লে—"গৰ্ভস্থ সন্তান থাকোতে নহয়।" মেনকাই চিঞৰি উঠিল—"অৰ্থাৎ সন্তান নষ্ট কৰিলে। নালাগে মোক এনে সমাজ। য'ত প্ৰকাশ্যত পাপ, গোপনত একো নাই, এনে সমাজ মোক নালাগে।" মেনকাক সমাজে সৈ কঢ়াব নোৱাৰিলে। পিছদিনা তাই যাবলৈ টালি-টোপোলা বান্ধি ওলাল। মানুহে বেৰি ধৰি সুধিলে—"ক'লৈ যাবি ?" উদাত্ত স্বৰে তাই উত্তৰ দিলে—"ডুবিলৈ।" এটি কোলাহল উঠিল। ই বোলে—মাৰ, সি বোলে—বান্ধি থ এইক। কিন্তু তাই বজ্ৰগম্ভীৰস্বৰে ক'লে—"খবৰদাৰ! গাত হাত নলগাবি। যি সমাজত মই নাথাকো, সেই সমাজৰ কোনো এক্তিয়াৰ নাই মোক ধৰি বান্ধি ৰাখিবলৈ।"

[ ৪ ]

ডুবিৰ পতিতালয় এটাৰ মুখত মেনকা থিয় হ'ল। পতিতা-সকলে সমাদৰ কৰি তাইক সামৰি ল'লে, সুধিলে—"অতবোৰ ঠাই থাকোতে ইয়ালৈ আহিলা কেলেই ?" তাই উত্তৰ দিলে—"সমাজৰ বৰমুৰীয়া সকলৰ মুখত চূণ-ছাই সানিবলৈ। সিহঁতক মই ইয়াতে ধৰিম, ইয়াতে সিহঁতৰ কপালত মই চূণৰ ফোঁট দিম। গালে-মুখে চুৱা-চকৰ ছাই সানিম।" আইনমতে তাই গৈ মহকুমাধিপতিৰ ওচৰত আবেদন পত্ৰ দাখিল কৰি আহিল। তাই ব্যৱসায় কৰিব। কিন্তু মেনকাই কোৱা মতে কাম কৰিব নোৱাৰিলে। তাইৰ তাত ওলোটা ফল

ফলিল। তাই দূৰতে মানুহে দেখিলেই কণ্টকিত হৈ উঠে। সিহঁতৰ দৃষ্টিয়ে তাইক জুয়ে পোৰাদি পোৰে। সিহঁতৰ হাঁহিত তাইৰ বিহ লগাদি লাগে। সিহঁতৰ মুখৰ উৎকট গোন্ধত তাইৰ উকি উঠিব খোজে। সিবিলাকৰ হাঁহিৰ খলকনি তাইৰ মানত মৰিশালিৰ ভূত-প্ৰেত এজাকৰ তাণ্ডৱ-নৃত্য যেন লাগে। তাই সপোনতো ভবা নাছিল যে পতিতালয় এনে কদৰ্য্য ঠাই। তাইৰ মনত খেলাবলৈ ধৰিলে— এমুঠি ভাত, এখন কাপোৰৰ বাবে দেহা বিকি পচাব লাগিব! তাই মুহূৰ্ত্ততে উলটিবলৈ বিচাৰিলে; কিন্তু পথ তাই নেদেখিলে। তাইৰ হাত ভৰি আড়ষ্ট হৈ পৰিল। ভুঁইকঁৰৰ দৰে তাইৰ বুকু লৰে; গৌৰীলৈ তাইৰ মনত পৰিল। এৰীয়া মোনাখনত এমোনা ধান দপ্ দি তাই মূৰত তুলি লয়; যৌৱনৰ ৰূপে তাইৰ হাঁহাকাৰ কৰি উঠে। বিসদৃশ! বুঢ়ীমাক ভাবালৈ তাইৰ মনত পৰে, ক'লা-মিচ্‌মিচিয়া যঁতৰটোত তেল দি বুঢ়ীয়ে দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি সূতা কাটে, বছৰ দিনৰ কাপোৰৰ অভাৱ মৰে। এমুঠি ভাত, তাৰ বাবে দেউতাক ভাৰ্গৱে কি পৰিশ্ৰমেই কৰি মুকুৰে এখন কাপোৰ, তাৰবাবে বুঢ়ীমাক তাৰাৰ কি আপ্ৰাণ চেষ্টা। নতুন বাসস্থানত হাঁহি খিকিন্দালি, মদৰ দুৰ্গন্ধ, চিঞৰৰ বাখৰত তাইত ৰাতি টোপনি নাহে। সংগিনীসকলৰ ইংগিতত মদৰ ৰাগীত বিভোৰ অভিসাৰকসকলে তাইৰ পিনে দুবাহু মেলি আগুৱাই যায়। তাই ভয়তে পিছুৱাই গৈ কৈ উঠে—"খবৰদাৰ।" একেলগে হাঁহিৰ ৰোল উঠে। কি বীভৎস! সিহঁতে জড়িত ভাষাৰে মেনকাক সম্বোধন কৰে—"প্ৰেয়সী!" পতিতাসকল আচৰিত হয়। এগৰাকী গাভৰু তিৰোতাই মেনকাক আশ্ৰয় দিছিল। তাইৰ নাম আছে। তাই ক'লে—"সঁচাকৈয়ে তুমি যদি এনে কৰা ইয়ালৈ আহিছিলা কেলেই?" মেনকাই গহীন হৈ উত্তৰ দিয়ে—"ভাবিছিলো ইয়াতকৈ নিৰ্ভয় আৰু নিৰাপদ আশ্ৰয় নাই বুলি। ভাবিছিলো তিৰোতা ইয়াত স্বাধীন। কিন্তু ইয়াতো এমুঠি ভাত, এখন কাপোৰৰ চিন্তা আছে।" পতিতা আচৰিত হ'ল। ক'লে—"ইয়াতহে ভয়হীন আশ্ৰয়স্থল নাই।"

মেনকাই ক'লে—"হয়, ইয়াৰ বাহিৰে য'লৈ যোৱা, তাতেই সমাজ আছে, তাতেই মানুহৰ অসহনীয় আচাৰ নীতি আছে। গৰাকীৰ কঠোৰ শাসন আছে। তিৰোতাই সেইবোৰৰ সকলোতে নিজৰ যথাসৰ্বস্ব দি গৰাকীক সন্তুষ্ট কৰি চলিব লাগিব।" সংগিনীসকলে শুনি ক'লে—"ইয়াত যে এদিন পৰি থাকিলেই অচল হ'বা। ইয়াত যে তোমালৈ চাওঁতা, ভাবোঁতা কোনো নাই।" মেনকাই ক'লে—"সেইবাবে মই ব্যস্ত নহওঁ।" সকলোৱে বেঢ়ি মেনকাক বুজালে—"এমুঠি ভাত, এখন কাপোৰেবা-ক'ৰপৰা মিলে? তেনেহ'লে এজনলৈকে যোৱা।" মেনকাই কয়—"একে কথা। এমুঠি ভাত, এখন কাপোৰৰ বাবে সিও জানো আত্মোৎসৰ্গ নহ'ব?" কুলটা হৈ—উচ্চকুলৰ সুন্দৰী ছোৱালী এজনী পতিতালয়ত গৈ আশ্ৰয় লৈছে, এই কথা—যিদৰে চাৰিও পিনে গাঁৱে চহৰে ৰাষ্ট্ৰ হ'ল, সিদৰে নানা ঠাইৰ পৰা নানাজনৰ আবিৰ্ভাব হ'বলৈ ধৰিলে। সকলোৱে মেনকাক বিচাৰি আহে—মেনকাৰ লগত বহু প্ৰৱঞ্চকে সাক্ষাত কৰে। কিন্তু মেনকাই ৰূঢ়স্বৰে সকলোকে সম্বিধান দিয়ে—সগৰ্ভা বুলি। এটা পৈশাচিক হাঁহিৰ খলকনি ওঠে। এচবৰ তৰুণীসকলে গা টিপাটিপি কৰে, হাঁহে, কদৰ্য্য ইঙ্গিত কৰে। কি দুৰ্গন্ধ সিহঁতৰ মুখ-নাকৰ নিশ্বাসত। আশ্ৰয়দাত্ৰী তৰুণী বিৰক্ত হৈ উঠিল। মেনকাক উলিয়াই দিলে—"কোনে সতীজনী পাতি বহুৱাই খুৱাব" বুলি।

বুঢ়ী অলকাই তাইক মাতি নি আশ্ৰয় দিলে—"আহ মোৰ ছোৱালীৰ দৰে মোৰ ঘৰতে থাক।" অলকাই সংসাৰ হাটৰ পাল কোচাই লৈ দেনা-পাওনাৰ শেষত শ্ৰান্তদেহে, ক্লান্তমনে নিজৰ পঁজাটিতে জিৰণি লৈছে। এসময়ত তাই আছিল নামজ্বলা, সুন্দৰী খ্যাতনামা সোহাগী। মেনকাই আশ্ৰয়দাত্ৰীক ক'লে—"আপোনাৰ কোনোকালে ল'ৰা-ছোৱালী নাই। থাকিলে আজি বোৱাৰী হ'লহেঁতেন, নাতি-নাতিনী থাকিলহেঁতেন, ভাবক, ময়ে আপোনাৰ বিধৱা বোৱাৰী বা জীয়ৰী। মই ঘৰৰ কাম-বনকেইখন কৰি দিলে আপুনি মোক ভাত

মুঠি, কাপোৰখন নোৱাৰিবনে দিব ?” অভিজ্ঞা অলকাই ভাবিলে—দিন যোৱাৰ লগে লগে নিজৰে আগ্ৰহ বাঢ়িব। এনে অৱস্থাত তিৰোতাৰ বিৰক্তি ওপজাৰে কথা। তেওঁ ক'লে—“আমুহ তুমুহ আহিলে এনেই আলাপ-পৰিচযটো হৈ থাকিবি। ঈশ্বৰে গাটো ভাল কৰক, পিছতো সেইবোৰ কথা হ'ব।”

কিন্তু মেনকাই পৰাপক্ষত কাৰো লগত কথা নাপাতে। পাতিব লাগিলে ফেৰ পাতি তৰ্ক কৰে—“কালি প্ৰকাশ্য দিবালোকত এইকথা প্ৰচাৰ হ'লে জানো তেতিয়া আপোনালোকৰ সেই ধাৰ্মিকতা থাকিব ? শাস্ত্ৰৰ গৰাকী পুৰুষ। শাস্ত্ৰ হেনো পুৰুষেই প্ৰণয়ন কৰা। সেই শাস্ত্ৰই কয়—“তিৰোতা অষ্টগুণ কামবিশিষ্ট! কিন্তু তিৰোতাই কোনোবা দিনা পুৰুষক বিচাৰি ক'ৰবালৈ যায়নে তিৰোতাতকৈ উচ্চ পুৰুষৰ তেনেহ'লে আজি এই পৰিণতি কিয় ? তদুপৰি আজি যি পুৰুষে ইয়াত প্ৰণয়ৰ বন্দনা গীতি গাইছেহি, সেইসকলেই এই সকলক পতিতা বুলি ঘিণ কৰি বাহিৰত গৈ নাক নোকোচায় নে ? তেনেহ'লে কোন বিচাৰ মতে সেই সকলেই ইয়াত এই ভাওনা দিছেহি ?” তুমুল তৰ্কজালত অন্ধকাৰ কোঠালী কলনাদপূৰ্ণ হৈ উঠে। অলকাই মেনকাৰ অনুপস্থিতিত আগন্তুকসকলক সন্তুষ্ট কৰে—“মনৰ বেজাৰতে কৈছে, বেজাৰ নহ'ব। সময়ত নিজে নিজে সেও খাব।”

ছমাহ উকলি গ'ল। মেনকাৰ এটি ছোৱালী উপজিছে। অলকাই তাইৰ তাইৰ নাম থৈছে—তিলকা। অলকাই তিলকাক নাতিনী পোৱাদি পাইছে। কিন্তু আনসকলৰ ই অসহ্য। সিহঁতে প্ৰাণপাত কৰি পেটৰ ভাত মোকলাব আৰু ক'ৰ এজনী তাই মেনকাই সিহঁতৰ আগতে মহতালি দেখুৱাই বহি বহি ভাত গিলিব। ঈৰ্ষা বৰ ডাঙৰ জুই। সিহঁতে দলবান্ধি অলকাক উচটাবলৈ ধৰিলে—“বুঢ়াকালত কান্ধত ভিক্ষাৰ থলী ল'বি নেকি ? সাঁচি থোৱা ধন, বহি খালে কেই দিন যাব ?”

আৰু কেইমান মান গ'ল। বহি খোৱা পুতেক মাকৰ মাজত যেনে

লাগে অলকাৰো ক্ৰমে তেনে হ'ল। অলকাই মেনকাক আদেশ কৰিলে—যাৰ যি কাম তাকে কৰিব লাগে। অলকাই বাচি বাচি মানুহ মাতি নিয়ে; মেনকাক সজাই পৰাই পঠিয়াই দিয়ে। কিন্তু মেনকাই মুখ ঘুৰাই ওলাই আহে, আগন্তুক আচৰিত হয়। পিছদিনা অলকাই সোধে—"কিমান পালি?" মেনকাই উত্তৰ দিব নোৱাৰে, তাই তলমূৰকৈ ৰয়। অলকাই দাঁত কামুৰি কয়—"তয়ে নহয় মানুহৰ গালে-মুখে চুৱাচকুৰ ছাই সানো বুলিছিলি—চুণৰ ফোট কপালত দিওঁ বুলি ইয়ালৈ আহিছিলি। টকা নালাগে, তাকে কৰগৈ তই, নহ'লে তোৰ হাড় গুৰা হ'ব, পিঠিৰ ছাল উঠিব। মেনকাই নিৰ্ভয়ে উত্তৰ দিয়ে—"এৰা, ঠিক তাকেই কৰিম।" এনেদৰে মানুহ দেখিলেই মেনকাই তৰ্ক যোৰে—"আজি যদি গণকনী হৈ থাকি পইচা ভিক্ষা মাগিলোহেঁতেন, পাৰিলাহেঁতেন নে দিব? অথচ তুমিয়ে আজি শুভাকাঙ্ক্ষী সাজি সন্তানৰ ভবিষ্যত আঙুলিয়াই দিছাহি। ছি ছি যাৰ নাকৰ নিশ্বাসত সমাজ অশুদ্ধ হয় বুলি কুকুৰৰ দৰে ছেই-ছেই কৰি সমাজৰ পৰা খেদি দিছে, তাৰে ভৰিৰ তলত থিয় হৈ আজি তুতি-নতি কৰিছাহি। আজি তিৰোতা এই অপৰাধত অপৰাধী হোৱা হ'লে কি নকৰিলাহেঁতেন তোমালোকে? ঈশ্বৰৰ সৃষ্টিত হেনো পাপ আছে; কিন্তু সঁচাকৈয়ে জানো এই পাপ সকলো সোপাকে তোমালোকে হজম কৰিছা? আচৰিত তোমালোক, আচৰিত তোমালোক ধৰ্মবুদ্ধি।" মেনকাৰ যুক্তি-তৰ্কত এক পক্ষৰ আবেগ অধীৰতা ধুৱঁলি-কুঁৱলি হৈ উঠে। মেনকা বেগাই বাহিৰ ওলায়। মেনকাই অলকাৰ গালিত তুনাই বহি বহি ভাবে—মানুহে দেৱীৰ দৰে তাইক আৰতি কৰিছেহি, তাইৰ মুখৰ সম্ভাৰ যোগাবলৈ ধনী পুৰুষ ব্যস্ত। যি টকাৰ বাবে সংসাৰত হাবাথুৰি খাই মূৰৰ ঘাম মাটিতে পেলাই প্ৰাণপাত কৰিব লাগিছে সেই টকা মানুহে তাইৰ আগত পেলাই থৈ বন্দনা কৰে তাইৰ ৰূপৰ—তাইৰ লয়লাসৰ। তাই সেই সুবিধা, সেই সমাদৰ গ্ৰহণ নকৰে কিয়? মানুহৰ যৌৱনৰ দেউল লুটি তাই সিহঁতক দেউলীয়া নকৰে

কিয়? তাই দৃঢ়বদ্ধ হৈ উঠে, তাই আজলী ভৰাই প্ৰেম-দেৱতাৰ অঞ্জলি ল'ব। কিন্তু মানুহক আগবঢ়া দেখিলেই তাই কঁপি উঠে। তাইৰ দৃঢ়তা ক'ৰবালৈ যায়। অলকাই গালি পাৰে—"মোৰ পোৰ বোৱাৰীনে পেটৰ জীয়ৰী এনেকৈ বহুৱাই ভাত খুৱাবলৈ?" অলকাই মেনকাৰ ভাত-পানী বন্ধ কৰি দি বিদায় দিয়ে। মেনকাই যাবলৈ ঠাই বিচাৰি নাপাই অলকাক কয়—"মই কাপোৰ বৈ, সূতা কাটি ভাত মোকলাম।" অলকাই দাঁত নিকটাই বিকট ভঙ্গী কৰি কয়—এইজনীয়ে মোক সূতা কাটি, কাপোৰ বৈ খুৱাবলৈ আহিছে! ওলাই যা এতিয়াই মোৰ ঘৰৰপৰা।" মেনকাই চকুৰে ধুৱাল-কুৱলী দেখে। তাইৰ চকুৰ পানী ওলাব খোজে। কিন্তু তাই নাকান্দে; কন্দা-কটা আদি চৰিত্ৰৰ দুৰ্বলতা তাইৰ নাই। তাই জীৱনৰ প্ৰথম বিফলতাৰ দিনাই চৰিত্ৰৰ কোমলতা হেৰুৱাইছে, তাই ভৰা নদীত জাপ দিছিল। কিন্তু অজ্ঞাতসাৰে তাই বাচিল। যদি বাচিলেই হুনাই তাই নমৰে। তাই বাচিবই লাগিব; কিন্তু গৌৰীৰ দৰে ভিক্ষা তাই কৰিব নোৱাৰে। তাই মনেৰে এবাৰ গোটেই সংসাৰৰ ওপৰতে চকু ফুৰাই দেখে—এই ভাত, এই কাপোৰৰ বাবেই পুৰুষৰ ওচৰত নাৰীয়ে বশ্যতা স্বীকাৰ কৰে —এই ভাত কাপোৰৰ হাঁহাকাৰ। তাইৰ মন আৰু কঠিন হৈ উঠে। তাই আগৰ কথা আলচি চায়; কিন্তু সামঞ্জস্য নাপায়। সি আছিল যৌবনৰ উন্মাদনা, ক্ষন্তেকীয়া হ'লেও সি আছিল প্ৰেম। কিন্তু ই? ইয়াত অকল জঘন্য কাম-প্ৰবৃত্তিৰ তাড়নাত পুৰুষ ইয়ালৈ আহে। ইয়াত আছে এটা দিয়া-পোৱাৰ সম্বন্ধ। চেনেহৰ সম্বন্ধ, আত্মীয়তাৰ আপোন ভাব ইয়াত তাই দেখা নাপায়। বগাৰূপ, ৰঙা সোণৰ মাজেদি ইয়াত হয় প্ৰেমৰ পৰিচয়। এয়ে তাৰ জোখ। মদ, ব্যংগ, বীভৎসতা, কদৰ্য্যতা এয়ে ইয়াৰ লীলাভূমি। এই লীলাভূমিতে তাই কৰিব লাগিব বিচৰণ। মেনকা অধীৰ হৈ উঠে।

দিন গৈয়ে আছে। এদিনাখন হঠাৎ তাইৰ ককায়েক মথুৰা ওলায়হি। পিতাক ভাৰ্গৱ ঢুকাইছে। আহা! কি সৰল, সুখী

ভাৰ্গৱ! মেনকাৰ চকুৰ কোণত দুটোপা অশ্ৰুবিন্দু দেখা দিলে। ককায়েক মথুৰাই জনালে—পিতাকৰ শ্ৰাদ্ধ কৰিব পৰা নাই—কেইটামান টকাৰে যদি তাই সহায় কৰে। মেনকাৰ চকুত যেন জুই জ্বলি উঠিল। পতিতাৰ টকাৰে পিতৃশ্ৰাদ্ধ! পিতৃ-পুৰুষ, বামুন-সজ্জন, আত্মীয়-স্বজনে সেই শ্ৰাদ্ধান্ন মুখত তুলব। কি নিৰ্লজ্জতা, ই কি ভীষণ দৰিদ্ৰতা! ককায়েকে পিতৃশ্ৰাদ্ধ কৰিবৰ আন উপাই নাপাই পতিতা ভনীয়েকৰ ওচৰত হাত পাতিছেহি! এই টকা! ইয়াৰ কি অদ্ভুত শক্তি! টকা নহলে পিতৃশ্ৰাদ্ধ নহয়, দায়-দোষ নমৰে, ভাত কাপোৰ নিমিলে। ইয়াৰে বলতে মানুহ সুখী, ধনী, ঐশ্বৰ্য্যশালী। ইয়াৰ অবিহনে মানুহ দুখী, দৰিদ্ৰ, কঙাল, নিপীড়িত পদদলিত। কি ভীষণ দাৰিদ্ৰ্যৰ হেঁচাত যে ককায়েকে তাইৰ ওচৰত হাত পাতিছেহি! কিন্তু হায় কপাল! তাইযে এই টকাকে ভৰিৰে লথিয়াই পেলাইছে। কিন্তু সেই কথা জানো ককায়েকে বিশ্বাস কৰিব! তাই ককায়েকক টান কথা কওঁ বুলিও ক'ব নোৱাৰিলে। অলকাক ভিতৰলৈ মাতি নি ক'লে—"টকা কেইটামান দিয়ক, আজিৰপৰা মই আপোনাৰ কথা শুনিম।" অলকাই কট্‌মট্‌কৈ চাই ক'লে—"এতিয়া কথা শুন, হাজাৰ হ'ক ভায়েৰ নহয়। কিন্তু মই মাৰ-ভায়েৰক পুহিবলৈ টকা আৰ্জি থৈছো নহয়!" মেনকা নিৰুত্তৰে ৰ'ল। অলকাই জনাৎ কৰি কুৰিটি টকা আগত পেলাই দিলে। মেনকাই বুটলি লৈ ককায়েকক দি ক'লে—"তোক কিমান লাগিছিল?" ককায়েকে মলিন মুখেৰে ক'লে—"মোক, লাগেতো বহুতো। পিতাই এক পাই-পইছাও এৰি যোৱা নাই। এটা পইছা ধাৰ কৰি আনিহে মৰাৰ মুখ ধুৱাইছোঁ।" মেনকা শিহৰি উঠিল। মনত পৰিল কী ভীষণ দাৰিদ্ৰ্যৰ হেঁচাত দেউতাকে এশটকা গা-ধন লৈ বুঢ়া বৰত দি কি অপৰাধীৰ দৰেই জীৱন-যাপন নকৰিছিল। তাইক নানা জনে নানা কথা কৈছিল; কিন্তু আচাৰ্য্য ভাৰ্গৱে আগৰপৰা শেহলৈকে এটি বথাও নকলে। যেতিয়াই তাই চাইছিল, তেতিয়াই

তাই বাপেকৰ শান্ত সমুজ্জল মুখখনি অপৰাধীৰ সন্তাপেৰে ভৰা দেখিছিল। সেই ভাৰ্গৱ পিতৃ, সেই দুখীৰ ঘৰখন! মেনকাই ককায়েকক ক'লে—"তই আকৌ দুই এদিনতে খবৰ ল'বি।" ককায়েক উঠিল।

সেইদিনা ৰাতিয়েই তাই অভিসাৰিকাৰ বেশে বাহিৰ ওলাল, বাটেদি এজন মাতাল যায় ঢলি ঢলি। মানুহজন ভদ্ৰবেশী বিষয়া। তাই তাক সমাদৰ কৰি মাতি নিলে। তাকে দেখি সৌভাগ্যবান আচৰিত হ'ল। মদৰ বাগিত সি জেপত যি আছিল সোপাকে ভাৱ-গদগদ্ কণ্ঠে মেনকাৰ হাতত দি সমাদৰ কৰিলে। এশটকীয়া নোট হাতত লওঁতেই মেনকাৰ দেহ কণ্টকিত হৈ উঠিল। আগন্তুকৰ অৰ্থৰ পৰশ তাইৰ মনত সৰ্প দংশন যেন লাগিল। তাই উৎকট যন্ত্ৰনাত চিঞৰি উঠিল। পিছদিনাই তাই সেই টকা ককায়েকলৈ দি পঠালে। পিতৃশ্ৰাদ্ধ সমাৰোহে হ'ল। সিদিনাৰেপৰা তাই অলকাৰ কথা শুনিবলৈ ধৰিলে। অলকাৰ হাতত তাই দিনে টকা গণি দিয়ে। আনন্দৰ পাৰ নাই, মেনকাৰ প্ৰতি অলকাৰ যত্নৰ সীমা নাই। কিন্তু তাইৰ মনত শান্তি নাই। তাই ভাৱে—গৌৰীয়ে কোৱা কথা :—মতা মানুহেই তিৰোতাৰ স্থিতি। কথাষাৰ তেন্তে সঁচা নেকি? তাই বহি বহি ভাবে, কোনোদিনে তাই পুৰুষক বিচৰা নাই, কিন্তু পুৰুষে বহু প্ৰৱন্ধেৰে তাইৰ এই শান্ত সৰল প্ৰাণত কামনাৰ জুই জ্বলাই তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। নাৰী-কামনা পুৰুষৰ যেন এটা ধৰ্ম।

তাই পৰাজয়ৰ গ্লানিত মনক ধিক্কাৰ দিয়ে। তথাপি তাই আৰু বাহিৰত বিদ্ৰোহ নকৰে। কিন্তু তাইৰ আচৰণ সংযত নহয়। কেতিয়াবা তাই অকাৰণতে চিঞৰি উঠে। অলক লৰি আহে কি হ'ল বুলি; ওচৰৰ তৰুণীসকলে হাঁহি দিয়ে। মেনকাই কেতিয়াবা মুঠিমাৰি টকা লয়। তাই জেদ ধৰে, মুঠি ভৰা এমুঠি টকা নহ'লে নহয়। তাৰ পিছতে অকাৰণতে দিওঁতাৰ মুখলৈ মাৰি দি গৰ্জি উঠে—"খবৰদাৰ! এখোজ আগবাঢ়িলে মৰিবি।" তাই কেতিয়াবা শাণিত

ছবি দেখুৱায়। বাহিৰত প্ৰকাশ পালে, মেনকা বলিয়া হৈছে। কিন্তু বলিয়ালিৰ কোনো লক্ষণ মেনকাৰ গাত নাই। তথাপি মানুহক মেনকাৰ সান্নিধ্যহে লাগে। মেনকাই কটূক্তি কৰে—কিন্তু শুনোতাৰ মনত সিও মিঠা লাগে। সুলভ-ছুৰ্লভৰ মাজত সদায় পাৰ্থক্য এয়ে। মেনকা ছুৰ্লভ, সেইবাবে মেনকা সুন্দৰ। মেনকাই মানুহৰ উৎপাতত চিঞৰিবলৈ ধৰিলে—"কোনো দিনে তোমালোকক মই বিচৰা নাই। তোমালোকৰ সান্নিধ্য মোৰ মনত নৰক। পুৰুষ মোৰ আজন্ম কালৰ শত্ৰু।" মৰিশালীৰ তাণ্ডৱ নৃত্যৰত প্ৰেতসকলৰ দৰে মেনকাক আগুৰি ধৰা পুৰুষৰ হাঁহিয়ে গিৰ্জনি মাৰি উঠে—"ভাল সতীজনী! পুৰুষক বিচাৰি ইয়ালৈ অহা নাই যদি কাক বিচাৰি আহিছিলা? প্ৰেম-দেৱতাক?" মেনকাই বুজিলে ই পুৰুষৰ পৰিতৃপ্তিৰে ক্ষেত্ৰ! ইয়াত নাৰীয়ে সুন্দৰী ষোড়শী ভাৰ্য্যাৰূপে পুৰুষৰ পৰিতৃপ্তি সাধিব লাগে।

অলকা চিন্তিত হ'ল। আনসকলে বুজালে—"তাই ইয়ালৈ তীৰ্থ কৰিবলৈ আহিছিল নে ধৰ্ম কৰিবলৈ? ই কিবা কাশী, নে মথুৰা নে বৃন্দাবন?

[ ৫ ]

নন-কো-অপাৰেশ্যনৰ ঢৌৱে অসমৰ গাওঁ ভূঁইও খলক লগাইছে। "স্বৰাজ আমাৰ জন্মস্বত্ব; স্বাধীনতা আমাৰ প্ৰাপ্য। উঠা, জাগা চকুমেলি চোৱা। মানুহৰ দৰে উন্নত শিৰে থিয় হোৱা। বিনা ৰক্তপাতে দেশ স্বাধীন হ'ব। লাগে কেৱল সকলোৰে একতা। মাৰাত্মক আগ্নেয়াস্ত্ৰ, লাখ লাখ সেনা আপুনি পৰাজয় মানিব, জেল-জৰিমনা আপুনি বন্ধ হ'ব। ভয় কিহৰ? যুগে যুগে দেশ-মাতৃৰ হকে, স্বাধীনতাৰ হকে, বীৰৰ বুকুৰ শোণিতপাত হৈ আহিছে। আজি সেই শোণিতৰ কথা ইয়াত নাই। এক মুখ এক মন লৈ থিয় হ'লেই

আজি স্বাধীনতা মিলিব।" দিকে দিকে স্বেচ্ছাসেৱকৰ দলে এই বাণী প্ৰচাৰ কৰিলে। চুকে-কোণে মিটিঙৰ বন্দোৱস্ত হ'ল। কানি, মদৰ প্ৰধান আড্ডা গণিকালয় ডুবিতো এখন মিটিঙৰ বন্দোৱস্ত হ'ল। দুই এজন নৈষ্ঠিক নেতাই মুখ বিকটালে। নাৰী নেত্ৰী ভাৰতীয়ে ক'লে—"সকলো কামৰে একোটা দিক আছে। সুপথে আহক নাহক অন্ততঃ আংশিক ফল লাভনো বেয়া কি? পতিতাসকলো মানুহ, সিহঁতৰো বিবেক আছে, সিহঁতৰো বাচিবৰ অধিকাৰ আছে। পেটৰ ভাত মুঠিৰ কাৰণে কোনে কি কৰা নাই?" তেওঁৰ লগত মতবৈধ হোৱাসকলে ক'লে—"তিৰোতাৰ দুটা দিক। ভাল আৰু বেয়া। যি এবাৰ নামিছে সি দুনাই নুঠে। সেয়ে সিহঁতৰ প্ৰবৃত্তি সিহঁতৰ স্বভাৱ।"

"মই সেইকথা বিশ্বাস নকৰো।" নাৰী নেত্ৰী ভাৰতীয়ে ক'লে—ভালে বেয়াই মানুহ। তিৰোতাও মানুহেই। প্ৰবৃত্তিৰ তাড়ণা কথাটো যদি সঁচা হয়, অকল সিহঁতেই অপৰাধী নহয় পুৰুষো সিহঁতৰ লগতে সমানে অপৰাধী—বৰং বেছিহে।" আনপক্ষই ক'লে—"তথাপি সিহঁতে টকা লয়। তেনে টকা দেশৰ কামত নালাগে।" ভাৰতীয়ে ক'লে—"টকা সিহঁতে নিজে গঢ়া নাই, পুৰুষৰে সি আৰ্জিত ধন। মানুহ মাত্ৰকৰে দেশখনত অধিকাৰ আছে। দেশৰ স্বাধীনতাত পতিতাৰো কৰ্তব্য আছে।"

মিটিং হোৱাৰে ঠিক হ'ল। সকলো পতিতা মিটিঙত উপস্থিত হ'ল। কেবাজনে বক্তৃতা কৰিলে—"মদ, ভাং, ছিগাৰেট বৰ্জনত পতিতাসকলেও সহায় কৰিব পাৰে, বিদেশীৰ সলনি দেশী বস্ত্ৰ ব্যৱহাৰ কৰিব পাৰে, আত্মশুদ্ধি কৰি ঘঁতৰ ধৰিব পাৰে।" অৱশেষত উঠিল ভাৰতী। মৰ্মস্পৰ্শী ভাষাৰে তেওঁ আৰম্ভ কৰিলে—"এমুঠি ভাত, এখন কাপোৰৰ বাবে তিৰোতাই পুৰুষৰ পাশৱবৃত্তি চৰিতাৰ্থ কৰি থাকিব লাগে, এইকথা সঁচা নহয়। নাৰীৰ নিজা কোনো প্ৰলোভন নাই; কিন্তু পুৰুষে তেওঁলোকক মিঠা কথাৰে প্ৰলোভিত কৰে। নাৰীৰ সৰল, হিয়াখনি মুহূৰ্ত্ততে পমি যায়। কিন্তু পুৰুষৰ কথাৰ

কোনো মূল্য নাই। তেওঁলোকে এখন মুখেৰে একেখন জিভাকে লবাই অসংখ্য ঠাইত একে কথাকে ক'ব পাৰে। নাৰী সেই কথাত ভোল যায়। জগতত হুবহু সঁচাৰ দৰে এনে মিছা চাতুৰি কৰিব পৰা মানুহ পুৰুষৰ বাহিৰে আন নাই। তেওঁলোকে ভাবে নাৰী পুৰুষৰ তৃপ্তিৰ সম্পদ। তৃপ্তিৰ অৰ্থে তেওঁলোকে আঁৰ কাপোৰ ধৰি ইয়ালৈ আহে যায়। আপোনাসকলৰ লগত তেওঁলোকৰ কোনো সুখ-দুখৰ সম্পৰ্ক নাই। আন্তৰিকতাহীন কোনো কাৰ্য্য যদি ক'ৰবাত আছে, তেন্তে ইয়াতে আছে। এনে জীৱনৰ সাৰ্থকতা কি? আপোনালোকে নিজক কোনোকালে ভাবি চোৱা নাই। চালে বুজিলেহেঁতেন, সেই মুহূৰ্ত্ততে দেৱীৰ দেৱালয় চুই শপত খালেহেঁতেন—এনে কামৰপৰা বিৰত থাকিব বুলি। জীৱন-যাপনৰ বাবে কত পথ আছে। বিচাৰিলেই সেই পথ পাব। আজি আপোনালোকে যি পথ লৈছে সি পথ নহয়, কুপথ; পূতিগন্ধময় পথ। ইয়াত আপোনালোক দেখাত ঐশ্বৰ্য্যশালিনী। আনহাতে কিন্তু সমাজৰ ঘৃণিত, পদদলিত অস্পৃশ্য। আপোনাসকলৰ নগৰীবিলাকৰ যদি দেশসেৱাত অধিকাৰ আছে, আপোনালোকৰো আছে। আহক আত্মশুদ্ধিৰে দেৱীৰ দৰে হওক।"

নক'লেও হ'ব, মেনকাও উপস্থিত আছিল সেই মিটিঙত। নতমুখে পতিতাৰ দলে ভাৰতীৰ কথা শুনি গ'ল। কাৰো মুখত মাতবোল নাই। কিন্তু অন্তৰত তেওঁলোকৰ বহুতৰে প্ৰৱল দ্বন্দ চলিছে— সঁচাকৈয়ে কোনটো ঠিক পথ? সঁচাকৈয়ে সিহঁতে থকা এই ঠাই কদৰ্য্য নে? সিহঁতৰ যে কোনো নাই, সিহঁত যে নিৰাশ্ৰয়, নিৰুপায়, সকলোৰে ঘৃণ্য! গোটেই সভাখন নিতাল, নিমাত, স্তব্ধ। এনেতে সভাৰ মাজৰপৰা মেনকা উঠি ভাৰতীৰ ভৰিত উবুৰি হৈ পৰিল। বুকুৰ মাজত তাইৰ কেঁচুৱাটি। "মই দেৱীৰ এই দেবালয় চুই শপত খাইছো, পুৰুষক দুনাই স্পৰ্শ নকৰো।" হাত চাপৰিত খলক লাগিল। বন্দে মাতৰম ধ্বনিত চৌদিশ মুখৰিত হ'ল। গোটেই মিটিঙখনৰ মুগ্ধ দৃষ্টি মেনকাৰ ওপৰত পৰিল।

কিন্তু মেনকাৰ মুক্তি নহ'ল ; অলকাই আহি মেনকাৰ হাতত ধৰিলে। মেনকাই অলকাৰ দাবী অস্বীকাৰ কৰিলে। মিটিঙৰ মাজত মহা হাই-উৰুমি উঠিল। ভাৰতীয়ে মেনকাৰ পক্ষ ল'লে। এনেতে প্ৰেছিডেন্‌টে গুৰু-গম্ভীৰ স্বৰে ভাৰতীলৈ চাই কৈ উঠিল— "এওঁক নিব নোৱাৰে। নিলেও ভলান্‌টিয়াৰ কেম্পত ঠাই নাপায়, সম্ভৱতে এওঁলোকক কেম্পত ঠাই দিব নোৱাৰি। এতিয়া এওঁলোকে ঘৰতে থাকি আত্মশুদ্ধি কৰিব লাগিব।" তাৰপিছত অলকালৈ চাই ক'লে—"ইচ্ছা নাথাকিলে তুমি এওঁক বাধ্য কৰাব নোৱাৰা। তেনে কাম ঠিক নহয়।" অলকাই অঙ্গীকাৰ কৰি হাত যোৰকৈ ক'লে— "নিজে ইচ্ছা নকৰিলে মই বাধ্য নকৰাওঁ।" প্ৰেছিডেণ্টৰ কথা সকলোৱে সমৰ্থন কৰিলে। মিটিঙ ভাগিল। সকলোৱে দশোদিশে গ'ল। মুহ্যমান চিতে শেতেলীত পৰি প্ৰেছিডেণ্টে ভাৰতীক খঙালমুখে কোৱা কঠিন কথাবোৰ মেনকাৰ মনত পৰিবলৈ ধৰিলে। —'এইবোৰক নি সুমাব নোৱাৰি।' চিন্তাত ভাৰতী অধোমুখ কৰি ৰ'ল। মেনকা ভাৰতীৰ পদ-প্ৰান্তৰ পৰা উঠি অহা দৃশ্য, মেনকাৰ নিজৰ চকুতে বিভীষিকাৰ দৰে লাগিবলৈ ধৰিলে। কি ঘৃণাসূচক সেই স্বৰ !—ভলণ্টিয়াৰ কেম্পত এইবোৰৰ ঠাই নাই। মেনকাৰ মনত ই নিৰ্দয় গৰ্জন যেন লাগিল। কন্দাৰ অভ্যাস মেনকাৰ নাই। বুকুখন তাইৰ গোট মাৰি কঠিন শিল এচপৰা যেন হৈছে। চকু দুটা তাইৰ ধক্‌ধক্ কৰি জ্বলিবলৈ ধৰিলে। মানুহে মানুহৰ ইমান অপকাৰ কৰে। ভগবানৰ অনাবিল সৃষ্টি মানুহৰ অপৰাধেৰে ধুৰঁলি-কুৰঁলী। সেই মানুহৰে মানুহৰ প্ৰতি ইমান ঘৃণা ; অথচ তাইৰে কত বন্দনা গোৱা কিমানে শঠতাৰ আঁৰত লুকাই আজি নেতা সাজিছে, দেশসেৱক হৈছে, দেশপ্ৰাণ হৈ সমাজৰ সম্মান আদায় কৰি ফুৰিছে। হয়তো সেই সেৱাৰ মাজত লুকাই আছে তাৰ হীন অভিসন্ধি স্বাৰ্থপৰতা। সমাজত সম্মান পোৱা, প্ৰতিষ্ঠা লাভ কৰা, প্ৰভাৱ বিস্তাৰ কৰা, এয়ে সেৱাৰ নামত কাম্য। সেই সকলৰে ভলণ্টিয়াৰ কেম্পত আজি তাইৰ

প্ৰবেশৰ অধিকাৰ নাই। তাইৰ নিশ্বাসৰ বিষাক্ত বতাহত কেম্প দূষিত হৈ উঠিব। তাইৰে গাঁৱৰ ওচৰৰ গাঁৱৰ সেই উকীলজন, যিজনে অলপ আগতে দেশভক্ত সাজি বক্তা হৈ বক্তৃতা দি গ'ল; হয়তো শ্ৰোতাৰ কাণত মধু বৰষিলে, হাত চাপৰিৰ পিছত হাত চাপৰি পালে। তেওঁ দেখাত গম্ভীৰ, বয়সত প্ৰবীণ, বিদ্যাৰ-জাহাজ যেন। মানুহে ভাবে তেওঁৰ নিচিনা চৰিত্ৰবান নাই, আকাশৰ দৰে নিৰ্মল হিয়াখন, দেশ প্ৰেমেৰে ভৰপূৰ। মানুহৰ মাজত এই জননেতাৰ নাম। কিন্তু তাই তেওঁক ভালকৈ চিনে। মানুহে ভাবিব—ই অসম্ভব। কিন্তু তাই তাৰ সাক্ষী। কতদিন তাইৰে পদ প্ৰান্তত পৰি কত কথা কৈ তাইৰ বন্দনা গাইছে, কতদিন কত কৰ্কথনা কৰি, অপমান কৰি দূৰ কৰি দিছে তেওঁক; এই সেই মানুহজন—আজি তেঁৱে দেশৰ জননেতা। অথচ তাইৰ দেশসেৱাৰ সীমাতো ভৰি দিবৰ অধিকাৰ নাই। মেনকাই দাঁত কৰচিবলৈ ধৰিলে। তাইৰ ইচ্ছা হয় যেন সেইসকলক বান্ধি থৈ, তপিনাত বেত দি সমাজৰ আগে টানি লৈ ফুৰায়। তাইৰ আত্মগ্লানি ওপজে। কিন্তু গোপন প্ৰৱঞ্চনাৰে যিসলে ভণ্ড সাজিছে, সিহঁত জানো আত্মশুদ্ধিৰে অধিকাৰৰ অধিকাৰী হৈছে? প্ৰৱঞ্চনা, গোপনতা, শঠতা, ভণ্ডামি এয়ে সেইসকলৰ আত্মশুদ্ধি। মানুহে মানুহক কৰা এনে প্ৰৱঞ্চনা বোধকৰো জীৱ-জগতত আৰু নাই। মেনকাৰ ওৰে ৰাতিটো উজাগৰে কাটিলে। ৰাতিৰ আন্ধাৰত মানুহৰ যিটো কাম্য, প্ৰকাশ্য দিবালোকত সেইটোৱে ঘৃণ্য অস্পৃশ্য! মানুহৰ ভিতৰফাল যিয়ে নহক, মানুহে মানুহৰ বাহিৰ ফালটোহে দেখে। সেয়ে মানুহৰ বিচাৰৰ তুলাতজু। তাই যিয়ে নহক মানুহৰ দৃষ্টিত তাই পতিতা, গণিকা। যদি তাইৰ ইয়াৰপৰা অব্যহতি নাই—তেন্তে তাই ইয়াতকৈও বহল ঠাই বিচাৰি যাব। তাই পিছদিনা পুৱা উঠিয়েই অলকাক ক'লে—তাই ইয়াত নাথাকে। তাই যদি এনেকৈয়ে থাকিব লাগিল তেন্তে তাই ডাঙৰ ঠাইত থাকি ডাঙৰ হ'বৰ চেষ্টা কৰিব। তাই গুৱাহাটীলৈ যাব। অলকাই বহুত

বুজায়ো তাইৰ মন ঘুৰাব নোৱাৰিলে। কিন্তু অলকাও নাৰী; অলকাৰ মনতো মাতৃমূৰ্ত্তি জাগৰিত হৈছে। অলকাই তিলকাক এৰি দিব নোৱাৰিলে। তাই নিজেও মেনকাৰ লগতে গুৱাহাটীলৈ যাবলৈ ওলাল। দুই-চাৰিয়ে শুনি ক'লে—"অৱশ্যে গুৱাহাটী ডাঙৰ চহৰ, চিনাকি হৈ লওঁতে পলম হ'ব পাৰে, পিছলৈ ভাল হ'ব।" অলকাৰো সেয়ে আশা।

অলকাই মেনকাক লৈ গুৱাহাটী চহৰৰ এটি পাৰাৰ ওচৰতে ধুনীয়া চাই ঘৰ এটি ভাড়া কৰিলে। চাহ-জলপানৰ মেল এখনি মাতি পাৰাবাসিনীসকলৰ লগত চিনাকি হ'ল। গাভৰু কালত অলকাৰ তালৈ যোৱা অভ্যাস আছিল; চিনাকিও আছিল নগৰত। সেই সকলৰ লগত লাহে-ধীৰে সাক্ষাত কৰিলেগৈ। সকলোৱে তাইক আশ্বাস দিলে, মনত আনন্দ লগা দেখুৱালে। অলপ দিনৰ ভিতৰতে জন সমাগম ঘটিল। আগন্তুক সকলে অলকাৰ তামোলৰ বঁটাত বগাৰূপ পেলাবলৈ ধৰিলে। মেনকাই পৰাপক্ষত ভিতৰৰপৰা ওলাই নাহে; অলকাই মাতিলে মেনকাই নানা কামৰ ছুতা ধৰে। কেতিয়াবা ওলালেও গহীনমুখে আষাৰ-চেৰেক কথা হৈয়ে বিদায় লয়। আগন্তুকৰ দলে মুখ বিকটায়; অলকাই অপ্ৰসন্ন চিত্তে নিমাতে বহি থাকে। তাইৰ অজ্ঞাতসাৰে দুখৰ হুমুনিয়াহ ওলায়। আশাবাদীৰ দলে ৰহস্য উপভোগ কৰে—"সি বাহিৰৰ ছোৌ; কেইদিন থাকিব? চাই থাক, নিজে যদি যাচি নামাতে।" মেনকাৰ তালৈ যোৱাৰ উদ্দেশ্য আছিল ভাৰতীক লগ ধৰা, মুক্তিৰ সন্ধান বিচৰা। কিন্তু ভাৰতী তেতিয়া জেলত। তেওঁৰ এবছৰ বিনাশ্ৰম কাৰাদণ্ড হৈছে। তাই এটি যঁতৰৰ কথা ভাবিলে। কিন্তু কাকো তাই ক'বৰ মানুহ নাপালে। সেইদিনাই এটি যঁতৰ বুলি তাই চিঞৰি ভিক্ষা কৰিবৰ মন গৈছিল; কিন্তু নোৱাৰিলে। লাজ-অপমানত জৰ্জৰিত হৈ তেনে ভিক্ষা খোজাটোকো ডাঙৰ অপমান বুলি ধৰি ল'লে। কতজন তাইৰ তালৈ আহে, কিন্তু মুখ ফুটাই তাই যঁতৰ এটিৰ কথা

কাকো ক'ব নোৱাৰে। তাই ভয় কৰে, সিহঁতে জানোবা হাঁহেই! তাই বাটলৈ চাই থাকে, জানো এইপিনেদি গান্ধী টুপি পিন্ধা কোনো ভলণ্টিয়াৰ যায়েই। কাকো তাই দেখা নাপালে। মানুহে ভাবে তাই বাটৰ মানুহ চাইছে! অলকাই দেখি আশ্বস্ত হয়, জোৰ কৰি তাই একো ক'ব নোৱাৰে, নকয়ো। তিনি-চাৰিমাহ পাৰ হ'ল। অলকা বলিয়া যেন হৈ উঠিল। আজি আৰু তাইৰ দিন নচলেই তাইৰ সংসাৰত অভাৱৰ কৰাল ছাঁ। মেনকাক তাই খোলাকৈ কৈ দিলে—"ডাঙৰ ঠাইলৈ আহি কি ডাঙৰজনী হ'বৰ চেষ্টা কৰিলি? ঘৰত নিজৰ ঠাইত নহয় খুদে-কণে মিলিছিলেই, ইয়াত কিনা-বেচা থলত মই কেনেকৈ কি কৰিম?" তাই মানুহক সংকেত দিলে। মানুহৰ উপদ্ৰৱ বাঢ়ি যাবলৈ ধৰিলে। মেনকাই গহীন মুখে উত্তৰ দিলে—"মই ডুবিৰ দেৱালয়ৰ দেৱীক ছুই শপত খাইছোঁ, পুৰুষক মই স্পৰ্শ নকৰো।" হাঁহিৰ ৰোল উঠে। "দেৱীনো কোন? দেৱীচোন তুমি নিজে, আমি তোমাৰ উপাসকহে। দেৱী মিছা, দেৱালয় মিছা, শপত মিছা। ধৰা টকা।" টকাৰ ঠন্-ঠন্ শব্দ উঠে। মেনকাই কেৰাহিকৈয়ে নাচায়। অলকাই কাণ পাতি শুনি থাকে। লৰি আহি টকা বুটলি সাবট মাৰি লৈ মেনকাক তিৰস্কাৰ কৰিবলৈ ধৰে। আগন্তুকে বুঢ়ীক সান্ত্বনা দিয়ে—"বেকায়দাত পৰি শপত খাইছে, ধীৰে ধীৰে নিজে বুজিব।" অলকাই হিয়া ভুকুৱাই কৃত্ৰিম কান্দোন জোৰে। তাইৰ চকুলো নোলায়, তথাপি তাই কান্দে—আগন্তুকৰ সন্তুষ্টি সাধন কৰি চাহ-মিঠাই, তামোল-পাণৰ যোগান ধৰে। ধনী ল'ৰা, ধুনীয়া ডেকা দেখিলে তাই হিয়া উবুৰিয়াই আশীৰ্বাদ কৰে— "ভালে থাক বোপা, বাট নেৰিবি, তহঁতেই মোৰ অকুলৰ গোকুল।" ধনীৰ ল'ৰাই হাঁহে, পাঁচটকীয়া, দহটকীয়া নোট বুঢ়ীৰ আগত পেলাই দিয়ে। এইবোৰ দেখি মেনকাৰ বিৰক্তি ওপজে। তাই বহু প্ৰবন্ধৰ যঁতৰ এটা সংগ্ৰহ কৰি এতিয়া একান্ত মনে দিন-ৰাতি তাতে লাগি থাকে। মনত তাই শান্তি পায়। কিন্তু সেই শান্তি স্থায়ী নহয়।

অলকাই সংসাৰত ঘোৰ অভাৱৰ কাৰণ দেখুৱাই মেনকাৰ লগত কাজিয়া কৰে। মেনকাৰ অসহ্য হৈ উঠে। তাই কয়—"আপুনি গুচি যাওক। কোনে মাতিছিল মোৰ লগত আহিবলৈ? কিন্তু অলকা মায়াত বন্দী; যাব নোৱাৰি কান্দে, মেনকাৰ আগৰ যঁতৰটো খং কৰি দলিয়াই পেলায়। মেনকাই আন এটা উপায় বিচাৰি উলিয়ালে। তাই সাহ কৰি গৈ এদিন কাৰ্জন হলত সোমাল। কোনেও তাইক চিনি নাপালে। তাই আঠটকা ৰূপ দি হলৰ ডবল সভ্যা হ'ল। নাম ল'লে পাৰ্বতী। সেয়ে তাইৰ হ'ল অৱলম্বন। তাই দিন-ৰাতি কিতাপ পঢ়ে। সৰুতে ল'ৰাৰ লগত স্কুলত পঢ়ি তাই প্ৰাইমেৰী পাছ কৰিছিল। তাৰে আলম লৈ তাই কিতাপত ডুবি গ'ল। অলকাই দিন-ৰাতি গালি পাৰে—ওৰে ৰাতি তেল পুৰি কিতাপ পঢ়ি বৰ মানুহ কেহেলাইছে, সতীজনী হৈ পৰিছে! মেনকাই তাৰ উত্তৰ নিদিয়ে। মানুহে মাতি মাতিও মেনকাৰ লগ ধৰিব নোৱাৰে। ধৰিলেও তাই টকা ওলোটাই দি কয়—"ইয়াৰ কণাকড়ি এটাও দেশে খুজিলে অকাতৰে দিব পাৰিব নে? কিয়, এই টকা ইয়াত এনেকৈ নাঢালি দেশসেৱাত দিবচোন, কল্যাণ বহুগুণ হ'ব।" দিওঁতাই উত্তৰ কৰে—"বাৰভূতে খাব! থাওক দিয়া সেইখন দেশসেৱা। কেৱল নেতা সজাৰ ফন্দী।" মেনকাই উত্তৰ দিয়ে,—"তথাপি তেওঁলোকে দেশৰ স্বাধীনতা আগুৱাই আনিছে। কিন্তু আপুনি কি কূটাডাল কৰিছে দেশৰ হকে। দেশখন আপোনাৰো নহয়নে?" আগন্তুকে বিদ্ৰূপ কৰে—"তোমাক কংগ্ৰেছী সকলে পালে লেক্‌চাৰ দিবলৈ নিব।" অলকাই চল চাই খোচা মাৰে—"নিব সেয়েহে সিবাৰ অপমান কৰি মুখত লাথি মাৰি এৰি গুচি গ'ল।" তৰ্কাতৰ্কি বাঢ়ি যায়। কোনোপক্ষই ঘাটি নামানে। মেনকাই টকা এৰি উঠি গুচি যায়। অলকাই আগন্তুকে টকা ফিৰং নিয়ে বুলি নিমিষতে টকাকেইটা সামৰি লয়। অলকাৰ হাতত টকা আছে; এনেকৈ পোৱা ধনেৰে অলকাইতৰ ঘৰভাড়া, খাইখৰচ উঠি

যায়। তথাপি অলকাই দিনে নচলা অৱস্থাৰ ভাও জোৰে। অলকাই খং কৰি চৰু হাড়িৰ তললৈ জাল নিনিয়ে,—খং কৰি লঘোণে পৰি থাকে। মেনকাই ভ্ৰূক্ষেপ নকৰে। তাইক লাগে পথ, মুক্তিৰ পথ। অলকাই পৰাজয় মানে। কয়—"পেটৰ পোৱালিটোকো চাব নাপায় নে" বুলি হাউ হাউ কৰি কান্দে, তিলকাৰ যতন লয়, ধুৱায়, থুৱায়, শুৱায়। সন্ধিয়া আহি আগন্তুকে সেই কাণ্ড শুনে। সেইদিনাই তাইৰ দিনটোৰ খৰচ ওলায়।

[ ৬ ]

মেনকা নিয়মিতভাৱে হললৈ যায়, আহে। বহুত দিন বহুতে তাইলৈ চকু কৰিছে। তাই তাত সম্পূৰ্ণ অপৰিচিতা। বহুতে তাইৰ পৰিচয় লাইব্ৰেৰীয়ানক সুধিলে। লাইব্ৰেৰীয়ানে তাইৰ একো পৰিচয় দিব নোৱাৰে, নাজানে। কেৱল কয়—"তেওঁৰ নাম পাৰ্বতী, লাইব্ৰেৰীৰ ডবল সভ্যা।" মানুহে ভাবে তাই কোনোবা ভাল মানুহৰ তিৰোতা, ঘোৰা গাড়ীত আহে যায়। মদনমোহন গাঁৱৰ ল'ৰা—হ'ব খোজা য়ুনিভাৰ্চিটিৰ কৰ্মী। দুখীয়া খেতিয়কৰ সন্তান; তথাপি মদনে য়ুনিভাৰ্চিটিত প্ৰথম স্থান অধিকাৰ কৰি, দহজনৰ সুখ্যাতি লভিছে। মদনমোহন এম্-এ, প্ৰফেচাৰ। দুখৰ দিন অন্ত হৈ যে বগাৰূপৰ মুখ দেখি বহুত দিনৰ মূৰত সুখৰ পৰশ অকণি অনুভৱ কৰিবলৈ পাইছে। গাঁৱলীয়া মাক-বাপেকৰ আনন্দৰ পাৰ নাই। কিন্তু মদনমোহনে কলেজ ষ্ট্ৰাইকৰ পহিলা দিনাখনেই আঠকুৰি পোন্ধৰ টকীয়া প্ৰফেচৰ পদ ইস্তফা দিলে। ছোৱালী বিয়া দিবলৈ খাপ লৈ থকা বিজ্ঞ বহুতে মদনক মূৰ্খ বুলি অভিহিত কৰিলে। মদনৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। তেওঁ আয়াসেৰে খাই বৈ বাচি থকাটোকে জীৱন বুলি নাভাবে। এমুঠি ভাত, এখন কাপোৰৰ চিন্তা তেওঁৰ নাই। গাঁৱলীয়া দুখীয়া-মাক-বাপেক দাৰিদ্ৰ্যৰ হেঁচাত

যেনেকৈ চলি আহিছে তেনেকৈ চলি যাব। ব্যক্তিগত দাৰিদ্ৰ্যতকৈ সমূহীয়া দাৰিদ্ৰ্য অতি ভীষণ। নিৰৰ্থক লেকচাৰ দি টকা ঘটি ল'বা পঢ়াই থাকিবৰ দিন আৰু আহিব। কিন্তু দেশৰ স্বাধীনতা যুদ্ধৰ এটা সুযোগ এবাৰ হেৰালে সি আহিবলৈ বহু পুৰুষ লাগিব। মদনে আন্দোলনত যোগ দিলে। স্বেচ্ছাসেৱক বাহিনী পৰিচালনাৰ ভাৰ পৰিল মদনৰ ওপৰত। চহৰীয়া ধনীৰ জীয়ৰী কমলেশ্বৰীক একপ্ৰকাৰ মদনলৈ দিয়াৰ ঠিক হৈছিলেই। কমলেশ্বৰী গ্ৰেজুৱেট, ধুনীয়া গাভৰু। কমলেশ্বৰীৰ দেউতাকি কৃষ্ণপ্ৰসাদে বৰ দুখ পালে এই ঘটনাত। কৃষ্ণপ্ৰসাদে মদনক জনালে—"কমলেশ্বৰী তেওঁৰ ভাবী-ভাৰ্য্যা। কমলে মদনক ভাল পায়। মদনে কমলৰ কথা ভবা উচিত।" মদনে উজ্জ্বল হাঁহিৰে উত্তৰ দিলে—"তেওঁ গ্ৰেজুৱেট। তেওঁ নিজে বৰ্তমান দেশৰ পৰিস্থিতিৰ কথা সম্পূৰ্ণ উপলব্ধি কৰিব পাৰে। তেঁৱো আন্দোলনত যোগ দিয়ক। আন্দোলনৰ শেষত বিয়াৰ কথা ভাবিবলৈ মই মান্তি।" কৃষ্ণপ্ৰসাদ পেঞ্চন পোৱা উচ্চ ৰাজবিষয়া। তেওঁ দম্‌দমাই উঠিল—"মোৰ ছোৱালী আন্দোলনত যোগ দি প্ৰকাশ্য ৰাজপথত প্ৰচেচন কৰি ফুৰিব? জনতাৰ মাজত ভুচুং পছ ওলোৱাদি পিকেটিং কৰি হাত কেৰেয়া খাব, কাছাৰী গচকি, জেলখানাত সোমাব। আশ্চৰ্য্য, তোমাৰ যিমান ডাঙৰ মুখ নহয়, তিমান ডাঙৰ কথা।" মদনে হাঁহিলে। কৃষ্ণপ্ৰসাদ উচাট মাৰি আঁতৰিল।

গাঁৱৰ ভলন্টিয়াৰ কেম্পবিলাক পৰিদৰ্শন কৰি আহি মদনে কেইদিনমান অফিচৰ কেম্পতে জিৰাইছে। কলেজত পিকেটিং হ'ব। তাৰ ভাৰ মদনৰ ওপৰত। কৰ্ম-ক্লান্ত দিনৰ শেষত মদন গধূলি কাৰ্জন হললৈ যোৱাৰ অভ্যাস। নহ'লে মনটো ভাল নালাগে। পাঠাগাৰৰ কোণত সৌন্দৰ্য্যশালিনী যুৱতী এগৰাকীক নিবিষ্টমনে অধ্যয়ন কৰি থকা দেখিলে। মদনে কিছু আচৰিত মানিলে। এওঁক আগে-পিছে তাত দেখা নাই। কলেজৰ ছোৱালী কিছুমান

আহে সঁচা ; কিন্তু এওঁ কলেজৰ ছোৱালী নহয়। গাত অলঙ্কাৰ নাই, পৰিধান শুভ্ৰ মোটা খাদৰ, চকু-মুখত এটি উজ্জ্বল আভা যেন কোঠালটোৰেই পোহৰ হৈ পৰিছে। মদনে কলেজ-পিকেটিঙৰ বাবে মহিলা পিকেটাৰ বিচাৰি ফুৰিছে। হঠাৎ এওঁক দেখি মদনৰ আশা হ'ল—প্ৰথম মহিলা পিকেটাৰ এওঁকে পালে পোৱা যাব পাৰে। মদনে যুৱতীৰ কথা পাহৰিব নোৱাৰিলে। একেৰাহে তেওঁৰ মনৰ কোণত উজলি উঠে সেই ৰূপহী তৰুণী। এনেদৰে এদিন-দুদিনকৈ কেবাদিনো গ'ল। মদনে অপৰিচিতা তৰুণীৰ সন্ধান ল'বলৈ থিৰ কৰিলে। কিন্তু লাইব্ৰেৰীয়ানে ক'লে—"তেওঁৰ নাম পাৰ্বতী। ইয়াৰ ডবল সভ্যা। আন পৰিচয় মই নাজানো।" সেইদিনাই গধূলি মেনকাই "বিদ্ৰোহী ৰুছ" এখন হাতত লৈ হলৰ পূবফালৰ খট্‌খটিয়েদি নামি আহিব ধৰিছে, মদন গৈ আগতে পৰিল। মেনকাই গালত তপত তেজৰ উমান পালে। তাই তলমূৰ কৰি কাষৰ কাটি যাব ধৰিছে এনেতে মদনে মাত লগালে—"আপোনাৰ লগত কথা এটা আছে।" মেনকাই আচৰিত হৈ সুধিলে—"কাৰ লগত ?" মদনে ক'লে—"আপোনাৰ লগতে।" "মোৰ লগত ?" মদনে হাঁহি ক'লে—"হয়, আহক, আপোনাক কথাটো কওঁ।" তাইৰ বুকুখন ঢিপ্‌ঢিপাই উঠিল। কোনোমতে তাই মদনৰ লগত বাজআলি উঠিল। মদনে ক'লে—"কলেজ পিকেটিঙৰ বাবে আমি মহিলা পিকেটাৰ বিচাৰি পোৱা নাই। আপোনাক অনুৰোধ কৰিলে পাৰনে আমি আপোনাক ?" মেনকা লাইটৰ পোহৰত ৰঙা-চিঙা পৰি উঠিল। হায়ৰে! তাইৰ জানো সেই অধিকাৰ আছে ? ইয়াত ছদ্মবেশী মেনকাক বাতিৰ আন্ধাৰত কোনেও মন কৰা নাই। কোনোমতে তাই—আঁৰে আঁৰে কাণে কাণমাৰি সাৰি ফুৰে। কিন্তু প্ৰকাশ্য দিবালোকত, কলেজৰ ছুৱাৰ মুখত তাইক চিনি পাব—তাই পতিতা। সকলো কলেজৰ ছাত্ৰই হাঁহি উঠিব। বাটৰ দৰ্শকে হাঁহি ক'ব—এয়ো পিকেটিঙ কৰে! কি তীব্ৰ উপহাস, কি তীব্ৰ

সমালোচনাৰ বোল উঠিব তেতিয়া। হায়! অন্ধ সুন্দৰ পুৰুষ, তুমি ভুল কৰিছা। তাই সেহাই সেহাই সুধিলে, "আপুনি কাক কি কৈছে?" মদনে ক'লে—"কিয় আপোনাক।" "ভুল কৰিছে।" তেওঁ আকৌ সোধে—"কি ভুল কৰিছো?" মেনকাই ৰুক্ষস্বৰে উত্তৰ দিলে—"সেইবোৰ তিৰোতাৰ কাম নহয়।" মেনকাই পলাব পাৰিলেই বাচে। কিন্তু মদনে বাট ভেটি ক'লে—"তিৰোতাৰ কাম কেৱল ঘৰত সোমাই থকাটোৱে নে? এইযে পঢ়া-শুনা কৰিছে কিহৰ কাৰণে?" মেনকাই ক'লে—"তৰ্ক কৰিব মই নোৱাৰোঁ।" মুঠতে মই নোৱাৰো।" মেনকা উধাতু খাই গাড়ীৰ ভিতৰত সোমাল। গাড়ী এৰি দিলে। মদনে ভাবিবলৈ ধৰিলে—"কেনে তিৰোতা এওঁ? বাহিৰ-ভিতৰৰ মিল নাই।" সেই অপৰিচিতাৰ কথাবিলাক তেওঁৰ কাণত বাজিবলৈ ধৰিলে। কিন্তু তেওঁৰ কথা ভাবিবলৈ নিজে বেয়া পালে। পুৱা উঠি নানাজন নেতাৰ ঘৰে ঘৰে ফুৰিলে। এনেদৰে মনটো জাৰি-জোকাৰি পেলাবৰ চেষ্টা কৰিলে।

মেনকাই হলৰপৰা গৈ দেখে ধনীৰাম পাঠকৰ পুতেক সুকুমাৰ মেনকাৰ ঘৰত বহি আছে। দেখিয়েই মেনকাৰ জুই উঠিল, ৰুক্ষস্বৰে ক'লে—"আড্ডা দিবৰ ঠাই আৰু নাপায়?" সুকুমাৰে আসন এৰি উঠি ক'লে—"যাওঁ।" মেনকাই একো নামাতিলে। ধীৰে ধীৰে সুকুমাৰ বাহিৰ ওলাই আহিল। সুকুমাৰৰ তালৈ যোৱা অভ্যাস নাছিল। তেওঁ হ'ব ধৰা উকীল। ধনীৰ ল'ৰা; শান্ত-শিষ্ট, চৰিত্ৰবান। দেউতাকলৈ তেওঁৰ ভয়-ভক্তি আছে—দেউতাকৰ অপ্ৰিয়, অবাধ্য নহয়। কিন্তু তথাপি সুকুমাৰে মেনকা আহিবৰ দিন ধৰি প্ৰায়ে তালৈ গৈছিল। সুকুমাৰৰ বন্ধু মানিকে বাজি মাৰি তেওঁক তালৈ নিয়ে। কিন্তু মেনকাৰ ব্যৱহাৰত এনে কঠিন কঠোৰতা দেখি সুকুমাৰে স্থিৰ কৰিলে মেনকাৰ মন তেওঁ জয় কৰিবই। সেয়ে সুকুমাৰে কতদিন মেনকাৰ কত ৰুক্ষ কথা শুনিছে, তথাপি তেওঁ তালৈ আহিছিল, নাহোঁ বুলি কৈও পিছদিনা আকৌ আহিছিল।

মেনকাৰ কৰ্কশ কটুক্তিৰ উত্তৰত সুকুমাৰে নীৰৱে হাঁহে, নীৰৱে উঠি গুচি যায়। মেনকা আচৰিত হয়—সুকুমাৰৰ সহিষ্ণুতা, অপেক্ষা কৰিবৰ শক্তি দেখি। সুকুমাৰে তিলকাক মাতি মৰম কৰে, চোলাৰ জেপত ভৰাই অনা নানা বৰণীয়া লজেনূছ দিয়ে, হাঁহে, ধেমালি কৰে। অলকাৰ সুখৰ-দুখৰ খবৰ লয়, অভাৱ-অনাটনৰ কথা শুনে আৰু নীৰৱে তামোলৰ বটাটোত টকাটো, নোটখন থৈ আহে। মেনকাই সুধিলে কয়—"মোৰ খুচি।" অলকাই নেদেখিলে মেনকাই দহটকীয়া, পাঁচটকীয়া নোটখন তাৰ গালৈ দলিয়াই দি কয়—"টকা দিবৰ ঠাই পোৱা নাই?" সুকুমাৰে কয়—"নাই পোৱা" মেনকাই উত্তৰ বিচাৰি নাপায়। ভাৱে—সুকুমাৰে এনেকৈ আহি লাগিল কেলেই? শেষত এওঁৱেই মোৰ প্ৰতিজ্ঞা ভঙাব নেকি? কয়—"লাভ নাই আহি, মই দেৱীৰ দেৱালয় ছুই শপত খাইছো।" সুকুমাৰে গম্ভীৰভাৱে কয়—"ভাল কৰিছা।" মেনকাই বিস্ময়ত চকু তুলি সোধে—"উপহাস নেকি?" "মুঠেই নহয়" সুকুমাৰে গহীন হৈ উত্তৰ দিয়ে। "আপুনি নাহিব"—বুলি মেনকা ভিতৰ সোমায়। সুকুমাৰ লাহে লাহে উঠি গুচি আহে। কিন্তু আকৌ যায়, গ্ৰন্থৰতা মেনকাৰ আগত ঘপহ কৰে থিয় হৈ—মেলা কিতাপ জপাই ধৰে, আগৰ লেম্প কমাই দিয়ে। মেনকাই আসন এৰি উঠি কয়—"উপদ্ৰৱ কৰে কেলেই?" "নকৰো" বুলি সুকুমাৰে আকৌ কিতাপখন মেলি দিয়ে, লেম্পটো উজ্জলাই দিয়ে। মেনকাৰ কিতাপ পঢ়া নহয়, সুকুমাৰ উঠি গুচি আহে। কিন্তু সেই সুকুমাৰে আজি যেন মেনকাৰ কথাত আঘাত পালে। সুকুমাৰৰ চকুলো ওলাব খোজে। কিন্তু লৰালৰি কৰি তেওঁ বাহিৰ ওলাই পৰে। বাহিৰৰ মুক্ত বতাহত ওলাই উশাহ লৈ ভাবিলে—"তেওঁ এইবোৰ কি কৰিছে? দেউতাকে শুনিলে ক'ব কি?" সুকুমাৰে তিলকাৰ লগত ধেমালি কৰি আছিল। অলকাই চাহ-জলপান লৈ আহি দেখে—সুকুমাৰ নাই। মেনকাই গম্ভীৰ হৈ চকা এখনত বহি আছে। কেৰাহিকৈ মেনকালৈ চাই সুধিলে—

"সুকুমাৰ গ'ল ক'লৈ ক'ব পাৰনে?" "পাৰো" বুলি মেনকাই ক'লে —"ঘৰলৈ গ'ল।" "তই কিবা কলি নেকি?" মেনকা নিৰুত্তৰে উঠি শোৱা কোঠালী সোমাল। অলকাই চাহৰ পিয়লা, জলপানৰ পিৰিচ আগৰ টেবিলত থেকেচা মাৰি থৈ হাঁউ হাঁউ কৰি উঠিল—"তই এতিয়াই ওলাই যাহি। তোৰ লগত মোৰ তেজৰ সম্বন্ধ নাই। সেইদেখি তই মোক তেজে-পুজে শুহি খাব লাগিছ।" অলকাই হাত ভৰি এচাৰি কান্দিবলৈ ধৰিলে। মেনকাক দেখুৱাই তালি-টোপোলা বান্ধিবলৈ ধৰিলে—তায়ে ওলাই যাব। কিন্তু মেনকাই একেষাৰ মাতো নামাতিলে, তাই লেম্প নুমাই শুই পৰিল। অলকাই মহা সমস্যাত পৰিল। "নিজৰ ছোৱালীবো তাই খবৰ নলয়" বুলি কপাল মূৰ ভুকুৱাই তিলকাৰ যতন ল'বলৈ ধৰিলে। খাবৰ পৰত মেনকা নুঠিল। ওৰে ৰাতি শঙ্খধ্বনিৰ দৰে তাইৰ কাণত বাজিবলৈ ধৰিলে মদন মোহনৰ কথা। "আপোনাকে বিচাৰিছো।" চকুৰ আগত ভাঁহে মুখখন আৰু মিচিকি হাঁহি এটি। মদন মোহনক তাই চিনি নাপায়, নাজানে, কিন্তু তথাপি তাই মদনক সুকুমাৰতকৈ, উচ্চমনা, শ্ৰেষ্ঠ যেন পায়। তেওঁৰ শুভ্ৰ বগা খাদৰ—আন্ধাৰ-পোহৰৰ মাজত যেন কোনোবা আলোকপুৰীৰ এটি জ্যোতিপুঞ্জ। সসম্ভ্ৰমে তাইৰ মূৰ দোঁৱাইছিল। সেই অপৰিচিত সম্ভ্ৰান্ত পুৰুষৰ কথা ভাবিবলৈ তাইৰ কি অধিকাৰ আছে? তাই গণিকা, পতিতা, বিশ্বজগতৰ হেয়া, ঘৃণিতা। তাই কিয় সেই পুৰুষৰ কথা ভাবে! এনেদৰে তাইৰ ভাৱৰ অন্ত নাই; ইপিনে সুকুমাৰো নাহিল। এদিন, দুদিনকৈ সপ্তাহ উকলিল, তথাপি সুকুমাৰ নাহিল। অলকাই মেনকাক গালি পাৰিবলৈ ধৰিলে— "এনে ল'ৰাকো খেদিলি, কেইদিন নাখাই থাকিবি? দেশভক্তা ভাৰতীয়ে তোক খুৱাব, নে দেশভক্ত সকলেই আহি খুৱাব? নাবাৰ কেলেই, নহয় কেলেই দেশৰ নেত্ৰী! লাঠি মাৰি দেখোন এৰি গৈছে।" অলকাই সঁচাকৈয়ে সুকুমাৰক পাই—আশান্বিত হৈছিল; এতিয়া সুকুমাৰ আহিবলৈ এৰাত বুঢ়ী অতিকৈ কাতৰ হৈ পৰিল। তাই

ভাত-পানী ৰান্ধিবলৈ এৰি দিলে। মেনকাৰ খণ্ডত তিলকাক অকাৰণতে মাৰ-ধৰ কৰিবলৈ, চিঞৰি বাখৰি পাৰা তোলপাৰ লগালে। মেনকাই থিৰ কৰিলে—তাই সেইদিনাই হয় মৰিব নহয় বাচিব।

মদন মোহন প্ৰাদেশিক অফিচৰ অফিচ ৰুমত বহি নিৱিষ্টচিত্তে কি চাব লাগিছে, এনেতে ঘোঁৰা গাড়ী এখন আহি পদূলিত ৰ'ল। মদনে মূৰ তুলি চালে। মেনকা গাড়ীৰপৰা নামি ভিতৰ সোমাল। মদন আচৰিত হৈ সেইফালে চাই ৰ'ল। মেনকাই ওচৰলৈ আহি নতমুখে সুধিলে—"পতিতাকো পিকেটিঙত ল'ব পাৰিনে?" মদনে আচৰিত হৈ একেথৰে মেনকাৰ মুখলৈ চাই ৰ'ল। মেনকাই কৈ গ'ল—"মই পতিতা, পাৰিবনে দিব মোকো দেশ সেৱাৰ অধিকাৰ?" মদনে আত্ম-সম্বৰণ কৰি ক'লে—"কি কথা কথা কৈছে বিশ্বাস নহয়।" মেনকাই কথাত জোৰ দি ক'লে—"প্ৰমাণ লাগেনে? "নালাগে"—বুলি চকী এখন আগবঢ়াই দি মদনে ক'লে—"বহক।" বহিম বুলি থিয় অৱস্থাতে মেনকাই উত্ৰাৱল হৈ ক'লে—"উত্তৰ দিয়ক।" দিম বুলি মদনে অলপ হাঁহি ক'লে—"আপোনাৰ কিবা মনোবিকাৰ ঘটিছে যেন পাওঁ। নহ'লে সিদিনা মোৰ আগত চোন আপুনি নোৱাৰো বুলি কৈছিল। তিৰোতাৰ হেনো ই কাম নহয়।" মেনকাই অধীৰভাৱে ক'বলৈ ধৰিলে—"কৈছিলো, কিন্তু মিছা কথা। মিছাকৈয়ে জোৰ কৰি মিছা কথা কৈছিলো। কাৰণ পতিতাৰ দেশসেবাত অধিকাৰ নাই।" মদনে শান্ত সংযত কণ্ঠে ক'লে—"কোনে কৈছে নাই। মানুহ মাত্ৰৰে অধিকাৰ আছে।" মেনকাই স্বৰ্গৰপৰা পৰা যেন হৈ ক'লে—"আছে? আছে? তেনেহলে দিয়ক সেই উপায়, দিয়ক সেই সন্ধান" একে উশাহে সকলো কথা ক'লে—"যদি কিবা উপায় কৰিব পাৰে, কৰক, এই নৰকভূমিৰ পৰা উদ্ধাৰ হওঁ। একে দিনতে জেললৈ যোৱা পিকেটিং দিয়ক। নগৰত মানুহে চিনিব বুলি নিদিয়ে, নিচিনা দূৰ গাঁৱত দিয়ক। বাহিৰৰ পৰা ভিতৰত গৈ জ্বলীম।" কি সুতীব্ৰ বেদনাত যে আজি এনে উক্তিয়ে বাহ্যজগতৰ সম্পৰ্কৰহিত বন্দীজীৱনক

বিচাৰিছে, মদন মোহনৰ তাক বুজিবলৈ এক মুহূৰ্ত্তও পলম নালাগিল।

তেওঁ মেনকাৰ হাত এখন ছুই ক'লে—"আপোনাক ছুই শপত খাই মই কৈছো, মোৰ যেনে দেশসেৱাত অধিকাৰ আছে, আপোনাৰো তেনে অধিকাৰ আছে। মানুহে ভুল কৰি অপৰাধ কৰিব পাৰে; কিন্তু তাৰ বাবে অধিকাৰ নেহেৰুৱায়। দেশৰ মাটিত আপুনিও আছে; ময়ো আছোঁ। এই মাটিৰ অধিকাৰ সকলোৰে সমানে আছে। নথকাহেঁতেন মাটিয়ে, মোৰ দৰে আপোনাকো বৈ লৈ ফুৰিবালেহেঁতেন। আপুনি মোৰ সহকৰ্মীৰূপে নিৰ্ভয়ে কাম কৰিব।" ওচৰতে সহকৰ্মী এজনে কাম কৰি আছিল। তেওঁ এওঁলোকৰ ফালে মূৰ দাঙি চালে। মদনে ক'লে—"আজিৰ এই কথাৰ আপুনি থাকিল সাক্ষী।" মদনে স্বেচ্ছাসেৱকৰ প্ৰতিজ্ঞাপত্ৰ এখন মেনকাৰ পিনে আগবঢ়াই দিলে, মেনকাই চহী কৰিলে। সেইদিনাই আবেলি টাউনৰ মদৰ দোকানৰ পিকেটিঙত মেনকা এৰেষ্ট হ'ল। অলকা কান্দি কাটি অস্থিৰ হ'ল। মেনকাই তালৈ কাণ নকৰিলে। বিচাৰত মেনকাৰ ন মাহ সশ্ৰম কাৰাদণ্ড হ'ল। অলকাই থিৰ কৰিলে তায়ো পিকেটিঙ্ কৰি জেললৈ যাব। কিন্তু অলকাক পুলিচে গ্ৰেপ্তাৰ নকৰিলে। অলকাক মটৰত তুলি নি দূৰৈত এৰি থৈ আহিল। তিলকা কংগ্ৰেছ অফিচৰ হেপাজতত থাকিল মদনক ধৰিলে, তাইৰ টকা আছে থকাৰ দিহা কৰি দিব লাগে। মদনে মহিলা সমিতিৰ আশ্ৰমত অলকা-তিলকাক থৈ দিলে। তিলকাই তাত পঢ়ে, অলকাই সৰু সৰু অনাথ-অনাথাৰ তত্বাৱধান লয়।

কেইদিনমান পিছতে মদনৰো জেল হ'ল; দ্বিতীয় শ্ৰেণীৰ বিনাশ্ৰম জেল—এবছৰলৈ। মেনকাই সেই কথাও শুনিলে। একে জেলতে মেনকা-মদন আছে, কোনেও কাকো দেখা নাপায়। জেলৰ ভিতৰতে জেলৰ দুৰ্লঙ্ঘ্য প্ৰাচীৰ; কিন্তু মেনকাই জেলৰ ঢেঁকিত ধান বানিবলৈ বহিও মানস চকুৰে মদনক দেখে, কথা পাতে মদনৰ লগত। সৰহ

ভাগ ৰাজিছে তাইৰ টোপনি নাহে, কাণত বাজে মন্ত্ৰ ধ্বনিৰ দৰে মদনৰ সিদিনাৰ কথাবিলাক।—আপোনাক ছুই শপত খাই কৈছো, মোৰ যেনে দেশসেৱাত অধিকাৰ আছে, আপোনাৰো আগে। তাইৰ কাণত বাজে সিদিনাৰ 'সহকৰ্মী' শব্দ। তাইৰ মনত আউল লাগে। জেল-খানাৰ ইটাৰ সুদৃঢ় প্ৰাচীৰত তাইৰ অনুচ্চাৰিত ধ্বনি লাগি উফৰি আহি বতাহত বাজে সোঁ সোঁকৈ—সহকৰ্মী! সহকৰ্মী!! তাইৰ মুখ উজ্জ্বল আলোকিত হৈ উঠে, চকুৰে এটি দীপ্তি বৈ যায়। তাইৰ মন সহকৰ্মী শব্দৰ ব্যাখ্যা লৈ ব্যস্ত হৈ উঠে। তাৰ তত্ত্ব উলিয়াবলৈ লাগি যায়;—"সহকৰ্মী দেশৰ কামৰ নে কিহৰ? কিহৰ ই স্বপ্নজাল ৰচিলে মদনে, কি ইন্দ্ৰজালত পৰি তাইৰ বুকুখন ভাৱনাত চিৰাচিৰ হ'ব খোজে।" বন্দীজীৱন, তাই তাইৰ গাৰ ধূলি-মলিয়ন জেলৰ পখৰা-পখৰি ডাঠ কাপোৰখনলৈ চায়। উঃ! তাইৰ কি মুক্তি, কি আনন্দৰ জীৱন তাইৰ।

* আৱাহন। ১৮৬১ শক। ১১শ বছৰ ৯ম সংখ্যা।

# শৰতৰ শেৱালী

## পদ্মকুমাৰী গোহাঁই

তেতিয়া সন্ধিয়া হোৱা নাই। ৰাঙলী ৰঙেৰে সূৰ্যদেৱ পছিমেদি মহৰ যাব ধৰিছে। পছিমৰ সোণালী আভালৈ চাই আছে শৰত আৰু শেৱালীয়ে। ইজিচেয়াৰখনৰ গাৰুটো ভাল কৰি দি শৰতে শেৱালীৰ হাতৰ আঙুলিকেইটা পিটিকি দিলে। শেৱালীয়ে শৰতৰ হাতখনি নিজৰ হাতৰ মুঠিত লৈ ক'লে, "আপুনি এইদৰে মোৰ ওচৰত অনবৰতে থকা বৰ অন্যায় হৈছে।" শেৱালীৰ শেঁতা মুখখনৰ ফালে চাই শৰতে ক'লে, "শেৱালী, ন্যায়-অন্যায় তুমি নাভাবিবাচোন। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰা যাতে সোনকালে আৰোগ্য লাভ কৰিব পাৰা আৰু মনটো সদায় প্ৰফুল্লিত কৰি থাকিবা...." শেৱালীয়ে বাধা দি ক'লে, "মই সঁচাকৈয়ে ভয় কৰিছো আপোনাৰ কাৰণেহে।" শৰতে ক'লে, "ভয় নকৰিবা শেৱালী, মোৰ এই বলিষ্ঠ সুন্দৰ দেহত তোমাৰ বেমাৰৰ ক্ষুদ্ৰ বীজাণু পৰশ কৰিব নোৱাৰে।" তাৰপিছত শৰতে শেৱালীৰ মুখত পৰি থকা চুলিকেইদাল ভাল কৰি দিয়ে। ঘামি থকা মুখখন মচি দিয়ে আৰু ভৰি দুটি খনিয়াখনেৰে ঢাকি দিয়ে। শেৱালীয়ে এটা ক্ষীণ হাঁহি মাৰি শৰতৰ ফালে চাই ক'লে, "বেমাৰে পালে সবল সুস্থ দেহৰ অৱস্থা এই মোৰ দৰেই হ'ব। এই বেমাৰৰ আগত সকলো মিছা।" শৰতে ক'লে, "কেলেই মিছা হব শেৱালী, কত মানুহ ভাল হৈছে। তোমাৰ মনৰ আশঙ্কাবিলাক আঁতৰাই পেলোৱাচোন।" শেৱালীয়ে কাহিবলৈ ধৰিলে লগতে ওলাল অকণি তেজ। শৰতে মচি দি ক'লে, "বৰকৈ কথা নকবা শেৱালী!" শেৱালীয়ে ইজি-চেয়াৰৰ গাত অৱশ হৈ শুই পৰিল। শৰতে দূৰৰ পাতহীন লঠঙা পলাশ গছৰ শাৰীলৈ চাই ৰ'ল।

অলপ পাছত শেৱালীয়ে ক'লে, 'শুনিছে ?'—শৰতে ব্যস্ত হৈ ক'লে, "কি, শেৱালী ?" শেৱালীয়ে হাতেৰে মুখখন আঁতৰাই ক'লে, "বেমাৰীৰ ইমান ওচৰলৈ মুখ আনিব নাপায় নহয়।" শৰতে শেৱালীৰ হাতখন ধৰি ক'লে, "তুমি যে মোৰ আপোন!" বাধা দি শেৱালীয়ে ক'লে, "মইহে আপোন বেমাৰটো নহয়, নহয়। বেমাৰ ভাল নোহোৱালৈকে আঁতৰত থাকিব।" শৰতে শেৱালীৰ শেঁতা মুখখনলৈ চাই ৰ'ল। শেৱালীয়ে ক'লে, "মই আৰু এনেকৈ থাকিব নোৱাৰোঁ। মোক এটা চেনীটেৰীয়ামত থৈ আহকগৈ।" শৰতে ক'লে, "কিয় ? ইয়াত তোমাৰ কষ্ট হৈছে নেকি, শেৱালী ?" শেৱালীয়ে একেৰাহে শৰতৰ মুখলৈ চাই ৰ'ল। একো নকলে। শৰতে শেৱালীৰ কপাল-খনত হাত বুলাই ক'লে, "শেৱালী, এনেকৈ চাই আছা কিয় ? মই কৈছো তুমি মনটো ডাঠ কৰা। তুমি ভাল হ'বা, সঁচাকৈয়ে ভাল হ'বা। হাজাৰ দৰব খোৱাঁ, একো লাভ নাই যদি তুমি সদায় ভাবি থাকা তুমি ভাল নোহোৱা বুলি। মনৰ বলেহে মানুহক ৰোগৰপৰা সোনকালে মুক্ত কৰে। মোৰ কথা বিশ্বাস কৰাঁ, তুমি ভাল হ'বা। পুনৰ আমি সংসাৰ কৰিম। এনেকৈ বিছনাত থাকিব নালাগিব আৰু।" শেৱালীয়ে এটি হমুনিয়াহ কাঢ়ে। তাৰপিছত লাহে লাহে ক'লে, "ঘৰ কৰিব, সংসাৰ কৰিব—মোৰে সৈতে নহয়।" উত্তেজিত হৈ শৰতে ক'লে, "ছিঃ শেৱালী, কি কথাবিলাক কৈছা ?"

শেৱালীয়ে কাহিব ধৰিলে আৰু কাহৰ লগত ওলাল তেজ। শৰতে নিপুণতাৰে মচি দি শেৱালীক শুৱাই দিলে। তাৰপিছত শেৱালীৰ মূৰত হাতফুৰাই কবলৈ ধৰিলে, "শেৱালী, তুমি ভাল হ'বাই। আৰু ভাল হ'ব লাগিবই। মিছাতেই তুমি চিন্তা নকৰিবা।

কেইদিনমানৰ পাছত শেৱালীৰ একান্ত অনুৰোধত শেৱালীৰ কাৰণে শৰতে শ্বিলঙৰ যক্ষ্মা হস্পিটেলত এখন বেড যোগাৰ কৰিব লগা হ'ল। আন চেনীটেৰিয়ামলৈ নিবলৈ শৰতৰ সামৰ্থ্য নাই। শৰত কেছাৰীৰ সামান্য কেৰাণী। কাম কৰা সাত বছৰ আৰু শেৱালীৰে সৈতে ঘৰ—

সংসাৰ কৰা পাঁচ বছৰ হৈছে। আজি বছৰেক হৈছে শেৱালীৰ এই মাৰাত্মক ৰোগে লগ লোৱা। ইয়াৰ ভিতৰত শৰতৰ সঞ্চিত অৰ্থ শূন্য হ'ল। ঘৰ-বাৰী বন্ধক থৈও শেৱালীৰ চিকিৎসা কৰাইছে। বৰ্তমান শৰতে শেৱালীৰ অলঙ্কাৰ বেচি শেৱালীৰ কাৰণে চেনিটেৰিয়ামত ঠাই ঠিক কৰিছে।

ৰেলত এখন সুকীয়া গাড়ী আছুতীয়াকৈ লবলৈ শৰতৰ অৱস্থাৰ অতীত। মধ্যম শ্ৰেণীৰ ডবাতে নিব লগা হৈছে তেওঁৰ প্ৰিয়তমা পত্নীক। তথাপিও শৰতে শান্তি পাইছে যে শেৱালীৰ মনৰ আশা পূৰ্ণ কৰিব পাৰিছে। শেৱালীক বিছনা এখন কৰি শুৱাই ওচৰতে বহিল শৰত। দেখিলে শেৱালীৰ যেন মনটো আগতকৈ আনন্দিত। ভাবিলে শেৱালীৰ মনৰ আশা চেনিটেৰিয়ামত সোনকালে ভাল হ'ব। শেৱালীৰ মুখখন দেখি শৰতে আনন্দ পালে। ৰেলগাড়ী সশব্দে যাব ধৰিছে। শেৱালীয়ে বৰ তৃপ্তিৰে শৰতৰ কোলাত নিজৰ হাত দুখন থৈ শৰতৰ ফালে ৰ' লাগি চাই আছে। শেৱালীৰ এই মুখখন চাই চাইও যেন হেঁপাহ নপলায়।

মাজতে মৰিয়নী ষ্টেছনত এজন ক্ষীণকায় ডেকা সেই গাড়ীতে উঠিল। তেওঁৰ লগত এজনী গাভৰু। ৰেলত মানুহৰ বৰ ভীৰ নাই। বোধহয় শেৱালীৰ অৱস্থা দেখিয়েই মানুহ উঠা নাছিল। সেই গাভৰুৱে বিছনা পাৰি তৎক্ষণাৎ ডেকাজনক শুৱাই দি শৰতৰ দৰে ওচৰতে বহিল। শৰতৰ বুজিবলৈ বাকী নেথাকিল যে সেই গাভৰু গৰাকীয়ে শৰতৰ দৰেই এজন ৰোগী আনিছে, কোনোবা নতুন ঠাইলৈ নতুন আশা হৃদয়ত সাবটি লৈ। মাজে মাজে শেৱালীয়ে কাহে, বগা ফটাকানিত পৰে ৰঙা তেজৰ চেকুৰা। শৰতে মছি খেকাৰ পেলোৱা পাত্ৰত পেলায়। ওচৰৰ গাভৰু গৰাকীয়ে চাই ৰয় শৰতলৈ। তেৱোঁ তাকেই কৰে। তেওঁৰ ৰোগীয়েও কাহে ঠিক তেনেকৈয়ে। ৰেলৰ যি দুই এজন যাত্ৰী আছিল তেওঁলোকো ভয় আৰু বিভীষিকাৰ মাজত থাকিব নোৱাৰি নামি যায়গৈ। এনে প্ৰকাণ্ড ৰেলৰ ডবাটো এনেয়ে

ৰিজাৰ্ভ হৈ পৰে দুটি পৰিয়ালৰ কাৰণে।

শ্বিলঙৰ যক্ষ্মা হাস্পাটালৰ ২৯ নম্বৰ বেড শেৱালীৰ কাৰণে ঠিক কৰা হ'ল। শেৱালীক থবলৈ গৈ শৰতে দেখিলে সেই গাভৰু গৰাকীয়েই আনিছে সেই ৰেলৰ সহযাত্ৰীজনক থবলৈ। শৰতে এটি নমস্কাৰ কৰি সুধিলে, "আপোনাসকলো আহিছে ইয়ালৈকে?" গাভৰু গৰাকীয়ে ক'লে 'হয়'। শৰতে সুধিলে, 'কিমান দিনৰ পৰা?' গাভৰু গৰাকীয়ে শুকান হাঁহি মাৰি কলে, ক'বতো নোৱাৰো কিমান দিনৰ পৰা; বিয়া হোৱা আজি মাত্ৰ দুমাহ। শৰত জিকাৰ খাই উঠিল। শৰতে আকৌ সুধিলে "ডাক্তৰে কি কলে?" শান্তভাবে হুমুনিয়াহ কাঢ়ি গাভৰু গৰাকীয়ে উত্তৰ দিলে, "এই ছমাহ মানৰ পৰা আৰম্ভ। ভাল হব বুলি কৈছে।" শৰতে সিয়ঁৰি উঠি ভাবে, "অসমীয়া জাতিটোৰ নাছিল কি? বাৰী ভৰা শাক, পুখুৰী ভৰা মাছ, গোহালি ভৰা গৰু,ভঁৰাল ভৰা ধান, তেতিয়াতো নাছিল এইবোৰ ৰোগ। অসমীয়াৰ নিজৰ একতা নোহোৱাৰ কাৰণে অসমৰ সকলো সম্পদ বিদেশীৰ হাতত দি দুখীয়া দৰিদ্ৰ হৈ আজি এই মহাকাল ব্যাধি অসমৰ ঘৰে ঘৰে হৈ কত লোকৰ সোণৰ সংসাৰ ছাৰখাৰ কৰিব ধৰিছে। কতই দৰিদ্ৰতাৰ কাৰণে বিনা চিকিৎসাত অকালতে মৃত্যুক বৰণ কৰিব লগা হৈছে তাৰ সীমা-সংখ্যা নাই।

দুপৰীয়া একমান বজাত তেওঁলোকক বিদায় দি অহাৰ পাছত শেৱালীয়ে শৰতৰ এখন হাতত ধৰি ক'লে, "মোৰ এটা অনুৰোধ ৰাখিবনে?" শেৱালীৰ কথাষাৰ বৰ করুণ যেন শুনালে শৰতৰ কাণত। শৰতে ক'লে, "শেৱালী! কোৱা, কেতিয়া তোমাৰ কথা ৰখা নাই বাৰু।" শেৱালীয়ে মুখত এটা ৰঙীন হাঁহি মাৰি ক'লে "আপুনি আৰু এই ৰোগী বিলাকৰে ভৰা ঘৰটোলৈ নাহিব। মই যদি কেতিয়াবা ভাল হওঁ নিবলৈ আহিব। এনেকৈ সদায় চাই থাকিলেওতো মোৰ ৰোগ সোনকালে ভাল নহয়। আপুনি ঘৰলৈ যাওঁক, কাম এটা বিচাৰি লওকগৈ। সঁচাকৈয়ে দুখ লাগে মোৰ

কাৰণেই আপোনাৰ চৰকাৰী চাকৰি গল। মোৰ কাৰণেই ভেটিমাটিও গল। সঁচাকৈয়ে মই বৰ...." বাধা দিলে শৰতে। শেৱালীয়ে শৰতক মুক্তি দিবলৈকে যে চেনিটৰিয়ামত আশ্ৰয় লৈছেহি শৰতে বুজিলে। কিন্তু শৰত যায় কেনেকৈ হাজাৰ ৰোগীৰ মাজত শেৱালীক অকলে এৰি থৈ। শেৱালীয়েই যে শৰতৰ প্ৰাণ! শৰতে শেৱালীৰ সৈতে কত সুখৰ ছবি আঁকিছিল.......কত সোনালী সপোন দেখিছিল শেৱালীৰ সৈতে, সেই শেৱালীক এৰি শৰত যাব ঘৰলৈ! কাম বিচাৰি! শৰতৰ হিয়াই কান্দি উঠে, তেওঁ যেন চিঞৰি কব, "শেৱালী তুমি যত আছা সেয়ে মোৰ ঘৰ;.......তোমাৰ মুখৰ এষাৰি মাতেই মোৰ শান্তি, নালাগে আৰু একো সুখ। ভগবানে যদি তোমাক ভাল কৰি দিয়ে সেয়ে মোৰ সুখ,.......সেয়ে অসীম শান্তি।" কিন্তু একো কব নোৱাৰি ৰ লাগি শেৱালীৰ শেঁতা মুখখনিলৈ চাই থাকে শৰতে।

শেৱালীয়ে পুনৰ কয়, "শুনিছে এজনী তিৰোতা মানুহৰ কাৰণে কাৰো ইমান ক্ষতি হোৱা নাই আৰু নহবও। সঁচাকৈয়ে, মোৰ মনত এই কথাই বেছি ব্যথা দিছে।" শৰতে শান্ত মানুহৰ দৰেই শুনি যায়, উত্তৰ মুখত নাহে। একেৰাহে চাই ৰয় শেৱালীৰ শুকান মুখখনিলৈ। এই মুখখনি চাই চাইও যে শৰতৰ এদিন হেপাহ নপলাইছিল, শৰতে কত জোনাক ৰাতি শেৱালীৰ লগত তুলনা কৰি কটাইছিল কিন্তু সেই শেৱালীৰ আজি এই অৱস্থা। আজিও আছে শেৱালীৰ সেই ধুনীয়া মুখ কিন্তু তাত নাই সেই সেন্দুৰীয়া আভা; যাক লৈ শৰতে এদিন গৌৰব অনুভৱ কৰিছিল। শৰতে মনৰ আকুলতাৰে এই শুকান নিষ্প্ৰভ মুখতেই বিশ্বৰ সকলো সৌন্দৰ্য্য বিচাৰে, এই শেৱালীৰ লগতেই পাতিব পুনৰ সুখৰ সংসাৰ.......তাৰে আশা কৰি শৰতে হৃদয়ত বল বান্ধে, মনত পায় অপাৰ আনন্দ। চৰকাৰী চাকৰী যোৱা কথা শৰতে ভবা নাই.......যদি কেনেবাকৈ এই সকলো বিলাকৰ দৰে শেৱালীকো হেৰুৱাই তেনেহলে.......। শৰতে আৰু থিৰেৰে ৰব নোৱাৰে,.......শেৱালীৰ পৰা বিদায় লৈ আহিল ডাক্তৰ চৌধুৰীৰ

বঙলালৈ। ডাক্তৰ চৌধুৰীয়ে কথা পাতি আছিল দুজন সহকাৰীৰ লগত। শৰতক দেখি বহিবলৈ দিলে। শৰত বহিল। সহকাৰী সকল আঁতৰি গল। ডাক্তৰ চৌধুৰীয়ে শৰতক সুধিলে, "কিবা কবলৈ আহিছা বৰুৱা?" চৌধুৰীৰ মিঠা মাতে শৰতৰ চকুত চকুপানী আনিলে। ৰুমালেৰে শৰতে চকুলো মচি কিছু সময় বৈ কলে, "আপোনাৰ ওচৰত এটি ভিক্ষা বিচাৰি আহিছোঁ। মোৰ এই ক্ষুদ্ৰ জীৱনটি আপোনাৰ ওচৰতেই মই দান কৰিছোঁ। আপোনাৰ ঘৰত মোক যিহতে লাগে খটুৱাই লব;........মোৰ দিবলৈ আৰু একো নাই। কিন্তু তাৰ বিনিময়ে মোৰ শেৱালীক ভাল কৰি দিব লাগিব।" শৰতৰ চকুপানী দুটোপা দুগালে বৈ যায়। আকৌ কয়, "দিব, দিবই লাগিব।"

চৌধুৰীৰ চকু চলচলীয়া হৈ উঠিল, কণ্ঠত মৌসানি কলে, "শৰত, তুমি ল'ৰা মানুহ নোহোৱা, সকলো বুজা। মই ঈশ্বৰ নহয়, ময়ো তোমাৰ দৰে তেজ মঙহেৰে গঢ়া এজন মানুহহে। ঈশ্বৰে তোমাৰ মনত শান্তি দিব, তোমাৰ শেৱালীক ভাল কৰিব। শৰত"........এনেতে ফোন বাজি উঠিল। চৌধুৰীয়ে ধৰি সুধিলে, "কোন?" উত্তৰ আহিল, "মই নাৰ্চ, ২৯ নম্বৰ বেডৰ ৰোগীৰ চিৰিয়েচ, তেজ বতিয়াইছে। আহক সোনকালে।" চৌধুৰীয়ে কলে, "ব'লা শৰত, নাৰ্চে মাতিছে।" দুয়ো ওলাই যায়।

ডাক্তৰ চৌধুৰী আৰু শৰত দুয়ো বেগাবেগিকৈ গৈ শেৱালীৰ বিছনাৰ ওচৰ পালেগৈ। তেওঁলোকে দেখিলে তেজেৰ চেকুৱা চেকুৰ, কেউফালে....তেজেৰে বিছনা গাৰু ৰঙা হৈ আছে। শেৱালীয়ে বৰ শান্তিৰে যেন শুইহে আছে। শৰতে কঁপা কঁপা মাতেৰে মাতিলে ...."শেৱালী, শেৱালী!" নাৰ্চ আহি হাস্পাটালৰ নিয়মতে এখন বগা কাপোৰেৰে শেৱালীৰ গোটেই বিছনাখন ঢাকি দিলেহি।

☐ সোমাৰ জ্যোতি। ১৮৭২ শক। ১ম বছৰ ২য় সংখ্যা।

# বিজ্ঞা

আনদিনাৰ নিচিনা সেইদিনা ৰ'দ উঠা নাই। ৰাতিপুৱাৰ পৰাই বতৰটো ডাৱৰীয়া। গোটেই ঘন আকাশ মেঘে ছাতি আছে। প্ৰত্যেক মুহূৰ্ত্ততে বৰষুণ দিওঁ দিওঁ কৰিছে। কিন্তু দিয়া নাই। পৃথিবীয়ে গহীন মূৰ্ত্তি ধাৰণ কৰিছে। প্ৰকৃতি দেৱীৰ এই গহীন ছবিটি দেখি গছৰ পাত এটায়ো যেন লৰিবলৈ সাহ পোৱা নাই, চৰাই এটিয়েও কিৰিলিয়াব পৰা নাই।

ভৰ দুপৰীয়া। চাৰিউপিনে নিজান নিতাল। বাহিৰৰ এই গভীৰতাই আহি দেৱীৰ অন্তৰৰ তাঁৰ এডালিত এটা গহীন সুৰৰ ঝঙ্কাৰ তুলিছে। এটা ক'ৰবাৰ অজানা দুঃখে দেৱীৰ মনটো ভৰি পৰিল— ক্ষন্তেকৰ কাৰণে মনটো তেওঁৰ ভাঁহি গ'ল অতীতৰ পুৰণি স্মৃতিৰ সুঁতিত।

বৰ্ত্তমানৰ সৃষ্টি অতীতৰ ভেটিত। ভূত, ভবিষ্যত, বৰ্ত্তমান, এটাকো আমি আনটোৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰোঁ। প্ৰত্যেকেই প্ৰত্যেকৰ লগত অঙ্গাঙ্গী ভাবে লগ লাগি আছে। প্ৰত্যেকেই এক অখণ্ড মহাকালৰ অংশ। সেইকাৰণেই ইটোক সিটোৱে সততে সোঁৱৰাই দিয়ে।

শিখা আছিল বাপেক মাকৰ একমাত্ৰ ছোৱালী। দেৱী আছিল তেওঁৰ অন্তৰঙ্গ বন্ধু। দেৱীৰ মাক, বাপেক, ভায়েক ককায়েক সংসাৰত কোনো নাছিল। এবাৰ নিষ্ঠুৰ বান পানীৰ বুকুত সকলোবোৰ উটি গ'ল কৰবালৈ আৰু কেতিয়াও উভতি নাহিল। থাকিল মাথোন এই হতভাগিনী দেৱী। সকৰে পৰা অতিকষ্টত ডাঙৰ দীঘল হৈ জীৱন পথত নানা ৰকমৰ ধুমুহাৰ মাজেৰে পাৰ হৈ আহি আজি দেৱী উন্নতিৰ জখলাত ইমানখিনি উঠিব পাৰিছে।

যদিও শিখা আৰু দেবী আছিল দুয়ো দুয়োৰে অতি মৰমৰ তথাপি ইজনে সিজনক জানিবলৈ সৰুৰে পৰা সুবিধা পোৱা নাছিল। এজনৰ অন্তৰত আনজন সোমাবলৈ সুবিধা পালে তেওঁলোকৰ কলেজীয়া জীৱনত। দুয়ো সেইবাৰ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাত একে কলেজত ভৰ্ত্তি হ'ল। তেতিয়াৰ পৰা তেওঁলোক দুয়ো একে হোষ্টেলত থাকিব লগা হ'ল। দৈনন্দিন খুঁটি-নাটি কামবিলাকতো ইজনে সিজনৰ লগ নেৰিছিল এজনৰ বিচ্ছেদ আনজনৰ অসহনীয় হৈ উঠিছিল। এই দৰে একেলগে থাকি তেওঁলোক চতুৰ্থ বাৰ্ষিক শ্ৰেণীত উঠিল ; এইবাৰ বি-এ পৰীক্ষা দিব।

শিখা আছিল দেৱীতকৈ প্ৰকৃতিত অলপ বেলেগ, সৰুৰে পৰা তেওঁ আছিল বিদ্ৰোহী মনৰ। সদায় বিচাৰিছিল সমাজৰ বিৰুদ্ধে, শাসন-নীতিৰ বিৰুদ্ধে বিদ্ৰোহৰ জুই জ্বলাই দিবলৈ। বিদ্ৰোহৰ জুই তেওঁৰ দুগুণে জ্বলি উঠিছিল যেতিয়া তেওঁ বৰ্ত্তমান সমাজত তিৰোতাৰ স্থানৰ কথা ভাবিছিল। পুৰুষে কেনেকৈ নাৰীক শক্তিহীনা কৰি পেলাইছে, এই অসীম শক্তিময়ী নাৰীক ক'ৰ পৰা আনি পিঞ্জৰাৰ সঙ্কীৰ্ণ সীমাৰ ভিতৰত বদ্ধ কৰি পেলাইছে এইবোৰ ভাবি শিখাৰ বুকৰ তেজ উতলি উঠিছিল। সদায় ভাবিছিল পঢ়াশুনা শেষ কৰি উঠি ইয়াৰ এটা প্ৰতি-বিধানৰ চেষ্টা কৰিব—সকলো ভাঙি ছিঙি নতুন ঠাঁচত সমাজক গঢ়ি তুলিব।

দেবী আছিল অলপ চিন্তাশীলা আৰু গহীন প্ৰকৃতিৰ। এইবোৰ ভাব আৰু চিন্তাৰ ঢৌৱে যে দেবীৰ মনতো হেন্দোলনী তোলা নাছিল এনে নহয়। কিন্তু কোনো কাম দেবীয়ে হঠাৎ নকৰিছিল। সেইদেখি বহুত সময়ত এইবোৰ ভাব দেৱীৰ মনত জ্বলি উঠি আকৌ নুমাই যোৱাও দেখা গৈছিল। নিজৰ জীৱনৰ দুখৰ স্মৃতিবিলাকে দেবীৰ মনত ক'লা ছাঁ এটাতো পেলাইছিলেই তাৰ উপৰিও তেওঁৰ কিছুমান দুখ আছিল যি বিলাকক তেওঁ শিখাৰ বাহিৰে কাকো জানিবলৈ দিয়া নাছিল। তেওঁ প্ৰায়েই কৈছিল—"বুজিছা শিখা নিজৰ অসাৰ্থকতা অপূৰ্ণতা আৰু

অনুপযোগীতাৰ কথা ভাবোঁ, সঁচাকৈ অন্তৰ দুখেৰে ভৰি উঠে। এই অসীম অনন্ত আকাশৰ তলত ভগবানৰ বিৰাট সৃষ্টিৰ মাজত আমি কিমান দীন। যদি পাৰ্থিব বন্ধন লঙ্ঘন কৰি জ্ঞানৰ জ্যোতিৰে বাট পোহাৰাই জীৱনৰ লক্ষ্যৰ পিনে আগবাঢ়ি যাব নোৱাৰোঁ তেন্তে এই বহু-মূলীয়া জীৱন ধাৰণৰ অৰ্থ হ'ল কি? সেই ৰূপৰসাতীত ভগবানৰ বিৰাট সত্বা উপলব্ধি কৰি যিদিনা হৃদয়ৰ সকলো দুৰ্ব্বলতা মচি পেলাই মানুহৰ একান্ত বাঞ্ছিত চিৰন্তন সত্যৰ ক্ষীণ আভাষ এটিও দেখা পাম সেইদিনাহে ভাবিম জীৱনত শান্তিৰ জ্যোতি বিৰিঙি উঠিছে, তেতিয়াহে পাম প্ৰকৃত সুখৰ সন্ধান, নহয় জানো শিখা?"

"থৈ দিয়া দেৱী তোমাৰ ফিলজফি। এতিয়া ফিলজফিৰ দিন নহয়। এতিয়া হৈছে প্ৰগতিৰ দিন। প্ৰত্যেক যুগৰ এটা বিশিষ্ট মূৰ্ত্তি আছে। বৰ্ত্তমান যুগে সদায় অতীত যুগক পাছত পেলাই কৰ্ম্মক্ষেত্ৰত আগবাঢ়ি যাবলৈ চেষ্টা কৰে জানাইতো কালৰ প্ৰগতিৰ লগত মানৱ প্ৰগতিৰ সম্বন্ধ অতি ডাঙৰ। সেই কাৰণে আমি এতিয়া পুৰণাক ভাঙি নতুনক গঢ়ি তুলিবলৈ চেষ্টা কৰিব লাগিব।"

"বাৰু শিখা সেইদিনা যে আমাৰ দীপালী সঙ্ঘৰ এখন মিটিং বহিছিল কি কি প্ৰস্তাৱ তাত গৃহীত হল।"

"তাত সেইদিনা আমাৰ আশ্ৰমখনৰ স্কীম এটা মই দাঙি ধৰিছিলো। মোৰ ইচ্ছা কি জানা দেৱী? বৰ্ত্তমান যি টকা আমাৰ হাতত আছে তাৰে আমি ঘৰ দুটামান সাজি কাম আৰম্ভ কৰাটোৱে আমাৰ উদ্দেশ্য হোৱা উচিত। এটা ঘৰ দিয়া হব আশ্ৰয়হীনা বিধবা আৰু স্বামীৰ দ্বাৰা নিৰ্য্যাতিতা হোৱা তিৰোতা বিলাকৰ কাৰণে আৰু আন এটা দিয়া হব অনাথ মাউৰা সৰছোৱালী বিলাকৰ কাৰণে।"

আশ্ৰমখন ক'ত পাতিবলৈ ঠিক কৰিছা শিখা:—আমি যে সিদিনা চাবলৈ গৈছিলো সেই ঠাইখনতে ভাল হবনে নহয়? কি মনোৰম দৃশ্য! চহৰৰ কৃত্ৰিমতাই তাক কলুষিত কৰিব পৰা নাই। নিজান ঠাই এডোখৰ চাৰিউপিনে গছ গছনিৰে ভৰি আছি, ওচৰেদি এখন সৰু সুঁতি বৈ গৈছে।

কত ৰকমৰ ধুনীয়া চৰাই চিৰিকতিয়ে প্ৰকৃতিৰ সৌন্দৰ্য্য দুগুণে বঢ়াই তুলিছে। সিহঁতৰ সুলিলত সঙ্গীতে আশ্ৰমখন মুখৰিত কৰি তুলিব। খুব সুন্দৰ হব নহয় শিখা। আমাৰ ঘৰ কোন খিনিতে হব। ঠিক সুঁতিটিৰ ওচৰতে হলেই ভাল হব। তোমাৰ কি মত?

—এৰা সেই গছজোপাৰ আঁৰত আমি লুকাভাকু খেলিম, মোক বিচাৰি নাপাই যেতিয়া তোমাৰ খং উঠিব মই গছৰ অঁৰৰ পৰা চাই থাকিম।

—কি যে কোৱা তুমি শিখা, এতিয়াও তোমাৰ লৰালি গুছা নাই।

—তোমাক জোকাবলৈ যে খুব ভাল লাগে দেবী, থাক ৰাক এতিয়া এইবোৰ ধেমালি।

—কি কব খুজিছিলা তুমি? আশ্ৰমৰ শিক্ষয়িত্ৰী কোন কোন নিযুক্ত হব?

—গীতাদেবী, চেতনা দেবী, মালিকা বৰুৱা সম্প্ৰতি এই কেইজনৰ ওপৰতেই শিকোৱাৰ ভাৰদিয়া হৈছে। গীতা দেবী আৰু চেতনা দেৱীয়ে বিধবা বিলাকৰ ভাব লব, তোমাৰ আৰু মোৰ ওপৰত সৰু সৰু লৰা ছোৱালী বিলাকৰ ভাৰ দিছে।

—সৰু লৰাছোৱালী বিলাকৰ ভাৰ তোমাৰ ওপৰত দিয়া দেখি নিশ্চয় ভাল পাইছা নহয় শিখা?

—নিশ্চয় সিহঁতক মই বৰ ভালপাঁও, সিহঁতৰ প্ৰত্যেকেই ভগবানৰ একোটি পৱিত্ৰ প্ৰতিমূৰ্ত্তি, সিহঁতৰ মুখৰ সুন্দৰ হাঁহিটিয়ে ক্ষন্তেকৰ কাৰণে এই সংসাৰৰ সকলো শোক তাপ পাহৰাই দিয়ে।

শিখা, যিবিলাক ছাত্ৰ ছাত্ৰী আমাৰ আশ্ৰমত থাকিব সিহঁত প্ৰত্যেকেই যাতে নিজৰ জীৱিকা নিজেই উপাৰ্জ্জন কৰিবলৈ সক্ষম হয় তাৰ কাৰণে বিশেষ চকু ৰাখিব লাগিব। তাৰ কাৰণে এখন শিল্প বিভাগ খোলা অতি প্ৰয়োজনীয় হৈ উঠিছে আৰু তাৰ ভাৰ লবলৈ উপযুক্তা পাত্ৰী শ্ৰীমতী দীপিকা বৰুৱা আৰু শ্ৰীমতী পূৰ্ণিমা দেৱীয়েই হব, নহয় জানো।

—এৰা তেওঁলোকৰ ওপৰত সেই ভাৰ দিয়া হব বুলি আমিও ঠিক কৰিছো।

—মোৰ ইচ্ছা কি জানা দেৱী?—ডাঙৰ ডাঙৰ ছোৱালী বিলাকে কাপোৰ বব লাগিব আৰু সেই কাপোৰ বেচি নিজৰ দৈনন্দিন খৰচৰ বাট মুকলি কৰিব লাগিব বৰ্ত্তমান তেওঁলোকক মাথোন সংস্কৃত আৰু শিল্প বিদ্যাৰ বিষয়েহে শিক্ষা দিয়া হব। আৰু সৰু সৰু লৰাছোৱালী বিলাকক বেতৰ কাম, বাগানৰ কাম আৰু লগে লগে অলপ লিখা পঢ়াও শিকোৱা হব। বৰ্ত্তমান তাতকৈ সৰহ কাম আমি হাতত লব নোৱাৰোঁ, অহা মাহৰ ১৫ তাৰিখৰ পৰা আমাৰ আশ্ৰমত কাম আৰম্ভ হব।

বহুত দিনৰ পিছৰ কথা। আশ্ৰমৰ কিবা কামত শিখা সেইদিনা সেইদিনা চহৰলৈ ওলাই গৈছে। সকলো কামৰ ভাৰ পৰিছিল সেইদিনা দেৱীৰ ওপৰত। কাম বন কৰি উঠি দেৱীয়ে নিজান পঁজাটিত বহি শিখাৰ কাৰণে বাট চাই আছে। ইপিনে পছিম আকাশ ৰাঙলী কৰি শেষ সম্বল খিনিও যেন জগতক বিলাই দি সূৰ্য্যদেৱে দিনান্তত মেলানি মাগিছে। ভৰা ভাদৰ অবিশ্ৰান্ত বৰষুণে মৰা সুঁতিটিৰ বুকুত বান তুলিছে। গছ লতাবোৰ সজীৱ হৈ উঠিছে। সঁচাকৈ প্ৰকৃতিৰ এই অপৰূপ সৌন্দৰ্য্যই জগতৰ বিচিত্ৰতাৰ কথা মনত পেলাই দিয়ে, মানুহে আনন্দৰ আবেগত নিজক হেৰুৱাই পেলায়।

কি সুন্দৰ সেই দৃশ্য। দেৱীয়ে বহি বহি শিখাৰ উদ্দেশ্যে এটা কবিতা লিখিছে। পাছ ফালৰ পৰা যে শিখা আহি মনে মনে চাই আছিল দেৱীয়ে গমকে পোৱা নাছিল।

"অঁ বুজিছোঁ—কাৰ বিৰহত তুমি এই কবিতা লিখিছা—দেৱী? কোন সেই ভাগ্য বান?

দেৱীয়ে লাজ পালে—গাল দুখনি ৰঙা হৈ উঠিল—পচিমীয়া আকাশৰ ৰঙালী আভাই তাক দুগুণে ৰঙা কৰি তুলিলে "বাৰু মই যদি কওঁ 'তোমাৰ বিৰহত,' বিশ্বাস কৰিবা জানো?"

"ওঁহো কেনৈ কৰিম? তুমি জানো মোক তিমান ভাল পোৱা

যিমান মই তোমাক ভাল পাওঁ", তৎক্ষণাৎ দেবীৰ ৰঙা মুখখনি যেন এছটা ক'লা ডাৱৰে ঢাকি পেলালে। দুটোপা লোটক শিখাৰ হাতত পৰিল।

—ইকি দেবী কান্দিলা নেকি ?

—নাজানা শিখা তোমাৰ সেই কথাযাৰিয়ে মোৰ অন্তৰত যেন এডাল বিষাদৰ কাঁড় মাৰি থৈ গ'ল। যেতিয়া ভাবোঁ তুমিও মোক ভুল বুজিলা, তেতিয়া আৰু একোৱেই মোক সান্ত্বনা দিব নোৱাৰে। জানাইতো মোৰ জীৱনটো কিছুমান দুখৰ সমষ্টি মাথোন, পানীৰ তলত ডুবিবলৈ ধৰা মানুহ এটাই যেনেকৈ ঘাঁহ এডালকে পৰম আশ্ৰয় বুলি ভাবি লয়, ময়ো ঠিক সেইদৰে মৰুময় জীৱনত তোমাকেই প্ৰধান আশ্ৰয় বুলি ভাবি লৈছিলোঁ। যি দিনা সেই কঠোৰ টান কথাৰে লিখা চিঠি খনিৰ উত্তৰত তুমি উপহাৰ দিলা এটি ধুনীয়া ফুল, সেই দিনাই বুজিলোঁ তোমাৰ অন্তৰ কিমান মহৎ, সেইদিনাৰ পৰাই অন্তৰত তোমাৰ থাপনা পাতি প্ৰেম আৰু ভাল পোৱাৰ অৰ্ঘ্যেৰে তাক পূজা কৰি আহিছোঁ।

—ধেমালি কৰিছিলো দেবী, সেই সামান্য কথা এটাই যদি তোমাক ইমান বেজাৰ দিব বুলি জানিলোঁহেতেন তেন্তে নিশ্চয় এনে ধেমালি নকৰিলোঁহেতেন। ক্ষমা কৰা দেবী!

শিখাৰ কথা শুনি দেবীয়ে নিজৰ দুখৰ কথা পাহৰি গ'ল। শিখাৰ গালত হাত খন ফুৰাই মিচিকিয়া হাঁহি এটি মাৰি দেবীয়ে কলে, "তোমাক ক্ষমা কৰিম কি শিখা। তুমি যদি মাথোন বিশ্বাস কৰা এই অকণমানি অন্তঃকৰণ খনিৰেও মই তোমাক কিমান ভাল পাব পাৰিছোঁ সেয়ে মোৰ যথেষ্ট হ'ব।"

এনেতে আশ্ৰমৰ ঘণ্টা বাজিল, তেওঁলোক দুয়ো উঠি গ'ল নিজৰ কামলৈ।

শিখা আৰু দেবীৰ অক্লান্ত পৰিশ্ৰমৰ ফলত আশ্ৰমখন লাহে লাহে উন্নতিৰ জখলাত দোপৰ দোপে উঠি আহিব ধৰিলে। এই দৰে বহুত কবিতা কল্পনা, সুখ-দুখৰ মাজেৰে তেওঁলোকৰ জীৱনৰ কিছুদিন গ'ল।

কিন্তুদুৰ্ভাগ্যক্ৰমে হঠাৎ শিখা এবাৰ টান নৰিয়াত পৰিল। কোনেও ভবা নাছিল এয়ে হ'ব শিখাৰ কৰ্ম্মময় জীৱনৰ অৱসান—।

বেমাৰৰ মাজতে শিখাই এদিন দেবীক ওচৰত বহুৱাই সাৱটি ধৰি কৈছিল "দেবী' কোনোবাই যেন কৈ দিছে মই আৰু নাবাচিম। মইতো মৰিমেই কাৰণ মানুহ মৰণশীল যেতিয়া এদিন নহয় এদিন মৰিবই লাগিব। কিন্তু মোৰ এটা অনুৰোধ তুমি ৰাখিবলৈ চেষ্টা কৰিবা। দেবী, আশ্ৰমখনৰ উন্নতিৰ কাৰণে যেন তুমি নিজক উচৰ্গা কৰা। অন্তৰত কল্পনাৰ জাল বৈছিলো, ভাবিছিলোঁ এই আশ্ৰমখনক এখন আদৰ্শ প্ৰতিষ্ঠান কৰিম। কিন্তু—কিন্তু দেবী—"

দুগালেদি দুধাৰ তপত লো বৈ গ'ল—অলপ পৰ তেওঁ একো ক'ব নোৱাৰিলে। তাৰ পিছত নিজক সংযত কৰি আকৌ কবলৈ ধৰিলে—

"এৰি থৈ যোৱা কামবোৰ তুমি শেষ কৰিবলৈ চেষ্টা কৰিবা দেবী।"

ইমান পৰ যদিও দেবীয়ে নিজক সংযত কৰি ৰাখিছিল শিখাৰ কথা শেষ হোৱাৰ লগে লগে তেওঁ বোধ কৰিলে যেন গধুৰ শিল এটা তেওঁৰ বুকুত কোনোবাই তুলি দিলে—উচুপি উচুপি কান্দিবলৈ ধৰিলে। কিন্তু ইমান দুখৰ মাজতো দেবীয়ে নিজৰ কৰ্ত্তব্য পাহৰা নাছিল। সৰুৰে পৰা তেওঁ নিজৰ দায়িত্ব বুজিছিল আৰু সেই অবস্থা অনুসৰি সকলো কাম তেওঁ সুকলমে সমাধা কৰিব পাৰিছিল। বহুত গুণৰ মাজত এইটোও যে তেওঁৰ এটা প্ৰধান গুণ আছিল কলে বঢ়ায় কোৱা নহব।

দেবীয়ে নিয়মমতে শিখাৰ শুশ্ৰূষা কৰি যাবলৈ ধৰিলে কিন্তু ভগবান তেওঁৰ প্ৰতি বিমুখ আছিল, লাহে লাহে শিখাৰ নৰিয়া টান হৈ আহিল, দেবীও হতাশ হৈ আহিব ধৰিলে। এদিন মাজ নিশা অতি চেনেহৰ দেবীকো এৰি থৈ শিখা চিৰকাললৈ আঁতৰি গ'ল।

মৰিবৰ এদিন আগতে মাথোন দেবীক শিখাই কৈছিল—"দেবী— তোমাৰ ৰূপ আছিল, সেই দেখি মই মুগ্ধ হৈছিলো, গুণ আছিল সেই দেখি পূজা কৰিছিলোঁ, ভাল পাইছিলোঁ সেই দেখি হৃদয়ৰ অতি চেনেহৰ ঠাই এড়োখৰত তোমাৰ থাপনা পাতিছিলোঁ।" আৰু কব নোৱাৰিলে, অৱশ হৈ পৰিল।

সেয়েই শিখাৰ শেষ কথা—মৰিবৰ আগ মুহূৰ্ত্তলৈকে শিখাৰ জ্ঞান আৰু নাহিল। দেবীয়ে নীৰৱে কত চকুলো টুকিলে, ভগবানৰ চৰণত কিমান প্ৰাৰ্থনা জনালে, কিন্তু সকলো মিছা হ'ল। নিয়তিৰ নিষ্ঠুৰ বিধান কোনেও খণ্ডাব নোৱাৰে।

দেৱীৰ অন্তৰ শুদা কৰি শিখা চিৰকালৰ কাৰণে গুছি গ'ল—এই দুৰ্ভগীয়া প্ৰাণীটিৰ নীৰবে টোকা চকুৰ লোৰে নিতৌ পৃথিবীৰ বুক তিতাব ধৰিলে, কিন্তু এই বিশাল পৃথিবীত কোনেও তাৰ খবৰ নাৰাখিলে। কোনেও তাক জানিবলৈকো নিবিচাৰিলে। তথাপি কিন্তু আজি জগত সেই দৰেই চলিব ধৰিছে—আকাশত সূৰ্য্য উঠিব ধৰিছে—বতাহ বব ধৰিছে ফুল ফুলিব ধৰিছে।

দেবীয়ে ভাবিলে—এই যে সুন্দৰ নীলা আকাশ, মৃদু বতাহ, চৰাইৰ গীত এই সকলো সপোন—যদি বাস্তৱ বুলি কিবা আছে তেন্তে সেই সকলো মিছা—সকলো মায়া।

সংসাৰত আমি সকলোৱেই একোটি প্ৰহেলিকা মাত্ৰ!

বহুত দিনৰ পিছৰ কথা!

দেবীয়ে মনলৈ স্থিৰতা আনিলে। নিজৰ কৰ্ত্তব্য আকৌ কৰিবলৈ ধৰিলে। কিন্তু শিখাৰ স্মৃতি দেবীৰ মনৰ পৰা কেতিয়াও নুমাব নোৱাৰিলে।

শিখাৰ স্মৃতি স্তম্ভত দেবীয়ে নিতৌ একাজলী ফুল আৰু চাকি এটা গধূলি দি আহে। শিখাৰ নামেৰেই আশ্ৰমখনৰ নামো "শিখাশ্ৰম" ৰাখলে।

যিবিলাক স্বামীৰ দ্বাৰা নিৰ্য্যাতিতা তিৰোতা আৰু বাল-বিধবা বিলাকে এই "শিখাশ্ৰমত" শিক্ষা লাভ কৰিছিল তেওঁলোক আজি নিজে একোজন উপযুক্তা মহিলা হৈ জগতত আদৰ্শ স্থান লাভ কৰিছে। তেওঁলোকৰ ত্যাগ আৰু প্ৰেম, বীৰত্ব আৰু মহিমা, আত্মসন্মান জ্ঞান আৰু আত্মনিবেদনৰ কাহিনীয়ে 'শিখাশ্ৰমৰ' ইতিহাস অমৰ কৰি থৈ গৈছে।

কিন্তু তথাপি—তথাপি, আজি দেৱী ৰিক্তা।

---

☐ আৱহন। ৬ষ্ঠ বছৰ ১ম সংখ্যা। ১৯৩৪।

# স্নেহৰ টান

## চশ্‌মে নুৰজাহান বেগম

ৰেণুৰ নিচেই সৰুতেই বাপেক-মাক ছুয়ো ঢুকায়। তেতিয়াৰে পৰা তাই দদায়েকৰ আশ্ৰয়তে ডাঙৰ-দীঘল হয়। ৰেণুৰ দদায়েক এজন মধ্যবিত্ত মানুহ। তেওঁৰ নাম মহেন্দ্ৰ বৰুৱা। তেওঁৰ কেই পূৰামান খেতিৰ মাটি আৰু কেই হালমান গৰু, ইমানেই সম্পত্তি। তাৰেই তেওঁৰ যথেষ্ট উপাৰ্জন হয়। ককায়েক চন্দ্ৰ বৰুৱা এজন চৰকাৰৰ ধৰৰ ডাঙৰ বিষয়া আছিল। তেওঁ মৃত্যুৰ সময়ত দীৰ্ঘকালৰ অৰ্জনৰ সঁচি যোৱা ধন-সম্পত্তি, মাটি-ভেটি, টকা-কড়ি যি আছিল সকলো-খিনিৰে সৈতে ৰেণুৰ দদায়েকৰ হাতত গতাই দি ভায়েকক কৈ থৈ যায়, "ৰেণুৰ সুখ-দুখৰ ভাৰ তোমাৰ হাতত দি মই নিশ্চিন্তমনেৰে বিদায় ল'লোঁ। তাইৰ এই সংসাৰত তোমালোকৰ বাহিৰে কোনো নাই। এতেকে তোমালোকে তাইৰ যত্ন ল'বা। মই যাওঁ।" এই বুলি তেওঁ চিৰদিনলৈ চকু মুদিলে।

মহেন্দ্ৰ বৰুৱায়ো ককায়েকৰ কথা ৰাখি ৰেণুৰ বৰ যত্ন লবলৈ ধৰিলে। তেওঁৰ নিজৰ ল'ৰা দুটি আৰু ছোৱালী এজনী। ছোৱালী-জনীয়েই কেউটা ল'ৰাতকৈ ডাঙৰ। নাম কমলা। কমলাক বিয়া দিবৰো সাত-আঠ বছৰ হ'ল। গিৰীয়েকে বাপেক ঢুকাবৰ পৰা পঢ়া এৰি দি বাপেকৰ মৌজাখনকে চলাই মৌজাদাৰ হৈ খাই আছে। তেওঁৰো জীয়েক প্ৰভা আৰু কমলাৰ বাজে এই সংসাৰত আপোন-পৰিজন কোনো নাই। অৱশ্যে বন্ধু-বান্ধৱ যথেষ্ট আছে। পৈত্ৰিক সম্পত্তি আদিও বহুত। মুঠতে তেওঁৰ কোনোফালে অভাৱ নাই। নিজৰ খৰচ ভগনৰ বাজেও দুখী-দৰিদ্ৰক দান কৰা কমলাহঁতৰ এটা অভ্যাসেই।

ৰেণুৰ বয়স প্ৰভাতকৈ কিছু বেছি। কিন্তু দুয়ো প্ৰায় দেখনত সমানেই আৰু দুয়োৰো বৰ মিল। স্কুললৈ সদায় একেলগেই যায়। ৰেণুৰ দদায়েকে নিজৰ ল'ৰা ছোৱালী আৰু একেটি নাতিনী প্ৰভাতৈক ৰেণুক বেছি মৰম কৰে। কেনেবাকৈ এই মাউৰী ছোৱালীকণে মনত দুখ পাই বুলি তেওঁ তালৈ সদায় চকু ৰাখে। ক'ৰবাত কিবা ভাল বস্তু এটা পালেও ৰেণুক আনি দিয়ে। তেওঁ মৃত অগ্ৰজৰ কথা প্ৰাণপণে ৰক্ষা কৰি আহিছে। কিন্তু ৰেণুৰ খুৰীয়েক আন প্ৰকৃতিৰ মানুহ, তেওঁ এনেবোৰ আচৰণ বৰ ভাল নাপায়। ৰেণুক আদৰ কৰা দেখিলে তেওঁৰ চকু পোৰে। ৰেণু জানিবা খুৰীয়েকৰ মনৰ এটা প্ৰধান আহুকাল। যদিও এই অকনমান ছোৱালীটি কোনো বিষয়ত দোষী নহয়, তথাপি খুৰীয়েকৰ মনত তাই এটি গলগ্ৰহ হ'ল। মাউৰা বুলিও ৰেণুলৈ তেওঁৰ একেৰি দয়া নহল। ৰেণুৱে এইবোৰ একোকে গম নেপায়। আজলী ৰেণুৱে ককায়েক বায়েক আদি যেয়ে যি কৰিবলৈ কয়, তাকে কৰে। দদায়েকৰ মৰমতে তাইৰ আনবোৰলৈ কাণসাৰ নাই। তাতে তাই বৰ সৰল। কপট আচৰণ কি তাই এতিয়াও বুজি উঠা নাই। কমলাই ৰেণুক নিজৰ ভনী যেন দেখে আৰু বৰ মৰম কৰে। মাজে-সময়ে নিজৰ ঘৰলৈকো লৈ যায়। কেইদিনমান ৰাখি আকৌ পঠাই দিয়ে। যেতিয়াই তেতিয়াই কিবা-কিবি এটা ৰেণুলৈ পঠিয়াই থাকে।

এইদৰেই দিন, মাহ, বছৰ পাৰ হৈ গৈ ৰেণুৰ বাৰ বছৰ হলহি। এনে সময়তে তাই দ্বিতীয়বাৰ পিতৃহীনা হ'ব লগা হ'ল। ৰেণুৰ দদায়েকৰ কিছুদিন জ্বৰত ভুগিয়েই মৃত্যু হয়। তেওঁ ঢুকাবৰ সময়ত ল'ৰা-ছোৱালী আটাইবোৰকে গোটাই লৈ কেনেকৈ তেওঁৰ পিছত ঘৰ সংসাৰ চলাব, সুখেৰে ও ভালেৰে দিন যাব তাৰে উপদেশ দি ভাল দৰে বুজাই বঢ়াই ৰেণুক খুৰীয়েকক গতাই দি ক'লে "এই মাউৰা ছোৱালীজনীক তোমালোকে কেতিয়াও দুখ নিদিবা। আৰু ভবিষ্যতে যাতে তাইৰ ভাল হয় তাৰ চেষ্টা কৰিবা। তাই যাতে মোৰ পাছত

বেজাৰৰ ছমুনিয়াহ এটি পেলাবলৈ সুযোগ নাপায়। তাইৰ দুখ হলে মোৰ আত্মাও সুখী হব নোৱাৰে, ককাইদেউৰ তাই আদৰৰ জীয়েক, তেওঁৰ আত্মাই তৃপ্তি নাপাব। মোৰ কথা যেন তোমালোকে ৰাখা তেহে মই শান্তিত মৰিব পাৰোঁ।" এই কথাত কমলাই আটাইকে পাছত থৈ বাপেকৰ ওচৰলৈ আহি চকুলো টুকি বাপেকৰ মৃত্যু শয্যাত হাত থৈ দৃঢ়ভাবে ক'লে, "পিতা! আপুনি নিশ্চিন্ত হওক সংসাৰৰ সকলো কাম কাটি কৰি থৈও মই আপোনাৰ আদেশ প্ৰাণপণে পালন কৰিবলৈ যত্নবান হম। বিপদে-সম্পদে ৰেণুৰ মই সকলো খবৰ ৰাখিম। আপোনাৰ আদেশ প্ৰাণপণে পালন কৰিবলৈ যত্নবান হম। আপোনাৰ কাষত মই আজি এই বিষয়ে প্ৰতিজ্ঞা কৰিলোঁ। পিতা, আপুনি নিশ্চিন্ত হওক।' কমলাৰ এনে দৃঢ়তা ব্যঞ্জক কথা শুনি মহেন্দ্ৰ বৰুৱাই হুঁহি পেলালে আৰু কমলাক কাষলৈ মাতি আনি মূৰত হাত থৈ আশীৰ্বাদ কৰি ক'লে, "আই! আশীৰ্বাদ কৰোঁ সতী লক্ষ্মী হৈ সংসাৰত নাম ৰাখি যেন যাব পাৰ; আৰু তোৰ সংসাৰত লক্ষ্মীয়ে চিৰকাললৈ ঠাই লওক।" তাৰ পাছত ৰেণুক আশীৰ্বাদ কৰি আটাইবোৰকে এক একৈ বুজাই বঢ়াই আশীস দি শান্তিৰে বিদায় লৈ মহাপ্ৰয়াণৰ পথৰ ফালে যাত্ৰা কৰিলে।

সময় কালৈকো বাট চাই বৈ নেথাকে। দুখ সুখ একোৱেই সময়ক বাধা দিব নোৱাৰে, আকৌ শোক বেজাৰ আদিক এই সময়ত প্ৰলেপ দিয়েই কিছু ঢাকি ৰখা হয়। ৰেণুহঁতৰো এই দৰেই দুখ সুখৰ মাজেদি দিনবোৰ যাবলৈ ধৰিলে। দদায়েকৰ মৃত্যু হোৱা আজি এবছৰ হল। তেওঁৰ মৃত্যুৰ পিছত প্ৰায় ৬।৮ মাহ মানলৈকে খুৰীয়েকে ৰেণুক বৰ মৰম কৰিছিল। সেইবাবেই ৰেণুৱেও সকলোৰে সমান আদৰ যত্ন পাই দদায়েকৰ শোক কিছু পাহৰি আছিল। কিন্তু সময়ৰ লগে লগে সকলো আঁতৰ হল। ক্ৰমে ৰেণুৱে খুৰীয়েকৰ কপট স্নেহ বুজিব পৰা হল। তাইৰ পাহৰি থকা শোক পুনৰ জ্বলি উঠিল। এতিয়া হে তাই বাপেক, মাক, দদায়েক আদি সকলোৰে অভাৱ বুজিব

পাৰিলে। খুৰীয়েকৰ বাহিৰে আন সকলোৱে তাইক ভাল পায়, মৰম কৰে। তথাপি তাই নিৰুৎসাহ হৈ পৰিল। সদায় মন মাৰি থাকিব ধৰিলে। এতিয়া খুৰীয়েকৰ একান্ত ইচ্ছা তাইক কেনেকৈ ঘৰৰ পৰা আঁতৰায়, আৰু তাইৰ বাপেকে থৈ যোৱা সম্পত্তি টকা-পইচা আদি ভোগ কৰে। অশিক্ষিত অৰ্থলোভী মানুহৰ মন এনেকুৱাই হবলা। তেনে ধৰণৰ মানুহৰ মনত দয়া, মায়া, সৰলতা আদিয়ে কেতিয়াও ঠাই নেপায়েই হবলা!

হঠাতে এদিন শুনা গ'ল ৰেণুৰ বিয়া। আটাইবোৰ আচৰিত! হঠাতেযে একো উমঘাম নোহোৱাকৈ বিয়াৰ নাম!

কমলাই এই বাতৰি পাই লৰালৰিকৈ আহি খবৰ লৈ জানিব পাৰিলে যে ৰেণুক খুৰীয়েকৰ দূৰ সম্পৰ্কীয় ভায়েক এজনলৈ বিয়া দিবলৈ ঠিক কৰিছে। কমলাই ভালকৈয়ে জানে যে অশিক্ষিত ৰমেন্দ্ৰৰ একোৱেই সঙ্গতি নাই। আনপিনে ৰমেন্দ্ৰৰ দৰে দুৰ্দান্ত, লম্পট সেই অঞ্চলত নাই বুলিলেও হয়।

কমলাই এনে বাতৰি পাই মূৰে কপালে হাত দি ভাবিবলৈ ধৰিলে। সিফালে উগ্ৰ প্ৰকৃতিৰ মাকৰ আগত কিবা কওঁ বুলিও ক'বলৈ সাহ কৰা নাই। অৱশেষত বহুত ভাবি-চিন্তি ভয়-শঙ্কা এৰি কমলাই মাকৰ কাষলৈ গৈ ক'লে, "আই, তুমি এইবোৰ কি কৰিছা? জানি-শুনি ৰেণুৰ এনেখন কৰিব খুজিছা দিয়? বেচেৰী জনমদুখিনী। তাইৰ যাতে ভৱিষ্যত অলপ পোহৰ হয় তাৰ যত্ন কৰাহে উচিত, আৰু ৰমেন্দ্ৰৰ নিচিনা লম্পট এটাৰ লগত ৰেণুৰ নিচিনা সৰলপ্ৰাণা ছোৱালী এজনীৰ তুলনা হয়নে? পিতাৰ মৃত্যুৰ সময়ৰ আদেশবাণী তুমি ইমান সোনকালে পাহৰিলানে আই?" মাকে কমলাৰ কথাত গৰজি উঠি ক'লে, "মোৰ ইচ্ছাত তহঁতে বাধা দিয় কিয়? তহঁতেতো তাইক পুহিব নেলাগে! আৰু, এদিন নহয় এদিন তাইক দিবই লাগিব যেতিয়া বোজা এটা মূৰত লৈ কিমান দিন থাকোঁ? আৰু তাইলৈনো তাতকৈ ভাল ল'ৰা এটাইবা পাওঁ ক'ত? বাপেক-মাক নথকা

ছোৱালীৰ্দলৈ কোনে মন কাণ দিয়ে ? আৰু পিছলৈ হ'লে লেঠাহে।" মাকৰ এনে নিকৰুণ কথাত কমলাই কথাৰে বলে নোৱাৰি বেজাৰ মনেৰে নিজৰ ঘৰলৈ গল। যাবৰ সময়ত মাথোন কৈ গ'ল বিয়া কিছুদিনলৈ বন্ধ ৰাখিবলৈ। ৰেণুৱেও এই কথাৰ গম পালে। বেচেৰীৰ নীৰৱে চকুলো টোকাৰ বাহিৰে আৰু কি আছে ?

ঘৰলৈ গৈ কমলাই ভাবি-চিন্তি বহি আছে। কমলাৰ আন কোনো কামতে মন নবহা হ'ল। কেৱল ৰেণুৰ কথাকে ভাবিবলৈ ধৰিলে, এনেতে মৌজাদাৰ আহি কমলাৰ চিন্তাৰে কাৰণ সকলো বুজিব পাৰি তেৱোঁ এই বিষয়ে কি উপায় কৰিব ভাবিবলৈ ধৰিলে। কমলাই বাপেকৰ মৃত্যুশয্যাৰ কাষত যি প্ৰতিজ্ঞা কৰি থৈছিল, এতিয়া তাক পূৰাবৰ কাল আহিল। আনফালে ৰেণুলৈ ডেওঁৰ যেনে মৰম, তাইৰ ভবিষ্যত ভাবি কমলাই চকুলো টুকিবলৈ ধৰিলে। তেওঁ নিৰুপায় হৈ পৰিল। শোৱা, খোৱা সকলো এৰি কেৱল ৰেণুৰ ভাবেই তেওঁক অস্থিৰ কৰি তুলিলে।

কমলাইঁতৰ ঘৰৰপৰা প্ৰায় এমাইলমান আঁতৰত নৰেনহঁতৰ ঘৰ। নৰেনে এইবাৰ বি. এ. পৰীক্ষাত সুখ্যাতিৰ উত্তীৰ্ণ হৈ ঘৰলৈ উভতি আহিছে। তেওঁৰ বাপেক এজন হাইকোৰ্টৰ নামজলা উকীল।

আজি প্ৰায় দুবছৰমানৰ আগৰেপৰা নৰেনলৈ প্ৰভাক বিয়া দিয়াৰ বন্দোবস্ত চলিছে। কমলাইঁতৰো একান্ত ইচ্ছা নৰেনৰ দৰে গুণী-জ্ঞানী চৰিত্ৰবান ডেকা এজনক চেনেহৰ একেটি জীয়েক প্ৰভাক দিয়ে আৰু নৰেনহঁতৰ ঘৰৰো আটাইবোৰৰে একান্ত ইচ্ছা প্ৰভাৰ নিচিনা সুন্দৰী গুণৱতী ছোৱালী এটি বোৱাৰী কৰি আনিবলৈ। নৰেন-প্ৰভা দেখনত দুয়োৰে বেঁচ মিল হ'ব। বিয়াৰ সকলো বন্দোবস্ত ঠিকঠাক। কেৱল ইমানাদিন নৰেনে পাচ কৰালৈহে বাট চাই আছিল।

মানুহে পাঙে হয়, কিন্তু বিধাতাই ভাঙে, অৰ্থাৎ সদায় ভবা কথা পূৰণ নহয়। নৰেনৰ বিষয়তো তেনে হ'ল। নৰেন যথা সময়ত কলিকতাৰ পৰা আহিল। কমলাই বহুত ভাবি-চিন্তি মনত এটা

কথা সাজি-পাৰি থৈছে। এতিয়া কাৰ্যত পূৰণ হলেই হয়। এদিন কমলাই ৰেণুক আনিবৰ'লৈ মানুহ পঠিয়ালে। ৰেণু প্ৰায়েই বায়েকৰ ঘৰ'লৈ আহে। কেবাদিনো থাকি-মেলি যায়। এইবাৰো আহিল। কমলাই ৰেণুক আদৰ-সাদৰকৈ খুৱাই-বুৱাই সুন্দৰকৈ সজাই-পৰাই দিলে। অলপ পিছতে মৌজাদাৰে নৰেনক লগত লৈ কমলাহঁতৰ ঘৰ পালেহি। কমলাই আদৰ-সাদৰকৈ অভ্যৰ্থনা কৰিলে। নৰেন মাজে সময়ে কমলাৰ ঘৰ'লৈ আহে। সেইবাবে আজিও অহাত একো বাধা নেদেখিলে। কমলাই ৰেণুৰ দ্বাৰাই তামোল-পান, চাহ আদি নৰেনক দিয়ালে। ৰেণুৱে বায়েকৰ কথাত একো মনত নেভাবি অতিথি-সেৱা কৰিলে। আজলী ৰেণুৱে একো গম পোৱা নাই।

কিছুপৰ কুশল-সংবাদ লৈ আন আন কথা পাতি কমলাই ৰেণুৰ অজ্ঞাতে নৰেনক ক'লে, "তুমি আমাৰ এই ছোৱালীজনী বিয়া কৰিব লাগে।" নৰেন আচৰিত হ'ল। কিয়নো তেওঁ ভালকৈয়ে জানে তেওঁৰ লগত প্ৰভাৰ বন্দোবস্ত ঠিক, তেনে স্থলত আজি এনে প্ৰস্তাৱ কিয়? আৰু এই ছোৱালীজনী কোন ক'ৰ নৰেনে নাজানে।

কমলাই সকলো কথা নৰেনক ভাঙি-পাতি বুজাই ক'লে। মৌজাদাৰেও নৰেনক বুজাই ক'লে, "নৰেন, তুমি আমাক ভুল নুবুজিবা। ৰেণুকতো দেখিলাই। তাই কোনো গুণ বা কোনো বিষয়তে প্ৰভাতকৈ কম নহয়। তাই ৰূপত যেনে গুণতো তেনে। তুমি আমাৰ কথাত বিশ্বাস কৰাঁ। ৰেণু, প্ৰভা আমাৰ দুয়োৰো মনত একে—যেন একে জোপা গছৰে দুটি ফুল। এই বুলিয়েই ধৰি ল'বা। ৰেণুক তোমাক দান কৰিবৰ'লৈ আমাৰ আগ্ৰহৰ কাৰণটো বুজিলাই, তুমি সদায় আমাৰ ওচৰত একে হৈয়েই ৰ'বা। এতিয়া নিজে ভাবি চোৱাঁ।" নৰেনে কিছু পৰ ভাবি উত্তৰ দিলে, "আপোনালোকৰ কথাত মই অসন্মত হ'ব নোৱাৰোঁ। এতিয়া মোৰ পিতাদেউৰ ওপৰতহে কথা, মোত একো নাই।" এই বুলি তেওঁ ঘৰ'লৈ গ'ল। নৰেনে ৰেণুক দেখি আৰু ৰেণুৰ দুখৰ কথাবিলাক উপলব্ধি কৰিব

পাৰিয়েই ইমান সোনকালে এই বিষয়ত মত দিলে; তেওঁ প্ৰভাক যদিও বিয়া কৰাৰ কথা ঠিক আছিল বুলি জানে, তথাপি এদিনো এই বিষয়ে ভাবিবলৈ সময় পোৱা নাছিল। গতিকেই আজি ইমান সোনকালে মত পৰিবৰ্তন কৰিবলৈ সক্ষম হ'ল।

সকলো কথা মৌজাদাৰৰ পৰা নৰেনৰ বাপেকে জানিব পাৰি প্ৰথমে কোনোমতেই এই বিষয়ত সন্মত নৈহছিল। অৱশেষত কমলা আৰু মৌজাদাৰৰ অশেষ কাকুতি-মিনতি ও শেষত পাঁচ হেজাৰ টকাৰ অলঙ্কাৰ আৰু নগদ টকা আদি দিবলৈ প্ৰতিশ্ৰুতি দিয়াত সন্মত নৈহ নোৱাৰিলে। কমলাই নিজৰ জীয়েকৰ কাৰণে অকনো নাভাবি নিজৰ স্বাৰ্থক হেলাৰঙে দলিয়াই দি এই পিতৃমাতৃহীনা ভনীয়েকৰ ভবিষ্যত সুখৰ সপোনত তেওঁ নিজেই বিভোল হৈ পৰিল। একালে তেওঁৰ প্ৰতিজ্ঞাৰক্ষা আনফালে ৰেণুৰ হাঁহিমুখ এয়ে তেওঁৰ সাধনা হ'ল। আশাও পূৰ্ণ হ'বৰ হ'ল।

কমলাই এই কথা মাকক সোনকালেই জনালেগৈ। মাকে প্ৰথমে মনে মনে নিজৰ আশা পূৰ্ণ নহব ভাবি বেজাৰেৰে ক'লে, "তই কি ভাল কাম কৰিছ কমলা? প্ৰভাক কি কৰ? তোৰ নিজৰ এনে এটা সোনালী সুযোগ এৰি দি ইয়াৰ পাছত প্ৰভাৰ কাৰণে কিমান যে কষ্ট পাব লগা হব তাক ভাবিছনে?" তাৰ উত্তৰত কমলাই মাকক সুন্দৰকৈ বুজাই দিলে, "প্ৰভাৰ অদৃষ্ট ভাল হ'ব লগা আছে যদি হ'বই। মইতো একো বেয়া কাম কৰা নাই। মোৰ স্বাৰ্থ বা প্ৰভাৰ সুখতকৈ মই মোৰ পিতাৰ শেষ আদেশ বেছি ডাঙৰ বুলি ভাবিছোঁ যেতিয়া মই এনে কাম কৰিবই লাগিব। প্ৰভাৰ সকলো আছে। এবাৰ ভাবি চোৱা আই! ৰেণু যে একেবাৰে অনাথা। তাই যে সকলো পৰা দুখিনী। আকৌ ভবিষ্যতলৈও তাইক এন্ধাৰত পেলাই দিলে ধৰ্মই সহিবনে আই? মোক ক্ষমা কৰা, মই তোমাৰ অবাধ্য হৈ এনে কাম কৰাৰ পৰা একো হানি নাই। আই! তাইৰ হাঁহি মুখেই আমাক ভবিষ্যতে সুখী কৰিব। আৰু স্বৰ্গৰ পৰা পিতা আৰু বৰদেউতাৰ

আশীৰ্বাদ পাম। তেওঁলোকৰ আত্মাইও তৃপ্তি লভিব। আই! তুমি একো বেয়া নেপাবা।" কমলাৰ এনে বেথা লগা কাকুতি-মিনতি ও যুক্তিপূৰ্ণ কথাত মাকে একো নকৈ মনে মনে থাকিল। নিজে যে এই বিয়াত খৰচ ভগনো বেছি কৰিব নেলাগে তাৰো ভাৰ কমলাই কৰিব তাকে ভাবি পেটে পেটে ৰং পালে। জীয়েকৰ আচৰণত তেওঁ মনে মনে ভালেই পালে। সকলো বন্দোবস্ত ঠিক হ'ল।

ইয়াৰ এমাহ মানৰ পিছত মহা সমাৰোহেৰে ৰেণু নৰেনৰ শুভ পৰিণয় সমাপণ হল। কমলাই সকলো বিয়াৰ যোগাৰ-যন্ত্ৰ নিজেই কৰিলে। প্ৰতিশ্ৰুতি মতে কইনাৰ লগত নগদ টকা ও অলঙ্কাৰ আদিৰে সৈতে পাঁচ হেজাৰ টকাৰ বস্তু দিবলৈ অকনো কুণ্ঠিত নহৈ সন্তোষ মনেৰে সকলো কাম সুফলমে সমাধা কৰিলে।

শুভকাম সুন্দৰ ৰূপে হৈ গল। অনাথা দুখিনী ৰেণুৰ ভাগ্যাকাশত সৌভাগ্যৰ ৰবি জিলিকি উঠিল। অধৰ্ম্মৰ পৰাজয় আৰু ধৰ্ম্মৰ জয় হল। কমলাৰ অসীম স্নেহ আৰু কৰ্তব্য নিষ্ঠাই সকলোকে চেৰ পেলালে। স্নেহৰ জয় হল। সকলো মানুহে কমলা আৰু তেওঁ লোকৰ এনে আত্মত্যাগ দেখি ধন্য দিলে। আনফালে সৰলা বালিকাৰ সৰল প্ৰাণৰ সকৃতজ্ঞ আশীসে তেওঁলোকৰ পবিত্ৰ প্ৰাণত শান্তিৰ ধাৰা বোৱাই দিলে। কমলা আৰু ৰেণুৰ মৃত পিতাকৰ আত্মায়ো তৃপ্তি লাভ কৰিলে। কমলাৰ প্ৰতিজ্ঞা পূৰণ হ'ল।

মানুহৰ নিভৃত অন্তৰৰ গোপন সংকল্পটি সেই নেদেখা জনে সদায় দেখি আছে। ন্যায়ৰ বিচাৰক আৰু দুখীৰ দুখ মোচনকাৰী পৰম পিতাই সৰলা ছোৱালী ৰেণুৰ সৰল প্ৰাণত সেই নেদেখা শক্তিৰেই শান্তিৰ নিজৰা বোৱাই দিলে।

প্ৰায় এমাহমানৰ পাছতেই সেইজনা পৰম পিতাৰ পৰম করুণাতেই কমলাৰো বেছি দিন ভাবিব লগা নহল। নৰেনৰ বন্ধু বিমলৰ লগত প্ৰভা আইদেউৰ শুভমিলন শুভক্ষণত সুন্দৰৰূপে হৈ গল। বিমল নৰেনৰ ল'ৰাকালৰে বন্ধু আৰু এইবাৰ দুয়ো একেলগেই বি. এ. পাছ

কৰি আহিছে। বিমলৰ পিতাক এজন নামজ্বলা গণ্যমান্য মানুহ। এসময়ত তেখেত কলিকতাৰ কোনোবা এটা কলেজৰ অধ্যাপক আছিল। অলপদিন হৈছে পেন্সনপ্ৰাপ্ত হৈ ঘৰতে আছে। শুভবিবাহৰ শুভক্ষণত ৰেণুৱে প্ৰভাৰ ডিঙিত সাৰটি ধৰি এধাৰি সোণৰ হাৰ প্ৰভাৰ ডিঙিত পিন্ধাই দি আদৰেৰে ক'লে, "প্ৰভা! কমলা বাইদেউৰ আদৰৰ বস্তু তুমি, তোমাক দিবলৈ মোৰ কি আছে? এই ক্ষুদ্ৰ উপহাৰকে মোৰ অসীম স্নেহৰ নিদৰ্শন স্বৰূপে তোমাক দিলোঁ; আৰু তাতোকৈ মূল্যবান উপহাৰ এটি দি-ওঁ লোৱাঁ" এই বুলি তেওঁ বিমলক হাতত ধৰি আনি প্ৰভাৰ হাতত দি ক'লে, "প্ৰভা! এনে এটি মহা মূল্যবান অলঙ্কাৰ আজিৰ দিনত তোমাক গতালোঁ। যতনেৰে থ'বা। আৰু ইয়াতকৈ মূল্যবান উপহাৰ একোৱেই নাই। আশীৰ্বাদ কৰোঁ দুয়ো সুখী হোৱা।" প্ৰভা আৰু বিমলে ৰেণুক সেৱা কৰিলে। ভিতৰৰ পৰা সৰু সৰু ল'ৰা ছোৱালীবোৰে পুষ্প-বৃষ্টি কৰিবলৈ ধৰিলে।

☐ আবাহন। ১৮৫৭ শক। ৬ষ্ঠ বছৰ ১ম সংখ্যা।

# লুইতৰ মোহ

## সুপ্ৰভা গোস্বামী

সিহঁতে কয় মই হেনো বলিয়া! মোৰ বোলে মস্তিষ্কৰ বিকৃতি ঘটিছে! মোৰ কিন্তু ধাৰণা অন্য ৰূপ। সিহঁতে মোৰ কথাবিলাক প্ৰলাপ বোলে। সিহঁতে ক'লেই হ'লনে প্ৰলাপ বুলি? মই নিজে যি কথাটোৰ প্ৰমাণ পাইছোঁ, দেহে মনে সঁচা বুলি জানিছোঁ, সেইটো কিছুমান ধাৰণা-শক্তিহীন মানুহৰ কথাতে মই অবিশ্বাস কৰিব পাৰোঁনে? কিন্তু মোৰ কথা কোনে শুনে? কোনে বুজে?

সি যি হওক বাৰু। মই আজি মোৰ জীৱন-কাহিনী ক'ম। সেই ঘটনাটোৰ কথাও ক'ম, যি ঘটনাটোৱে মোৰ জীৱনৰ সোঁত বেলেগ পিনে বোৱাই দিলে আৰু মনতে মোৰ সংশয়-যুক্ত অস্থিৰতাৰ অঙ্কুৰ সিঞ্চিত কৰিলে।

মোৰ জীৱন-কাহিনী শুনিবৰ ঔৎসুক্য বা ব্যাকুলতা যে আনৰ নহবও পাৰে, সেইটো মই জানোঁ। কিন্তু তথাপি মই কবই লাগিব। কাৰণ, মোৰ মনৰ বিচাৰ-বুদ্ধি, ধাৰণা, চিন্তা এই বিলাক সংসাৰৰ আগত মোকোলাই নিদিয়ালৈ, মোৰ অস্থিৰ, সংশয়-পূৰ্ণ মনটো নিঃসংশয় নহয়। স্থিৰতাও লাভ কৰিব পৰা নাই। মোৰ একান্ত মিনতি, কোনোৱে যেন ইয়াক সম্পূৰ্ণ নুশুনাকৈ, নুবুজাকৈ বলিয়াৰ বলিয়ালি বুলি উৰাই নিদিয়ে। প্ৰথমতে শুনি তাৰ পিছত যেয়ে যি ভাবে ভাবি থাকিব। মোৰ তাত কোনো লাভালাভ নাই।

দেউতা আছিল উচ্চপদস্থ ৰজাঘৰীয়া কৰ্মচাৰী। তেখেতৰ বেছিৰ ভাগ কামেই আছিল ঘুৰি ফুৰা। নিজৰ কৰ্মস্থানত খুব কম সময়হে

থাকিবলৈ পাইছিল। দেউতাৰ লগত ময়ো প্ৰায়ে ঠায়ে ঠায়ে ঘূৰি ফুৰিছিলোঁ। সৰুতে আই ঢুকোৱাৰ পিছৰে পৰা দেউতাৰ লগত মই ডাঙৰ হৈছোঁ। দেউতাৰ অতিৰিক্ত স্নেহবশতঃ মোক আন কাৰো লগত এৰি গৈ নিশ্চিন্ত হব নোৱাৰিছিল। গতিকে মই সদায় দেউতাৰ ভ্ৰমণৰো সঙ্গী আছিলোঁ। ফুৰাৰ লগে লগে, মোৰ শিক্ষা-দীক্ষা লৈয়ো দেউতাৰ যথেষ্ট দৃষ্টি আছিল। বাহিৰত থকা দিন কেইটাত, তেখেতে নিজেই মোক পঢ়োৱাৰ ভাৰ লৈছিল। ঘৰলৈ আহিলে, এগৰাকী আদহীয়া শিক্ষয়িত্ৰীৰ ওচৰত মই পঢ়া-শুনা, চিলাই, গান আদি শিকিছিলোঁ। দেউতা সংস্কৃত সাহিত্যত সুপণ্ডিত আছিল। সংস্কৃত তেখেতৰ বৰ প্ৰিয় বিষয় আছিল। বোধ কৰোঁ সেই কাৰণেই মোক দেউতাই সৰুৰে পৰা সংস্কৃত পঢ়াবলৈ আৰম্ভ কৰিছিল।

ক্ৰমে ক্ৰমে মই দেউতাৰ লগত সংস্কৃত কাব্য-সাহিত্য পঢ়িবলৈ ধৰিলোঁ। যিমানেই পঢ়িলোঁ, সিমানেই কাব্যৰ ৰসাল, গভীৰ ভাববোৰ মোৰ মনত গাঁথি গাঁথি ৰবলৈ ধৰিলে। সদায় দেউতাৰ লগে লগে ঘূৰি ফুৰাৰ কাৰণে মোৰ মনটোও অজানিতে সংগীৰ কাৰণে ক্ষুধিত হৈ উঠিছিল। মোৰ সেই সংগীৰ অভাৱ সংস্কৃত কাব্যই পূৰ্ণ কৰিবলৈ ধৰিলে। একোদিন পঢ়ি থাকোঁতে থাকোঁতে মই বাহ্যিক সংসাৰৰ সকলো পাহৰি যাওঁ। একোখন কিতাপ শেষ হয়, আৰু মোৰ কল্পনা ঘূৰি ফুৰে—ৰামগিৰিৰ পৰা উজ্জয়িনীলৈ, ৰত্নপ্ৰভ হিমালয়ৰ পৰা ৰত্নগৰ্ভ বিশাল সাগৰলৈ! এইদৰে কবিৰ কল্পনাই মোৰ মন আবৃত কৰি ৰাখিলে। সংসাৰখন যে কাব্যৰ সুৰলা পদবিন্যাস নহয়, সেইটো ময়ো মনে মনে জানিছিলোঁ। কিন্তু তথাপি এটা মানসিক তৃপ্তি-দায়ক মোহৰ আকৰ্ষণত মই যেন একৰকম জানি-শুনিয়েই কাব্যৰ ছন্দোময় মায়াজালত আবদ্ধ হৈ পৰিলোঁ। এয়ে হ'ল মোৰ কাহিনীৰ সূচনা। ঘটনাৰ কথা কবলৈ গৈ এই সূচনাখিনি বাদ দিবলৈ মোৰ ভাল নালাগিল।

যি সময়ৰ কথা কব ধৰিছোঁ, তেতিয়া মোৰ বয়স ষোল সোতৰ

বছৰ। দেউতাৰ লগত ময়ো তেজপুৰলৈ আহিছোঁ, আৰু নদীৰ পাৰৰ চৰকাৰী বঙলাতে আছোঁহি। টিলাৰ ওপৰত আহল বহল ঘৰটো। এপিনে বিশাল ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰৰ উপযুক্ত গহীন গম্ভীৰ গতি— বিস্তৃত বুকুৰ মাজত মহৎ ব্যক্তি জনোচিত উদাৰতা, অতল গভীৰতা। মহৎ লোকৰ দৰেই, নিজৰ ওপৰত হোৱা সকলো অত্যাচাৰ, উপদ্ৰৱৰ বেদনা, বুকু পাতি লৈ গম্ভীৰ গতিত আপোন কাৰ্য্য কৰি যায়। এনে গম্ভীৰ ৰূপত মোৰ ভাৱপ্ৰৱণ মন বিভোল হৈ গ'ল। মহাবাহু ব্ৰহ্মপুত্ৰই, মোৰ কিশোৰী মন আকৃষ্ট কৰি পেলালে। চাই চাই মোৰ হেঁপাহ নপলোৱা হ'ল। মনত মোৰ স্পৰ্শৰ হেঁপাহ জাগিবলৈ ধৰিলে।

এদিন গধূলি লাহে লাহে আগবাঢ়ি গলোঁ। মোৰ মনত হ'ল, মই যেন অভিসাৰিকা। মনোহৰৰ উদ্দেশ্যে ঘৰৰ বাহিৰলৈ আহিছোঁ। কোন তেওঁ? কাৰ উদ্দেশ্যে? লৌহিত্যৰ, শান্তনুকুলনন্দনৰ? মুহূৰ্তৰ কাৰণে মই থমকি ৰলোঁ। পাছ মুহূৰ্ততে মোৰ মনত কৌতুক জন্মিল। কাব্য কবিৰ কল্পনা! পাতল মনেৰে মই আগবাঢ়ি গলোঁ।

অলপ দূৰ যোৱাৰ পিছতে, ভৰিৰ আঙুলিত শীতল পানীৰ স্পৰ্শ অনুভৱ কৰিলোঁ। গাটো জিকাৰ খাই উঠিল! ভৰিখন আপোনা আপুনি কোঁচ খাই আহিল। মনটো সঙ্কুচিত হৈ গ'ল। কিবা এটা যেন বেয়া কাম কৰিলোঁ। মাননীয়, শ্ৰদ্ধেয় কৰোবাৰ গাত ভৰি লাগিলে, মনত যি সংকোচ হয়, মোৰো তেনে হ'ল। বুজিব নোৱৰা সংকোচত মই থিয় দি ৰ'লোঁ। ব্ৰহ্মপুত্ৰৰ বহল বুকুলৈ মই আৰু আত্মবিভোৰ হৈ চাই থাকিব নোৱাৰিলোঁ। চালেই যেন কাৰোবাৰ চকুৱে চকুৱে পৰি যাম। কোনোবাই যেন মোৰ অগোচৰতে তেওঁৰ গাত ভৰি লগাৰ কাৰণে, মোৰ লাজ-সঙ্কুচিত ভাবটো দেখি কৌতুক অনুভৱ কৰি হাঁহিছে। মোৰ মনত এনে অদ্ভুত ধাৰণাই কেনেকৈ স্থান পালে কব নোৱাৰোঁ। কিন্তু হাজাৰ চেষ্টা কৰিও মই আৰু সেই ব্ৰহ্মপুত্ৰৰ শোভা উপভোগ কৰিব নোৱাৰিলোঁ। নিজৰ ওপৰতে

বিৰক্ত হৈ, বঙলালৈ উভতি আহিলোঁ।

তাৰ পাছত বহুদিনলৈ ব্ৰহ্মপুত্ৰৰ অতি ওচৰলৈ যাবলৈ মোৰ আৰু সুযোগ নঘটিল। কাৰণ পিছদিনাই দেউতা তেজপুৰৰ পৰা একেবাৰে ছিলং পালেহি। ছিলঙলৈ আহি, নানা মানুহ-দুনুহৰ লগত আলাপ-পৰিচয় আৰু চাহ-ভাতৰ নিমন্ত্ৰণ আদিৰ ভিতৰত মোৰ অকলশৰীয়া চেঙেলীয়া মনৰ সেই অদ্ভুত ধাৰণা তল পৰি গ'ল। মই আকৌ নিয়ম মতে দেউতাৰ লগত পঢ়াশুনা, ঘূৰা-মেলা কৰিবলৈ ধৰিলোঁ।

লাহে লাহে দেউতাই মোৰ বিয়াৰ বিষয়ে ভাবিবলৈ ধৰা গম পালোঁ। বিচাৰি বিচাৰি দেউতাই বোধকৰোঁ মনৰ জোখাৰে জোঁৱাই পালে। ফাগুন মাহৰ এটা উৎসৱ-পূৰ্ণ দিনত দেউতাই মোক তেওঁৰ নিৰ্বাচিত জোঁৱাইৰ হাতত সম্প্ৰদান কৰিলে। ৰূপৱান, ধনৱান আৰু গুণৱান স্বামী। গতিকে মোৰ নিজৰো একো আপত্তি বা বেজাৰৰ কাৰণ নাছিল। বিয়াৰ পিছদিনা দুপৰীয়া আমি মোৰ শহুৰৰ ঘৰ বুলি যাত্ৰা কৰিলোঁ।

মোৰ স্বামীৰ ঘৰ আছিল লুইতৰ পাৰত। নাৱেৰে যাব লাগে। ফাগুন মাহৰ জিৰ্ জিৰীয়া বতাহৰ বুকুত উখল মাখল ঢৌ উঠিছে। দুই মূৰে নীল কাপোৰৰ পৰ্দা দিয়া নাৱৰ ছৈৰ তলত বহি মোৰ মনটোও যেন সামান্য পৰিমাণে তল্‌মলাই উঠিছিল। কিন্তু নিচেই কাষতে স্বামীৰ অস্তিত্বই, মোৰ মনৰ সেই তলমল ভাব তৎক্ষণাৎ আঁতৰাই পেলালে।

গধূলি পৰত আমি আহি তেওঁৰ ঘৰ পালোঁ। যথা নিয়মে মোক আদৰি নি ঘৰ সুমুৱা হ'ল। তাৰ পাছত স্বামীৰ লগত মোৰ দিন বিলাক কেইটামান বছৰলৈ, সহজ-সৰল ভাৱে অতিবাহিত হৈ যাবলৈ ধৰিলে।

লুইতৰ কাষতে আমাৰ ঘৰ। সেই কাৰণে লুইতৰ সম্বন্ধে, ঘৰৰ আৰু গাঁৱৰ সকলোৰেই যথেষ্ট পৰিমাণে ঔৎসুক্য আছিল। কাৰণ লুইতেই হ'ল এই গাৱঁৰ ভাগ্য-বিধাতা। দুই চাৰিজন গাৱঁলীয়া

লগ লাগিলেই নদীৰ কথা এবাৰ নহয় এবাৰ ওলাব। নদীৰ এইবাৰ গতি কেনে, বানপানী হব নে ভালে ভালে বাৰিষাটো পাৰ হৈ যাব, নৈৰ মাজত ক'ত কোনটো চাপৰি তল গ'ল আকৌ ক'ত নতুনকৈ চৰ পৰাৰ সম্ভাবনা, মাছৰ উজান কোন পিনে ঢাল ললে ইত্যাদি নানা ধৰণৰ কথাবাৰ্তা মই প্ৰায়েই শুনিবলৈ পাওঁ।

যি বছৰ মানুহে বানপানীৰ আগন্তুক আগৰে পৰা আশঙ্কা কৰে, সেই বছৰ যথেষ্ট সময় হাতত থাকোঁতেই, নিজ নিজ গৰু-ম'হ, ঘৰবাৰী পাৰ্থ্যমানে নিৰাপদ ঠাইলৈ তুলি নিয়ে। কোনোবাৰ হয়তো বিন্দু-মাত্ৰও আগজাননী নোহোৱাকৈ হঠাতে, হুৰ্ হুৰাই, লুইতৰ পানী ওফন্দি আহি বহু জীৱজন্তু গছগছনিৰ আশ্ৰয়ৰ স্থল, মহানদৰ আহল বহল পাৰ ভাঙি উপচি আহে। অপ্ৰস্তুত নৰনাৰী, বালক বৃদ্ধ, সকলোৰে কোঢ়াল লাগি পৰে। গোহালিৰ গাই-দামুৰি, গড়ালৰ হাঁহ কুকুৰা ইত্যাদি পোহনীয়া জীৱ-জন্তুৰ ভয়াৰ্ত চিঞৰে চৌদিশে আতঙ্কৰ সৃষ্টি কৰে। কোনো কোনো ভাগ্যবানে হয়তো নিজ নিজ বয়বস্তু, গৰু-বাছৰু দুই চাৰিটা ৰক্ষা কৰিব পাৰে। বেছিৰ ভাগেই সৰ্বস্বান্ত হয়। অনেকে প্ৰাণ হেৰুৱায়।

বানপানীৰ ভয়াল ৰূপ, সৰ্বহাৰা দলৰ আতঙ্কমিশ্ৰিত শোক-ব্যাকুল কান্দোন, ক্ষুধিত মানুহ আৰু জীৱজন্তুৰ আকুল আবেদনত আকাশে বতাহে এটা থমথমীয়া ভাব বিয়পি পৰে। নানা ভাবে মহাবাহু ব্ৰহ্মপুত্ৰৰ ক্ৰোধ দমনৰ চেষ্টা চলে। পূজা-পাতলতো আছেই—মানুহৰ ক্ষুদ্ৰ শক্তিৰে, খণ্ড খণ্ডকৈ মথাউৰি বান্ধি বাবা ব্ৰহ্মপুত্ৰক ৰোধ কৰাৰ চেষ্টাও চলে। যি কোনো কাৰণতে হওক, কোনোবাৰ হয়তো যেনেকৈ হঠাতে বাবা ব্ৰহ্মপুত্ৰই ভীষণ ৰূপ ধৰিছিল, তেনেকৈয়ে হঠাতে শান্ত হৈ যায়। আতুৰ নৰ-নাৰীৰ দেহালৈ জীউ আহে। হৈ যোৱা ক্ষতি পাহৰিবৰ চেষ্টা কৰি আকৌ নতুনকৈ বসতিত বহে। খেতি-বাতিৰ চেষ্টা কৰে। বানপানীৰ বাঢ়নীয়া পানীত আপোনজনক হেৰুৱা বিলাকে, বুঢ়া ব্ৰহ্মপুত্ৰৰ ৰাক্ষসী

খকক শাও দি বিলাপ কৰে। কোনোবাৰ হয়তো মানুহৰ সমস্ত কাকুতি-মিনতি, চেষ্টা-চৰিত্র নেওচি, বুঢ়া ব্ৰহ্মপুত্ৰই, বুঢ়া পগলা-শিৱৰ দৰেই প্ৰলয় নৃত্যত উন্মাদ হৈ উঠে। মহানদৰ দুয়ো পাৰ চকুৰে মনিব নোৱৰা হৈ, ফেনেফোটোকাৰে সাগৰ যেন হৈ পৰে। পাৰৰ মাটিত ফাট মেলি চপৰা চপৰে খহি পৰে উন্মাদ ব্ৰহ্মপুত্ৰৰ স্ফীত বুকুৰ অতল গৰ্ভত। নিশ্চিহ্ন হৈ যায় কণ্ কণ্ কৈ. পুৰুষানুক্ৰমে অৰ্জিত মানুহৰ ঘৰবাৰী, খেতি পথাৰ। নিশ্চিহ্ন হৈ যায় হাবিবন। খহি, বাগৰি পৰে মহানদৰ গতিপথৰ দুই পাৰৰ পাহাৰ, জঙ্গল। বাম ঠাই দ হৈ যায়। দ ঠাইত বালি পৰি নতুন চাপৰি গজালি মেলি উঠে।

এইদৰে লুইত সম্বন্ধে নানা ধৰণৰ কথাবতৰা শুনি শুনি, স্বাভাৱিকতে লুইত সম্বন্ধে মোৰ মনত এটা কৌতূহল হব ধৰিলে।

বাৰিষা আহিল। আহাৰ মাহৰ ক'লা ডাৱৰে লুইতৰ বুকু আন্ধাৰ কৰি ছানি ধৰিলে। বহল বুকুৰ মাজত, যেন কিবা এটা অসহনীয় ব্যথা উপচি পৰিল। সেই ব্যথাৰ বোজা সহিবৰ শক্তি যেন ব্ৰহ্মপুত্ৰৰ দৰে মহানদৰো নাই। সেই কাৰণেই বোধ কৰোঁ গভীৰ ৰাতি কেতিয়াবা লুইতৰ বুকু গুমৰি উঠে। যেন কোনোবা বীৰ্য্যৱন্ত, আত্মাভিমানী পুৰুষে, নিজৰ চিন্তাৰ ভাৰ অসহ্য হোৱাত, নিৰ্জন নিস্তব্ধ আন্ধাৰৰ মাজত তাক মোকোলাই দিছে।

কেবাদিনো লুইতৰ সেই গুমৰণি শুনি, মই টোপনিৰ পৰা উচপ খাই সাৰ পাইছোঁ। মোৰ স্বামীয়ে স্নেহপূৰ্ণ কথাৰে মোক নিৰ্ভয় দিছে। ভয়ত যে মই চক খাই উঠা নাই, সেই কথা তেওঁক কওঁ। মাজৰাতি লুইতৰ বুকৰ গুমৰণি যে মোৰ মনত কোনোবা জীৱন্ত মানুহৰ বুকৰ গুমৰণি যেন লাগে, তাকো কওঁ। তেওঁ কেৱল কৌতুকত হাঁহে। সংস্কৃত কাব্যৰ প্ৰভাৱ বুলি মোক ঠাট্টা কৰে।

দিন গৈ গৈ বাৰিষাৰ ওৰ পৰিল। খৰালি পৰাৰ লগে লগে মানুহ বিলাকৰ মুখত প্ৰফুল্ল ভাবে দেখা দিল। লুইতৰ গতি তেওঁ-লোকৰ জীৱন ধাৰণৰ অনুকূল দেখি, মন এতিয়া পাতল। মহানদৰ

দুই পাৰৰ মাটি ফলপূৰ্ণ দেহাৰ ভৰত যেন উপচি পৰিছে। চকুৰে মণিব নোৱাৰালৈ চাপৰিৰ ওপৰত সৰিয়হ খেতিৰ হালধীয়া ফুলৰ চমক। চকলা-চকলি ঘন সেউজীয়া পাত-লতাৰ মাজত হেঙুলীয়া খোলৰ প্ৰকাণ্ড প্ৰকাণ্ড ৰঙালাউৰ চিকমিকীয়া শোভা। শাক-পাচলিৰ শ্যামল শোভাৰ কাষত, দূৰে দূৰে গৰু মহৰ জাক। জুপুৰা জুপুৰি পমুৱা ঘৰ। এই আটাই বিলাকে বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত আশ্ৰিত মানুহৰ সৌভাগ্যকেই সূচনা কৰিছে।

কিন্তু এই আনন্দ-দাতা, ফলদাতা, দানশীল লুইতৰ কি হল ? কিয় ইমান নীৰব ? গম্ভীৰ-গতিৰ মৃদু গমন-ধ্বনি ক'ত ? বাৰিষা ৰাতিৰ আক্ৰোশ-ভৰা গুমৰণিয়ে বা কিয় এনেকৈ নিস্তব্ধ হ'ল ? তেজপুৰত যি গতিয়ে মোৰ মন আকৰ্ষণ কৰিছিল, বাৰিষা গহীন ৰাতিত যি গুমৰণিয়ে মোৰ নিশ্চিন্ত টোপনিৰ ভিতৰত চিন্তাৰ ঢৌ বোৱাই দিছিল, সেই ব্ৰহ্মপুত্ৰৰ কি হ'ল ?

এদিন স্বামীৰ লগত ফুৰিবলৈ আহি, ব্ৰহ্মপুত্ৰৰ নিস্তেজ গতি, ক্ষীণদেহ দেখি মোৰ মনটো বিমৰ্ষ হৈ গ'ল। কি কাৰণত এনে হয় ? প্ৰাকৃতিক পৰিবৰ্তন ? ইমান সোনকালে ? এনে পৰিবৰ্তন প্ৰকৃতি-দেৱীয়ে কিয় বিধান কৰে ? তেওঁৰ দয়া মায়া নাইনে অলপো ? মই নিজেকে প্ৰকৃতি দেৱীৰ স্থানত ভাবি লওঁ। মই হলে কেতিয়াও এনে নিষ্ঠুৰ বিধান নকৰিলোঁহেতেন। মহাবাহু ব্ৰহ্মপুত্ৰৰ উচ্ছল দেহৰ এনে শোচনীয় অৱস্থা দেখি মোৰ দুখ লাগিল।

পৃথিবীৰ শোভাবৰ্ধন, এই মহাশক্তিৰ উচ্ছ্বসিত স্ৰোতৰ এনে পৰিবৰ্তনৰ আৰু কিবা কাৰণ থাকিব পাৰেনে ? প্ৰাকৃতিক নিয়মৰ বাহিৰে আন কিবা কাৰণ ? প্ৰকৃতিৰ প্ৰভাৱতো মানুহৰ গাতো আছে। কিন্তু ইমান সচকিতে নহয়। কি ব্যথাত, কি অন্তৰ ভাঙি নিয়া ক্ষোভত আজি শান্তনুকুল-নন্দনৰ এই দশা ? স্বামীৰ আকৰ্ষণত মোৰ চিন্তাৰ ডোল ছিঙি গ'ল। তেওঁ মোক আকৌ সংস্কৃত কাব্য পঢ়ি, বাস্তৱ পৃথিৱী খন পাহৰি গৈছোঁ বুলি ঠাট্টা কৰিলে।

মই ঘৰলৈ উভতিলোঁ।

মই কিন্তু ব্ৰহ্মপুত্ৰৰ শুকাই অহা দেহাৰ কথা পাহৰিব নোৱাৰিলোঁ। মনটো সদায় উৎকণ্ঠিত হৈ আছে ব্ৰহ্মপুত্ৰক চাই আহিবলৈ। কোনো ঘনিষ্ঠ আত্মীয় অসুস্থ হলে মনৰ অৱস্থা যেনে হয়, মোৰো তেনে হ'ল। দিনৰ সকলো কাম-বনৰ শেষত গাৱঁৰ মানুহ-দুনুহ নিঃপালি দিলে, সদায় লুইতক চাই অহা মোৰ এটা বেমাৰ যেন হ'ল। মোৰ স্বামীও কিছুদিন মোৰ লগত গৈছিল। শেষত তেওঁ বিৰক্ত হৈ উঠিল। ঘৰৰ বাকী বিলাকতো মোৰ এনে অশোভন ধৰণকৰণৰ বাবে কেতিয়াবাই মোৰ ওপৰত বিৰূপ হৈছিল।

মই কিন্তু সদায় নিয়মিত ভাৱে ব্ৰহ্মপুত্ৰক চাবলৈ যাওঁ। যিমানে যাওঁ তিমানে মোৰ উৎকণ্ঠা বাঢ়ি যায়। কি বাধা, কি ক্ষোভ আছে এই অতল, গভীৰ বুকুৰ মাজত? মই এবাৰ চাব নোৱাৰোঁনে? কেনেকৈ জানিম? কি উপায়েৰে তাৰ প্ৰতিকাৰ কৰিম?

নৈৰ পাৰত এইবিলাক ভাবি বহি থাকোঁতে, মোৰ ঘৰলৈ ওভোতা পলম হবলৈ ধৰিলে। মোৰ এই নৈশ অভিযানৰ কথা আগে কেৱল মোৰ স্বামীয়েহে জানিছিল। এতিয়া ঘৰৰ আনবিলাকেও গম পালে। স্বামীৰ পৰাও বিৰক্তিপূৰ্ণ তিৰস্কাৰ শুনিবলৈ ধৰিলোঁ। তেওঁ প্ৰথমে বহুতো চেষ্টা কৰিলে মোৰ মনৰ এনে অদ্ভুত ভাব আঁতৰাবলৈ। দূৰলৈ ফুৰিবলৈও নিব খুজিলে। মই কিন্তু মান্তি নহলোঁ। দূৰলৈ যোৱাৰ কথা শুনিয়ে মোৰ মনটো চিৰিং কৰি উঠিল। এনে অৱস্থাত লুইতক এৰি? লুইতৰ অৱস্থা কি হব? অথচ মই থাকিলেই যে কিবা এটা হব; সেইটোও মই ভবা নাছিলোঁ। কিন্তু তথাপি মই যাব নোৱাৰিলোঁ।

সকলোৰে কথাৰ অবাধ্য হোৱা বাবে, মই আটাইজনৰে গালি-শপনিৰ বস্তু হৈ উঠিলোঁ। ঘৰৰ বাহিৰতো মোৰ সম্বন্ধে নানা প্ৰকাৰ কথা ওলাবলৈ ধৰিলে। এইবিলাক সত্বেও মই পলাই হলেও লুইতক চাবলৈ নোযোৱাকৈ থাকিব নোৱাৰিলোঁ। এটা বুজিব নোৱা

আকৰ্ষণী শক্তিয়ে মোক যেন প্ৰতি মুহূৰ্ততে লুইতৰ ওচৰলৈ টানি নিব খোজে। দিনমান সেই অসীম শক্তিৰ লগত যুঁজি যুঁজি গধূলা সময়ত মই ভাগৰি যাওঁ। তেতিয়া আৰু মই নোযোৱাকৈ থাকিব নোৱাৰোঁ।

মোৰ এই অনিচ্ছাকৃত অবাধ্যতাত, বিৰক্ত হৈ, ঘৰৰ সকলোৱে মোক নি দেউতাকে গতাই দিয়াৰ ঠিক কৰিল। মই যে ইচ্ছা কৰি সকলোৰে অপ্ৰিয় হোৱা নাই, কিবা এটা এৰাব নোৱৰা আকৰ্ষণেহে যে মোক সদায় লুইতৰ পাৰলৈ টানি নিয়ে সেইটো কোনোৱে নুবুজিলে বা বুজিবৰ চেষ্টা নকৰিলে। তেওঁলোকে কেৱল গালি শপনি, মাৰ পিটন দিয়েই মোৰ এই অদ্ভুত ভাব আৰু অবাঞ্ছিত কাৰ্য গুচাব খুজিছিল। কোনেও এবাৰো মোৰ মনৰ লগত মন মিলাই, লুইতৰ সম্বন্ধে এষাৰো কথা নাপাতিলে। এদিন লুইতৰ বিষয়ে স্বামীৰ লগত কথা পাতিবলৈ খোজোতে তেওঁ মোক খুন কৰিবলৈহে বাকী ৰাখিলে।

সেই দিনাৰে পৰা মই কাৰো লগত কথা নাপাতোঁ। কাৰণ কথা পাতিলেই মোৰ মুখৰ পৰা এবাৰ নহয় এবাৰ লুইতৰ কথা ওলাবই। সেইটোতে সকলোৰে আপত্তি। অথচ সেইটোকেই মই চেষ্টা কৰিও ৰোধ কৰিব নোৱাৰোঁ। ইচ্ছা শক্তিতকৈ বলবান আন এটা বুজিব নোৱৰা শক্তিৰ প্ৰাধান্যই মোৰ নিজৰ বিচাৰবুদ্ধিক হেঁচা মাৰি ধৰিছিল। মোৰ দেহমনৰ ওপৰত মোৰ নিজৰ কোনো শাসনেই নোহোৱা যেন হৈ গৈছিল।

সি যি কি নহওক, কপালৰ লেখন ফলিবই। মই সকলোৰে অপ্ৰিয় হব লগা আছিল।—হলোঁৱেই।

এদিন মোৰ স্বামী মোক লৈ নাৱত উঠিল দেউতাৰ ওচৰলৈ মোক নিবলৈ বুলি। মোৰ বিয়াৰ পাছত তহা ফাগুন মাহৰ সেই বতাহো নাই, লুইতৰ বুকুত তেনে উথল-মাথলো নাই। ব্ৰহ্মপুত্ৰ যেন সংসাৰৰ হেঁচাত মন ভাঙি পৰা মানুহৰ দৰে নিস্তব্ধ, অলস হৈ পৰিছে। কোনো উৎসাহ নাই। বুকুৰ মাজত জীৱনৰ কোনো স্পন্দনো যেন নোহোৱা হৈ গৈছে।

নাওখনো চলিছিল ধীৰ গতিতে। মোৰ স্বামীও নীৰৱ। তেওঁ

মোৰ লগত কিছু দিনৰে পৰা এবাৰো কথা পতা নাই। সকলো নীৰৱ। কেৱল বঠা মৰাৰ ছুপ্‌ছুপ্‌ শব্দ। দুপৰীয়াৰ গম্ভীৰ নিস্তব্ধতাৰ মাজত বঠাৰ সেই শব্দত মই উচপ খাই উঠিলোঁ। লুইতৰ ক্ষয় প্ৰাপ্ত খীণ দেহাৰ দুই পাৰে বালি ওলাই, ব্যাধিগ্ৰস্ত মানুহৰ জীৰ্ণ জঁকাৰ দৰে দেখা হৈছে। তাৰে বুকুত পৰিছে বঠাৰ আঘাত। মই সকলোঁ পাহৰি গলোঁ। মুহূৰ্ততে ছৈৰ তলৰ পৰা উঠি গৈ নাৱৰীয়াটোৰ হাতত খপ্‌ কৰে ধৰি পেলালোঁ। খণ্ডত মোৰ স্বামীয়ে হুঙ্কাৰ দি উঠিল। তেওঁ মোক খঙেৰে টানি নি ছৈৰ ভিতৰলৈ গতা মাৰি দিলে। কি হল, মই কি কৰিলোঁ, একো তৎ ধৰিব নোৱাৰি, বিহ্বল হৈ বহি পৰিলোঁ।

কিছু সময়ৰ পাছত আকৌ সেই বঠাৰ শব্দ। এইবাৰ মোৰ মন আৰু উত্ৰাৱল হৈ পৰিল। কি নিষ্ঠুৰ, কি দয়া-মমতাহীন এই মানুহ বিলাক! নাই, মই কেতিয়াও ব্ৰহ্মপুত্ৰৰ ক্ষীণ দেহত এনে আঘাত কৰিবলৈ নিদিওঁ। কাঠৰ সেই গধূৰ বঠা পাতৰ আঘাত নিজে গাত পাতি লওঁ বুলি নাৱৰ পৰা জাপ মাৰি পৰিলোঁ। এক নিমিষ যেন অনুভৱ কৰিলোঁ মোৰ গাত গধূৰ কিবা এডালৰ কঠিন আঘাত। তাৰ পাছত আৰু একো কব নোৱাৰিলোঁ।

মই যেতিয়া চকু মেলিলোঁ, তেতিয়া দেখিলোঁ, মই দেউতাৰ ওচৰত—আমাৰ ঘৰত। দেউতাই মোৰ পিনে বেজাৰ মনে চাই আছে। ওচৰত ডাক্তৰ কেইজনমান। এপিনে মোৰ স্বামী।

সেই দিনৰ পাছৰ পৰা সদায় ডাক্তৰ আহিবলৈ ধৰিলে মোক চাবলৈ। অথচ মই নিজেই নাজানোঁ মোৰ কি অসুখ হৈছে। ডাক্তৰ বিলাকৰ ওপৰত, দেউতা আৰু স্বামীৰ ওপৰতো খং উঠিল। কথা নাই, বতৰা নাই, কিয় সদায় ডাক্তৰে চাব লাগে? মোৰ কি হৈছে? সিহঁতে মোক বলিয়া বুলি ভাবিছে নেকি? ঠিক সেয়েই হয়। নহলেনো ইমান চৰ্বত, ঘোল, দৈ, বৰফ এই বিলাকৰ আয়োজন কিয়? কিয় ঘৰৰ সকলোৰে শঙ্কিত সন্ত্ৰস্ত ভাব? কথাটো ভবাৰ লগে লগে মোৰ বৰ খং উঠিল। হাঁহিও উঠিল।—মই হেনো বলিয়া—বাম্‌!

☐ আৱাহন।

# এটি বিশেষ ৰাতি

## স্নেহ দেৱী

কোঠাটো ধুনীয়াকৈ সজাই থোৱা আছেই। ছোৱালীজনীও ধুনীয়া সাজতে আছে। তাইৰ কিন্তু নিজৰ সাজ-পাৰলৈ চকু যোৱা নাই। তাই চিন্তা কৰিছে, মনত পৰিছে পাঁচ বছৰমানৰ আগৰ এটা দিনৰ এই কোঠাটোলৈ। সেইদিনা এই কোঠাটোলৈ তাই সোমাই আহিছিল হাঁহিমুখে।

সেইদিনাও এই ঘৰখনত উখল-মাখল আনন্দৰ পৰিৱেশ বিৰাজ কৰিছিল। সেইদিনা আছিল ভোজৰ দিন। বেলেগ বেলেগ ঠাইত ৰন্ধা-বঢ়া হৈছে, মাছমমঙহ নোখোৱাসকলৰ বাবে নিৰামিষ আয়োজন কৰা হৈছে। বয়সস্থসকলৰ বাবে—অৰ্থাৎ যিসকলে ৰাজহুৱা চৰুত খাবলৈ আপত্তি কৰে—তেনে লোকৰ বাবে আছুতীয়াকৈ ৰন্ধাৰ ব্যৱস্থা কৰা হৈছে। কেইগৰাকীমান উৎসাহী মহিলাই ৰন্ধন-প্ৰণালী চাই নতুন ধৰণৰ কিবাকিবি ৰন্ধাৰ ব্যৱস্থাত ব্যস্ত হোৱাও দেখা গৈছিল।

ছোৱালীজনীয়ে সকলো ফালে ঘুৰি ঘুৰি চাই এসময়ত এই কোঠাটোলৈ সোমাই আহিছিল। কেইজনীমান ছোৱালীয়ে কোঠাটো সজাবলৈ লৈছিল; ফুলৰ মালা আঁৰিছিল; চেণ্ট ছটিয়াইছিল; বিছনাতো ফুলৰ পাপৰি ছটিয়াই দিছিল; কোনটো বস্তু ক'ত কেনেকৈ থলে শুৱাব সেই আলোচনাও চলিছিল সিহঁতৰ মাজত।

তাই সোমাই যোৱা দেখি সিহঁতে তাইক বৰ আগ্ৰহেৰে আগবাঢ়ি আহি, অভ্যৰ্থনা জনাই এজনীয়ে কৈছিল, "ৰণু আহাঁ, আহাঁ; তুমিও অকণমান আমাক সহায় কৰি দিয়া।" অন্য এজনীয়ে কৈছিল,

"তোমাৰ নাম ৰঞ্জনা বুলি মই এতিয়া অলপ আগতেহে জানিছোঁ।" ৰণুৱে আটাইৰে মুখলৈ চাই মিচিকীকৈ হাঁহিছিল। তাই পিন্ধি আছিল এযোৰ বগা পাটৰ কাপোৰ, ৰঙা সূতা আৰু গুণাৰ পাৰি লগোৱা। এজনীয়ে কৈছিল, "এই কাপোৰযোৰে তোমাক এনে শুৱাইছে; তোমাকহে কইনা কইনা লাগি গৈছে দেই।" ৰণুৱে লাজ লাজকৈ হাঁহি কৈছিল, "কি যে কোৱা—এইযোৰ মোৰ বহুত পুৰণিকাপোৰ দেখোন!" "হলেও কিন্তু বৰ ভাল লাগিছে তোমাক।" তেনেকৈয়ে ইটো-সিটো কথা পাতিছিল সিহঁতে।

হঠাতে উৰুলিৰ শব্দ শুনি সিহঁতৰ কথাত যতি পৰিল। "ব'লাচোন, ব'লা", বুলি আটাইকেইজনী কোঠাৰ পৰা ওলাই গ'ল। ৰভাতলত তেতিয়া খোবাখুবুনি অনুষ্ঠান ভাগিছে; কইনাক ভিতৰলৈ অনাৰ বাবে কেইগৰাকীমান আগবাঢ়ি গৈছে। ইতিমধ্যে খোৱা-বোৱাৰ আয়োজনো চলিছেই। খাদ্যৰ সুগন্ধ বিয়পি পৰিছে। বাহিৰৰ ৰভাতলত ভাগে ভাগে খোৱা-বোৱা চলিছিল তেতিয়া। পৰিবেশনকাৰী সকল মহাব্যস্ত। বহুতো মানুহ; হাই-উৰুমি, হাঁহি-ধেমালি। আনফালে এটা কোঠাত গান-বাজনাও চলিছিল। কোনো কোনোৱে ভাল গাইছিল, কোনোৱে কিন্তু বহুৱালিহে কৰিছিল। সকলো মিলি এটা আনন্দৰ উৎসৱ। বন্ধু-বান্ধৱক লগ পাই কোনোৱে কথাৰ মাহিলা মাৰি আনমনা হৈ পৰিছিল।

ৰণুৰ কাণত পৰিছিল কোনোবা এজনে লগৰ আনজনক কৈছে, "বৰ ডাঙৰ ভোজ পাতিছে কিন্তু দেই—"; আনজনে কোৱা কাণত পৰিছিল, "পাৰিছে বাবে পাতিছে আৰু।" খোৱা-বোৱাৰ পিছত অতিথি সকলে দুই চাৰিজনকৈ বিদায় ল'লে। ৰণুহঁতেও যাক যাক মাত লগাব লাগে লগাই-মেলি যাবলৈ ওলাল। বায়েকক অকলশৰে লগ ধৰি বিদায় লওঁতে থোকাথুকি মাতেৰে বায়েকে কৈছিল, "আহি থাকিবি দেই মাজে মাজে।"

সঁচাকৈয়ে সেইখন ঘৰলৈ ৰণু সঘনে আহি থাকিব পাৰিছিল।

কলেজলৈ অহা-যোৱা কৰা বাটতে সেই ঘৰখন পৰে, গতিকে প্ৰায়ে সোমায়। মাকলৈ কিবা খবৰ দিব লগা থাকিলেও ৰণুৰ আগতে বায়েকে খবৰ দিয়ে। সততে অহা-যোৱা কৰি থকা কাৰণে ঘৰখনৰ প্ৰায়বিলাক কথাতে ৰণুৱেও অংশ গ্ৰহণ কৰিছিল। বায়েক-ভিনি-হিয়েকৰ যুগ্ম ফটোখন কোনখিনিত থলে ভাল হ'ব সেইটোও ৰণুৱেহে পছন্দ কৰি দিব লাগিছিল।

দিন গৈ আছিল। বায়েক ৰঞ্জিতাৰ প্ৰথম সন্তানটো জন্ম হোৱাৰপিছত ৰণু কেইদিনমান বায়েকৰ সহায়ৰ কাৰণে তাত আছিলগৈও। কেঁচুৱাৰ ফ্ৰক-নেপকিন চিলোৱা কামবোৰো ৰণুৱেই কৰি দিছিল! ঘৰখনৰ আনবিলাক জঞ্জাল মাৰিছিল ৰঞ্জিতাৰ খুৰী-শাহুৱেকে। তেখেতে সেই সময়ত ঘৰ এৰি কিছুদিন ভতিজাকৰ ঘৰত থকাকৈ আহিব লগা হৈছিল। ৰণুক বৰ মৰম কৰিছিল তেখেতে। কাম-কাজ ব্যৱহাৰ-পাতি সকলো ফালে ইমান ভাল ছোৱালী সততে চকুত নপৰে বুলি সদায় শলাগিছিল ৰণুক। ৰণুৱে কেতিয়াবা কয়, "খুৰীদেউ, মোক কেলেই ইমান লাজ দিছে!" তেওঁ আচৰিত হৈ ৰণুৰ মূৰত হাত ফুৰাই কৈছিল, 'লাজ দিম কিয়? সঁচা কথা কৈছো, তুমি যি ঘৰলৈ পৰিবা সেইঘৰ ভাগ্যবান মানুহ হ'ব লাগিব।" ৰণুৱে আৰু একো মাতিব নোৱাৰিছিল।

দ্বিতীয় কেঁচুৱাটো হোৱাৰ পিছৰ পৰা ৰঞ্জিতাৰ গা ভালে নথকাই হ'ল। অভিভাৱক নথকা ঘৰখনত জনা-বুজা মানুহো নাই। এইবাৰ ঘৰুৱা অসুবিধাৰ বাবে খুৰীশাহুৱেকো আহিব পৰা নাছিল। কিছুদিনৰ কাৰণে ৰঞ্জিতা মাকৰ ঘৰতো থাকি গ'লহি। ইতিমধ্যে ৰণুৱে বি. এ. পাছ কৰি উঠি ঘৰতে আছিল। আৰু পঢ়িবনে নপঢ়ে—পঢ়িলে কি পঢা ভাল হ'ব—এনে আলোচনা কৰি থকা হৈছিল, কিন্তু একো ঠিক হোৱা নাছিলগৈ। ইফালে ৰণুৰ দেউতাকে ভাল পাত্ৰ এটিৰ সন্ধানতো চেষ্টা কৰি আছিল।

ৰঞ্জিতাৰ অসুখ বিশেষ ভাল নোহোৱা দেখি তেওঁক হাসপতালত

চিকিৎসাৰ বাবে থোৱা হ'ল। সেই সময়ত ল'ৰা-ছোৱালীহালৰ দায়িত্ব ৰণুৰ ওপৰতে পৰিল। সিহঁতেও ৰণুক পাই মাকক যেন পাহৰিয়ে গল।—আকৌ তুমাহমান পাৰ হ'ল। তাৰ পিছত এদিন সকলোকে কন্দুৱাই ৰঞ্জিতা এই সংসাৰৰ পৰা আঁতৰি গুচি গ'ল। এনে হ'ব বুলি কোনেও সপোনতো ভাবিব পৰা নাছিল।

সময়বোৰ যেন হঠাৎ স্তব্ধ হৈ পৰিল। তুটি মাতৃহীন শিশু'ল যেন কোনেও চাব নোৱৰা হ'ল। সেই দিনকেইটাৰ কথা ভাবোতে এতিয়াও এই মুহূর্ততো ৰণুৰ চকুলো ওলাল। কিমান দিনৰ কথানো —সৌ সিদিনাৰ কথা—সঁচাকৈয়ে মাত্র সিদিনাৰ কথা। টুনু, বাছু সেইয়া সিদিনাৰ সমানেইতো হৈ আছে।

যিদিনা ৰঞ্জনাৰ খুৰীশাহুৱেকে চকুলো মচি মচি ৰণুহঁতৰ ঘৰ'ল আহিছিল, শোকত কথা ক'ব নোৱৰা যেন হৈছিল মানুহগৰাকীয়ে। "খুৰীদেউ আহিছে" বুলি ৰণুৱেই তেওঁক বহুৱাই মাকক খবৰ দিছিল'গৈ। মাক ওলাই আহিছিল। তাৰ পিছত আৰম্ভ হৈছিল তুযোৰ চকুৰ পৰা অনবৰত বৈ অহা চকুলোৰ ধাৰ। তুইগৰাকী মানুহে কথা ক'ব পৰা নাছিল। "তুর্ভগীয়া ল'ৰা-ছোৱালীহাল ক'ত?" ৰঞ্জিতাৰ খুৰী-শাহুৱেকে এবাৰ থোকাথুকি মাতেৰে সুধিছিল। মাকে কৈছিল, "ৰণুৰ ওচৰত আছে। তায়েই সিহঁতৰ আউল মাৰিছে। মই একো ভাবিব-চিন্তিবও নোৱৰা হলো, মোৰ কি হ'ল।"

অলপ পিছত সেইদিনা ৰঞ্জিতাৰ খুৰীশাহুৱেক গ'ল'গৈ। পিছদিনা আকৌ আহিল, তাৰ পিছদিনাও। তাৰ পিছত প্রায় সদায়; তাৰ পিছত এদিন ৰণুৱে সন্দেহ কৰিলে তেওঁবিলাকৰ মাজত হোৱা কথা-বতৰাৰ বিষয়টোনো কি? পিছ'লৈ ৰণুৱে কাণ দিছিল।

ৰণুৰ মাক-দেউতাক আৰু সেই খুৰীশাহুৱেক গৰাকী; তিনিযুৰি চকুৰ পৰা চকুলো ওলোৱা ৰণুৱে নিজেই দেখিছিল। কথাবিলাক ভালকৈ কাণত পৰা নাছিল, কিন্তু বুজিবলৈ যেন একো বাকী নাছিল কিহৰ আলোচনা সেই তিনিজনৰ মাজত হবলৈ ধৰিছে। মাকে কোৱা

শুনিছিল, "মই চাৰিওফালৰ পৰা কথাটো ভাবি চাইছো, কিন্তু",—ইগৰাকীয়ে কৈছিল, "ময়ো এইকেদিন কম চিন্তা কৰা নাই।" ৰণুৰ দেউতাকে কৈছিল, "—মত লব লাগিব।" ইগৰাকীয়ে কৈছিল, "নিশ্চয়। মত লবই লাগিব। অমততো হবই নোৱাৰে। সিপক্ষৰ বাবে চিন্তাই নকৰিব। মই কথাটো কৈছোৱেই। আৰু এটা কথা—দিব থব কিন্তু একোৱেই নালাগে। মই মনে-প্ৰাণে মঙ্গল কামনা কৰো। সেইবাবেই বিশেষকৈ এই কুমলীয়া শিশু দুটাৰ কথা ভাবি—"; দেউতাকে কোৱা কাণত পৰিল ৰণুৰ, "আপুনিযে পৰম হিতাকাংক্ষী সেইকথা আমাক বুজাই ক'ব নালাগে, আপোনাৰ ভূতিজাক যেনে আপোন, মোৰ ছোৱালীকো আপুনি তেনে আপোন জ্ঞান কৰে আমি জানো।"

ইটো কোঠাত ৰণুৰে বুকুৰ ধপধপনিত আটাইবোৰ কথা শুনিবলৈ পোৱা নাছিল; তথাপি যি বুজিব লাগে বুজিছিল। এজনী শান্ত নিজু ছোৱালীৰ ভাবধাৰাৰে কথাটো ভাবিছিল ৰণুৰে। নিজৰ ভবিষ্যত সাংসাৰিক জীৱনৰ কল্পনা সকলোৱেই কম-বেছি পৰিমাণে কৰে। ৰণুৰেও কৰিছিল; কিন্তু কোনোবা বিশেষ এজনক সখা বুলি নিজৰ মনেৰে বছা নাছিল। বায়েক ৰঞ্জিতাৰ দৰেই মাক-দেউতাকে বাছি দিয়া দৰাৰ লগতে তেওঁৰো এদিন বিয়া হ'ব; বায়েকৰ দৰেই সুখী হ'ব; এনেবোৰেই ভাব আছিল। মাক-দেউতাকতকৈ হিতাকাংক্ষী সংসাৰত আৰু কোনো নাই। আজিও মাক-দেউতাকৰ ইচ্ছাত ৰণুৰে বাধা দিব নোৱাৰে। ওচৰতে শুই থকা টুনু আৰু বানুলৈ চাই ৰ'ল। ৰণু নহলে ইহঁতৰ কি গতি হ'ব? সিহঁতৰ মাকৰ সলনি এজনী মাক আহিবই লাগিব, কিন্তু সেইজনী হ'ব মাহীমাক। কেনে ব্যৱহাৰ বা শিশু দুটাই পাব কোনে জানে। সিকোঠাৰ কথোপকথনত সেই আশঙ্কাও প্ৰকাশ পাইছিল।

ৰণুৰে ভাবিছিল 'বিয়া' এটা সহজ শব্দ কিন্তু এটা আচৰিত শব্দও। বিয়া মানে—বিয়া মানে দুখন হিয়াৰ মিলন; দেহে-মনে-

প্ৰাণে মিলন। জীৱনৰ পূৰ্ণতাৰ পথত আগবাঢ়ি যোৱাৰ প্ৰথম সোপান; কিন্তু সকলো মানুহে জানো ভবামতে সকলো পায়? জীৱন পূৰ্ণতাৰে দেখা দিয়ে জানো? বহুতৰে দেখোন বহুত অশান্তি থাকি যায়! তেনে নোহোৱা হলে স্বামী-স্ত্ৰীৰ মাজত মনোমালিন্য, বিবাহ-বিচ্ছেদ এইবোৰ কেতিয়াও নহলহেঁতেন। নে ৰণুৰ চেৰাবলিয়া মোমায়েক এজনে কোৱা দৰে, বিয়া হ'ল এহাল মানুহ ওচৰ চপাৰ উৎসৱ? তেওঁ কয়, যেয়ে যেনেকৈয়ে পাতক অৰ্থ একেটাই। তাতেকে হেজাৰ কথা-বতৰা, চোওৱা-মিলোৱা, অমুকৰ দৈ, তমুকৰ মিঠাই, ভুৰি ভোজন, ব্যস্ততাৰ অন্ত নাই। কামৰ শেষ নাই। অমুক তমুক হেজাৰটা নিয়ম; কিন্তু যেনেকৈয়ে পাতক—হোম পুৰি, মন্দিৰত, কৰ্টত; উদ্দেশ্য সেই একেটাইহে। এহাল মানুহ ওচৰ চপাৰ আয়োজন। তেন্তে ইমান হেমগেমৰ দৰকাৰ কি?

ৰণুৱে কিন্তু ইমান স্থূলভাৱে কথাবোৰ কেতিয়াও নাভাবে। আৰু এটা কথা ৰণুৱে সময়ে সময়ে ভাবিছিল। বায়েক ৰঞ্জিতাৰ ঘৰত মতা নাম আছিল জিতা। ৰঞ্জনাৰ সেইদৰে নাম থোৱা হৈছিল জীনা; কিন্তু সকতে মাকেই এদিন ক'লে, "এইদৰে মিলাই মিলাই নাম থলে ভাল নহয়। এই ৰঞ্জনাৰ নাম ৰণুৱেই হওক।"

সঁচাকৈয়ে জিতা, জীনা এই একেধৰণৰ নাম দুটা নহৈ কিমান ভাল হ'ল।

শিশু দুটাৰ ফালে চাই চাই ৰণুৱে যেন দেখা পাইছিল এখন তুলাচনীত এফালে টুনু-বানু আৰু আনফালে ৰণু নিজে; কিন্তু সেই কণ কণ শিশু দুটাৰ ওজন ৰণুতকৈ বহুত—বহুত বেছি! ৰণুৱে ভাবিলে ঠিকেই, নিজৰ সুখ-শান্তিৰ বাবে দুটা শিশুৰ জীৱনলৈ কষ্ট মাতি আনিব নোৱাৰি। আৰু নিজৰ সুখ-শান্তি? সুখ-শান্তি যে নহব তাকতো ডাঠি ক'ব নোৱাৰে কোনেও।

এই সকলো চিন্তা-ভাবনা, আলোচনা-বিলোচনাৰ শেষত হলগৈ আজি এই পৰিণতি। একে ঘৰ, একে কোঠালি, একেবোৰ বস্তু-

বাহানি ; একেদৰেই সজোৱা। দুই-এটা বস্তুৰ মাত্র ইফাল-সিফাল ; যুগ্ম ফটোখন আগৰ ঠাইত নাই। বোধকৰো আলমাৰিত ভৰাই থোৱা হ'ল, আৰু কোঠাটোৰ এটা কাষত আন এখন বিছনা কৰা হ'ল। দুইখন বিছনাৰ মাজত এখন ডাঙৰ পৰ্দা তৰি দিয়া আছে। কোঠাটোত পোহৰ কম ; বিছনাখনৰ ফালে এটা কম পাৱাৰৰ লাইট জ্বলি আছে। পৰ্দা থকা বাবে সেইফালৰ একো দেখা পোৱা নাযায়।

ৰণু বহি আছিল বিছনাখনৰ এধাঁতিত চিন্তিত ভাৱে। এনে এটি দিনতে এদিন এইখন ঘৰ কিমান ডাঙৰ উৎসৱ, খোৱা-বোৱা, গান-বাজনা, হাঁহি-ধেমালিৰে মুখৰ হৈ উঠিছিল। আজিও তেনে এটি দিন ; কিন্তু আজি কোনো উছৱ হোৱা নাই। নীৰৱে মাত্র মাঙ্গলিক কাম যিখিনি নকৰিলে নহয়, তাকে কৰা হৈছে। প্রয়োজনৰ বাহিৰে এচুলিও একো হোৱা নাই। ঘৰৰ মানুহখিনিয়ে নীৰৱেই খাই-বৈ উঠিল। ঘৰখনত যেন মানুহ নায়েই—মাজে মাজে মাত্র দুই এজনৰ সন্তৰ্পণ খোজে সেই ভুল ভাঙি দিয়ে।

এবাৰ দুৱাৰখন নীৰৱে মেলি খুৰীশাহু সোমাই আহিল। ৰণু থিয় হ'ল। নীৰৱেই ৰণুক এবাৰ তেওঁ বুকুত আঁকোৱালি লৈ মূৰত হাত ফুৰাই অস্ফুট স্বৰে আশীৰ্বাদ কৰি আকৌ নীৰৱেই ওলাই গ'ল। ৰণুৱে তেওঁক সেৱা এটা কৰো বুলি ভাবিও কৰা নহল।

আকৌ অলপ পৰৰ পিছত পুনৰ জপাই থোৱা দুৱাৰখন নীৰৱে মেল খালে। মানুহজন সোমাই আহিল। ৰণু অলপ চমকি উঠিল। থিয় হ'ল। মানুহজনে দুৱাৰখনৰ ছুকটো লাহেকৈ বন্ধ কৰি ক্ষন্তেক ৰ'ল ; তাৰ পিছত ৰণু ওচৰলৈ আহি বিছনাতে বহিল ; ৰণুক ক'লে, "বহা।' ৰণু যেন মন্ত্ৰমুগ্ধা। আপত্তি নকৰি বহি পৰিল। তেওঁ ৰণুৰ ওচৰতে বহি লাহেকৈ ৰণুৰ পিঠিত সোঁহাতখন দিলে, নিজৰ ফাললৈ যেন আকৰ্ষণ কৰিব খুজিলে। ৰণু যেন শিয়ঁৰি উঠিল। কিবা এটা কব খুজিও যেন বোবা হৈ ৰ'ল। কোনোমতে কাতৰভাৱে

ক'লে "মোক আজি ক্ষমা কৰক ভিন"—শব্দটো শেষ নকৰি ৰণু নীৰৱ হ'ল। মানুহজনৰ হাতখন লাহেকৈ ৰণুৰ পিঠিৰ পৰা পিচলি পৰিল। ক'লে, "সেই সম্বোধন আৰু নকৰিবা ৰণু।" "মোৰ ভুল হৈছিল।" ৰণুৱে নিজৰ ভুল স্বীকাৰ কৰি তুলমুৰকৈ ৰ'ল। হঠাৎ কিবা এটা মনত পৰিল মানুহজনৰ। তেওঁ জেপৰ পৰা আঙঠি এটা উলিয়ালে। "চাওঁ" বুলি ৰণুৰ বাওঁহাতখন তুলি ধৰি অনামিকাত আঙঠিটো পিন্ধাই দিলে। "বেয়া নাপাবা, এইবোৰ নিয়ম, খুড়ীদেৱেও কৈ পঠাইছে।" ৰণুৱে ভাবিছিল ইয়াৰ পিছত তেওঁক সেৱা এটা কৰিব লাগিছিল চাগে, মাকেও এনে এষাৰ কথা কৈছিল, ৰণুৰ মনত পৰিল। কিন্তু কৰা নহল। অলৰ-অচৰ হৈ বহিয়ে থাকিল। কেইবাটাও নীৰৱ মুহূৰ্ত পাৰ হ'ল। ৰণুৰ কাণত পৰিল, "নোশোৱা জানো? টোপনি ধৰা নাই?" ৰণুৱে এবাৰ তেওঁৰ চকুলৈ চাই আকৌ চকু নমাই ললে। কি ক'ব? টোপনি ঠিক ধৰা নাই—কিবা এটা বেলেগ অনুভূতিত। কিন্তু কাপোৰযোৰ সলাই বিছনাত পৰিবৰ মন নোযোৱাও নহয়। তেওঁ হয়তো উত্তৰৰ বাবেই ৰণুৰ ফালে চাই আছে। ৰণুৱে ক'লে, "মই টুনু-বানুৰ ওচৰলৈকে যাওঁ নহলে।"

"হয়নেকি? সিহঁত এতিয়া কিন্তু বৰ ভালকৈ শুই আছে ৰণু। ৰাতি আমনি নকৰে। তুমি জানিবাই। তুমিয়ে সিহঁতক কিমান দিন ৰাখিলা। এইকেইদিনহে খুৰীদেৱে চাইছে। ব'লাচোন বাৰু চাওঁগৈ।"

দুয়ো উঠি গৈ সিখন বিছনাৰ কাষত ৰ'ল। দুটা শিশু গভীৰ টোপনিত লালকাল। চাৰে তিনি বছৰীয়া টুনু আৰু ডেৰ বছৰীয়া বানু। ৰণুৱে সিহঁতলৈ চাই ভাবিলে, "ইহঁতৰ বাবেই প্ৰয়োজন হলে মই বহুতো কষ্ট স্বীকাৰ কৰিব পাৰিব লাগিব, ত্যাগ কৰিব পাৰিব লাগিব। এই শিশু দুটি কিমান অসহায়! ওচৰতে বৈ থকা ইহঁতৰ পিতৃও হয়তো বৰ অসহায়। ক্ষন্তেক আগতে আঙুলিত পিন্ধাই দিয়া আঙঠিটোলৈ চকু গ'ল। ৰণুৱে এবাৰ তেওঁৰ মুখলৈ চালে। পৰম

নির্ভৰতাৰে যেন তেওঁ ৰণুৰ ফালেই চাই আছে। চকুৰে চকুৰে পৰাত তেওঁ ক'লে, "তোমাৰ ওপৰত বহুতো দায়িত্ব পৰিল ৰণু।" "সেই দায়িত্ব যেন পালন কৰিব পাৰো তেনে আশীৰ্বাদেই কৰক।"

ৰণুৱে ভাবিলে আজি আৰু ভগ্নীপতি নহয়—এইয়া তেওঁৰ কাষতে তেওঁৰ স্বামী বৈ আছে। তেওঁৰ ওচৰত ৰণু সহজ হবও পাৰিব লাগিব। চিনাকি ঘৰ, একেই কোঠা, প্ৰায় একে ধৰণেই সজোৱা একেবোৰেই বস্তু, মাত্ৰ জীতাৰ ঠাইত ৰণু। অৰ্থাৎ ৰঞ্জিতাৰ ঠাইত ৰঞ্জনা। ৰণুৰ মনৰ মাজত মাত্ৰ এটি প্ৰতিজ্ঞা—"মই সহজ হ'ব লাগিব। পাৰিবই লাগিব।"

ৰণুৱে নিজৰ কৰ্তব্য ঠিক কৰিলে। শিশু দুটাৰ গাৰ কাপোৰ-কানিবোৰ ঠিককৈ দিলে। তাৰ পিছত স্বামীৰ চকুলৈ চাই সুধিলে, "এই পৰ্দাখনৰ কিবা প্ৰয়োজন আছে জানো ইয়াত? আগেয়েতো ইয়াত পৰ্দা নাছিল?"

"নাছিল। আজিহে কোনোবাই এইখন তৰি দিলে নেকি।" ৰণুৱে পৰ্দাখন একাষে চপাই দিলে; কোঠাটো মুকলি হৈ পৰিল। ৰণুৱে ক্ষন্তেক স্বামীৰ মুখলৈ চাই থাকি ধীৰে ধীৰে ক'লে, "আপুনি শোৱকগৈ। মই কাপোৰ-কানিবোৰ সলাই মুখ-হাত ধুই আহোঁ।"

ৰণু সহজ হৈ পৰিছে। তেওঁৰ স্বামীয়ে স্বস্তিৰ নিশ্বাস এটা এৰি ক'লে, "বাৰু।"

ৰণুৱে বাথৰুমৰ ফালে খোজ ললে।

☐ প্ৰকাশ ১৯০৬ শক। দশম বছৰ ১ম সংখ্যা।

# ফুটা

**অণু বৰুৱা**

চহৰৰ ভিতৰত যদিও প্ৰায় একাষৰীয়াকৈ আমাৰ চুবুৰীটো। নিৰিবিলি পৰিবেশ। প্ৰায় ছয়-সাত ঘৰমান মধ্যবিত্ত পৰিয়ালৰ বসতিস্থান চুবুৰিটো। প্ৰত্যেকঘৰ মানুহে আটোম-টোকাৰিকৈ সংসাৰখন চলাই নিছে। কাৰো ওচৰত কোনো ওজৰ-আপত্তি কৰিবলৈ নাই। কাৰো ভালটো দেখি হা-হুমুনিয়াহ কাঢ়িবলৈকো নাই। বৰঞ্চ প্ৰত্যেকঘৰ মানুহৰ পৰস্পৰৰ মাজত সম্প্ৰীতিৰ ভাৱ এটাহে দেখা যায়।

সেই ছয়-সাতঘৰ মধ্যবিত্ত পৰিয়ালৰ ভিতৰত ময়ো এজন, মোৰ সোঁফালে থাকে প্ৰফৰীডাৰ বিজন ডেকা। স্থানীয় প্ৰেছ এটাত কাম কৰে। ৰাতিপুৱা সেই প্ৰেছৰ পৰাই ওলোৱা দৈনিক কাগজখন তেওঁ ঘৰে ঘৰে বিলাই ফুৰে। মানুহজনৰ আৰ্জ্জন চাই সংসাৰৰ দায়িত্ব বহুত বেছি। সাতোটা লৰাছোৱালীৰে গধুৰ সংসাৰ খনৰ বোজা সেই খেৰডাল যেন মানুহজনীয়ে কেনেকৈ কঢ়িয়াই নিছে, কেতিয়াবা বুজিবলৈ টান লাগে। তাকে ডেকাৰ ঘৰৰ মানুহজনীৰ বাৰটা মাহত তেৰটা বেমাৰ লুগুছেই।

মোৰ বাওঁফালে প্ৰায় এবিঘা মাটি উদং হৈ পৰি আছে। মাটিৰ গৰাকী কোন, আমি নাজানো। কিন্তু কেতিয়াবাকৈ মাটিৰ গৰাকী আহি ঘৰ সাজিব আমি একেলগে থাকিম, এনে এটা আশা লৈ আছিলো।

আমাৰ সংসাৰখনত পাঁচোটা প্ৰাণী। মই, মোৰ পৰিবাৰ নিৰু, লৰা দুটা—ডাঙৰ পোনা আৰু সৰু পোনা আৰু ছোৱালী জনী মিনু।

মিনুয়েই মাকৰ পেটমছা সন্তান। তাইৰ বয়স এইবেলি জেঠত সাত বছৰ পূৰ হৈ আঁঠবছৰত সোমাব। লৰাহাল ডাঙৰ। অফিছ এটাত কেৰেণী কাম কৰো। সামান্য উপাৰ্জ্জন। গতিকে মনৰ ইচ্ছানুযায়ী লৰা তিৰোতাক খুৱাবপিন্ধাব নোৱাৰো। এইবাবে মাজে-সময়ে অনুতাপ নোহোৱা নহয়।

পৰিবাৰে মাজেসময়ে আৰ্থিক অনাটনত আহুকাল পাই অশান্তি নকৰা নহয়। তৰশ্যে তেওঁৰ অশান্তিৰ কাৰণো নোহোৱা নহয়। তেওঁৰ অশান্তিৰ এটা মনস্তাত্বিক বিশ্লেষণ বিচাৰি পাওঁ। ধনীঘৰৰ জীয়ৰী বুলি কব নোৱাৰিলেও অভাৱ অনাটন নথকা এঘৰ মানুহৰ ঘৰৰ জীয়ৰী নিক। গতিকে বিশেষকৈ মাহৰ শেষলৈ যেতিয়া ঘৰখনত ইটোৰ পিছত সিটোকৈ অভাৱবোৰে দেখা দিয়ে, তেতিয়া তেওঁৰ মনটো বিদ্ৰোহী হোৱাটো খুব স্বাভাৱিক কথা। তেওঁৰ অভিযোগবোৰ কাণ পাতি শুনো। কিবা প্ৰতিকাৰ কৰিব পাৰিলে কৰোঁ, নোৱাৰিলে মনে মনে থাকোঁ।

এইদৰেই আমাৰ দিনবোৰ ভাল বেয়াৰ মাজেৰে অতিবাহিত হৈছিল। এটা শান্ত পৰিবেশ। কোনো ধৰণৰ বাহ্যিক পৰিস্থিতিয়ে পৰশিব নোৱৰা এটা পৰিবেশ।

এদিন হঠাতে আমাৰ চুবুৰিটোলৈ এক ব্যস্ততা নামি আহিল। মোৰ বাওঁফালে উদং হৈ পৰি থকা মাটি ডোখৰ চাবলৈ গাড়ীৰে কেইবাজনো মানুহ আহিল। এইটো চুবুৰিলৈ মটৰগাড়ী যেন কোনো দিনেই অহা নাছিল এনে এটা ভাৱেৰে সৰু সৰু লৰাছোৱালীজাকে মটৰগাড়ীখন বেঢ়িকুৰি চালে। ডাঙৰবোৰেও বৰকৈ মনৰ কৌতুহল নেদেখুৱাই আলেঙে আলেঙে চাবলৈ ধৰিলে। তিৰোতা মানুহ বিলাকেও ঘৰৰ ভিতৰৰ পৰা বেৰৰ জলঙাইদি, পৰ্দ্দাৰ ফাঁকেদি জুমি জুমি চালে।

মানুহ কেইজনে ভালোমান পৰ কথাবতৰা পাতি মটৰ গাড়ীত উঠি গলগৈ। তাৰে দুজন মানুহেহে কিবা কথাবতৰা পাতি থাকিল।

অফিছলৈ বুলি ওলাই যাওঁতে মানুহকেইজনৰ সমুখাসমুখি হলো। তাৰে এজনে মোক সুধিলে, "এইটো আপোনাৰ ঘৰ নেকি? আপোনাৰ মাটিৰ সীমা কোনখিনিলৈকে আছে?" বাতিবুতি কোনামতে থিয় কৰি থোৱা জেওৰাখন দেখুৱাই কলো, "এয়ে, মোৰ সীমা।"

কৌতুহলবশতঃ মানুহজনকে সুধি পেলালো, "এই ডোখৰ কাৰ মাটি? ঘৰ সাজিব খুজিছে নেকি?" মানুহজনে কলে, গৰাকীৰ পৰা মাটি ডোখৰ এজন মাটিৰ হাকিমে কিনি লৈছে। তেখেতেই ঘৰ সাজিব। মাটিৰ হাকিম আমাৰ ওচৰচুবুৰীয়া হব কথাষাৰ ভাবি এফালে যেনেকৈ ভাল লাগিল, আনফালে আতঙ্কত মনটোৱে ধান বানিবলৈ ধৰিলে। কথাষাৰ ইঘৰ সিঘৰকৈ চুবুৰিটোৰ প্ৰতিঘৰ মানুহৰ মাজতে সদৰী হৈ পৰিল। কোনোৱে ভাল পালে, কোনোৱে বেয়া পালে। কোনে ভাল পালে, কোনে বেয়া পালে তালৈ কোনে কাণসাৰ কৰে? ঘৰবন্ধাৰ কাম আৰম্ভ হল। বালি, ইটা, চিমেণ্ট, কঙ্কৰ-পাথৰ ট্ৰাকে ট্ৰাকে আহি দ'ম খালে। মিস্ত্ৰি বনুৱা আদি মানুহো উপচি পৰিল। দিনে নিশাই কাম চলিবলৈ ধৰিলে। শান্ত পৰিৱেশটো এক উৎসৱমুখৰ পৰিৱেশলৈ ৰূপান্তৰিত হ'ল। দিনৰ সময়ছোৱা কথাষাৰ বৰকৈ উপলব্ধি নহলেও নিশা এডোখৰলৈকে চিঞৰবাখৰ, গণ্ডগোল বোৰে আমনি দিবলৈ ধৰিলে। তথাপি নতুন পৰিৱেশৰ লগত নিজকে খাপ খুৱাবলৈ যত্ন কৰিলোঁ।

চাওঁতে চাওঁতে আমাৰ চকুৰ আগতে প্ৰকাণ্ড তুমহলীয়া ঘৰটোৰ নিৰ্ম্মাণকাৰ্য্য সম্পূৰ্ণ হৈ উঠিল। চাৰিওপিনে ইটাৰ দেৱাল হ'ল। বহল গেটখনত লোহাৰ ওখ দুৱাৰ হ'ল। আলাউদ্দিনৰ যাদুকৰী চাকিটোৰ পৰশতে যেন এনে হেন অট্টালিকাটো গঢ়লৈ উঠিল। জাকজমক অট্টালিকা-সদৃশ ঘৰটোৱে গোটেই চুবুৰীটোৰে সৌষ্ঠৱ বঢ়ালে।

এদিন মালিক-মালিকনীয়ে এগাড়ী মাল বস্তুৰে আহি ঘৰটোত সোমালহি। বাহিৰে ভিতৰে দীপান্বিতাৰ দৰে জ্বলি উঠা বিজুলী

চাকিবোৰে চুবুৰীৰ আন মানুহবোৰৰ মনবোৰলৈও কিবা এক বুজিব নোৱৰা আনন্দ আনিলে। কেইদিন মানলৈ প্ৰতিঘৰ মানুহৰে ঘৰত হাকিমৰ ঘৰৰ কথা দিনটোত এবাৰ নহয় এবাৰ নোলোৱাকৈ নাথাকিল।

হাকিম মানুহজন তেনেই ডেকা মানুহ। মানুহজন অতি অমায়িক যেনো লাগিল। ওচৰ চুবুৰীয়াৰ লগত চা-চিনাকি হৈ সম্প্ৰীতিৰ ভাব এটা ৰাখিবলৈ যত্ন কৰা দেখি মানুহজনক ভাল লাগিল। এনে এজন হাতদীঘল গুণী-মানী মানুহৰ অমায়িক ব্যৱহাৰত চুবুৰীৰ মানুহখিনি মোহ নোযোৱাকৈ নাথাকিল। হাকিমনী মানুহ গৰাকীকহে কোনেও বুজিব নোৱাৰিলে। তেওঁক ভালকৈ কোনেও দেখাও নাই। মটৰ গাড়ীত উঠি ওলাওঁতে সোমাওঁতে কোনোবাই দেখিছে যদিও সেয়ে যথেষ্ট নহয়। হাকিমৰ লৰা দুটা। দুয়োটা লৰা তাল যুৰীয়া যেন লাগে। নোদোকা চেহেৰাৰ লৰা হাল দেখিলেই মৰম লাগে।

দিনবোৰ পুৰণি হোৱাৰ লগে লগে হাকিমৰ ঘৰৰ প্ৰতি চুবুৰীৰ মানুহৰ কৌতূহল নোহোৱা হৈ আহিল। লাহে লাহে আকৌ মানুহবোৰ আগৰ অৱস্থালৈ ঘূৰি আহিল। কিন্তু আমাৰ নিৰুৰহে হাকিমৰ ঘৰৰ প্ৰতি কৌতূহল দিনকদিনে বাঢ়ি আহিবলৈ ধৰিলে। তেওঁৰ এই অহেতুক কৌতূহলৰ কাৰণে লাহে লাহে আমাৰ মাজত অশান্তিয়ে বাহ ললে।

ৰাতিপুৱাই লৰালৰিকৈ এমুঠি খাই অফিছলৈ যাওঁ। লৰাহালো স্কুল বুলি ওলাই যায়। স্কুললৈ যায়হে কিবা যে উন্নতি সিহঁতৰ হৈছে, বুজিব পৰা নাই। ডাঙৰপোনাই সপ্তম মানৰ পৰীক্ষা দুবাৰ দিও দেওনাখন পাৰ হব পৰা নাই। সৰুপোনা পঢ়াশুনাত সিমান বেয়া নহয় কাৰণেই হবলা ক'তো নোৰৈ বগুৱাবাই আহি আছে। ককায়েকে যদি আৰু এটা বছৰ একে শ্ৰেণীতে জিৰায়, তেনেহলে সি লগ ধৰিব পাৰিবগৈ। ছোৱালীজনী ওচৰৰে এল· পি· স্কুলখনলৈ যায়। পুৱা স্কুল বহে। তাই দহবজাতে ঘৰ পায়হি। দুপৰীয়া মাক-জীয়েক ঘৰতে থাকে।

হাকিমৰ ঘৰখন হবৰে পৰা নিৰুৰ ঘৰৰ কামবনলৈ মন নোহোৱা হ'ল। ৰাতিপুৱাই স্কুলীয়া অফিচীয়া ভাতকেইটা খুৱাই লৈ নিজেও নাকে কাণে গুজি, য'ৰে কাম তাতে এৰি খিৰিকীৰে কেৱল হাকিমৰ ঘৰৰ গতিবিধি লক্ষ্য কৰাই নিৰুৰ কাম হ'ল। দিনটো যি দেখে যি শুনে ৰাতি ভাত খাবৰ পৰত তাৰে ব্যাখ্যা দিয়ে। কেৱল ব্যাখ্যাই নহয়, ৰিজনিমূলক কথা একোষাৰো নোকোৱাকৈ নাথাকে।

"হাকিমৰ লৰাহালে ইমান ধুনীয়া ছুৱেটাৰ পিন্ধে, আমাৰো পোনাইঁতক কিনি দিব পৰা হলে"। আকৌ "হাকিমনীয়ে গহনা-গাঁথৰি ইমানবোৰ পিন্ধে, দেখিলে মনটো বেয়া লাগি যায়। আমাৰ ভাগ্যত জানো কেতিয়াবাকৈ হব?' ইত্যাদি নিৰুৰ কথাবোৰ শুনি খং উঠে। বিশেষকৈ লৰাইঁতৰ আগত এইবোৰ কথা কৈ কিমানখিনি অন্যায় কৰিছে কথাষাৰ ভাবি ক্ষুব্ধ হওঁ। কেতিয়াবা ছেগ বুজি অকল-শৰীয়া হলে নিৰুক বুজাবলৈ চেষ্টা কৰোঁ। কিন্তু নিৰুৱে ক'ত বুজিব? তেওঁ বিপৰীত ধৰণেৰেহে কথাবোৰ কবলৈ ধৰে। তেওঁ কয়, "নিজে সেইদৰে লৰাতিৰোতাক পিন্ধাৰ উৰাব নোৱাৰে নহয়, সেইকাৰণে সঁচা কথাষাৰ কলে গাত লাগিবতোন।" নিৰুৰ মুখত এনে কথা শুনি অধৈৰ্য্য হৈ কৈ পেলাওঁ, "মই এটা কেৰেণীহে। হাকিমৰ লগত কেনেকে জোৰ মাৰিম?" সেইদিনা নিৰুৱে কৈছিল কেৰেণী মানুহবোৰে বিয়া কৰাবই নালাগে। নিৰুৰ কথাষাৰে মোৰ অন্তৰখন চূৰ্ণ-বিচূৰ্ণ কৰি পেলাইছিল। মাতিবলৈ মোৰ মাত নাছিল।

লাহে লাহে সন্ধিয়া গাঢ় হৈ আহিছিল। আগফালৰ পিৰালিতে নিৰলে বহি আছিলো। এনেতে বাঁহৰ জপনাখন খুলি সোমাই আহিল ৰুবুল, প্ৰফৰীডাৰ বিজন ডেকাৰ ল'ৰা।

সেইদৰে মোক বহি থকা দেখি ৰুবুলে মাত দিবলৈ বোধকৰো সাহ পোৱা নাছিল। সি চোতালতে থিয় হৈ ৰল। মইহে মাত দিলো: "কিহে ৰুবুল, ক'ৰ পৰা আহিলা?"

"দাদা, আপোনাৰ ওচৰলৈকে আহিলো। পৰহিৰ পৰা মোৰ

মেট্রিক পৰীক্ষা। পঢ়িবলৈ চাকিত তেল অকণো নাই। যি অকণমান তেল আছিল, চাকিত ভৰাই বৌৱে আখলত ৰান্ধিবলৈ লৈছে। দাদা, অকণমান তেল দিব পাৰিব নেকি ?"

ৰুবুলৰ কথা শেষ হোৱালৈ বাট নাচালো। বটলত থকা আধা বটল তেল ৰুবুলক আনি দিলোহি। তেলখিনি পাই ৰুবুলৰ শুকান মুখখনত যিটো হাঁহি বিৰিঙি উঠিল, সেইটো হাঁহি মই পাহৰিব নোৱাৰোঁ, মোৰো কিবা এটা ডাঙৰ কাম কৰা যেন অনুভৱ হ'ল। আগৰ ঠাইতে আকৌ বহি পৰিলো। মনলৈ মোৰ ভাব আহিল মোৰ পোনাইঁত যদি ৰুবুলৰ দৰে হলহেঁতেন। সিহঁতেতো কেৰাচিন তেলৰ অভাৱত পঢ়িব নোৱৰা অৱস্থাত পৰা নাই। মোৰ নিৰু যদি ৰুবুলৰ মাকৰ দৰে হলহেঁতেন! সাতোটা লৰাছোৱালীৰে এই অভাৱী সংসাৰখন বেমাৰী মানুহজনীয়ে চলাই আছে। গিৰিয়েকৰ লগত কোনো দিনে দাঁতে ওঁঠে লগা শুনা নাই। মোৰ উপলব্ধি হ'ল, প্ৰকৃত শান্তি কিছুমান টকা-পইছা বা বয়বস্তু নহয়, প্ৰকৃত শান্তি আছে পাৰস্পৰিক বুজাপৰাতহে। মোৰ আৰু নিৰুৰ মাজত তাৰে অভাৱ। সেয়ে আজি মই মনৰ শান্তি হেৰুৱাই পেলাইছো।

ৰাতি ভাত পানী খাই-বৈ শুই থাকিলো! মোৰ মনৰ অৱস্থাৰ বুজ লবলৈ নিৰুৱে তিলাৰ্ধমানো যত্ন নকৰিলে। ৰাতি পুৱাল। গতানুগতিক ভাৱেই দিনটো আৰম্ভ হ'ল। কাৰ্যৰ দ্বাৰাই নিৰুক শিক্ষা দিবৰ মন গ'ল। ঘৰদুৱাৰ বেৰ নিজেই চাফচিকুণ কৰাত লাগিলো। পোনাইঁতৰ মেজৰ কিতাপৰ ওপৰত ডাঠ ধূলিৰ চামনি পৰিছে বহুত দিন ধৰি ব্যৱহাৰ নোহোৱাৰ কাৰণেই এনে অৱস্থা। কিতাপ-পত্ৰবোৰ ধুলিবালি জোকাৰি পৰিপাটীকৈ থওঁতে সকতে নিজৰ পঢ়ামেজখন পৰিপাটীকৈ থোৱাৰ কথা মনত পৰিল। এইদৰে ইটোৰ পিছত সিটোকৈ ঘৰৰ প্ৰত্যেকটো বস্তু জাৰিজোকাৰি চাফচিকুণকৈ থলো। বেৰৰ মকৰাজাল এলান্ধুবোৰো ঢুকি পোৱালৈকে গুছালো। এইদৰে কাম কৰি থাকোতে খিৰিকীৰ পৰ্দাখনত দেখিলো এটা ফুটা। পৰ্দাখন

খোঁচ খাই ফাটি হোৱা ফুটা এইটো নহয়। গোলাকৃতিৰ এই ফুটাটো কাৰোবাৰ হাতেৰে কৰা ফুটাহে। মোৰ বুজিবলৈ বাকী নাথাকিল, হাকিমৰ ঘৰৰ গতিবিধি লক্ষ্য কৰিবলৈ নিৰুৱেই পৰ্দাখনত ফুটাটো কৰি লৈছে। মলিয়ন পৰ্দাখনলৈ চাই ভাবিলো, নিৰুৱে যদি পৰ্দাখন অলপ ধুইপখালি ললেহেঁতেন। খিৰিকীখনৰ তলত বেৰখনতো তেনে ধৰণৰ আৰু এটা ফুটা দেখি খং গৈ চুলিৰ আগ পালেগৈ। মিনুক মাতি ফুটাটো কোনে কৰিলে সুধিলো। তাই কলে: "হাকিমৰ ঘৰলৈ মায়ে সেই ফুটাটোৰে চায়, মই চুকি নাপাওঁ কাৰণে এইটো ফুটা কৰি লৈছো।" মিনুৰ কথা শুনি মোৰ খং নুঠিল। তাৰ পৰিৱৰ্তে তাইৰ সত্যবাদিতা দেখি মোৰ মনত বা-মাৰলিৰ সৃষ্টি হল। মিনু মন-কুমলীয়া ছোৱালী। তাই আঁস মাতিবলৈ এতিয়াও শিকা নাই। মিনুৰ সত্যবাদিতা দেখি ৰবিৰশ্মিত বালিকণা নচাৰ দৰে মোৰ মন-দিগন্তত আশা উদ্দীপনাই নাচিবলৈ ধৰিলে। মুহূৰ্তৰ কাৰণে মোৰ মনটো জীপ পাই উঠিল। মোৰ উপলব্ধি হ'ল সংস্কাৰ ঘৰখনক লাগে আৰু সেই সংস্কাৰ ময়েই কৰিব লাগিব।

যিমানেই যি নহওক নিৰু বুজন ছোৱালী। সোতাটো হাতত লৈ মই ঠাই সৰাটো তেওঁৰ অসহনীয় হ'ল। নানা ককৰ্থনা কৰি মোৰ হাতৰ পৰা সোতাটো লৈ তেওঁ নিজে ঠাই সৰাত লাগিল। এইদৰেই মুখেৰে একো নক কাৰ্য্যৰ দ্বাৰা নিৰুৰ শুধৰাবলৈ যত্ন কৰিলো। আংশিক ভাৱে শুধৰণি হলেও, নিৰুক সেই অভ্যাসটো, পৰ্দ্দাৰ ফুটাটোৰে হাকিমৰ ঘৰৰ গতিবিধি লক্ষ্য কৰাটো, নুগুছিল। অৱশ্যে আজিকালি নিৰুৱে এইটো কাম লুকাই চুৰকৈহে কৰে। আগৰ দৰে ৰাতি ভাত খাবৰ পৰত হাকিমৰ ঘৰৰ কথা কৈ মোক তিৰস্কাৰো নকৰে।

এদিন অফিচ সোনকালে ছুটি হোৱাত ঘৰলৈ নিৰ্দিষ্ট সময়তকৈ আগতেই আহি দেখিলো নিৰুৱে খিৰিকীৰ ওচৰত থিয় হৈ একান্ত-মনেৰে হাকিমৰ ঘৰলৈ পৰ্দ্দাৰ ফুটাটোৰেদি চাই আছে। ময়ো নিৰুৰ

পিছপিনে থিয় হৈ হাকিমৰ ঘৰলৈ চালো। কিন্তু মোৰ চকুত একো ধৰা নপৰিল। নিৰুৱেনো ইমান তন্ময় হৈ কি চাই আছে, একো বুজিব নোৱাৰিলোঁ। কান্ধত হাতখন থৈ লাহেকৈ নিৰুক মাত দিলোঁ। তেওঁ উচপ খাই উঠিল, যেন তেওঁৰ সমুখত মই নহয়, মোৰ প্ৰেতাত্মাটোহে থিয় হৈ আছোঁ। আউলিবাউলি চুলি, চকুৰ ছাই, হালধি তেলৰ দাগেৰে ভৰা মলিয়ন গাৰ কাপোৰসাজেৰে নিৰুক চিনিবলৈকে টান হৈ পৰিছে। মই সুধিলো: নিৰু, নিজৰ প্ৰতি ইমান উদাসীন হৈ কি পোৱা এইদৰে হাকিমৰ ঘৰলৈ চাই থাকি? মূৰটো ফণিয়াই, পৰিস্কাৰ এসাজ কাপোৰ পিন্ধি পৰিপাটীকৈ থাকিব নোৱাৰা জানো? দিনে দিনে কি যে হৈ গৈছা তুমি?" মোৰ কথাত নিৰু ক্ষুব্ধ হ'ল।

"ভালকৈ কাপোৰ-কানি পিন্ধি ক'ৰ মটৰ গাড়ীত উঠি বতাহ খাবলৈ যাম?" এই বুলি কৈ নিৰু উচাট মাৰি আঁতৰি গ'ল। মোৰ এনেকুৱা লাগিল যেন খিৰিকীখনকে একেবাৰে বন্ধ কৰি দিওঁ। নিৰু আখল ঘৰলৈ গৈছিল। ময়ো পিছে পিছে গৈ তেওঁৰ ওচৰত থিয় হলো মজিয়াত তেতিয়া আমি দহবজাত খাই যোৱা ভাতৰ কাঁহি-বাতিবোৰ সিঁচৰতি হৈ পৰি আছিল। সেইবোৰ ধোৱাপখলা কৰিবলৈ নিৰুৱে আজিৰি পোৱাই নাই।

নিৰুক শোৱনী কোঠালৈ মাতিলো। বাধ্য ছোৱালীৰ দৰে মোৰ পিছে পিছে তেওঁ আহিল। খুব মৰমেৰে তেওঁক কলো "সিটো কোঠালীৰ সেইখন খিৰিকীৰে হাকিমৰ ঘৰলৈ চাবা। কিন্তু মাজে সময়ে এইখন খিৰিকীৰে এইঘৰ মানুহলৈকো চাবাচোন। তেতিয়া প্ৰফুল্লৰীডাৰ বিজন ডেকাৰ সৰু সৰু লৰাছোৱালী কেইটাই চোতালত খেলি আছিল। অলপ দূৰত ডেকাৰ পঞ্চমমানত পঢ়া ছোৱালীজনীয়ে ঢাৰি এখন পাৰি একান্তমনে কিতাপ পঢ়ি আছিল।" নিৰুৱে কলে "কি আছে সেইঘৰ মানুহৰ চাবলৈ?" কথাষাৰ কৈ নিৰু উচাট মাৰি যাবলৈ খুজিছিল, মই আগচি ধৰিলো কলো "আছে, নিৰু আছে।

চাৰ জানিলে, এই মানুহ ঘৰৰো বহুত কিবাকিবি চাবলৈ আছে। চাই শিকিবলৈকো বহুত কথা আছে।" আৰু কিবাকিবি কলে হেঁতেন যদিও নিৰুৰ শুনিবলৈ ধৈৰ্য নহ'ল। তেওঁ কোঠালীৰ পৰা ওলাই গ'ল।

এইদৰে দিনবিলাক কেতিয়াবা শান্তিৰে কেতিয়াবা অশান্তিৰ মাজেৰে পাৰ হবলৈ ধৰিলে। শান্তিৰ দিনকেইটা আঙুলিৰ মূৰত লেখিব পাৰি, অশান্তিৰ দিনবোৰ লেখিব নোৱাৰি, আকাশৰ তৰাবোৰ যেনেকৈ লেখিব নোৱাৰি। তথাপিও মনত আশা ৰাখিছো, কেতিয়াবাকৈ হয়তো নিৰুৰ সংশোধন হব। তাৰ কাৰণে ময়েই যত্নপৰ হব লাগিব।

এদিন আবেলি বিজন ডেকাৰ ঘৰত উলহমালহ লাগিল। সৰু সৰু লৰা-ছোৱালী কেইটাই আনন্দত কিৰিলি পাৰিছে। আনকি কাহানিও মাত নুশুনা ডেকাৰ অষ্টমমানত পঢ়া গাভৰু জীয়েকজনীৰো মাত মোৰ কাণত পৰিল। মোৰ বুজিবলৈ বাকী নাথাকিল কিবা এটা ভাল খবৰেই আছে।

নিৰুক মাতি ক'লো "ৰুবুলহঁতৰ ঘৰত বৰ উলহমালহ লাগিছে, কি হৈছে সোধাচোন।" নিৰুৱে মোৰ কথা শুনি জিকজিকাই উঠিল : "কি দৰ্কাৰ পৰিছে, আনৰ ঘৰৰ খবৰ লবলৈ। ইমান মন গৈছে যদি নিজে নোসোধে কেলেই?" কথাখিনি কৈ নিৰু যাবলৈ খুজিছিল। তেওঁৰ চাদৰৰ আঁচলত ধৰি ৰাখি কলো : "বাৰু ময়ে সোধো। তুমি শুনা।" ৰুবুলক মাতিলো : "ৰুবুল পৰীক্ষাৰ খবৰ আজি পালানেকি?"

'হয় দাদা। আপোনাৰ ওচৰলৈ যাবই খুজিছিলো। প্ৰথম বিভাগত পাছ কৰিছো। বিশ্ববিদ্যালয়ৰ প্ৰথম দহোটাৰ ভিতৰত মোৰ নামটো আছে।' ইমান নম্ৰভাৱে ইমান ভাল খবৰটো কোৱা ৰুবুলক মোৰ সাৱট মাৰি ধৰিবৰ মন গ'ল। মুখেৰেই যিমান পাৰো সন্তোষ প্ৰকাশ কৰিলো, আশীৰ্বাদ কৰিলো।

ৰুবুলৰ মাকো ঘৰৰ ভিতৰৰ পৰা ওলাই আহি মোক উদ্দেশ্য কৰি কলে: আপোনালোকৰ আশীৰ্বাদতে লৰা ইমানকণ আগবাঢ়িব পাৰিলে। আপুনি জানো কম সহায় কৰিলে? আমিনো পাহৰিম কেনেকৈ? জীৰ্ণ-শীৰ্ণ ক্ষীণকায় মানুহ গৰাকীৰ মুখখন তৃপ্তিত উজ্জ্বল হৈ উঠিল। নিৰুক ক'লো: 'চোৱাচোন, এইখন ঘৰৰ পৰা তোমাৰ শিকিবলৈ কিমান কথা আছে?

নিৰুৱে 'হো' বুলি উচাট মাৰি গুচি গ'ল। মই নিশ্চল হৈ ঠাইতে থিয় হৈ থাকিলো।

☐ মন, ১৯৭১ চন, ১ম বছৰ ৪ৰ্থ সংখ্যা।

# এলাগী

পথাৰৰ বোকা খচি খচি ওচৰতে থকা মুঠি মুঠি কঠিয়াৰপচা সুভদ্ৰাই একোছা একোছাকৈ আনিছে আৰু ৰোৱা-গছ পুতি গৈছে। মূৰত তেল নোহোৱা শুকান ছুটি ছুটি চুলিবোৰ খোপাৰপৰা এৰা খাই আহি বতাহত উৰিছে—ঘামে তিতা গাল আৰু ডিঙিত লিপিত খাই ধৰিছে। প্ৰায় কিলাকুটিলৈকে বোকা লাগি বগা-ক'লাপৰা হাতখনেৰে মাজে মাজে তাই চুলিখিনি ঠিক কৰি লৈছে।

ঘামবোৰ জোল বোৱাদি বৈছে। মাজে মাজে গালত চুলিবোৰ পৰি পিৰপিৰায় তাইৰ মন যায় ঘামখিনি মচি পেলাবলৈ—কি হ'ব? থক। ঘামিবই তো! বাওঁহাতত লৈ থকা কঠিয়ামুঠি শেষ হ'লে কঁকালত হাত দি কঁকালটো তাই অলপ পোণাই লবলৈ যত্ন কৰে। পিঠিৰ কেচুৱাটোৰ মূৰত দিয়া আধা তিতা গামোছাখন ঠিক আছেনে নাই খেপিয়াই চায়। কান্দি কান্দি সি বোধকৰো টোপনিয়েই গ'ল। কেচুৱাটোৰ মুখখন চাই চুমা এটা খাবৰ মন যায় তাইৰ। কান্দি কান্দি টোপনি গ'লে তাৰ মুখখন বৰ ধুনীয়া হয়। তলৰ ওঁঠটো ওপৰত উঠি থাকে—থুতৰিটো কোঁচ খায় আৰু দুচকুৰ চুকত নাকৰ ওপৰত দুটোপাল পানী জমা হৈ থাকে। বৰ মোহ লাগে। কিন্তু কঠিয়া এতিয়াও কে'বামুঠিও ৰবলৈ আছে। আজি যদি ইখন কঠিয়াতলী ৰুই শেষ কৰিব নোৱাৰে, গিৰিয়েকে সুদাই নেৰিব। দুদিনতে শেষ কৰিবলৈ কৈছিল সুভদ্ৰাই হাতে-ভৰিয়ে ধৰিহে তিনদিন কৰিছে। সুভদ্ৰাই জানে, তাইক এনে ঠেক শেলত পেলোৱাৰ গুৰিতে কোন!

এগোছ, দুগোছ, তিনিগোছ—। চাওঁতে চাওঁতে মুঠিবোৰৰ প্ৰায় শেষ হৈ আহিছিল। বেলিও মূৰ পাইছেহি। জলপানৰ পৰত আঘোনীইতো জলপান কৰিবলৈ বহিল—সন্দেহগুৰি, তেতেলী টেঙা

আৰু গৰ। সুভদ্ৰাও তাহাঁতৰ লগতে বহিল। তাইৰ বাতিটো দেখিয়ে সুভদ্ৰাহঁতে চিঞৰি উঠিল—"হঁয়ে সুভদ্ৰা। নি-খাইতী হলি কাহানিৰ পৰা? পেটতনো তোৰ কোন লক্ষ্মীয়ে বাহ ললে অ'? আৰু এমুঠি সান্দহ আনিব নোৱাৰিলি?"

'আনিব নোৱাৰিলি'—সুভদ্ৰাই মনতে হাঁহে-মুখেদি হাঁহি নোলায়, দাঁতকেইটা অলপ ওলাল মাত্ৰ। চকুহুটাত পানী ভৰি পৰে। লুকাবলৈ ব্যৰ্থ চেষ্টা কৰি তাই তলমূৰ কৰে। মালোৱে তাইৰ কথা জানে। তাই সুভদ্ৰাৰ ওচৰ চাপি বহেহি। নিজৰ বাতিৰ পৰা সনা সান্দহৰ লাৰু এটা বাতিত দি দিয়ে—'মোৰ সৰহ হৈছে—তয়ে খা অলপ।' তাৰপিছত মাতটো অলপ সৰুকৈ সোধে,—"তোক মাৰিব খুঁজিছে নেকি অ' সুভদ্ৰা?"

সুভদ্ৰাই ভয় খোৱাৰ দৰে ইফালে সিফালে চায়। মালোৱে তৎক্ষণাৎ তাইৰ ভয়ৰ কাৰণটো বুজি পাই কথা সলায়—"আজি চাগৈ তই শেষ কৰিব পাৰিবি। ফুট পুৰাতে আহিছ নহয়?"

কোঁচৰ পিয়াহ খাই থকা কেচুৱাটোৰ মূৰৰ চুলিখিনিত হাত বুলাই অন্যমনস্কৰ দৰে তাই উত্তৰ দিয়ে,—'উঁ'। কেচুৱাটো তাইৰ বেচ নোদোকা হৈছে—চকু মুদি মুদি ভৰি নচুৱাই নচুৱাই সি আপোন মনেৰে পিয়াহ খাবলৈ ধৰিছে। লৰাটোৰ মুখৰ পিনে চাই সুভদ্ৰাৰ মুখখন মিঠা হাঁহি এটাৰে ভৰি যায়।

মালোৱে যেন তাইৰ মনৰ ভাৱটো বুজিয়ে কয়,—"ইহঁতৰ কাৰণেই মৰোঁ বুলিও মাৰিব নোৱাৰি অ'!"

সুভদ্ৰাই একো নামতি হাঁহে। কোমল মিঠা হাঁহি। হাঁহি-টোৰে তইৰ ঘামে তিতা কুম ওলোৱা শুকান মুখখনো ধুনীয়া দেখা হৈ পৰে।

আঘোনীহঁতে হাঁহি-খিকিন্দালি কৰি খায়। ৰগৰত মাজে মাজে মালোৱেও যোগ দিয়ে। সুভদ্ৰাইহে জুপুকা মাৰি বহি থাকে। তাইৰ চকুত ৰাজ্যৰ চিন্তা—গোটেই মুখত এটা বেজাৰ।

হঠাৎ চকু খোৱাৰ দৰে উঠিল সুভদ্ৰা। বেলি দেখোন হালি পৰিলেই। বাকীখিনি কঠিয়া তাইৰ ৰোৱা হ'ব কোন ৰাতি? ঘটিটোৰ পানীখিনিৰ অলপ বাকি বাত্তিটো অখালি, বাকী পানীখিনি ধকৃ ধকৃকৈ পি গিলি থয় তাই। তাৰপিছত বাতি-ঘটি দুয়োটা গামোছাখনৰ এমুৰত বান্ধি আমজোপাৰ তলতে থৈ দিয়ে। খৰকৈ সেইখিনি কৰি লৰাটো পিঠিত বান্ধি বান্ধি তাই আকৌ নামি গৈ পথাৰ পায়। কঠিয়াখিনি শেষ কৰিব লাগিব।

লাহে লাহে গধূলি নামে। অঘোণীহঁতে এজনী দুজনীকৈ ঘৰলৈ বুলি খোজ লয়। দূৰৈত তাহাতৰ বিং শুনা যায়—"এৰি আহ, অ' সুভদ্ৰা।" —"ঐ সুভদ্ৰা, আহিলো দেই।" আঘোনীয়ে তাইৰ পথাৰৰ কাষত থিয় হৈ কয়, "এৰ অ' মৰতী! আজি শেষ নহলে তোৰ ধৰণী লুটি খাই নোযায় আহ?" সুভদ্ৰাই একো নকয়, মাত্ৰ কয়,—'বাৰু'। তাইৰ ধৰণী লুটি খাবনে নাই তাই বাৰুকৈয়ে জানে। এপৰমান আগতে গিৰিয়েক আহিছিল – দুবোজা কঠিয়া বাকী থকা কাৰণে তাইক বাৰুকৈয়ে কথা শুনাই গৈছে। পথাৰত যিখিনি কঠিয়া আছিল —তাকো এবোজা কৰি আনি তাইক দি গৈছে, শেষ কৰিব লাগিব। আগৰ দুবোজা শেষ হওঁ হওঁ, বাকী দুবোজা লববাই নাই। আটাইবোৰ যোৱাৰ পাছত আলো আহি তাইৰ ওচৰ পালে। "ময়ো অলপ কই দিওঁ দে।" সুভদ্ৰাই অলপ সকাহ পায়। দুয়ে ধৰি এবোজা শেষ কৰে মানে বাৰুকৈয়ে এন্ধাৰ হৈছে। মালো উঠে, "মই আৰু যাওঁ দে। ৰাতি হ'ল। ঘৰৰ মানুহে বা কি কৰিছে। পোৱালীটোও আছে।"

"তই নহলে যে গাঁওখনত মই থাকিলোহেঁতেন কেনেকৈ মালো!" —সুভদ্ৰাৰ চকুদুটা পানীয়ে ঢাকি ধৰে। ডিঙিত যেন কিহবাই সোপা-দি ধৰে। "ধেৎ নাপায় নহয় তেনেকৈ কব।" মালোৱে কোনোমতে কথাখিনি কৈ গুচি যায়। বেচেৰী সুভদ্ৰা!

পিঠিৰ কেচুৱাটোৱে আকৌ কান্দে। নিচুকাবলৈ আৰু সময় নাই।

কাম শেষ কৰিব পাৰিলেই হয়! এন্ধাৰত বৰকৈ নমনি। তথাপি তাই পৰাপক্ষত হিচাপ ঠিক ৰাখি ভালকৈ কাম কৰি যাবলৈ যত্ন কৰে। ৰাতিপুৱা যদি দেখে বোৱাত বেয়া হৈছে—সুভদ্ৰাৰ গা-মন জিকাৰ খাই উঠে।

কাম শেষ কৰি অৱশ শৰীৰটো কোনোমতে চোচোৰাই আনি তাই যেতিয়া পদূলি পায়, দেখে বৰ ল'ৰাটোৱে তেতিয়াও পদূলিৰ মূৰতে এন্ধাৰে-মুন্ধাৰে ভূতটোৰ দৰে বহি তাইলৈ বাট চাই আছে।

"ভোক লগিছে অ' মা! ভাত দে! মোৰ আজি পেটেই ভৰা নাই। মাহীয়ে নিদিলে।"—মাকৰ মেখেলাখন আজোৰে সি।

ওলাব নোখোজা মাতটোৰে কোনোমতে সুভদ্ৰাই কয়, "আহ দিম আহ!"

তাইৰ নিজৰ কোঠাটোত সোমায়েই সুভদ্ৰাই শুনিবলৈ পালে, "দেখিছা মহতালিখন! এই পেটুকণিটোৰেই ইমান চয়তানি। পেট ভৰা নাই, মাহীয়ে নিদিলে—হুঃ! বোলোঁ পেট নহৈ যদি পুখুৰী হয় তাক ভৰাব কোনটো বাপেৰে! এই মখাই খাব গিৰীখন।" গিৰিয়েকৰ আলাসৰ লাৰু চম্পা।

পুতেকৰ সোঁতোৰা পেটটো হাতেৰে মোহাৰি তাৰ অকণমান মূৰটো বুকুৰ মাজত সুমুৱাই লৈ সুভদ্ৰা বহি পৰে। পিঠিৰ কেচুৱাটো তেতিয়া কান্দি কান্দি ভাগৰি টোপানিত লাল-কাল দি পৰিছে।

[ সপ্তপৰ্ণা, ১৯৫৫ ]

# নাৰী

অফিচৰপৰা আহি ছাতিটো জপাই থৈ আৰামী চেয়াৰখনত ক্লান্তভাৱে বহি পৰে অমলা দত্ত। ধূলিলগা যত্নহীন কক্ষ চুলিবোৰ বতাহত উৰি আহি মুখে-নাকে পৰেহি। আধা অন্ধকাৰ কোঠাটোত তেখেতে অনুভৱ কৰে চাৰিওপিনে এটা নিষ্ঠুৰ নীৰৱতা।

ঠিক জীৱনৰ সন্ধিয়াৰ লগত খাপ খাই পৰা এই সন্ধিয়াটো। বিৰক্তিকৰ অস্বস্তি অনুভৱ কৰি চেণ্ডেল ছপাট দলিয়াই পেলায়। নদীৰ ঢৌৰ দৰে সময়ৰ ঢৌৱে লৈ যোৱা পোহৰ-এন্ধাৰৰ অলেখ স্মৃতি খেলি যায়। শৈশৱ, কৈশোৰ, যৌৱন অতিক্ৰম কৰি অহা বহুত কথা। সাতৱন্ন বছৰীয়া জীৱনৰ তিতা-মিঠা।

"নমস্কাৰ, আপুনি দেখোন আন্ধাৰত"— প্ৰজেশে সোমাই আহি কৈ উঠে। প্ৰদীপ উকীলৰ পুত্ৰ প্ৰজেশ। লেমটো হাতত লৈ বীণা সোমাই আহিছিল।

"অ' তুমি? বহা। যাচোন বীণা। চাহ একাপ আন।" থৎমৎ খোৱাৰ দৰে কৈ উঠে অমলাই। বীণাই পেহীয়েকলৈ ভয় কৰে, দৰ্কাৰ নপাৱলে কথা নকয়। এবাৰ প্ৰজেশলৈ চাই তাই ভিতৰলৈ সোমাই গ'ল। অমলায়ো প্ৰজেশলৈ চায়। সুন্দৰ, নিপোটল তৰুণটি, নতুন কবিতাৰে ভৰা চাৱনিটি। অমলাৰ মনত পৰি যায় প্ৰবীৰৰ চেহেৰাটো। যেতিয়া প্ৰবীৰে কথা কয় যেন অমলাৰ মানস-কুঞ্জত শত শত ৰাগিণী বাজি উঠে, ঠিক এনেকৈয়ে নীৰৱ ভাষাত কথা কয়।

অমলাই দেখে প্ৰজেশ বীণাৰ প্ৰতীক্ষাতে আছে। তাৰ চকুৱে-মুখে আবেগ আৰু প্ৰসন্নতাৰ চিন ঠিক প্ৰবীৰৰ দৰেই –।

ঠুং ঠাং কৈ পিয়লাটো মেজত থৈ বীণাই ক'লে, "তুমিও খোৱাঁ পেহী।"

দুয়োৰে নীৰৱ চাৱনিটোৰ মাজত অমলাই নিজক বাধা যেন অনুভৱ কৰে। কিন্তু সুযোগ মিলিল, অকস্মাৎ বাপুকণ সোমাই আহিল।

"এক্কটো বুজাই দিবানে পেহী ?" অমলাই মুক্তিৰ আনন্দত তাক মন খুলি শাসন কৰে—"তইঁতৰ পৰা আৰু ৰক্ষা নাই। বুজিছা প্ৰজেশ, ইহঁতক শাসন কৰা যে কি টান ! ব'ল ব'ল—"

দুয়ো হাতে বাপুকনক আজুৰি অমলা পঢ়াকৰনলৈ গুচি যায়। আৰম্ভ কৰি দিয়েগৈ—'একে, দুয়ে –'

দুপৰীয়া স্কুললৈ যাবৰ সময়ত বিধবা নবৌয়েকে কওঁ—নকওঁকৈ ক'লে, "তোমাক এটা কথা ক'ব খুজিছিলো।"

'এতিয়া ? এতিয়ানো কি কথা হ'ব পাৰে ! মোৰ এক মিনিটো সময় নাই—" অত্যন্ত ৰুক্ষভাৱে অমলাই ক'লে।

"তুমি সকলো সময়তে সেইদৰে কোৱাঁ দেখোন, ক'মনো কেতিয়া ?" শান্ত, কোমল মাতেৰে নবৌয়েকে ক'লে। নবৌয়েক সদায় শান্ত, স্বামীৰ মৃত্যুৰ পাছত নানা ঘাত-প্ৰতিঘাতত আৰু শান্ত হৈ পৰিছে। নবৌয়েকৰ কৰণ সুৰে অমলাৰ খং, ব্যস্ততা সকলো আঁতৰ কৰিলে।

ক বনো কি ? সাতাৱন বছৰীয়া চিৰকুমাৰী অমলাৰ আগত বীনাৰ বিয়াৰ কথা ? নিজৰে লাজ লাগে নবৌয়েকৰ। তথাপি মাতৃত্বৰ তাড়নাত ওঁঠ দুটা তিয়াই কওঁ-নকওঁকৈ ক'লে, "নকলেও নহয় অমলা" বীণাক এঘৰত গতাই দিব লাগিল নহয়। এই ওঠৰ বছৰ হ'ল।"

"অ' সেইটো"—অতি তাচ্ছিল্যভাৱে অমলাই ক'লে, "ৰ'বা ৰ'বা, পাছত ভাবিম সেইবোৰ –" লৰা-ঢপৰাকৈ ৰাস্তাত নামি দ্ৰুতগতিৰে অমলা গুচি আহে, যেন অফিচৰ সময় আৰু নায়েই, অথচ ওৰে বাটটো আচৰিত হোৱাৰ দৰে ভাবে—'ওঠৰ বছৰ ? জীৱনৰ স্বপ্ন-বিভোৰ বছৰবোৰ !" পুৰণি বহুত কাম উলিয়াই ফাইলবোৰ মেলি লয় অমলাই, কামত ডুবি থাকে, তথাপি ঘুৰি ঘুৰি আহে, অদ্ভুতভাৱে বাৰে বাৰে খুন্দিয়ায়—ওঠৰ বছৰ !

দিনটো খাটি খাটি ঘৰ পাওঁতে সন্ধ্যা লাগিছিল। ভাগৰে-জোগৰে নিজৰ কোঠাৰ বিছনাত পৰি থাকে, শ্ৰান্তিত তন্দ্ৰা নামি আহে। অকস্মাৎ তন্দ্ৰা ভাগি যায় – সেয়া কিহৰ গুণগুণনি ? বীণা প্ৰজেশৰ ? খং উঠে

ৰীণাৰ ওপৰত। যেতিয়া বিয়া তেতিয়া বেলেগ কথা। এতিয়া ইমান কথাৰ দৰকাৰ কি? ইমান অসংযমী নে ৰীণা?

খিড়িকিয়েদি এজাক জোনাক আহি বিছনাত বাগৰি হাঁহিছিল, সেইখন খিড়িকি দিয়েই অতি নিঃশব্দে মূৰটো উলিয়াই তেখেতে চাই পঠিয়ালে। তৰালী আকাশৰ শুকুলা জোনাকবোৰ আহি ফুলনিক ৰূপালী কৰি পেলাইছে। ফুলনিৰ বেঞ্চত বহি আছে প্ৰজেশ, আৰু বহুত দূৰত পুষ্পিতা তগৰৰ ডাল এটাত ধৰি থিয় হৈ আছে ৰীণা। এমুঠি জোনাকে তগৰৰ পাতৰ মাজেদি আহি ৰীণাৰ মুখখন উজ্জ্বল কৰিছে।

কিয় জানো, অমলাৰ মনটো তৎক্ষণাৎ বিপৰীতমুখী হৈ গ'ল। সংযম শাসন পাহৰিব লাগি ৰীনাৰ মুখলৈ চাই ৰ'ল। সুন্দৰ! কি যে ভাল লাগিল অমলাৰ। বতাহৰ বোকোচাত উঠি অহা ফুলৰ সৌৰভবিলাকে যেন কৈ পেলালে—"তুমিও লোৱা" - আৰু অমলাৰ নাকে মুখে যেন সুগন্ধি পৰাগবোৰ সানি দিলে। ফুলৰ মাজতে ফুলি আছে মানৱপুষ্প দুপাহি : যুগযুগান্তৰৰ কবিতাৰ লহৰী। নিঃশব্দে, চোৰৰ দৰে সঙ্গোপনে, অন্যায় বুলি জানিও অমলাই চাই থাকিল। কি অদ্ভুত! প্ৰত্যেক পদে পদে শাসন কৰা ৰীণাৰ কথাকেই চুৰকৈ শুনিবলৈ ধৰিলে, শিক্ষিতা জ্ঞানবৃদ্ধা অমলাই।

"কবিতা? ৰীণা তুমি আগত নাথাকিলে মোৰ কবিতাৰ সৃষ্টি নহয়। তুমি সেই কুসুমিতা তগৰৰ গাত ধৰি থিয় হৈ থাকা এচমকা জোনাক তোমাৰ মুখত পৰক, আৰু মই ৰচো—"

"ইস্ তুমি কবিতা লেখি কবি হ'বা, আৰু মই স্কুলত অঙ্ক কৰিব নোৱৰা ছাত্ৰীৰ দৰে থিয় হৈ থাকিম? গৰজ! কবি হ'বা তুমিহে, মই নহয়তো!"

"পিছে কি কৰিবা? আমাৰ বন্ধনৰ পাছত তোমাক যে মই এইদৰে থিয় কৰাই কবিতা লেখিম, ফুলেৰে মূৰৰ পৰা ভৰিলৈ সজাই হৈপাহ নপলায় মানে চাই থাকিম"—

"বাঃ তুমি যি ক'বা, তাকেই শুনিম? মই তোমাৰ আজ্ঞা পালনকাৰীনী দাসী নেকি?"

"নহয়, তুমি দেবী।"

'অ' ইমানপৰে তেন্তে এইটো কবিতাকে সৃষ্টি কৰিলা! মই গাওঁ শুনা—

"নহওঁ দেবী, নহওঁ দাসী, নহওঁ কুসুমমালা
মানৱী মই ছন্দে গন্ধে পাতিম নতুন খেলা।"

হাঁহি উঠে প্ৰজেশে—"চমৎকাৰ! আৰু?"

"আঁখি দুটি মোৰ সপোন বিভোৰ—"

প্ৰজেশে যোগ দিয়ে—

"আঁকি এটি ছবি মোহন মধুৰ—"

"তেন্তে মই মনে মনে থাকোঁ, তুমিয়েই গোৱাঁ"– ৰীণাই ক'লে?

"তেন্তে মই মনে মনে থাকোঁ তুমিয়েই গোৱাঁ"—এক উত্তৰকে দিয়ে প্ৰজেশে। কথা বন্ধ হৈ গ'ল।

অমলাই মূৰটো ভিতৰলৈ আনিলে। কথা বন্ধ হৈছিল। কিন্তু অমলাৰ মনত হ'ল যেন ধৰণী বেছিকৈ সবাক হৈ উঠিল। বতাহবিলাকে ইফালৰ-পৰা সিফালে চপলভাৱে আঁচল উৰাবলৈ ধৰিলে, ফুলৰ সৌৰভে ইফালে-সিফালে নাচি নাচি খেলিবলৈ ধৰিলে, জোনাকবিলাকে খিল্‌খিল্‌কৈ হাঁহিবলৈ ধৰিলে। জোনাকৰ লগত সুৰ মিলাই আনন্দৰ সঙ্গীত নিৰ্বাক-ভাবেৰে অন্তৰে অন্তৰে গাবলৈ ধৰিলে। ফুল্লকুসুম পত্ৰ-পল্লৱবিলাক কি সুন্দৰ!

এনে জোনাক অমলাৰো আহিছিল। এনেকৈ প্ৰবীৰেও গাইছিল জীৱন-বন্দনা। অমলাৰ তেতিয়া বোধকৰো কুৰি বছৰেই হ'ব।

পাৰ্কৰ ফুল-লতাৰ আবেষ্টনীৰ মাজত বহি আছিল প্ৰবীৰ আৰু অমলা। সিঁচৰতি হৈ পৰা জোনাকৰ ফালে চাই প্ৰবীৰে সুধিছিল—"অমলা, তুমি কি ক'ব খোজা? জোনাকৰ সৃষ্টি কিয়?" অমলাই ইচ্ছা কৰিয়ে উত্তৰ দিয়া নাছিল।

"তুমি মুবুজা অমলা। ফুলে নেজানে ফুলৰ স্বৰূপ। কিন্তু সেই ফুলেৰেই পূজাৰীয়ে যুগে যুগে পূজা কৰি আহিছে।"

বাধা দি গম্ভীৰভাৱে থিয় হ'ল গ্ৰেজুয়েট অমলা। "ঘৰলৈ যাওঁ, বহুত দেৰী হ'ল।" অমলাই মুবুজে? অমলাই বুজিছিল। কিন্তু কঠোৰ সংযমৰ গৰ্বত মুবুজা যেন দেখুৱাবলৈ চেষ্টা কৰিছিল।

অমলাই ভাবে—ভুল কৰিলে। তেখেত থিয় হ'ব নালাগিছিল। শুনিব লাগিছিল জীৱনৰ কবিতাবিলাক। ছটফটাই উঠিল শুকান মনটো, অকনমান হলেও পানীৰ প্ৰয়োজন আছিল। এশাৰী অসম্পূৰ্ণ কবিতা এটা আধা মুফুটা ফুলৰ দৰেই, এটা আধা-মুশুনা গানৰ দৰেই অৰ্ধ-বিকশিত, অৰ্ধপ্ৰকাশিত মধুৰ অস্পষ্ট বাণী—কিজানি আজিও বাজিয়ে থাকিলহেঁতেন।

থিয় হৈ অমলাই ভাবিবলৈ ধৰে আৰু ভাবি ভাবি এখোজ দুখোজকৈ গম নোপোৱাকৈ নবৌয়েকৰ কোঠাত সোমাই পৰে। দাদাকৰ তৈল-চিত্ৰৰ তলত থিয় হৈ নবৌয়েকে একাগ্ৰচিত্তে চাই আছে চিত্ৰখনলৈ তাত সদ্য-প্ৰস্ফুটিত কুসুমমালা এধাৰ, নবৌয়েক ধ্যানমগ্না, চকুৰপৰা দুধাৰি লোটক বৈ আহিছিল।

সেইফালে চাই অন্যমনস্কভাৱে খোজ কঢ়া বাবে অমলাৰ ভৰিত লাগি সৰু টিপয়খন সশব্দে লুটি খাই পৰিল, আৰু তাৰপৰা তামোলৰ থাল, কিতাপ আদি সিঁচৰতি হৈ পৰিল। চক্ খাই নবৌয়েকে চকু দুটা মচিলে। অকস্মাৎ অমলাক দেখি চকুৱে-মুখে ধৰাপৰাৰ ভাব বিৰিঙিল। তাৰপাছত আঁচলটো টানি কিতাপবোৰ জুকিয়াবলৈ ধৰিলে। আনকালৰ দৰে শাসন কৰিবলৈ একো কঠোৰ ভাষণ নাপাই অমলা পুনৰ নিজৰ কোঠাত সোমাল।

"যাবাগৈ দেই" - সুললিত ঝঙ্কাৰৰ দৰে বীণাৰ বিদায় সম্ভাষণ শুনা গ'ল। প্ৰজেশ বোধকৰো গ'ল। হাস্যময়ী বীণাই কিবা এটা গুণগুণাই আহিছিল। পেহীয়েকক দেখা মাত্ৰেই সভয়ে নিৰ্বাক হৈ তলমুৰকৈ যাবলৈ ধৰিলে।

"মাৰক কৰৈগে ভাত দিবলৈ।" অমলাই আদেশ দিলে। সদায় এইদৰে নবৌয়েকক আদেশ দি আহিছে আৰু দিবও। অৰ্থনৈতিক গোটেই ধুমুহাটো অমলা দত্তৰ মূৰৰ ওপৰতে, সৰু-সুৰা কথালৈ কাণসাৰ দিবলৈ তেখেতৰ অৱসৰ নাই। বান্ধনীঘৰৰ বাবে নবৌয়েক, উপাৰ্জনৰ বাবে অমলা। ককায়েকৰ মৃত্যুৰ পাছত হাড়ভগা খাটনিৰে অমলাই উপাৰ্জন কৰিছে। বান্ধনীঘৰৰ ক্ষুদ্ৰ এটা কাম কৰিবলৈকো ধৈৰ্য্য আৰু শক্তি নাথাকে। সকলোৰে ভৰণ-পোষণৰ কঠোৰ দায়িত্ব তেখেতৰ ওপৰত।

বীণাই মাকক কয়গৈ। অমলাই ভাবি থাকে—ওঠৰ বছৰ! নবৌয়েকে কৈছিল, বীণাৰ ওঠৰ বছৰ। এই ওঠৰ বছৰ তেখেতৰো আহিছিল। ৰূপে-ৰসে, গন্ধে-ছন্দে, পূৰ্ণ পয়োভৰে, সকলো উজ্জ্বলতা আৰু মধুৰতা লৈয়ে আহিছিল,—উভতি গ'ল, একো দিব নোৱাৰিলে, একো নিব নোৱাৰিলে।

অকলে অকলে হাঁহি উঠে অমলা দত্তই। কি ভাবিছে তেখেতে? ছিঃ ছিঃ মৃত্যুপথ যাত্ৰী মাক-ককায়েকৰ আদেশ অনুৰোধ বিলাপেও যাক টলাব নোৱাৰিছিল, যাৰ চিত্ত আজিও পদ্ম-কুমুদহীন পুখুৰীৰ দৰে নিৰ্মল, সেই অমলা দত্তৰ আজি সাতাৱন বছৰ বয়সত কি ভাবান্তৰ!

জোৰকৈ হাঁহি উঠে। অমলা কুমাৰী। অমলাৰ দেহে-মনে নাই কোনো নত হোৱাৰ চিন। অমলাৰ এই মস্তকে কাৰো চৰণত শ্ৰদ্ধা জনাবলৈ যোৱা নাই, এই হৃদয়ে কাৰো মিলন-বিৰহৰ ছবি আঁকা নাই। শূন্য—তাত আছে এক মহাশূন্য।

কৰ্ত্তব্য বিচাৰ কৰে অমলাই। বিয়া? কি প্ৰয়োজন? স্বাধীন সুন্দৰ জীৱন। বীণাও চিৰকুমাৰী হৈ থাওক। অমলাই তাইক দাসত্বৰ বোজা বৰলৈ নিদিয়ে। নাই দুখ, নাই চিন্তা, নাই বন্ধন। বীণাৰ বিয়া হ'ব নোৱাৰে। অমলাই বীণাক বিয়া নিদিয়ে। প্ৰজেশক সাক্ষাৎ কৰিব নোৱাৰে। অমলাই বীণাক বিয়া নিদিয়ে। প্ৰজেশক সাক্ষাৎ কৰিব নিদিয়ে। দৰ্কাৰ কি?

পুলকিত মনে হাঁহি-মাতেৰে মাজিয়াখন তোলপাৰ কৰি অমলাই আনকালতকৈ ছুগৰাহমান বেছিকৈয়ে খায়।

পাছদিনা ছুপৰীয়া। অফিচলৈ যাবলৈ অমলাই ভাত খাইছে, ওচৰতে বাপুকণো বহিছে। নবৌয়েকে পৰিবেশন কৰিছে।

"পিছে কথাটো কি ঠিক কৰিলা ?" ভয়ে ভয়ে নবৌয়েকে সোধে।

"এইবোৰ কি ৰান্ধিছা ?" নবৌয়েকৰ কথাৰ উত্তৰত আঞ্জাৰ বাটিটো ঠেকেচা মাৰি দিলে অমলাই। আঞ্জাবোৰ ছিটিকি পৰিল।

বাপুকণে ক'লে, "পেহী, তই মিছাকৈয়ে খং কৰিছ পাই। অবঞ্জা ইমান ভাল হৈছে।" অমলাৰ কথাৰ প্ৰতিবাদৰ ফল ভাবি নবৌয়েক কঁপি উঠিছিল। কিন্তু বাস্তবিকতে হ'ল সেয়ে। অমলাই খঙৰ ৰঙা চকুৰে তালৈ চাই কঠোৰ মাতেৰে আদেশ দিলে, "উঠি যা, উঠি যা বুলিছো, ভাত নেখাবি।" সি ভাতৰ পাতত বহিছিলহে মাথোন। দুগৰাহমানহে খাইছিল, কাঁহীত তেতিয়াও মাহৰ বৰ বিৰাজমান। সি পেহীয়েকলৈ চাই ভয়ে ভয়ে গৰাহ মাধৰ খোজোতেই অমলাই গৰ্জি উঠিল—"উঠি যা বুলিছো।" বাপুকণে মাহৰ বৰটো সতৃষ্ণ নয়নে চাই থাকি ভয়ে ভয়ে ওলাই যায়। অমলাও থিয় হোৱা দেখি গোটেইখিনি সাহ গোটাই নবৌয়েকে সুধিলে—"উঠিলাই নে ?"

"উঠিমতো। কি ৰান্ধিছা এইবোৰ।" আচলতে বাপুকণক খেদি অমলাই খাব পাৰে জানো ? সকলো খং সেই সাহিষ্ণু মানুহজনীতে ঢালি দি অমলা কামলৈ ওলাই গ'ল।

সন্ধ্যা অমলা ঘৰ সোমালহি। ভোকত পেট জ্বলি আছিল, তাতকৈ জ্বলি উঠিল বিহু-লগা জোনাকবোৰ দেখি। চতুৰ্দশীৰ পূৰ্ণচন্দ্ৰই সন্ধ্যাক আলোকমালা পিন্ধাইছে। চোতালত জোনাক, বাৰান্দাত জোনাক, গছে পাতে জোনাক, আনকি খিড়িকিয়েদি জোনাকবোৰ আহি কোঠাৰ মজিয়াত লুটি-বাগৰ দি খিল্‌খিল্‌কৈ হাঁহি আছেহি। আজি অমলাই বাপুকণলৈ এমুঠি লজেন্স, চকলেট কিনি আনিছিল। ছুপৰীয়াৰ নিষ্ঠুৰ

ব্যৱহাৰে ওৰে দিনটো অফিচত কাঁইটৰ দৰে বিন্ধি আছিল। তাক সাৰটি ধৰি সাধু কবলৈ ধৰিলে। সি পেহীয়েকৰ বুকুতে শুই পৰিল। নিস্তব্ধ কক্ষত মাথোন ঘড়ীটোৱে টকটকাই আছিল। এনেতে দূৰৰ অস্পষ্ট বাক্যালাপে অমলাক আকৰ্ষণ কৰিলে।

ৰীণা বিষাদময়ী। ফুলনিখনৰ তোৰণও ধৰি তাই করুণভাৱে প্ৰজেশলৈ চালে। বিশৃঙ্খল চুলিবোৰে মলিন মুখখন ঢাকি ধৰে।

"কি হ'ল ৰীণা ?" প্ৰজেশৰ মাতত উৎকণ্ঠা।

"একো নাই হোৱা। চোৱা প্ৰজেশ, আমাৰ মিলন নহব কিজানি।"

"কিয় ?"

"পেহীৰ ওপৰতে সকলো নিৰ্ভৰ। পেহীৰ মত নাই হবলা! আজি মায়ে সোধোঁতে এটা কথা কৈ খং কৰি ভাতপানী এৰি থৈ গুচি গ'ল। যদি নহয়, কি হ'ব ? তুমি মোক পাহৰি নাখাবানে ? সময়ে পাহৰণি নানিবনে ?"

বাধা দি চিঞৰি উঠে প্ৰজেশে—"এইবোৰ কি বলকিছা ? হবই লাগিব। মোৰ কল্পনাৰ নাওখন ডুবি যাবলৈ দিব নোৱাৰো। পেহীৰ মতৰ দৰ্কাৰ কি ? তেখেতৰ অধিকাৰ কি ? আমি মানুহ। যুগযুগান্তৰে নীড় ৰচনা কৰি আহিছে মানুহে। ৰীণা তুমি পাহৰি নাযাবা, আমাৰ জীৱন গঢ়িব পাৰোঁ আমি, অন্যৰ মতামতত একো নাই।" প্ৰজেশৰ উত্তপ্ত কথাখিনি অতি সুস্পষ্টভাৱেই অমলাৰ কাণত পৰিলগৈ। অমলাৰ ভৰি-হাত কঁপিবলৈ ধৰিলে। প্ৰজেশৰ কথাত দেহে-মনে বৈ খোৱা উত্তেজনাতেই হওক, অপমানতেই হওক, দৃঢ়তাতেই হওক। প্ৰজেশৰ কথা শেষ হোৱাৰ লগে লগে আকৌ নীৰৱতা ভৰি পৰিল।

অমলাই চিন্তা কৰিলে - সঁচা কথাই কৈছে প্ৰজেশে। ৰীণাক বাধা দিবৰ ক্ষমতা অমলাৰ নাই। মৰমৰ কুসুমমালা ধীৰে দুখন নবীন হৃদয়ক চিৰকাললৈ বান্ধি পেলাইছে, তাক খুলিবৰ অধিকাৰ কাৰো নাই।

জীৱনৰ সুধা-সমুদ্ৰ আগত লৈ সিহঁতে পিয়াহত ছটফটাই মৰিব কেলেই ?" নিদাৰুণ দুখ, হতাশাত অতি অস্পষ্ট সুৰত নিজকে নিজে কৈ পেলালে –"তেন্তে বীণাৰ বিয়া হওক।" যেতিয়া কথা নৰজেই, বাধা দি কি লাভ ? বাহিৰৰ পৰা দুখন ব্যথিত হিয়াৰ বেদনাভৰা নিশ্বাস বাৰে বাৰে অমলাৰ শিলৰ হিয়াত খুন্দা খাই উভতি যায়।

ৰাতিপুৱা চাহ খাই উঠি অমলাই বগা সাজপাৰ, পুৰণি চেণ্ডেলযোৰ পিন্ধি ওলাই গ'ল। ডাকঘৰৰ পৰা আহি ভালেখিনি সময় অকলে অকলে লাইব্ৰেৰীত কটাই উভতি আছিল। অমলাই ঘৰ সোমাই চোৰাংকৈ বীণাক লক্ষ্য কৰে। পঢ়ামেজত ভাব-মগ্না হৈ বীণা বহি আছে, কবই নোৱাৰে। তাইৰ মুখ বিবৰ্ণ, চুলিবোৰ আউল-বাউল।

চেণ্ডেলৰ শব্দ শুনি নবৌয়েক আগ্ৰহেৰে ওলাই আহে। ইমান পৰে অফিচলৈ যাবলৈ ভাত খাবলৈ সময় নহব বুলি। ৰান্ধি বাঢ়ি উচপিচাই আছে। অমলাক সুধিব খুজিছিল - ইমানপৰ আছিলা ক'ত ? কিন্তু অস্বাভাৱিক আনন্দেৰে অমলাই পাছ-বুকখন আৰু নোটবোৰ নবৌয়েকলৈ দলিয়াই দি বীণাক শুনাই চিঞৰি চিঞৰি কলে, –"কয়া হ'ব নবৌ, এয়া টকা। আয়োজন কৰা, আকৌ টকা আনি দিম আঘোণৰ পাঁচ তাৰিখে বীণাৰ বিয়া।"

অমলাৰ অদ্ভুত কণ্ঠস্বৰত বাপুকৰ্ণ পৰ্য্যন্ত ল'ৰি আহিল। কণ্ঠ সংযত কৰি অমলাই ক'লে –"তুমি ভাত খাবা নবৌ, আজি ভাত খাবলৈ মোৰ সময় নহল।" অমলাৰ কোনো কথাতে উত্তৰ দিবলৈ নবৌয়েকে সাহ নকৰে। অমলা অফিচলৈ গ'ল।

বীণা, বাপুকণ, মাক – সকলোৰে মুখ চোৱা-চুই কৰি থাকি ভিতৰলৈ গৈ নিজৰ নিজৰ কামত লাগিল। ঘৰখনত যেন উত্তপ্ত বিতাহ কিছুমান বিয়পি পৰিছে।

আঘোণৰ পাঁচ তাৰিখে বিবাহ উছবৰ সমাৰোহ হ'ল। বীণাৰ সঙ্গিনীবিলাকে তাইক সজাই দিয়ে। অমলাই অকলে অকলে নিজৰ

এন্ধাৰ কমৰপৰা সেইকালে চাই থাকে। আজি বীণাক কিমান সুন্দৰ লাগিছে! মূৰে, ডিঙিয়ে ফুলৰ মালা, নতুন পাটৰ কাপোৰ, অলংকাৰৰ চিকমিকনিৰ লগতে জিলিকি উঠিছে তাইৰ আনন্দৰ চিকামিকনিখিনি। সচন্দন পুষ্পৰ দৰে সুসজ্জিতা বীণা আজি থিয় হৈছে জীৱনৰ নতুন পথত —জীৱনৰ আনন্দ, জীৱনৰ ধৰ্ম-কৰ্ম, সুখ-দুখৰ লগৰী হবলৈ। সিহঁতে জীৱনৰ দীঘল বাটটো একেলগে দুখে-সুখে গৈ থাকিব; মৃত্যুৰ পাছতো স্বৰ্গৰাজ্যত উমলি ফুৰিব।

অমলাৰ সঙ্গীহাৰা সুদীৰ্ঘ জীৱন। কাৰো দুখৰ চকুপানী মছিবলৈ. কাকো সহায় কৰিবলৈ অমলাৰ প্ৰয়োজন নাই। অমলা জীয়াই আছে নিজৰ কাৰণে। দোষ কাৰ? সমুখত ভৰা ফুলনি থাকি যদি এপাহ ফুল খোপাত পিন্ধিব নোৱাৰিলে, কাৰ অপৰাধ? প্ৰজেশতকৈ গভীৰভাৱে আকাঙ্ক্ষা কৰিছিল প্ৰবীৰে আৰু অমলাক পাহৰি যাবলৈ বিয়াও কৰাইছিল। সোণোৱালী ৰংবোৰ শেষ হোৱাৰ লগে লগে অমলাৰ. বান্ধবীবোৰো কমি আহিছে। সিহঁতে নিজৰ সংসাৰত ব্যস্ত। আজি কোনেও অমলাৰ কথা নাভাবে।

ভাবি ভাবি অমলাৰ মূৰ্চ্ছা আহিল। বাৰ্ধক্যৰ লগে লগে বেছি শ্ৰম বা চিন্তাত মূৰ্চ্ছা যোৱাটো অমলাৰ বেমাৰত পৰিণত হৈছিল। জোৱাঁই আদৰি আহি নবৌয়েকে অমলাৰ মূৰ্চ্ছাৰ খবৰ পাই লৰি আহে। বহুপৰ পানী ঢলাৰ পাছত নিৰাশ নবৌয়েকৰ মনত আশাৰ. সঞ্চাৰ কৰি অমলাই চকুদুটা লাহে লাহে মেলিলে। সকলোকে ওলাই যাবলৈ ইঙ্গিত দি নবৌয়েকৰ হাতখন নিজৰ হাতৰ মাজত সুমাই ল'লে। পাঁচমিনিট মানৰ নীৰৱতাৰ পাছত অতি কোমল মাতেৰে সোধে,— "নবৌ, দাদালৈ তোমাৰ মনত পৰেনে?" চিৰ ৰূঢ়ভাষিনী অমলাৰ. এনে প্ৰশ্ন শুনি নবৌয়েকে অবাক চাই থাকে মাথোন।

আকৌ কিছুমান পৰ নিস্তব্ধতাৰ মাজেদিয়েই অতিবাহিত হৈ যায়। প্ৰথম সন্তানৰ সবাতকৈ ডাঙৰ উছৱৰ পৰা আঁতৰি নবৌয়েক শান্তভাৱে:

বহি থাকে। অমলাই পুনৰ সুধিলে, "নবৌ, বিয়ালৈ প্ৰবীৰ চৌধুৰী আহিছে ?"

নবৌয়েকে মূৰ দুপিয়াই জনালে,—আহিছে।

"মতোৱাচোন।"

"প্ৰবীৰক মতা হ'ল। পকা দাড়ি-চুলিৰ প্ৰবীৰ নাতিয়েকৰ হাতত ধৰি কোঠাত ভৰি দিয়া মাত্ৰেই, অমলাই চিঞৰিলে, "ওলাই যোৱা— গুচি যোৱা, নাহিবা, নাহিবা—" তীব্ৰকণ্ঠে চিঞৰি-বাখৰি বেৰৰ ফালে মু' কৰিলে৷ প্ৰবীৰ ওলাই গ'ল। বহুপৰ কক্ষ নিস্তব্ধ। বহুপৰৰ পাছত অমলাই নবৌয়েকৰফালে মুখ কৰি বুজনিৰ সুৰত ক'লে,— "বুজিছা নবৌ, পৃথিবীখন ঘূৰি আছে আৰু ঘূৰি থাকিবও।" এটা অব্যক্ত সহানুভূতিত নবৌয়েকৰ চকু দুটা সজল হৈ উঠে।

————

# পাঞ্চালী

প্ৰায় পাঁচ বছৰৰ মূৰত পাঞ্চালীক দেখি মই ভূত দেখা মানুহৰ দৰে উচপ খাই উঠিলোঁ। কিয়, পিছত ক'ম।

পাঞ্চালীক মই ইয়াৰ আগতে লগ পাইছিলো গুৱাহাটীত। লগ পাইছিলো মানে দেখিছিলো—আমাৰ ঘৰৰ দাঁতিৰে সৰু এটা জুপুৰী ঘৰত। প্ৰথম দেখাৰ মুহূৰ্তৰ পৰাই ক'লা, খীণ, খিটখিটিয়া স্বভাৱৰ এই মানুহজনীলৈ মোৰ এটা বিৰক্তিৰ ভাব উপজিছিল। ৰাতিপুৱাৰ পৰা গধূলিলৈকে তাই টাকুৰী ঘূৰাৰ দৰে কাম কৰি ফুৰিছিল আৰু মুখেৰে অনৰ্গল বলকি গৈছিল। পৃথিবীৰ সকলোখিনি তিক্ততাৰে তাই বুঢ়ী শাহুৱেকক গালি পাৰিছিল, নিৰনুৱা ভঙুৱা গিৰিয়েকক নিন্দা কৰিছিল। ল'ৰা-ছোৱালীবিলাকক এটা এটাকৈ মৰি যাবলৈ শাও দিছিল আৰু কঁণা গোঁসাইৰ ওচৰত অভিযোগ কৰিছিল। তাইৰ বক্তব্য কোনোবাই শুনিছেনে নাই তালৈ তাইৰ ভ্ৰূক্ষেপ নাই। তাই যেন কেৱল কৈ যাবলৈকে পৃথিবীলৈ আহিছে। মোৰ মাজে মাজে অসহ্য লাগিছিল। কিন্তু তাৰ প্ৰতিকাৰৰ উপায় মই একো বিচাৰি পোৱা নাছিলো। অৱশ্যে সশব্দে দুৱাৰ খিৰিকি জপাই দি পৰোক্ষভাবে তাইক কথা বন্ধ কৰিবলৈ নিৰ্দেশ নিদিয়াকৈও মই থকা নাছিলো। কিন্তু অকল মোৰ ক্ষেত্ৰতেই নহয় আন কোনোবাই কেতিয়াবা পাঞ্চালীক কথা বন্ধ কৰিবলৈ নিৰ্দেশ দিয়াৰ ফলস্বৰূপে মই সদায় দেখি আহিছো, ভেঁটা পালে পাঞ্চালীৰ কথাৰ স্ৰোত দুগুণ উৎসাহেৰে পাৰ ভাঙি বাগৰি যায়। সেয়েহে মই বিফলতাৰ বিস্ময়েৰে ভাবিছিলো কঙ্কালসাৰ তেইশ-চব্বিশ বছৰীয়া এই ছোৱালীজনীয়ে সমগ্ৰ পৃথিবীৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰিব পৰা এই অপৰাজেয় বাকশক্তি পালে ক'ৰপৰা ?

আমি ঘৰটোলৈ অহাৰ প্ৰায় এমাহমান পিছতে এদিন পাঞ্চালী আহি আমাৰ ঘৰত উপস্থিত।

"কি লাগে ?" মই সুধিছিলো। মোৰ মাতত বিৰক্তিৰ সুস্পষ্ট ভাব প্ৰকাশ হৈ উঠা দেখিয়েই হবলা পাঞ্চালীয়ে অনুনয়ৰ সুৰত কৈছিল—"বাইদেউ, বেয়া নাপাব—টকা এটা বিচাৰি আহিছো। কালিৰেপৰা ল'ৰা ছোৱালীকেইটাৰ পেটত খুদকণ এটাকে পৰা নাই।" সদায় দেখি অহা পাঞ্চালীৰ লগত আজিৰ পাঞ্চালীৰ স্বৰ্গ-মৰ্ত্যৰ প্ৰভেদ। ইমান দিনে পাঞ্চালীৰ কঠিন মুখ এখনকে মই দেখি আহিছো, আজি তাইৰ মাতৃৰ করুণাময়ী ৰূপটোৱে মোৰ অন্তৰত বৰ বেয়াকৈ আঘাত কৰিলে। টকাটো লৈ তাই ওলাই গ'ল। দু'ঘণ্টামান পাছত শুনিলো পাঞ্চালীয়ে চিঞৰি চিঞৰি শাহুৱেক, গিৰিয়েক আৰু ল'ৰা-ছোৱালীবোৰক ভাত খাবলৈ মাতিছে। অলপ সময়ৰ নীৰবতা আৰু লৰা-ছোৱালীবোৰৰ হাঁহি-মাত অস্পষ্ট হৈ অহাৰ লগে লগে পাঞ্চালীৰ কণ্ঠস্বৰ সুস্পষ্ট হৈ উঠিল। শুনিবলৈ পালো। কাহী-বাটি ধুই ধুই পাঞ্চালীয়ে গিৰিয়েকৰ বৈধ্য পুৰুষ উদ্ধাৰি গালি পাৰিছে। দৰিদ্ৰতাৰ কঠোৰতম নিস্পেষণেও পাঞ্চালীৰ মুখ বন্ধ কৰিব নোৱাৰে। অপৰাজেয় বাকশক্তি, অপৰাজেয় মন লৈ পাঞ্চালীয়ে জীৱনৰ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হৈয়ে ৰ'ল।

আৰু-তাৰু ধৰি-মেলি পাঞ্চালীয়ে কে'বাবাৰো গিৰিয়েকৰ কামৰ ব্যৱস্থা কৰি দিছিল। মাহে দুকুৰি টকা দৰমহাত বৰুৱাৰ ঘৰত মালী কামটোৰ যোগাৰো তায়ে কৰা। "তুমি বাৰু কামত হাজিৰ হোৱাগৈ-চোন। ফুলৰ গছপুলিৰ চিন্তা তুমি কৰিব নালাগে, মই কিবা এটা কৰিম বাৰু। দেশী-বিলাতী যেনে ধৰণৰ লাগে তাৰ দিহা মই কৰিম—দেশখনত কিবা ফুলৰ আকাল হৈছেনে ?"—ভঙুৱা এলেহুৱা গিৰিয়েকৰ মালী হোৱাৰ সমস্যা সমাধান কৰি পাঞ্চালীয়ে কৈছিল। সমস্যা সমাধানত পাঞ্চালী সিদ্ধহস্ত। দোকানীয়ে বাকী নিদিলে পাঞ্চালীয়ে ক'ব, "চিন্তা নকৰিবা দোকানী, শৰাইভৰ বাপেৰ কামত সোমালেই তোমাৰ সকলো

আদায় হৈ যাব।" ধাৰ সাধিবলৈ অহা মানুহক পাঞ্চালীয়ে ক'ব,— "আমি কিবা পলাই যামনে? ল'ৰাইঁতৰ বাপেক কামত সোমাওকচোন তোমাৰ সকলো সুদে-মূলে আদায় কৰি দিব। চিন্তা নকৰিবা।" এইদৰে পাঞ্চালীয়ে সদায় সকলো সমস্যাৰে সুন্দৰ সমাধান কৰি আহিছে। বাকযুদ্ধত কাৰ সাহ পাঞ্চালীৰ লগত নামে?

গিৰিয়েক মালী হ'বলৈ যোৱাৰ দিনাই কাণত পৰিছিল, পাঞ্চালীয়ে আপোন মনে বলকি গৈছে, "দোকানৰ টকা দিব লাগিব, ল'ৰা-ছোৱালীৰ কাপোৰ, আইকো কিবা এখন দিব পাৰিলে ভাল; ঘৰটোৰো চালখন উৰঁলি গৈছে, বাপেককো কাপোৰ-কানি কেইডোখৰ-মান লবলৈ ক'ব লাগিব; ডাঙৰ মানুহৰ ঘৰৰ মালী—গাৰ কাপোৰ-যোৰো চাব পৰা হ'ব লাগিব। তেহে আকৌ!" মাত্র দুকুৰি টকাৰ বিনিময়ত সাম্রাজ্য কিনাৰ আনন্দত পাঞ্চালী আত্মহাৰা হৈ পৰে। তাৰ দু'দিন পিছতে পাঞ্চালীৰ সকলো সপোন ধূলিস্যাৎ কৰি কামটো এৰি থৈ অহা গিৰিয়েকক সেইদিনা তাই ছুইছে নিকিলালে। উৰহৰ খং ভগা ঢাৰিত জাৰি ল'ৰা-ছোৱালীবোৰক তাই এফালৰপৰা ধুমধামকৈ মৰিয়াবলৈ ধৰিলে। কান্দি থকা ল'ৰা-ছোৱালীক নিচুকাবলৈ অহা শাহুৱেকক গালি পাৰি নাকনি-কাননি কৰিলে।

পিছদিনা পুৱা চাউল বিচাৰি অহা পাঞ্চালীক মই ক'লো,— "তুমিনো কেলেই খুজি-মাগি খুৱঁা, মানুহটোৱে এই কাৰণেই ছল পাইছে। দায়িত্ব অকল তোমাকেই নহয়।" একো নমতাকৈ পাঞ্চালী গুচি গ'ল। অলপ পিছতে শুনিলো,—"মোৰ ঘৰৰ মানুহক বহুৱাই খুৱাবলৈ ভাল পাইছো—আনৰ তাত কবলৈ কি?" বুজিলো মোৰ উপদেশৰ প্রতিক্রিয়া সেয়া। নিতৌ ন ন ৰূপত পাঞ্চালীক দেখি মই ভাবি স্থিৰ কৰিছিলো—মানুহজনী এটা দুর্বোধ্য সাঁথৰ। অকল গিৰিয়েক বুলিয়েই নহয়, শাহুৱেক, লৰা-ছোৱালী কাৰো বিপক্ষে এষাৰ কৈ পাঞ্চালীৰ হাতৰপৰা কোনো আজিলৈকে সাৰি যাব পৰা নাই। তাইৰ মৰমেৰে, তাইৰ অভিযোগেৰে, তাইৰ গালি-শপনিৰ আবৰণেৰে

তাই সৰু পৰিয়ালটোক আবৰি ৰাখিছিল। কেইদিনমান পিছতে পাঞ্চালীক আকৌ এক নতুন ৰূপত দেখিলোঁ। 'পেৰাম্বুলেটৰ' এখনত এহাল ধুনীয়া ল'ৰা-ছোৱালী লৈ তাই ঘৰৰ আৰেৰে ফুৰিবলৈ গৈছে। লৰা-ছোৱালীবোৰে মাকক দেখা পাই 'সোৱা আমাৰ মা' সোৱা আমাৰ মা' বুলি লৰি আহিল। 'ওচৰলৈ নাহিবি'—বুলি নির্দেশ দি পাঞ্চালীয়ে মই একো নোসোধাকৈয়ে ক'লে—"সৌ বোম্বাই চাহাবৰ ঘৰত কামত সোমাইছো, বাইদেউ মুন্না-মুন্নীক মানে এই ল'ৰা-ছোৱালীহালক চাব-চিতিব লাগে। কাম বেছি নাই—বৰ ভাল মানুহ।"—কৈ-কৈয়েই তাই পেৰাম্বুলেটৰখন ঠেলি গর্বসহকাৰে গুচি গ'ল।

ৰাতিপুৱা পাঞ্চালী কামলৈ ওলাই যায়। ঘৰখন নিজম হৈ থাকে। গধূলি পাঞ্চালী ঘৰলৈ অহাৰ লগে লগে আকৌ মুখৰ হৈ উঠে। তাইৰ কত কথা কত গল্প! বোম্বাই চাহাবৰ মেমে কি খায়, কি পিন্ধে, কেনেকৈ থাকে। "বুজিছে আই, বোম্বাই চাহাবৰ মেমে দিনে চাৰি সাজ কাপোৰ সলায়।" "বোলোঁ হেৰা শুনিছানে, তুমি দেখোন কোৱা বোলে ডাঙৰ মানুহৰ বৰ খং। ক'তা বোম্বাই চাহাবৰ দেখোন অকণো খং-জাল নাই। তোমাৰ কাম এটাৰ কথা কৈছো। দিম বুলিছে। তেতিয়া আৰু আমি আটাইখন চাহাবৰ বঙলাত থাকিবগৈ লাগিব।" —পাঞ্চালীয়ে এবাৰ শাহুৰেকক এবাৰ গিৰিয়েকক কয়।

সিহঁতৰ ঘৰখনলৈ এটা নতুন জীৱন উভতি আহিছে। ল'ৰা-ছোৱালীবোৰৰ গাত বোম্বাই চাহাবৰ ল'ৰা-ছোৱালীৰ পুৰণা চোলা, চুয়েটাৰ, ভৰিত জোতা-মোজা। গিৰিয়েকৰ গাত, শাহুৰেকৰ গাত নতুন কাপোৰ। ঘৰটোৱেও এই কেইদিনতে নতুন ৰূপে ল'লে। মাজতে এদিন আহি পাঞ্চালীয়ে মোকো মনত পেলাই তাহানিয়ে খুজি নিয়া টকাটো দি গ'ল। মই অবাক হৈ প'লো।

নতুন বছৰৰ লগে লগেই হেনো পাঞ্চালীৰ গিৰিয়েকৰ চাকৰি হ'ব। বোম্বাই চাহাবৰ 'হেড চাপৰাচী'ৰ মুখত পাঞ্চালীয়ে আগতীয়াকৈ খবৰ পাই আহিছে। চাকৰি হোৱাৰ লগে লগে সিহঁত

চাহাবৰ বঙলালৈ উঠি যাব লাগিব। ভালেই হ'ব, দিনটো তেওঁ লৰা-ছোৱালীকেইটা তাইৰ চকুৰ আগতে থাকিব। এতিয়া দিনটোলৈ সিহঁতক এৰি থৈ চাকৰি কৰিবলৈ ওলাই যাবলগীয়া হোৱাত তাইৰ কমটো চিন্তানে? বুঢ়ী শাহুৱেকেনো কোনফালে চম্ভালিব? তালৈ গ'লে সকলো ঠিক হৈ যাব। তাই আৰু তেতিয়া অকল মুন্নামুন্নীৰ আয়া হৈয়ে নাথাকে। চাহাবৰ পিয়নৰ ঘৈনীয়েক হ'ব, সম্মান বাঢ়িব। বৰ ভাল হ'ব তেতিয়া। পাঞ্চালীয়ে সপোন দেখে। তাইৰ কল্পনাৰ সংসাৰখনত তাইৰ কলা, খীন লৰা-ছোৱালীকেইটাই মুন্না-মুন্নীৰ দৰেই শকত বগা লোদোৰ-পোদোৰ ভৰিৰে ঘুৰি ফুৰে। সিহঁত ডাঙৰ হয়। বহুত ডাঙৰ।

নতুন বছৰলৈ আৰু এমাহ বাকী। আনদিনাৰ দৰে সেই দিনাও পাঞ্চালী ঘৰলৈ উভতি আহিছে। তাই ঘৰ সোমোৱাৰ লগে লগে ল'ৰা-ছোৱালীবোৰে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে—"মা, অ' মা, আমাৰ এজনী নতুন-মা আহিছে, তই দিনটো ঘৰত নাথাক আৰু!" বজ্ৰপাত পৰা মানুহৰ দৰেই পাঞ্চালী নিথৰ হৈ বহি পৰিল। বুঢ়ী শাহুৱেকেও আহি ক'লে, "এৰা, আৰু এজনী আনি ঘৰ সুমুৱাইছে কি কৰিব।" একেবাৰে পিছত আহি ওলাল গিৰিয়েক, "ঘৰ নচলে। তই বাহিৰে বাহিৰে ঘুৰি ফুৰিলে লৰা-ছোৱালী চায় কোনে? ভাত ৰান্ধে কোনে?" ইমানদিনে এবাৰো মাত নমতা মানুহটোৰ মুখতো আজি মাত ওলাল। কেৱল মুখৰা পাঞ্চালী আজি বোবা হৈ গ'ল। তাই কেৱল শুনি গ'ল, আজি যেন তাইৰ শুনাবহে পাল। নিশা এঘাৰমান বজাতো দেখিলো পাঞ্চালী বহি আছে একেদৰে। 'পাঞ্চালী'—মই মাতিছিলো। তাই মতা নাছিল, কেৱল মূৰ তুলি চাইছিল। ওচৰৰ লাইটপ'ষ্টটোৰ পোহৰত দেখিছিলো চকুহুটা বাঘিনীৰ চকুৰ দৰে জিলিকি উঠিছে।

পিছদিনা পুৱাৰেপৰা পাঞ্চালী নিৰুদ্দেশ। শাহুৱেকে চকুপানী টুকি টুকি তাইৰ গুণ বখানিলে। লৰা-ছোৱালীকেইটাই 'মা' 'মা' কৈ

চিঞৰি চিঞৰি কান্দিলে। গিৰিয়েকো দুদিনমান গহীন হৈ ৰ'ল। তাৰ পিছত সকলো ঠিক হৈ গ'ল। পাঞ্চালীয়ে ঘৰ সাজে, ভঙা ঘৰত পাঞ্চালীৰ স্থান নাই। সেয়েহে যেন তাই সহজ আৰু স্বাভাৱিকভাৱে গ্ৰহণ কৰিব পৰা নাছিল। সদায় দেখি আহিছো, পাঞ্চালীয়ে কেতিয়াও হাৰ নামানে। সমস্যাৰ সমাধান তাই কৰিছে এৰিব—যুক্তিৰেই হওক বা অযুক্তিৰেই হওক। কিন্তু আজি জীৱনৰ এই চৰম মুহূৰ্তত এই চূড়ান্ত সমস্যাৰ সমাধান নকৰাকৈ অপৰাজিতা পাঞ্চালী কিয় গুচি গ'ল, ইমানদিনে চেনেহৰ দুহাতেৰে আৱৰি ৰখা সংসাৰখন কিয় ভাগি যাবলৈ দিলে? তাইৰ এই পলায়ন অভিমানৰ নে অপমানৰ?

সেয়েছে পাঁচ বছৰৰ মূৰত নিৰুদ্দিষ্টা পাঞ্চালীক উজনি অসমৰ সৰু ৰে'ল-ষ্টেশ্যনটোত দেখি মই ভূত দেখা মানুহৰ দৰে উচপ খাই উঠিছিলো। ডলা এখনত বগৰী এগাল মেলি লৈ তাই বেচিছে। ওচৰতে বহি আছে এজনী বুঢ়ী আৰু এহাল ল'ৰা-ছোৱালী। মোক দেখি পাঞ্চালীয়ে সৰু ল'ৰাটো কোচত লৈ আগবাঢ়ি আহিল আৰু আগৰ দৰেই মই একো নোসোধাকৈয়ে ক'বলৈ আৰম্ভ কৰিলে,— "এইবাৰ এইবোৰ টেটুত লাগিছে। বুঢ়ীজনীৰ গিৰিয়েকটোক ৰেলে কাটিলে। ঘাট-মাউৰা নাতিহালেৰে বুঢ়ীক এতিয়া ময়েই চাব লগা হৈছে। কোনো নাই নহয়। জীয়াই থকা দিনকেইটাহে, মৰিলেনো কোনে কাক চাব বাইদেউ।"—পাঞ্চালীয়ে একে উশাহে কৈ গ'ল। মই বিস্ময়ত নিৰ্বাক হৈ পৰিলো। ৰেলে উকি দিলে। 'বাইদেউ', পাঞ্চালীয়ে মাতিলে, কি ক'ব খুজিছিল ক'ব নোৱাৰো। মই তাইৰ হাত এখন মোৰ দুহাতত তুলি লৈ ক'লো,—"পাঞ্চালী তোমাৰ ল'ৰা-ছোৱালীকেইটা ভালে আছে। সিহঁত এতিয়া ডাঙৰ হৈছে।" মোৰ কথা শুনি পাঞ্চালীৰ মুখখন উজলি উঠা দেখিছিলো। "বাইদেউ, আপুনিয়ে কৈছিল নহয় দায়িত্ব অকল মোৰেই নহয় বুলি। বাপেক আছে, সিহঁতক চাব।" তাইৰ মাতটো খোকাখুকি হৈ গ'ল। "সিহঁতৰ মাকো আছে নহয়"—ল'ৰাটোৰ মূৰটো বুকুত স্নমুৱাই পাঞ্চালীয়ে হুকহুকাই কান্দি উঠিল। জীৱনত এইবাৰেই প্ৰথম মই পাঞ্চালীক কন্দা দেখিলোঁ।

# স্বৰ্গচ্যুতি

মমতা, মোৰ সোণ !

মনৰ লেখেৰে বহুতো যুগ পাৰ হৈ গ'ল। সময়ৰ লেখেৰেও নিচেই তাকৰ নহয়। সেই দেখি পৰিচিত আখৰৰ চিঠিখন হাতত লওঁতেই শত প্ৰশ্নই তোমাৰ মনৰ দুৱাৰত হেঁচা-ঠেলা কৰিব—মই ইয়াৰ পৰাই বেচ অনুমান কৰিছো। 'ইয়াৰ পৰাই' মানে, এই নিৰ্জন ছেলৰ পৰাই। অসমৰ ডাঙৰ জে'ল এখনৰ নিৰ্জন ছেল এটা আৰু মৃত্যু-প্ৰতীক্ষিত দিন, সেয়ে মোৰ জীৱনত আজি একমাত্ৰ সত্য। পৃথিবীৰ চকুত আজি এইটোৱেই সত্য—শান্তনু এদিন মানুহ আছিল, আজি সি অমানুহ হৈ গ'ল। অমানুহ হোৱাৰ শাস্তি সি পাবই লাগিব।

মমতা, মোৰ এই চিঠি পঢ়ি উঠাৰ পাছত তোমাৰ চকুতো সেয়ে মোৰ সত্য পৰিচয় হৈ ৰ'ব নেকি ? মানুহ হবলৈ গৈ যদি কোনোবা অমানুহ হৈ যায়, তেনেহলে তাক জানো তুমি কেৱল ঘৃণাই কৰিবা ? জানা মমতা, মই মানুহ হবলৈকে আপ্ৰাণ চেষ্টা কৰিছিলোঁ। তুমি তো জানা, মানুহৰ প্ৰতি মোৰ অগাধ বিশ্বাস আছিল। জীৱনৰ প্ৰতি আছিল অজস্ৰ প্ৰীতি। আৰু আমাৰ এই ঠেকছিগা জীৱনক ন-কৈ গঢ়াৰ কিমান চেষ্টা আছিল মোৰ! তথাপিও অফুৰন্ত আশা আৰু চেষ্টা লৈও মই পৰাভূত হ'লো। আজি মই পৰাজিত। মৰাৰ আগতে এটা পৰাজিত মানুহে সমাজৰ নিষ্ঠুৰতাৰ বিৰুদ্ধে শেষ আঘাত হানিবলৈ বিচাৰিলোঁ। আত্মঘাতী আঘাত। সেই আঘাতৰ বেদনা জানো অকল তোমাৰ-মোৰ বেদনা! নহয়, হেজাৰজনৰ বেদনা। মাটিৰ স্বৰ্গ যাৰ হেৰাই গ'ল-সিহঁতৰ বেদনা। ইতিহাসে মানুহৰ সেই

স্বৰ্গচ্যুতিৰ বেদনাক বহন কৰিব। বিচাৰ কৰিব মানুহবোৰ অমানুহ হৈ যোৱাৰ দায়িত্ব কাৰ বেছি ?

এয়া চোৱাঁ! তোমাক বিমূঢ় কৰি দি, মই এসোপা সুবুজা কথা কৈ গ'লো নহয়? ৰ'বা, লাহে লাহে সকলোকৈ যাম। মোৰ প্ৰতিটো চিন্তা-ভাবনাৰ আঁহে-আঁহে তুমিহে সোমাই আছা। সেইদেখি সউ ওখ দেৱালৰ সীমাৰে উৰি যোৱা ডাৱৰ'ল চাই চাই অকল তোমাকেই নিবিড়ভাৱে কবৰ মন গ'ল। তোমাৰ গভীৰ ম্লান সেই চকুহালি মনত জিলিকি উঠিছে। এই মুহূৰ্তত মোৰ পৰাজয়ৰ কাহিনী শুনিবলৈ কোনো নাই—তোমাৰ বাহিৰে। এয়া এখন চিঠি, ফাঁচীৰ আগমুহূৰ্তক বন্দী-প্ৰাণৰ দলিল। এয়া হাইকোৰ্ট নহয়। সকলো সত্যক খুলিয়াই পেলাবলৈ বেৰিষ্টাৰ-এডভোকেটৰ সমাৰোহ নাই। ইয়াত আচামীৰ কাঠগড়াত বন্দী হৈ সত্যৰ শপথ লোৱাৰ প্ৰয়োজন নাই। এয়া ভালপোৱাৰ বেদীত থিয় হৈ কৰা প্ৰাণৰ স্বীকাৰোক্তি। মমতা, ভূমিকাৰ বাবে তুমি মোক ক্ষমা কৰিবা। জীয়াই থকাৰ মুহূৰ্তৰ লেখ যাৰ আঙুলিমূৰত, তাৰ বুকুৰ ভাবৰ খলকনি তুমি অনুভৱ কৰাৰ চেষ্টা কৰিবা দেই।

এই চিঠি তোমাৰ হাতত কোনোবা দিনা পাবিবগৈ নে নাই নাজানো। তথাপি শেষ কামনা হিচাপে ইয়াকে কৈ যাম যে চিঠিখন যেন তোমাৰ হাতত পৰে। মই যে আৰু পৃথিৱীতে নাই সেই কথাটো জনাই নোযোৱাটো অন্যায় হ'ব। নহলে শবৰী-প্ৰতীক্ষিতা তোমাৰ প্ৰতি অবিচাৰ কৰা হ'ব। মোৰ লাভ-ক্ষতি, ন্যায়-অন্যায়ৰ নিভুল খতিয়ান থৈ গ'লো, তোমাৰ বিচাৰৰ বাবে। সমাজৰ বিচাৰৰ বাবে। ৰ'বা, নৌ-পাহৰোতেই এটা কথা কৈ থওঁ মমতা, নহলে পাছত সময় নহবও পাৰে! পুৱতি-নিশাই যে মই যাবগৈ লাগিব! মমতা, এদিন তুমি মোক প্ৰেম দিছিলা, বন্ধুতা দিছিলা, শ্ৰদ্ধাও দিছিলা। আজিৰ 'অমানুহ' শান্তনুৰ কাহিনী শুনাৰ পাছত যদি সেই প্ৰেম, সেই বন্ধুতা, সেই শ্ৰদ্ধা উৰলি যায়, তেনেহলে তাক শেষ হৈ যাবলৈকে দিবা।

মমতা, তেতিয়া তুমি মোক পৰিপূৰ্ণভাৱে ঘৃণাই কৰিবা। পুতেৰ জীপ্‌ দি জহি যোৱা অনুভূতিবোৰক জীয়াই ৰখাৰ চেষ্টা নকৰিবা। অনুকম্পাতকৈ যে ঘৃণা বহুত—বহুত সহনীয়।

এইবাৰ মোৰ অমানুহ হোৱাৰ কাহিনী কওঁ। সময় নিচেই তাকৰ। পুবৰ আকাশ পোহৰি-পোহৰি হওতেই মোৰ জীৱনৰ অধিকাৰ শেষ হ'ব। মমতা, এয়া চিঠি লেখিছোঁ তোমালৈ কিন্তু মনত হৈছে তুমি যেন মোৰ কাষতে আছা। পূৰ্ববঙ্গৰ তাল আৰু তামোলে ভৰা শান্ত গাঁওখনতে আছো। ধলেশ্বৰীৰ পাৰত বান্ধি থোৱা নাৱত বহি যেন কথা পাতিছোঁ। এয়া, হাতখন আগবঢ়াই দিলেই যেন তোমাৰ কোমল হাতখন ধৰিব পাৰিম। কিমান বেদনাদায়ক এই অনুভূতি! মোৰ ছেলটোৰ কাষৰ দেৱালৰ সিপাৰে আঁহত জোপাত শগুণে কান্দিছে। নিথৰ দুপৰত যেতিয়া এই চিঞৰটো শুনো, মনটো যে মোৰ কেনেকুৱা হৈ যায়! তোমাৰ মনত আছে চাগে', মই ভালপোৱা জীৱনানন্দৰ সেই কবিতাফাঁকি—"তোমাৰ কান্নাৰ সুৰে, বেতেৰ ফলেৰ মতো তাৰ ম্লান চোখ মনে পড়ে।" নিৰ্জন ছেলত যেতিয়া তোমাৰ মন কিবা কৰা মেঘালি চকুহাল মনত পৰে, কি যে কষ্ট!

আচল কথাৰ পৰা আঁতৰি গৈছো বাৰে বাৰে। জীৱনৰ শেষ চিঠি লিখিবলৈ লৈ অলেখ কথাই ভাববোৰ সিচঁৰতি কৰি দিছে। তুমি আমনি নাই পোৱাতো? জীৱন-যুঁজত বেয়াকৈ হাৰি যোৱা পঁচিশ বছৰীয়া শান্তনুৰ গল্প কওঁ এইবাৰ। গাঁও এৰি সেইদিনা আঁতৰি আহিছিলো দলে দলে। কোনোদিনে আৰু উভতি যোৱাৰ আশা নৰখাকৈ ভহা-বাটৰ খোজৰ চিনবোৰ মচি-মচি আহিছিলো। তোমালোক গুচি গ'লা সিপাৰৰ বাংলালৈ। জন্মভূমিক পৰ কৰি এৰি অহাৰ বেদনা আমাৰ দৰে আন কোনেও অনুভৱ কৰিব নোৱাৰে। আমি পোন্ধৰ আগষ্টৰ সৃষ্টি—নতুন ইহুদী। জন্মভূমিৰ স্বাধীনতা বিচাৰিছিলো, জন্মভূমি হেৰুৱাই স্বাধীনতা পালোঁ। কি বিচিত্ৰ! সেইদিনা সৰ্বস্বান্ত হৈ আহিছিলো সঁচা, কিন্তু পাবৰ সপোন মোৰ

দুচকুত লাগিয়ে আছিল। পাৰ কিন্তু আৰু নাপালোঁ। কামনা কৰোঁ, মোৰ পাছত অহাসকলে, লগত অহাসকলে পাৰত বৈ ঘৰ সজাৰ অধিকাৰ পায় যেন। মোৰ দৰে মানুহ হবলৈ গৈ কোনো যেন অমানুহ হ'ব লগা নহয়। জানো, সেই দিনটোক আনিবলৈকে মোৰ দৰে আৰু বহুতো মৰিব। পূৰ্ববঙ্গৰ ছিন্নমূল জীৱনৰ ভিক্ষা-যাত্ৰা আজিও যে শেষ হোৱা নাই। মমতা, দুখৰ নিশা পুৱাবলৈ আৰু কিমান প্ৰহৰ বাকী! কিন্তু নিশা পুৱাবই।

দেউতা, মা আৰু ভনী দুজনীক লৈ সেইদিনা ওলাই আহিছিলো। বাৰ্ধক্যত নহয়, হতাশাত ভাগি পৰা দেউতা, শোকত জৰ্জৰিত হোৱা মা, নোৱাখালিৰ পাশৱিকতাত স্বামীক হেৰুৱাই চেৰা-বলীয়া হোৱা ডাঙৰ ভনীজনী আৰু বাস্তৱৰ নিষ্ঠুৰতাত অসময়ত গম্ভীৰ হৈ যোৱা অপুজনী। অপৰিচিত পৰিবেশত, অনিশ্চিত ভবিষ্যতৰ ওপৰত ভৰসা কৰি সেইদিনা শিয়ালদহ ষ্টেশ্যন পাইছিলোহি। মোৰ দৰে হেজাৰ হেজাৰ গৃহহীন, সম্বলহীন, ভীতত্ৰস্ত মানুহৰ হাহাকাৰ দেখিছিলো তাত। এই দুৰৱস্থাৰ বাবে চিঞঁৰি চিঞঁৰি কাৰোবাক অভিশাপ দিবৰ মন গৈছিল। থক দিয়া সেইবোৰ। বাতৰিকাকতত অলেখ ছবি দেখিছো তাৰ। 'আচাম লিংক'ত উঠি যেতিয়া মাত্ৰ ভূগোলৰ পাতৰ পৰিচিত ঠাইখনলৈ যেতিয়া যাত্ৰা কৰিছিলো, যুদ্ধৰ দিনৰ বাৰ্মা ইভাকুয়ীৰ কথাই মনলৈ আহিছিল। কিন্তু শত্ৰুৰ বোমাৰ ভয়ত নহয়, দেশৰ মানুহৰ ভয়ত পলাই আহিছোঁ—অসহ্য গ্লানি আৰু বেদনাৰ মাজেৰে বাৰে বাৰে এই কথাই মনলৈ আহিছিল। অস্পষ্ট ভবিষ্যতৰ বুকুলৈ আগুৱাই যাওঁতে স্বপ্নঘন অতীতটো অস্পষ্টতৰ হৈ আহিছিল। আজি আৰু চকু মেলি চাবলৈ ভৱিষ্যত নাই। সেই দেখি মনৰ দুৱাৰত কেৱল অতীতৰ পদধ্বনি শুনিছোঁ।

অসমৰ সৰু গাঁওতলীয়া ঠাইখনত ঠেকছিগা জীৱনক নতুনকৈ কৰৰ চেষ্টা কৰিলোঁ। মূৰ গুজিবলৈ এধানমান আশ্ৰয়ৰ কাৰণে, জীয়াই থাকিবলৈ এমুঠি ভাত সংগ্ৰহৰ কাৰণে কি প্ৰাণপাত পৰিশ্ৰম

সেইদিনা কৰিছিলো। ইয়াত দেখিছিলো মানুহৰ চকুত ঘৃণা— পৰাশ্ৰয়ী ৰঘুমলা বুলি। জীৱনৰ কোনো ক্ষেত্ৰত, কোনো প্ৰতিকূল পৰিবেশতে সহজে হাৰি যাব নোখোজা মনটোক তুমি তো জানিছিলা মমতা ; তোমাৰ দৰে মোক কোনেও বুজা নাছিল।

নিজৰ জীৱনৰে থাউনি নাই, এনেকুৱা অৱস্থাত ৰিফিউজী মোমায়ে মামী আৰু ল'ৰা দু'টাক আনি আমাৰ 'আশ্ৰয়'তে থলেহি। এদিন দেউতা আৰু মোমাইদেউ সংস্থানৰ সন্ধানত কলিকতালৈ গ'ল আৰু উভতি নাহিল। কিছুদিন বিচাৰ কৰিছিলো, তাৰ পাছত এৰি দিলো। ব'ৰ নোৱৰা জীৱনৰ ভাৰ লাঘব কৰিবলৈ ক'ৰবাত আপোনঘাতীয়েই হ'লগৈ নেকি নাজানো। তেওঁলোকে সঁচাকৈয়ে সংস্থান বিচাৰি গৈছিল নে এন্ধাৰ ভবিষ্যতৰ হাতৰপৰা পলাই সাৰিবলৈ বিচাৰিছিল— মোৰ মনত আজিও ৰহস্য হৈয়ে ৰ'ল। তেওঁলোকৰ এই নীচ স্বাৰ্থপৰতাত প্ৰথমতে মোৰ ঘৃণা উপজিছিল। এতিয়া আৰু নাই। এতিয়া মোৰ পুতৌ হয়। এইদৰে এটা পৰিয়াল ক্ৰমে অমানুহ হৈ যোৱাৰ কাহিনী শুনিছা নে? তোমাৰ চাগে' বিশ্বাস কৰিবৰে মন যোৱা নাই।

মমতা, মই ইমানতো ধৈৰ্য হেৰুওৱা নাছিলো। নিজৰ শক্তিৰ ওপৰত অটুট আস্থা ৰাখিছিলো। উস্ সেইদিনা সেই অশুভ মুহূৰ্তটোত কি যে হৈ গ'ল! অপু—অপু, মোৰ ভনীজনী! তাইৰ শান্ত সেই চকুদু'টাৰ সেই চাবনিটোৱে মোক অলপো থিৰেৰে থাকিবলৈ দিয়া নাই। নিৰ্জন ছেলৰ লোৰ দুৱাৰখনৰ ফাঁকে ফাঁকে মুখখন মাজে মাজে জিলিকি উঠে। শান্ত চকুহালিৰে নিষ্পাপ নিমজ মুখখন। কি ভীষণ মানসিক কষ্ট, মমতা। পৃথিৱীৰ কোনো ভাষাই তাক প্ৰকাশ কৰিব নোৱাৰে। শিল্পীৰ তুলিকায়ো নেই অন্তৰ্দ্বন্দ্বত বিক্ষত হিয়াৰ ছবি আঁকিব নোৱাৰে। মই বুজিছো চিঠিখন তোমাৰ সাঁথৰ যেন লাগিছে। ধৈৰ্যও হেৰাইছে। ৰ'বা সকলো কথাই কৈ যাম ( উস্ শালিকাবোৰৰ কি অসহ্য চিঞৰ-বাখৰ। শ'-শ' শালিকা দিনৰ শেষত জেলৰ

'বেৰাক'ৰ খোৰোঙত থকা সিহঁতৰ বাহলৈ উভতি আহিছে। মানুহৰ বন্দীশাল, পখীৰ নীড়।)

মই জীয়াই থাকিবলৈকে বিচাৰিছিলো। জানো, আমাক জীয়াই থাকিবলৈ অৱলম্বন দিয়াটো ৰাষ্ট্ৰৰ কৰ্তব্য। আমাক মানুহ হৈ থাকিবলৈ সহায় কৰাত সমাজৰো নৈতিক দায়িত্ব আছে। সেইবুলি পৰাশ্ৰয়ী আকাশীলতাৰ দৰে জী থকাৰ বাসনা মোৰ কাহানীও নাছিল। ৰাষ্ট্ৰ আৰু সমাজৰ মুখলৈ চাই চাই হাত সাৰটি বহি থকা নাছিলো। মূলধন মাত্ৰ এটা অপৰাজেয় মন আৰু জীয়াই থকাৰ দুৰ্বাৰ বাসনা। পাহৰি পেলালো কলেজৰ এটা দেওনা এদিন পাৰ হৈছিলো। সাহিত্যৰ প্ৰতি এদিন এটা প্ৰবল অনুৰাগ আছিল; কবি হ'ব পৰা মন এটা আছিল। নৈৰ পাৰত বহি কত মৌন সন্ধ্যা তোমাক কবিতা শুনাইছিলো। তুমি কৈছিলা, "শানুদা', তোমাৰ মাতত কবিতাবোৰ গান-গান লাগে কেলেই?"—কিমান দিনৰ মূৰত আজি সেইবোৰ কথা মনত পৰিছে। তোমাৰ সেই শানুদা' ছিট-কাপোৰৰ ফেৰিৱালা হ'লো। সেইদিনা সম্মানজনক আৰু আন কোনো পথ নাছিল। কাপোৰ ফেৰী কৰি জীয়াই থকাত একো লাজ নাই। মূৰৰ ঘাম মাটিত পেলাই সৎ হৈ জীয়াই থকাৰ সকলো প্ৰচেষ্টাই সুন্দৰ। মিছা মূল্যবোধক প্ৰশ্ৰয় মই কাহানিও দিয়া নাছিলো।

বহুত আজে-বাজে লেখিছোঁ বুলি আমনি পাইছা নেকি? কিন্তু এয়াই যে মোৰ শেষ লেখা। পৃথিৱীৰ ওচৰত এটা অভিযোগেই মোৰ থাকি গ'ল। তোমাৰ পৰা শ'-শ' মাইল আঁতৰত তোমাক নেদেখাকৈয়ে যে মই চিপজৰী ল'ব লাগিব!....ছিট কাপোৰৰ ফেৰীৱালাৰ দৈনিক আয় কিমান হ'ব পাৰে? আৰু ঘৰখনত ইমানবোৰ ক্ষুধাতুৰ প্ৰাণী! বৰ দুৰ্দশাত দিনবোৰ গৈছিল। ডাঙৰ ভনজনী চেৰা-বলিয়া। মা বলিয়া হোৱা নাছিল, সম্পূৰ্ণ উদাসীন, নিৰ্বিকাৰ হৈ গৈছিল। অত দুৰ্যোগতো নেহেৰোৱা শালগ্ৰাম-শিলাডোখৰ আগত লৈ বহি থাকে। মই নিৰুপায়বোধ কৰিছিলো। মাজে মাজে নিৰাশাত ভাগি পৰা

যেন লাগিছিল। শান্ত অপুজনীয়ে সেইসময়তে নিৰৱে আহি মোৰ কাষত থিয় দিছিল সহায়ৰ হাত মেলি। তুমি যদি কাষত থাকিলা-হেঁতেন কোনে জানে, আমাৰ জীৱনৰ গতি হয়তো সলনি হৈ গলহেঁতেন আমাৰ ঘূটীয়া জীৱনে হয়তো দুৰ্যোগৰ সন্মুখত বলিষ্ঠ প্ৰতিৰোধ সৃষ্টি কৰিলেহেঁতেন। মোৰ আচৰিতেই লাগিছিল। সৌ-সিদিনাৰ অকনমান অপুজনী! আজি তাই ককায়েকৰ কান্ধত কান্ধ মিলাই দায়িত্ব ল'ব পৰা ডাঙৰ হৈ গ'ল! ছোৱালীবোৰ সঁচাকৈয়ে বৰ সোনকালে দায়িত্বশীলা হৈ যায়। দুখতো মোৰ ভাল লাগিছিল। অকনমান আশ্বাস, এঠানমান সাহ, অলপ যেন পোহৰ।

• দেশকৰ্মী ভবানী চৌধুৰীৰ ঘৰত প্ৰাইভেট টিউশ্যন এটা ল'লে। মাক-নোহোৱা ছোৱালী দুজনীক পঢ়াব লাগে। মোৰ স্পষ্ট মনত আছে, জৰাজীৰ্ণ ঘৰত পিন্ধা শাৰী দু'খনৰ বাহিৰে অপুৰ আৰু এখনো শাৰী নাছিল। সেই দু'খন শাৰী পিন্ধি ভদ্ৰলোকৰ ঘৰত টিউশ্যনী কৰিবলৈ যোৱা দূৰৰ কথা, ককায়েকৰ ওচৰত ওলাবলৈকে তাইৰ লাজ লাগিছিল। মামীৰ ৰং-এৰোৱা টিনৰ বাকচটো ঘুকটি তেওঁৰ বিয়াতে পোৱা অদ্ভুত ৰঙৰ শাৰী এখন ওলাইছিল। অপুৱে তাকে পিন্ধি ওলাই যাওঁতে তাইৰ মুখৰ বৰণ লাজত মলনি হৈ গৈছিল। কুৰিটকীয়া দৰমহাৰ চাকৰি, আমাৰ সেয়ে আশীৰ্বাদ যেন লাগিছিল। মাই আপত্তিও নকৰিলে, অনুমোদনো নজনালে। শালগ্ৰামত ফুল দিবলৈ এৰি মাত্ৰ এবাৰ মূৰ তুলি চালে। চেৰা-বলিয়া ভনীজনীয়েও নিৰৱে আপোন-মনে ছালে-বেৰে এভাৰেৰে ছবি আঁকি থাকিল।....উস্ সেয়া—ইমান বীভৎস চিঞৰ! নিশাৰ আকাশখন যেন ছিৰাছিৰ হৈ গ'ল....সিমূৰৰ পগলা-ছেলৰ সেই উন্মাদ ল'ৰাটোৱে। ৰাতিপুৱাৰে পৰা শ্ৰান্ত হৈ নপৰালৈকে ল'ৰাটোৱে চিঞৰে। মই চিঞৰবোৰ শুনোঁ আৰু ভাবোঁ —কাৰ কষ্ট বেছি? তাৰ? নে স্পষ্ট অতীত আৰু স্পষ্টতৰ ভবিষ্যত লৈ, ন্যায়-অন্যায়ৰ দ্বন্দ্বত তেজ-বাউলী হোৱা মই শান্তনুৰ?

যেৰীবালা ককায়েক আৰু গৃহ-শিক্ষয়িত্ৰী ভনীয়েকৰ আয়েৰেও সেইখন সংসাৰ চলোৱা কষ্টকৰ হৈ উঠিছিল। অৰ্থৰ স্বচ্ছলতা আৰু মনৰ সুস্থিৰতা চিৰদিনলৈ হেৰুৱাই পেলালো যেন লাগিল। দাৰিদ্ৰ্যক মহত্ত্বৰ বোল দি কাহানিও চোৱা নাছিলো। দৰিদ্ৰতাক ভাবিব পৰা দিনৰ পৰাই ঘৃণা কৰিছিলো। দৰিদ্ৰ জনতাৰ আগত থিয় দি দেশ-নেতাসকলে ত্যাগ আৰু কষ্টসহিষ্ণুতাৰ বক্তৃতা শুনালে মূৰৰ ঘিউ উতলি উঠিছিল। এমুঠি ভাত আৰু এজেৰা লোন যাৰ পেটত নপৰে তাৰ আগত কি নৈতিক অধিকাৰত তেওঁলোকে ত্যাগৰ বাণী আওৰায় ক'ব নোৱাৰো। তেওঁলোকৰ প্ৰতি আমাৰ মন ঘৃণা আৰু বিদ্ৰুপেৰে পূৰ হৈ যোৱাৰ খবৰ তেওঁলোকে নাপায় নেকি? বক্তৃতা আৰু আশ্বাসবাণী শুনি জঠৰৰ ভ্ৰুকুটি পাহৰি থাকিব পৰা হলে!

সেইবাৰ পূজাৰ সময়ত গুৱাহাটীলৈ গ'লো। খুচুৰা-খুচুৰি বস্তু কেইবোৰ আনিবলৈ পাণ্ডুৰপৰা টাউনলৈ যাওঁতে বাটতে মটৰ এক্সিডেণ্টত সোঁ-ভৰিটো বৰ বেয়াকৈ ভাঙিলো। সৰু গাঁথিৰ ওপৰৰ পৰা হাড়ডাল ফাটি এচটা এৰাই গ'ল। তোমাৰ চাগে সস্তীয়া চিনেমাৰ লাম্নি-নিছিগা ছুৰ্ঘটনা-কাহিনী যেন লাগিছে। আমাৰ জীৱনবোৰেই জানো সস্তীয়া পণ্য হৈ যোৱা নাই? চিভিল হস্পিটালত পৰি থাকিলো। ডাক্তৰে ক'লে, পূৰা পাঁচটা মাহ বিছনাত পৰি নাথাকিলে উপায় নাই। চকুৰ আগত পৃথিবীখন হেৰাই যোৱা যেন লাগিল। অসহায় অনুভৱ কৰিলো। পঁচিশ বছৰীয়া জীৱনটোত যেন অজস্ৰ শ্ৰান্তি ঘুণ খাই আছিল, এইবাৰ মোক হেঁচি ধৰিলে। কাহানিও মূৰ দাঙিব নোৱৰাকৈ ছুৰ্বল হৈ পৰিলো যেন লাগিল। কাৰত সান্ত্বনা দিবলৈ, সাহস দিবলৈ কোনো নাছিল। মোৰ একমাত্ৰ চিন্তা হ'ল— অপূৰ্বক আৰু বচাব নোৱাৰিলো। সেইদিনাকে মই কান্দিছিলো মমতা, খুব কান্দিছিলো। ডাঙৰ হৈ মনত পৰাৰে পৰা প্ৰথম কান্দোন। শাৰীৰিক কষ্টৰ কথা পাহৰি গৈছিলো, সেইবাৰে কন্দা নাছিলো। কান্দিছিলো, জীৱনৰ সাগৰত বন্দৰ পোৱাৰ আশা হেৰুৱাই। পৰাজয়ৰ

বেদনা ইমান মৰ্মান্তিক। তুমি মোৰ বেদনা অনুভৱ কৰিব পাৰিছানে বাৰু?

পাঁচোটা মাহ, একেখন বিছনাতে, একেখন খিৰিকীৰে এটুকুৰা আকাশ দেখি দেখিয়েই কটাই দিছিলো। ঘৰৰ মানুহ কোনো আহিব পৰা নাছিল। অপুৱে একোখন কাৰ্ডত চিঠি দিছিল বে'চ সঘনে। ওচৰ চুবুৰীয়াৰপৰাও পাই আছিলো। অপুৰ চিঠি কমি আহিছিল। কিন্তু পৰিচিত-অপৰিচিত মানুহৰ পৰা ঘন-ঘনকৈ আহিবলৈ ধৰিলে। প্ৰতিটো শব্দই অন্তৰত ভয়, হতাশা আৰু জুই জ্বলাই দিছিল। দেশ-কৰ্মী চৌধুৰীৰ চৰিত্ৰহীনতাৰ ইতিহাস আছিল তাত; আৰু আছিল সেই পাষণ্ডই অভিভাৱকহীনা অপুৰ সৰ্বনাশ কৰিব খোজাৰ কথা। পংগু-শৰীৰ লৈ নিষ্ফল আক্ৰোশত মই নিজে নিজে জহি যোৱাৰ বাহিৰে গতি নাছিল মোৰ। অপুৰ চিঠি একেবাৰে বন্ধ হৈ গৈছিল এসময়ত। নিৰুপায় ব্যৰ্থতাত মই ভাবিছিলো, মোৰ জীয়াই থকাৰ সকলো প্ৰচেষ্টা মৰিমূৰ কৰিবলৈকে বিধতাই যেন ক'ৰবাত বহি বহি ষড়যন্ত্ৰ কৰিছে। অপুৰ দৰে শ'-শ' অসহায় ক্ষুধাতুৰ ছোৱালী ভণ্ড হিতৈষীৰ জালত পৰিছে আৰু সমাজৰ চকুত চিৰদিনৰ কাৰণে ঘৃণ্য হৈ গৈছে। শিয়ালদহ ষ্টেছনতে এনে বহু অপুৰ মৰণ দেখিছিলো। দু'টা মানুহক জীয়াই ৰাখিবলৈকে তাই সেই বৰ্বৰ পশুত্বৰ হাতত আত্মসমৰ্পণ কৰিব লগা হ'ল। দাৰিদ্ৰ্য-দগ্ধা সুন্দৰী যুৱতীৰ জীয়াই থাকিবলৈ ইয়াৰ বাহিৰে আন লপায় আজিও নহ'ল। টুকুৰা-টুকুৰি অস্পষ্ট খবৰবোৰে মোৰ মূৰটোত জুই জ্বলাই দিছিল। হস্পিটালৰপৰা ওলাই আহিবলৈ মই ব্যস্ত হৈ পৰিছিলো। অপুজনীৰ ওপৰত খং উঠা নাছিল, ঘৃণাৰ কথাই মনত ভুমুকিকে মৰা নাছিল। সেই শান্ত নিৰুপায় ছোৱালী-জনীলৈ বেথাত মোৰ অন্তৰে উচুপি উঠিছিল। ককায়েক হৈ তাইৰ নাৰীত্বৰ মৰ্যাদা ৰক্ষা কৰিব নোৱাৰিলো। আত্মগ্লানিত সেইদিনা প্ৰথম মই মৃত্যু-কামনা কৰিছিলো।

হস্পিটালৰ বন্দীত্বৰপৰা এদিন মুকলিলৈ ওলালো। সেইদিনা

মোৰ চকুৰ আগত পৃথিৱীৰ সকলোখিনি ৰং মচি গৈছিল। আমিন-গাৱঁত গৈ ট্ৰেনত উঠিলো। ট্ৰেন চলাৰ ঝক্ ঝক্ শব্দ আৰু বাহিৰৰ এন্ধাৰৰ ৰাজ্যত অ'ত-ত'ত মাজে মাজে এটা চমকা পোহৰ জ্বলি উঠিছিল হিংস্ৰ শ্বাপদৰ দীপ্ত চকুৰ দৰে। মোৰ মগজুত সংকল্প থিৰ হৈ গৈছিল। মূৰত অসংখ্য হাতুৰীৰ কোব অনুভৱ কৰিছিলো, আৰু জেপত হাত ভৰাই অনুভৱ কৰিছিলো। তীক্ষ্ণ অস্ত্ৰৰ ধাৰ। বিনিদ্ৰ চকুৰ ওপৰেদি নিশা পাৰ হ'ল। বহুতো পৰিচিত মানুহৰ সপ্ৰশ্ন দৃষ্টিক উপেক্ষা কৰি ষ্টেচনৰপৰা ওলায়েই বিৰাট ঘৰটোৰ প্ৰকাণ্ড গেটখন দুফালৈ মেলি দিছিলোগৈ। তাৰ পাছত কাকো গণিতা নকৰি প্ৰত্যেকটো কোঠাতে পাত্‌পাত্‌কৈ বিচাৰিলো— ভবানী চৌধুৰী ক'তো নাই। তেওঁ হেনো সেই চহৰতে নাই। 'বাইজ'ৰ কামত ওলাই গৈছে। মই ঘামি জুৰুলি-জুপুৰি হৈ গৈছিলো। এটা অক্ষম জ্বালাত হাত দুখন পুৰিছিল। বেতিয়া আমাৰ ঘৰ সোমাই-ছিলোগৈ ঘৰখনত আশ্চৰ্য নীৰৱতা। মা বোধহয় শালগ্ৰাম লৈয়ে ব্যস্ত আছে। বলিয়া ভনীজনীয়ে নিশ্চয় কোনোবা এচুকত ভাতবন্ধা-ভাতবন্ধা খেলিছে। লৰা-ছোৱালী, মামী কাৰো সাৰ-সুৰ নাই। লাহে লাহে পাকঘৰৰ দুৱাৰমুখত ৰ'লোগৈ। অপুৱে খিৰিকীৰ বাঁহ ছটাত ধৰি বাহিৰলৈ চাই আছে। মুখৰ এফাল চকুত পৰিছে। বিষণ্ণ করুণ মুখখন। দীঘল কক্ষ চুলিবোৰ পিঠি ঢাকি ওলামি পৰিছে। তাইৰ বেদনা-বিধুৰ ৰূপটোৱে মোৰ বুকুখন মুচৰি দিছিল। তাইক কোমলকৈ মাতিবৰ মন গৈছিল—অপু....অপৰ্ণা....পৰ্ণা। হঠাতে তাইৰ শৰীৰটোলৈ দৃষ্টি বাগৰি গ'ল। অস্বাভাৱিক স্ফীত দেহাটো দেখি মগজুটো আকৌ তোলপাৰ হৈ গ'ল। তাৰ পাছত....তাৰ পাছত মই কি কৰিলো জানা মমতা? মোৰ এই শিলকঠুৱা হাত দুখনেৰে তাইৰ শঙ্খৰ দৰে ডিঙিটোত দহোটা আঙুলিৰ সাঁচ বহুৱাই দিছিলো। বগা কোমল মঙহৰ ওপৰত দহোটা নীলা সাঁচ। ঘৃণাত নহয়। সমাজৰ দহজনৰ ঘৃণাৰপৰা ৰক্ষা কৰিবলৈ। অপুৱে নাই চিঞৰা,

এবোৰো চিঞঁৰা নাছিল। শেঁতা পৰি যোৱা মুখখনত করুণ চকুহুটা তদ্ভুত শান্ত হৈ আহিছিল। তাইৰ বোধহয় মৃত্যুৱেই কাম্য আছিল, কিন্তু আত্মহত্যাৰ দুঃসাহস নাছিল। পঁচিশ বছৰীয়া জীৱনটোতে বহু মৃত্যু দেখিলো, মমতা। পথে-বিপথে বহুতো মৃত্যু। কিন্তু দিনৰ শেষত টোপনিত ঢলি পৰাদি মৃত্যুৰ কোলাত শান্ত হৈ শুই পৰা এই প্ৰথম দেখিলোঁ। সেই নিৰ্ভৰতাৰ চাৱনিয়ে সপোনে-জাগৰণে মোক খেদি ফুৰিছে। মই যে ফেলেই বলিয়া হৈ যাব নোৱাৰিলোঁ এতিয়াও?

সেৌৱা নিশা পুৱাই আহিছে। অলপ পাছতে টোপনি-ভগা পৃথিবীৰ কোমল সঁহাৰি শুনিম। আৰু যে সময় নাই! কাহিনীৰ শেষখিনিও শুনা। তাৰ পাছৰ ঘটনা নিতান্ত সাধাৰণ। নিজে নিজে থানাত উপস্থিত হৈছিলোগৈ। বিচাৰত আত্মপক্ষ সমৰ্থন কৰাৰ প্ৰয়োজন নাছিল। কোৰ্টৰ অজস্ৰ কৌতূহলী জনতাৰ আগত সুস্থ মগজুৰে হত্যা কৰা বুলি স্বীকাৰ কৰিলোঁ। কৈছিলো, "ভবানী চৌধুৰীৰ কটা মূৰ হাতত লৈ থানাৰ বাৰান্দাত থিয় দিব পৰা হলে, হত্যাকাৰী বুলি মই গৌৰৱ অনুভৱ কৰিলোহেঁতেন। নৈতিকতাহীন ভণ্ডক 'সৰ্ব নিকটস্থ লেম্পপষ্ট'ত ওঁলমি দিয়াৰ ব্যৱস্থা কোনোবাই কৰিবই লাগিব। হত্যাৰ সঙ্কল্পও মোৰ ভুল হোৱা নাছিল; ভুল হ'ল হত্যাৰ পাত্ৰত। এজনী নিৰপৰাধী সহনীয়া ছোৱালীতে অবাবতে জীৱন হেৰুৱালে সেই দুখ মোৰ জনম-জনমলৈ বৈ গ'ল।"

বিচাৰত মায়েও সাক্ষী দিব লগা হৈছিল। চিৰ নিৰ্বিকাৰ মাৰ মাজত গান্ধাৰীক দেখি শ্ৰদ্ধাত মোৰ অন্তৰ উদ্বেল হৈ উঠিছিল। কাঠগড়াত থিয় দি থকা একমাত্ৰ পুতেকলৈ চাই নকঁপা মাতেৰে একে নিৰ্বিকাৰ ভঙ্গীৰে সত্যকে কৈ গ'ল। উকীলৰ পৰামৰ্শ আওকান কৰি মাই ক'লে, "তাৰ মগজুত কোনোদিনেই দোষ নাছিল। সি সম্পূৰ্ণ সুস্থ। মই বুজিছো বিচাৰত তাৰ ফাঁচীয়েই হ'ব। ন্যায় বিচাৰত মোৰ কোনো খেদ নাই।" মাক মনে মনে মই শতেক প্ৰণাম জনাইছিলো। বাৰে পাৰে মোৰ কৌৰৱমাতালৈ পৰিছিল। কোৰ্টৰপৰা

ওলাই যাওঁতে মাই এবাৰো ঘুৰি নাচালে। পৃথিবীৰ কোনো মাকে শুকান চকুৰে ঘুৰি চাব নোৱাৰিলেহেঁতেন। মাৰ কাষত মই কৃতজ্ঞ মমতা, মাৰ সেমেকা চকুৰ সোঁৱৰণি লৈ মৰাৰ দুৰ্ভাগ্য নহ'ল।

মমতা, আৰু সময় নাই। পূবৰ আকাশ পোহৰি পোহৰি হলেই মোৰ দুৱাৰত মৃত্যুৰ পদধ্বনি শুনিছো। নাকান্দিবা মমতা। এদিন আমি স্বৰ্গ ৰচিছিলো। সেইদিনা কল্পনাও কৰা নাছিলো জীৱনত কেৱল হাঁহিয়েই নাই, কান্দোনো আছে। সমগ্ৰ চেতনাৰে তুমি যদি মোক ক্ষমা কৰিব পাৰা কৰিবা। আৰু আনৰ বাবে চিৰদিন নিজক দেউলীয়া কৰা অপুহঁতৰ বাবে দুটোপাল চকুলো থবা—কৰুণাত নহয়, শ্ৰদ্ধাত।

বেৰাকে বেৰাকে পহিলা পহৰাৰ গম্ভি আৰম্ভ নোহওতেই লেখিব'ল লৈছিলো: শেষ পহৰাৰ গম্ভিও থামি গ'ল। এইবাৰ মোৰ সাজু হবব হ'ল। কিন্তু মোৰ তেজীমলা-আশাই পূব আকাশৰ নতুন ৰঙা সুৰুযৰ আভাসত নতুন দিনৰ সম্ভাৱনা দেখি গ'ল।

# এনথ্‌পলজিৰ সপোনৰ পিছত

ঘৰলৈ গৈ পোৱাৰ তাৰিখটো জনাই মালৈ চিঠি লিখি আছিলো। আমাৰ বি. এ. পৰীক্ষাৰ 'টেষ্ট' শেষ হল কালি।

দুৱাৰত কোনোৱাই টুকুৰিয়ালে। লিখাৰ পৰা মূৰ ডাঙি পেনটো হাতত লৈ ঘূৰি কাঁচ লগোঁৱা দুৱাৰৰ মাজেদি দেখিলো প্ৰীতি বৈ আছে।

"আহ প্ৰীতি"—দুৱাৰখন মেলি সোমাই আহি তাই মোৰ ৰিচনাখনতে বাগৰি পৰিল।

"বৰ ভাগৰ লাগিছে অ' উমা"—"পৰীক্ষা কেনে হ'ল? আজি এনথ্‌পলজি আছিল নহয়?"

"ভালেই হ'ল—বৰ পাতল-লাগিছে পৰীক্ষাটো শেষ হোৱাত"—টেবিলৰ ওপৰত থকা কালি অনা মোৰ "USSR in Construction"ৰ ৮ম সংখ্যাটো টানি লৈ ধুনীয়া ছবিৰে ভৰা পাতবোৰ ধীৰে ধীৰে লুটিয়াই আৰামৰ পাতল উশাহ এৰে তাই।

"চাহ খালিনে প্ৰীতি?" লিখাৰ পৰা মূৰ নুতুলিয়েই সোধো।

"খালো। লুচি নামৰ সেই ছাল কেইখন চাহ নামৰ গৰম পানীৰে ডিঙি তিয়াই" দুয়ো হাহোঁ। গোটেইবোৰ পৃষ্ঠা চাই শেষ কৰি U.S.S. R. in Construction খন টেবিলৰ ওপৰত দলিয়াই থৈ সোধে তাই—"কালৈনো চিঠি লিখিছ উমা?" "মালৈ—পৰহি ঘৰলৈ গুচি যাম নহয়।

"ঘৰত গৈ জানো পঢ়িব পাৰিবি?"—"পাৰো বা নোৱাৰো হোষ্টেলত ইমানবোৰ টকা খৰচ কৰি থকাটো টান—"

অলপত সময় দুয়ো নিমাতে থাকো। তাৰ পিছত তাই যেন আপোনা আপুনিয়েই কয়—"মইতো মালৈ লিখিছোৱেই ফাইনেল-

লৈকে হোষ্টেলতে থাকিম বুলি। কিন্তু প্ৰায় সকলোবোৰেই গুছি যাবগৈ পৰীক্ষা দিয়েই হোষ্টেলটোত আৰু থাকিবলৈ ভাল নেলাগে। দুই চাৰিদিন বাহিৰত ঘূৰি আহিব পৰা হলে ভাল হলহেঁতেন ; ঘৰলৈ গলে আৰু আহিবলৈ বেয়া লাগে।"

অলপ সময় মনে মনে থকাৰ পিছত হঠাৎ উৎসাহিত হৈ উঠে প্ৰীতি, "বল না উমা, ময়ো যাম তোৰ লগত। মই যে জীৱনত গাওঁ দেখাই নাই! মাত্ৰ দুই তিনিদিন থাকি গুছি আহিম"—আগ্ৰহেৰে চাই থাকে তাই মোৰ মুখলৈ।

মই অলপ বিপদত পৰো। ঠিকনাটোৰ ওপৰতে কলমটো বুলাই বুলাই ভাবো প্ৰীতিহঁতৰ নিচিনা চহৰৰ সুখ স্বাচ্ছন্দ্যত ডুবি থকা ছোৱালী এজনীক গাৱঁৰ অসুবিধাৰ মাজত পেলাওঁগৈ কেনেকৈ?

"মোৰনো খুবেই ভাল লাগিব প্ৰীতি। কিন্তু ভয় লাগে হোষ্টেলত এদিন বেয়া ৰান্ধিলে ভাত খাব নোৱাৰি উঠি অহা তহঁতৰ নিচিনা আলসুৱা ছোৱালীয়ে গাৱঁৰ মোটা চাউল আৰু মাটি মাহৰ ডাইলেৰে ভাত খাব জানো পাৰিবি?"

"সেইবোৰ তই ভাবিব নেলাগে—ইয়াত বেয়া খাব নোৱাৰাৰ কথা বেলেগ। জানইতো সেইদিনা আমি কছাৰি গাৱঁত excursion কৰি আহিলো, কষ্টবোৰ উৎসাহৰ মুখত গমেই নাপালো"—উৎসাহিত হৈ কয় "তাৰোপৰি প্ৰথম গাৱঁলৈ ওলাইছো এনথ্ৰপলজিৰো নতুন তথ্য পাম কিছুমান নিশ্চয়!"

বি-এছ-ছিৰ এনথ্ৰপলজিৰ ভাল ছাত্ৰী প্ৰীতি।

মোৰ হাঁহি উঠে। তাইৰ উৎসাহ দেখি আৰু আপত্তি কৰিবৰ ইচ্ছা নগল। সুধিলো "তেন্তে মোটা চাউলৰ ভাত খাব পাৰিবি?" "পাৰিম"। "ব্ৰেড বাটাৰ লুচি ভাজিৰ সলনি চিৰা-পিঠা আৰু চেনিৰ সলনি গুৰেৰে চাহ খাব পাৰিবি।"

"অনায়াসে আৰু আনন্দেৰে"—"বাৎৰুম নাই লেট্ৰিন নাই কি কৰিবি?"—"তোৰো ব্যৱস্থাই মোৰো ব্যৱস্থা"—"ঘৰবোৰত খিৰিকি

প্ৰায় নায়েই তেনে এন্ধাৰ ঘোপ ঘৰত থাকিব পাৰিবি ?”—“পাৰিম” “ষ্টেচনৰ পৰা আমাৰ গাওঁ ৩ মাইল। পথাৰৰ পকা চপৰা পাৰহৈ খোজ কাঢ়িব পাৰিবি ?”—“আঃ পাৰিম অ’ পাৰিম।”

“বলনা তেন্তে মোৰ আৰু আপত্তি কিহৰ ?

পুনশ্চ দি মাক প্ৰীতি যোৱাৰ খবৰটো জনাওঁ।

সৰু অবিখ্যাত ষ্টেচনটোত গাড়ীখন মাত্ৰ এক মিনিট সময় বল ; লৰালৰিকৈ এহাতে সৰু চুটকেছটো আনহাতে গ্ৰামোফনৰ ৰেকৰ্ডৰ পেকেটটো ভালকৈ বুকুত সাবটি গাড়ীৰ পৰা জাপ মাৰিলো, প্ৰীতিয়েও তাইৰ ভ্যানিটি বেগটো আৰু এট্যাচি কেছটো লৈ নামিল। ললিতদাদা-বৰ দেউতাৰ মাজু লৰাটো আমাক নিবলৈ আহিছিল। সি লৰালৰিকৈ আৰু দুই এজনৰ সাহায্য লৈ বেডিং ট্ৰাঙ্ক আদি মালবস্তুবোৰ নমালে গ্ৰমোফনটো সাবধানে নমাবলৈ কলো। নমোৱাও প্ৰায় শেষ হৈ আহিল গাড়ী এবাৰো হুইছেল দিলে। ঝক ঝক ৰেলবোৰত লাগি গাড়ীৰ চকাৰ ঘৰঘৰনি উঠিল। দীঘল উকিটো মাৰি দীঘলীয়া ট্ৰেইনখনে ষ্টেচন এৰিলে। গাড়ীৰ পৰা নমোৱা শেষ ট্ৰাঙ্কটো ওচৰতে থৈ কপালত পৰা চুলিকেইডাল আঁতৰাই ভাগৰৰ দীঘল উশাহ এটা টানি ললিতাদাদাই চলিবলৈ ধৰা ট্ৰেইনখনলৈ চাই পঠিয়ালে। আমি দুয়ো বন্ধুৰেও স্তব্ধ ভাবে চাই থাকিলো গাড়ীখন ষ্টেচন সম্পূৰ্ণ নেৰালৈকে। তাৰ পিছত মই প্ৰীতিলৈ চালো,অলপ হাঁহি সুধিলোঁ কেনে লাগিছে প্ৰীতি ?” তাই দীঘলীয়া উশাহ এটা টানি কোটৰ বুটামবোৰ এটা এটাকৈ মাৰি মোলৈ চাই অলপ হাঁহিলে। এবাৰ ভালকৈ চালে ক’ত নামিছে তাই। ইটাৰে বন্ধা ষ্টেচনঘৰটো ষ্টেচন মাষ্টাৰৰ সৰু কোৱাৰ্টাৰটোৰ লগালগি টিকেটৰুম। চাৰিওফালে খোলা বহুদিনৰ পুৰণি এখন চাইনবৰ্ডৰ পৰা যাক ওয়েটিং ৰুম বুলি জনা যায় আৰু গুমতি ঘৰটো। ইয়াকে লৈ আমাৰ ষ্টেচনখন আৰু এই অঞ্চলৰ কেৰাখনো গাঁৱৰ যাত্ৰীয়ে গাড়ীধৰা এইটোৱে ষ্টেচন। গুমটি ঘৰটোৰ উপৰ পূব ফালে ৰেল লাইনডালৰ এই ফালে বগা আখৰেৰে

লিখা ক'লা চাইনবোর্ডখন য'ৰ পৰা ষ্টেচনত গাড়ীখন ভালকৈ সোমোৱাৰ অলপ আগৰে পৰা নামটো পঢ়িব পাৰি।

কেইখনমান দোকান—গেলামাল, কাপোৰৰ, চাহৰ, এখন হাইস্কুল, এখন পাঠশালা, এটা পোষ্টাপিচ ইয়াকে লৈ আমাৰ ষ্টেচন খনৰ সভ্যতা, সাজ সজ্জা। হাইস্কুল খন এইবাৰ নতুনকৈ পাতিছে সক খেৰৰ ঘৰ এটাত। এই অঞ্চলৰ বিদ্যানুৰাগী লৰাবোৰ ইয়ালৈকে আহে পঢ়িবলৈ। শুনিছো ছোৱালীয়েও হেনো পঢ়িব পাৰে ইচ্ছা কৰিলে। কিন্তু দুবছৰ মান পিছুৱাই মই নাম লগালেহে হব আৰু ছাত্ৰবৃত্তি পাছ কৰা ছোৱালীও হয়তো বিচাৰি পাবলে টান হব। মই যে আজি বি. এ পৰীক্ষা দিবলৈ ওলাইছো তাৰ মূলতেতো ভিনদেউ। আমাৰ ওচৰৰে গাওঁ এখনৰ লৰা তেওঁ, পঢ়াত ভাল আছিল। বৃত্তিবোৰ আৰু বিদ্যানুৰাগৰ ফলত বি-এ টো পাছ কৰি গুৱাহাটীতে মাষ্টৰী এটা পালে। সি আজি বহুত দিনৰ কথা। বংশ গৌৰবত অলপ চহকী হিচাবে আমাৰ ঘৰখনত নাম আছিল। মোৰ বাইদেউ দেখাতো ভাল আছিল, ভিনদেউৰ লগত বিয়া হৈ গ'ল। মই তেতিয়া সৰু, সৰুৰে পৰা মাতকৈও বেচি বাইদেউক ভালপোৱা মোৰ কাৰণে অতি অসহ্য হৈছিল বাইদেউৰ লগত এই বিচ্ছেদ। বাইদেউৰো। সেয়ে বহুত বাধা আপত্তি ঠেলিও বাইদেৱে মোক লৈ আহিল নিজৰ লগলৈ ; তাৰ পিছত ইমানখিনি পঢ়াশুনা। অৱশ্যে ঘৰত সকলো অসন্তুষ্ট—ইমান ডাঙৰলৈকে ছোৱালী বিয়া নিদিয়াকৈ ৰাখিছে। কিন্তু মোৰ ভিনদেউ সঁচাকৈ বিদ্যানুৰাগী আছিল। পঢ়ৰত মোৰ আগ্ৰহ দেখি সকলো বাধাকে আওকাণ কৰি মোক পঢ়ালে। এবছৰ হ'ল হঠাৎ বাইদেউহঁত যোৰহাটলৈ বদলি হৈ যাব লগা হ'ল। আৰ্থিক কষ্ট সত্বেও ভিনদেৱে মোক হোষ্টেলতে থলে।

ষ্টেচন ঘৰটোৰ দুকাষৰ পৰাই আৰম্ভ হৈছিল খোলা পথাৰ। প্ৰীতিয়ে অসীম কৌতূহল লৈ চাৰিওফালে চাবলৈ ধৰিলে। "ব'ল উমা ঘৰ, পাওঁতে গধূলিয়ে হবগৈ," ললিতদাদাৰ কথাত চমক

ভাগিল আমাৰ; তাৰ পিছে পিছে নিঃশব্দে আগবাঢ়োঁ। সি মোৰ ডাঙৰ ছুটকেছটো আৰু গ্ৰামোফনটো লয়। লগত আন এজন মানুহ আনিছিল সি বেডিং আৰু ট্ৰাঙ্কটো লয়। আমাৰ হাতত থকা সৰুসুৰা বস্তুখিনি আমি নিজেই লওঁ।

ধূলিৰে ভৰা, এটাও শিল নথকা, দুকাষে দীঘল বিৰিণা নে কি গছেৰে ভৰা বাটটোৰে আমি চাৰিওটা প্ৰাণী আগবাঢ়োঁ। একেবাৰে আগত ললিতদাদাৰ লগত অহা মানুহজন, তাৰ পিছত ললিতদাদা, তাৰ পিছত প্ৰীতি আৰু শেষত মই। খেৰৰ স্কুল ঘৰটো এৰি যাওঁ। প্ৰীতিক দেখুৱাওঁ—ষ্টেচনৰ বৰ্ণনা দিওঁ তাই বোবা সপ্ৰশ্ন দৃষ্টি মেলি মোৰ কথা শুনি যায় এটাও কথা নকয়। আমাৰ দুয়োজনীৰ জোতা আৰু সিহঁতৰ সুদা ভৰিৰ ঘঁহনিত ফাগুমহীয়া শুকান বাটটোৰ ধুলিবোৰ উৰি থাকে। ফিৰফিৰিয়া বতাহ গাত লাগে আমাৰ। মাৰ যাবলৈ ধৰা ৰঙা বেলিটোৰ দুৰ্ব্বলপোহৰৰ কোমল ৰেখাবোৰ গাত লাগে আমাৰ। মনটো আপোনা আপুনি পাতল লাগি যায়—। "প্ৰীতি কেনে লাগিছে? ছুটেকেছটো গধুৰ পাইছনেকি?" "ওহো"—গাৱঁৰ মাটিত প্ৰথম ভৰি দিয়া প্ৰীতিয়ে মূৰ জোকাৰে—"ইমান ভাল লাগিছে যে সেইবোৰ মনকে কৰা নাই। সঁচায়ে ইমান ধুনীয়া মুকলি চাৰিওফালে মইতো এনেকৈ দেখাই নাছিলো। ট্ৰেইনেৰে যাওঁতে দুকাষে দেখা ধাননি পথাৰ, দূৰণিৰ বাঁহৰ জোপা আৰু হয়তো তাৰ আঁৰে আঁৰে দুই এটা খেৰৰ ঘৰ তাতেইতো গাৱঁৰ লগত মোৰ পৰিচয়ৰ সীমা। কিতাপত পঢ়িছিলো, গাঁৱৰ মানুহবোৰ হেনো খুব সৰল, মুকলিমূৰীয়া। তাৰ কাৰণ বুজিছো, এতিয়া এই উদাৰ পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ হবই লাগিব"—উচ্ছ্বসিত হৈ উঠে তাই। নতুন নতুন সৌন্দৰ্য্য আবিষ্কাৰৰ মোহত মুগ্ধ হয়। "চা চোন উমা, সৌ বাঁহজোপাৰ তলত ক'লা স্তব্ধ পানীৰ পুখুৰীটো কি যেন ৰহস্যৰে ভৰা নহয়? আয়ে দেহি সৌ মেটেকাৰ ফুলবোৰ ইমান ধুনীয়া লাগিছে। সৌখন বিল নহয় জানো?" মই তাইক কব নোৱাৰো বাঁহৰ জোপাৰ আঁৰত থকা স্থিৰ

পানীত কিমান মেলেৰীয়াৰ বীজ, ধুনীয়া মেটেকাই খেতিৰ কিমান অনিষ্ট কৰে। "যেতিয়া সেউজীয়া ধানেৰে ভৰি পৰে পথাৰবোৰ তেতিয়া কিজানি আৰু কিমান ধুনীয়া দেখাই নহয়? "ওঁ, তই ৰেয়া সময়ত আহিলি প্ৰীতি আৰু মুগ্ধ হব পাৰিলিহেঁতেন।"

প্ৰীতিৰ উচ্ছাসবোৰ, আগৰ মানুহজনৰ ভাবৰ কেঁা কেঁা শব্দবোৰ শুনি আমি পথাৰখনত নামি তাৰ পিছত গাওঁ এখনত সোমাওঁ।

ইমান সময় নিমাতে থকা ললিতদাদাই এইবোৰ মাত লগায়— "উমা তোৰ বন্ধু এই প্ৰথম গ ৱঁলৈ আহিছে নহয়? এইবাৰ আমি গাৱঁত সোমালো যি দেখাব লাগে তই দেখুৱাবি দেই।" অনুভব কৰো ললিতদাদাৰ লগত প্ৰীতিৰ পৰিচয়তো কৰি দিব লাগিল। আকৌ এবাৰ ভাবিছিলো কথাটো ষ্টেচনতে ট্ৰেইনৰ পৰা নামি ললিতাদাক দেখি তেতিয়াই প্ৰীতিক "এই আমাৰ ললিতদা, বৰ দেউতাৰ মাজু পুতেক" বুলি কব খুজিও হঠাৎ মুক হৈ গলো—বগা, লনী,—দামী খয়েৰী ৰঙৰ লংকোট গাত, সোণৰ দৰে উজ্বল ঘৰীটো এহাতত, ভৰিত চকচকীয়া হেঁউণ্ড— মাখন ৰঙৰ মেখেলা আৰু সেই ৰঙৰে চাদৰ লোৱা, উজ্বল প্ৰীতিজনীৰ লগত, ওখকৈ, কলা, বগা ৰঙৰ চাটিৰ আনবৰণ হৈ যোৱা চুটিকৈ ধুতি পিন্ধা, ভৰিত জুতা নথকা বালিত পোতগৈ বগা হোৱা, চুলিবোৰত তেল নপৰা ধুলিৰে ভৰা ললিতদাটোৰ লগত পৰিচয় কৰি দিয়া কথাটো সেই মুহূৰ্ত্তৰ কাৰণে খুব হাঁহি উঠা অবাস্তৱ যেন লগি গৈছিল।

"প্ৰীতি—ললিতদাক চিনি পোৱা নাই? কিয়, মোৰ বৰ দেউতাৰ মাজু লৰা"—"অ' হয়নেকি? মই জনা নাছিলো"—"এনথ্ৰপলজিৰ ছাত্ৰী প্ৰীতিৰ ললিতদাৰ প্ৰতি আগ্ৰহতকৈ বাটৰ দাঁতিত ৰকমজমককৈ ফুলি থকা গছ এজোপাৰ প্ৰতিহে দেখা পাওঁ। কিয় জানো আগে আগে ভলমুৰকৈ গৈ থকা প্ৰথম দেখিয়েই শ্ৰদ্ধা বিমুগ্ধ ভাবেৰে চাই থকা ললিতদাটোৰ প্ৰতি মৰম লাগি যায়। গ্ৰাম্যতা আৰু তাৰ উপসৰ্গ অশিক্ষাৰ কাৰণেই ডেকাএটাৰ যৌৱনটোৰ অকমান আওহেলা

হৈ গ'ল যেন। চহৰৰ কলেজীয়া ষ্টাইলিষ্ট লৰা এজন হ'লহেঁতেন যদি ললিতদা—প্ৰীতিয়ে নিশ্চয় ইয়াতকৈ আৰু অলপ বেচি মনোযোগ দেখুৱালেহেঁতেন। কিন্তু প্ৰীতিক দোষ দিব নোৱাৰো। মই নিজেও নিজৰ পৰা ইয়াতকৈ বেচি আশা কৰিব নোৱাৰো হয়তো।

চালত বগা কোমোৰা, উৰহি বগোৱা খেৰৰ ঘৰ কেইটাৰ বাহিৰে আন দেখুৱাব লগা বস্তু বিচাৰি নেপাইছিলো। কিন্তু প্ৰীতিৰ এনথ পলজিৰ মনে খোৰাক পালেই। "উমা, কি আচৰিত কাণ্ড তহঁতৰ এইফালে! মাইকী মানুহবোৰে মাত্ৰ বুকুত মেখেলাখন পিন্ধিয়ে থাকে নেকি?" মোৰ কাৰণে স্বাভাবিক কাৰণেই কথাটো মোৰ মনত খেলোৱা নাছিল। হয়তো, প্ৰীতিয়েতো এনে পোছাকেৰে মাইকী মানুহেই দেখা নাই। হঠাৎ মই সচেতন হৈ যাওঁ, মোৰ মায়েওতো ইয়াকে পিন্ধে! প্ৰীতিৰ কেনে লাগিব বাৰু; উপায়হীন লাজত ভাবো—পিছত প্ৰীতিয়ে নিজে দেখি, নাৰ্ভাচ হোৱাতকৈ ময়েই এতিয়াই জনাই থওঁ—"প্ৰীতি, মোৰ মায়েওতো এনে পোছাকেই পিন্ধে"—"কৰ কি? তই কিয় দিয়?"—যুক্তিহীন প্ৰশ্ন প্ৰীতি। তাতকৈ সোধ-মোক কিয় পঢ়িব দিছে, জোতা পিন্ধিব দিছে, কোট বিন্ধিব দিছে"—তাই মনে মনে থাকে। দুকাষে বাঁহৰ জোপা কেতিয়াবা শাৰী শাৰী জুপুৰী ঘৰবোৰ তাৰ মাজেৰে সৰু বাটটোৰে গৈ গৈ গধূলি ঘৰ পাওঁগৈ।

আমাৰ ঘৰৰ ভিতৰৰ চোতালত জাবৰ আৰু তুঁহ গুৰিৰ জুই একুৰাৰ কাষত বহি আছিল মোৰ মা' আৰু ঘৰৰ লৰাছোৱালীবোৰ; ভাইটিটোও বহি আছিল। বায়েকক অপেক্ষা কৰি কৰি হয়তো সি পঢ়িবলৈ যোৱেই নাই।

এখন হুলস্থুল লাগি পৰিল। তাৰ মাজতে মাৰ মৰমৰ কোমল মাতটো শুনিলো। "মই, আহিলিনে ভালে ভালে?" "ওঁ, মাই। এইয়া মোৰ বন্ধু প্ৰীতি, মাই—।" "আমাৰ দুখীয়া গাৱঁৰ দুখীয়া মানুহৰ ঘৰলৈ কিয় আহিলা মাই, বৰ কষ্ট পাবা" নায়ে চেনেহ সনা

মাতেৰে প্ৰীতিৰ মূৰত হাত বুলাই কয়। জুইৰ পোহৰত অলপ অলপ উজ্জ্বল হৈ মাকে চাই আছিল তাই—। গাত এখন চাদৰ উৰি-লোৱা মাৰ বুকুত পিন্ধা মেখেলাখন সেই সময়ত দেখা নাপালে তাই—। "নাই মাহী দেউ, সেইবোৰ কষ্ট একো নহয়। মোৰ খুব ভালহে লাগিছে—।"

হঠাতে আৰু এটা কথা মনত পৰে—উজনি অসমৰ ছোৱালী প্ৰীতি, আমাৰ গাওঁ নামনি অসমত। ভাষাৰ বহুতখিনি পাৰ্থক্য আছে, তাৰোপৰি খাঁটিৰ গাৱঁৰ মাত কথা বুজিবলৈ তাইৰ অলপ টানেই হ'ব। মই তাইক কলো—তাই আমোদৰ আৰু এটা পথ পালে। "অ, উমা তয়ো এই ভাষাই কবি নহয়—বাঃ কি মজা।" তাই কৌতুকত হাঁহি উঠে।

লৰা-ছোৱালীবোৰে প্ৰীতিৰ ফালে নিমিষ নপৰাকৈ চাই আছিল। মোকো সিহঁতে দেখিছে অৱশ্যে এই বেশতেই—কিন্তু প্ৰীতিৰ কোটটো নতুন সিহঁতৰ কাৰণে, নতুন তাইৰ উজনি ভাষাৰ কথাবোৰ। মোৰ মুখত তেনে ভাষা-গাত কোট দেখা নাছিল সিহঁতে আৰু এনেয়েওতো নতুন ছোৱালী এজনী। তধা লাগি চাই থাকে—সিহঁতে, ৰ লাগি শুনি থাকে কোনো দিনে নুশুনা নতুন ভাষাৰ কথাবোৰ। মোৰ মৰম লাগে সিহঁতলৈ—লেতেৰা গামোচা একোখন ধুতিৰ দৰে পিন্ধা লৰাবোৰ। ছোৱালীবোৰৰ একোখন চুটি মেখেলা—কাৰো গাত চোলা কাৰো গাত চাদৰ। আটাইবোৰ বৰ দেউতাৰ লৰা-ছোৱালী—মোৰ ভাই ভনী। "কি অ,-দুৰ্পতি শুই আছিল নেকি?" একাষত কেতিয়াবা আহি থিয় হৈ থকা দ্ৰৌপদীজনীক সোধো—তাই বৰদেউতাৰ সুমলীয়া জীয়েক। আমাৰ এইকালৰ গাওঁবোৰত নামবোৰৰ সাধাৰণতে এইদৰে বিকৃতি হৈ যায়; তাইৰ-নামো সেইদৰে সকলোৰে মুখত দুৰ্পতি। দ্ৰৌপদীতো বাৰু উচ্চাৰণ কৰিবলৈ টানেই কিন্তু যাৰ নাম হেম তাকো বিকৃত কৰি কোৱা হয় হেমা—।

দুৰ্পতিয়ে একো উত্তৰ নিদি লাজকুৰীয়া হাঁহি মাৰে। এইবাৰ

হাতত চাকি এটা লৈ বৌজনী ওলাই আহে। ববদেউতাৰ ডাঙৰ লৰা অভয়দাৰ ঘৈণীয়েক, এবছৰ হ'ল বিয়া কৰোৱা—বয়সত বেছি ডাঙৰ নহয়; মোতকৈ সৰুবেই হ'ব। অলপ হাঁহি সুধিলে—"আহিলা উমা? আমাৰ ইহঁতৰ গাত ততেই নাই —অথনিৰে পৰা খাপ পাতি বৈ আছে ইয়াতে" চাকিটো ডাঙি অলপ চায় প্ৰীতিক বৌৱে যেন প্ৰীতিক মাতিব খোজে। কিন্তু লাজতে মনে মনে থাকে হয়তো। মই প্ৰীতিক চিনাই দিও—বৌক। প্ৰীতিয়ে সস্মিত ভাবে চায়—বৌৱেও প্ৰত্যুত্তৰৰ লাজকুৰীয়া হাঁহি মাৰে। "হেৰা সৰু-খুৰীয়েক, তুমি ছোৱালী দুজনীক বাহিৰতে থিয় কৰাই ৰাখিবা নেকি? বাছাহঁত ইমানদূৰ ভাগৰে জোগৰে আহিছে; কত পানীছনি এটোপা খুৱবা কষ্টহে দিব ধৰিছা।" পাকঘৰৰ পৰা বকি বকি তাতবন্ধা ক'লা মেখেলাখন পিন্ধি ডাঙৰ মাই পলাই আহিল, "ভালে আছা ডাঙৰ মাই"? মই হাঁহি মুখেৰে তেওঁৰ ফালে চাওঁ। "আছো বাছা একৰকম।" ওচৰলৈ আহি তেওঁ প্ৰীতিৰ মূৰত হাতফুৰাই কয়—"এইজনীয়ে তোৰ বন্ধু নহয়নে? আমাৰ দুখীয়া ঘৰত কি খুৱাম আই, চহৰত থকা ছোৱালী, কষ্ট পাবা"—"নাই ডাঙৰমা-আপোনালোকৰ ইমান মৰমৰ ভাবনাৰ জ্বালাতহে কষ্ট পাব লাগিব দেখিছো।" "ও, তহঁত ভিতৰলৈ ব'ল উমা"মায়ে মাতি লৈ যায় আমাক।

ঘৰত সোমোৱা দুৱাৰখনৰ সমুখতে পৰ্দাৰ সলনি আঁৰবেৰ দিয়া চোতালৰ পূব ফালে থকা আমাৰ সৰু ঘৰটোত সোমাওঁ। দুটা ৰুম। এটাত মা আৰু ভাইটি থাকে—আনটোন মাৰ সা-সম্পত্তি আছিল—এতিয়া আমাৰ কাৰণেই হয়তো যথাসাধ্য মালপত্ৰবোৰ আঁতৰাই থৈছে।

হাতৰ বস্তুখিনি এচুকে মাটিতে থৈ জোতাযোৰ খুলি বাগৰি পৰো মাৰ বিচনাতে। "আহ প্ৰীতি"—তাই একো নামাতি নিশব্দে এট্যাচি কেছটো খোলে—ভিতৰৰ পৰা লজেঞ্চ বিস্কুট কিছুমান উলিয়াই

সয়—তাৰ পিচত দুৱাৰমুখত জুম পাতি থকা লৰা-ছোৱালীবোৰক ভগাই দিয়ে। মই সেইফালে চাই হাঁহো—প্ৰীতিজনীৰ দেখিছো বিবেচনা খুব।

"তোৰ ভাইটি ক'ত উমা?" আৰু কিছুমান লজেঞ্চ বিস্কুট উলিয়াই লৈ সোধে তাই মোৰ একমাত্ৰ ভাইটি অবনি তেতিয়া চুচুক চামাককৈ মোৰ ওচৰত বহিছিলহি। সি চাৰ্ট আৰু পেণ্ট পিন্ধে। "এইজনেই মোৰ সহোদৰ"—হাঁহি তাৰ পিঠিত হাত থওঁ। "খোৱা ভাইটি—কি নাম তোমাৰ?" লাজতে তলমূৰকৈ কোনোৰকমে হাতখন মেলি আধাফুটা মাতেৰে কয় "শ্ৰীঅবনীচন্দ্ৰ চৌধুৰী।" বেয়ালাগি যায় মোৰ ইমান লাজুক। প্ৰীতিৰ ভায়েকক সেইবাৰ দেখিছিলো। আমাৰ ইয়াৰ সমনীয়াই হব হয়তো। কিন্তু কিমান প্ৰভেদ। ধুনীয়া, খুব স্মাৰ্ট লৰাটোৰ ছবি ভাঁহি উঠে। আপোনা-আপুনি তুলনা আহি পৰে।

"আগে চাহ খাই লৈ ভৰি হাত ধুবি নেকি উমা?" "ওঁ, মা, চাহেই খাওঁ দিয়া আগে।" এটা কাপৰ ধৰা নলীডাল ভঙা, এটা যেনিবা অক্ষত, দুকাপ চাহলৈ বৌ সোমাই আহে। ভাল কাপটো প্ৰীতিক দি মই ইটো নিজে লওঁ। প্ৰীতিয়ে চাহৰ কাপ মুখত তুলি মোৰ ওচৰত বহেহি। যাক্-চাহটোপা সিমান বেয়া হোৱা নাই, হোষ্টেলত খোৱাৰ তুলনাত বহুত ভালেই। মায়ে দুখন প্লেটত গুৰ, নাৰিকলৰ লাৰু আৰু তিলপিঠা লৈ সোমাই আহে। চাহত যেনিবা চেনি দিয়া আছিল। ষ্টেচনৰ দোকানৰ পৰা মায়ে বোধহয় ললিতদাৰ হতুৱাই অনাইছিল। দুয়ো অলপ অলপ খাওঁ।

ভৰি হাত ধুব লাগে। কাপোৰ কানি সলাবলৈ যাওঁ দুয়ো। পিছে পিছে লৰা-ছোৱালীবোৰো আহে। এইটো আৰু এটা অসুবিধা গাঁৱত। যিখন ঘৰত নতুন কিবা এটা দেখে তাতেই দিনৰাতি ভৰি থাকেহি। ইহঁতো মোৰেই ভাইভনী। কালিৰ পৰা জুম বান্ধিব ওচৰৰ লৰা-ছোৱালী, জীয়ৰী বোৱাৰী। চহৰৰ ভদ্ৰতাতো নাই

ইয়াত। যিকোনো সময়তে যিকোনো পোছাকেৰে ওচৰ চুবুৰীয়াৰ ঘৰলৈ যোৱাৰ অবাধ ভদ্ৰতাহীনতাৰ মুক্তিখিনি খুব বেচিকৈয়ে আছে ইয়াত। ইয়ালৈ অহা বেচি ভাগ সময়েই এইদৰে পৰিবেষ্টিত হৈ থাকে। কি পঢ়াশুনা কৰি থকা সময়ত, কি আন কামত ব্যস্ত হোৱা সময়ত।

প্ৰীতিৰ অসুবিধা বুজো। জানো ডাঙৰ মাইৰ অসন্তুষ্টি, তথাপিও সিহঁতক বিদায় কৰো।

বোৱে এবাল্টি পানী আৰু ঘটীটো চোতালৰ এফালে থকা কাঠৰ পাত এচটাৰ ওচৰত থয়। আমি দুয়ো কাপোৰ সলাই চেণ্ডেল হাতত লৈ ধুলিৰে ভৰা ভৰিত পানী ঢালো। বোৱে চাকিটো হাতত লৈ গাৰ চাদৰখন ভালকৈ মেৰিয়াই বৈ থাকে আমাৰ ওচৰতে। "ফুল শ্লিভ" ব্লাউজটোৰ হাতখনত কোঁচাই টাৱেলেৰে ভৰিখন মছি মছি প্ৰীতিয়ে বৌক সোধে—"আপোনাৰ ঠাণ্ডা লগা নাই বৌ? আমাৰ হলে বৰ ঠাণ্ডা লাগিছে। গুৱাহাটীতকৈ ইয়াত ঠাণ্ডা। গৰম কাপোৰ নলয় কিয়?" প্ৰশ্নটো কৰি উঠি প্ৰীতি যেন অলপ অপ্ৰস্তুত হৈ যায়। বৌৱে অলপ হাঁহি চাদৰখন আৰু অলপ টানি লয়। ময়ো অলপ হাঁহি কওঁ "কপাহৰ সুতা কাটি ঘৰত বোৱা চাদৰেই আমাৰ ইয়াত গৰম কাপোৰ, প্ৰীতি, পিন্ধিবলৈয়ে যাৰ কাপোৰ নোজোটে— গৰম দামী কাপোৰ কিনি বিলাস কৰাৰ সামৰ্থ্য নাই তাৰ। আৰু এওঁতো বোৱাৰী মানুহ। অনবৰত কামতেই ব্যস্ত থাকে। গৰম কাপোৰৰ প্ৰয়োজনেই নহয়।" প্ৰীতিয়ে আৰু একো নেমাতি নিঃশব্দে ঘৰত সোমায়গৈ। চাকিৰ পোহৰ আমাক অলপ দূৰ দেখুৱাই বৌ গুছি যায় পাকঘৰলৈ। মাছ এগাল কাটিবলৈ আছে বোলে।

"প্ৰীতি, ভাত হোৱাত অলপ আছে। তই বিছনাত বাগৰি লৈ। মই ডাঙৰ মাইহঁতৰ ওচৰৰ পৰা আহো"—তাই মূৰ দুপিয়াই ললিতদাই বেডিং খুলি দিয়াৰ পিছত মায়ে সযত্নে পাৰি দিয়া বিছনাত পাত লেপখন টানি লৈ বাগৰি পৰে।

—"ডাঙৰমাই"—মই পাকঘৰত সোমাওঁ। চেণ্ডেলযোৰ বাহিৰতে থওঁ। "সৌ পীৰাখনকে টানি লৈ বহ উমা"—মাছ কেইডোখৰ ভাজি থকাৰ পৰা ডাঙৰ মায়ে মাত লগায়। তেলৰ অভাব বোধহয়। ভজা মাছৰ লোভনীয় গোন্ধটো নেপাওঁ। "কি বান্ধিছা ডাঙৰ মাই ?" "এ মাই কিনো ৰান্ধিম। তইঁত দুজনীলৈ এই মাছ দুডোখৰকে ভাজি থবলৈ খুজিলো; জানই তেলৰ কিমান অভাব। তইতো ঘৰৰে ছোৱালী শাকে পাতে আমাৰ লগত এমুঠি খাব পাৰিবি। তেওঁক কিটো খুৱাওঁ,মাৰে যেনিবা ললিতৰ হতুৱাই ষ্টেশ্যনৰ পৰা দুটা আলু ডাইল অনাই থৈছিল। কিয়নো আনিলি তেওঁ বৰ কষ্ট পাব।"

"হব দিয়া তাইক আগতেই কৈ আনিছো এইবোৰ অসুবিধাৰ কথা' অ' ডাঙৰ মাই, খাবনিৰ আঞ্জা বান্ধিছাতো ? কিমানদিন যে খোৱা নাই।"

তাৰ পিছত বান্ধি বান্ধি এঘন্টামান গল্প কৰে ডাঙৰ মায়ে। প্ৰীতিৰ কথাবোৰ সোধে, কি জাত, কি পঢ়ে, দেউতাকে কি কৰে কত থাকে, তাইৰ বিয়াৰ কিবা ঠিক হৈছে নে নাই, ইত্যাদি। বিয়াৰ কথাত মই হাঁহি কও "নাই ডাঙৰমাই, তাইৰ এতিয়াই বিয়া নহয়' ডাঙৰ মানুহৰ ছোৱালী, পঢ়া শুনাত ভাল, ইয়াৰ পঢ়া শেষ কৰি আমেৰিকালৈ আৰু বেচি পঢ়িবলৈ যাব।" "আমেৰিকা আৰু কি ?" হাতত হেতাখনৰে ভাতখিনি লৰাব পাহৰি আচৰিত হৈ চাই থাকে ডাঙৰ মায়ে! চাকিৰ পোহৰত এচুকত মাছ কাটি থকাবোৰ ডাঙৰ চকু দুটাও দেখো ওৰনিৰ তলত সপ্ৰশ্ন দৃষ্টিত নিশ্চল হৈ গৈছে—অলপ হাঁহি উত্তৰ দিওঁ, "সাত সাগৰৰ সিপাৰৰ দেশ ডাঙৰ মাই, খুব বগা মানুহবোৰ থাকে তাত"—"তোমাৰবন্ধুৰ সমান বগানে উমা?" হঠাতে প্ৰশ্ন কৰি পেলাই বোৱে। প্ৰীতিৰ ৰং খুব সুন্দৰ তাৰোপৰি প্ৰসাধনৰ জৌলুসত আৰু বেচি উজ্জ্বল। মোৰ হাঁহিউঠে,"তাতকৈও বহুত বেচি বগা, বৌ। চুলিবোৰ বগা। আমাৰ ইয়াৰ লৰাছোৱালীবোৰতকৈও বেচি বগা। মতা মানুহবোৰে তিনদেউৰ দৰে ঠেঙা পিন্ধে।

মাইকীবোৰে চোলা পিন্ধে মই যে আগতে পিন্ধিছিলো তেনে চোলা”—
“কোৱা কি! ডাঙৰ ছোৱালী বোৰেও নে?”—“ওঁ, ডাঙৰ ছোৱালী
কি, তিৰোতায়ো, বুঢ়ীয়েও। আৰু এটা আচৰিত কথা তাৰ ছোৱালী-
বোৰে নিজে দৰা পছন্দ কৰি বিয়া কৰায়”—বিস্ময়ত বোৰ চকু ডাঙৰ
হৈ যায়। ডাঙৰ মায়ে মুমাই যাবলৈ খোজা জুইকুৰা চাবলৈ পাহৰি
মগ্ন হৈ শুনি থাকে। মই অলপ আমোদ, অলপ বেদনাত এই অজ্ঞান
আন্ধাৰত ডুবি থকা দুটি প্ৰাণীক কৈ যাওঁ আমেৰিকাৰ মানুহৰ জীৱন
প্ৰণালী, চাল চলন। দুয়ো শাহু বোৱাৰীয়ে নিমাত বিস্ময়ত শুনি যায়
ৰূপকথা শুনাৰ দৰে চকুত আবিশ্বাসৰ দৃষ্টি লৈ।

পাহৰিয়েই গৈছিলো-সোধো, ডাঙৰ দাদা, বৰ দেউতাইঁত কলৈ গৈছে।
ডাঙৰ মায়ে ভকত সেৱালৈ যোৱা বুলি কলে। “তোৰ ভাগ্য ভাল উমা,
ভকত সেৱাৰ লাডু খাবলৈ ভাল পাৱ নহয়?” ডাঙৰ মায়ে সোধে মোৰ
পঢ়া শেষ হবলৈ আৰু কিমান দিন আছে, বৰ দেউতাৰ হেনো ইচ্ছা এই
বছৰতে বিয়াটো হব লাগে মোৰ। লৰা এটা হেনো পাইছে যোৱা বছৰ
বি-এ পাচ কৰি কি জানো চাকৰিতো সোমাইছে “সোনকালে পঢ়াশেষ
কৰি আহ, তোৰ মাৰজনীয়েও আশাপালি আছে সোনকালে বিয়াখন
চাবলৈ আৰু মানুহৰে বা কিমান কথা শুনিম। তাতে লৰাটো পাইছো
ভাল।” ভাল! হাঁহি উঠে মোৰ কেনেকৈ বুজাম ডাঙৰ মাইক, তেওঁ-
লোকৰ ভালৰ মানদণ্ড আমাৰ লগত নিমিলাইযে সম্ভৱ বেচি; কেনেকৈ
বুজাম চিৰজীৱনৰ সাঙ্গী যাক কৰিব লাগিব সেইজন যে মোৰ নিজৰ
ৰুচি আৰু পছন্দৰ যোগ্যতাত হে বাচিব লাগিব। কিন্তু সেইবোৰ একো
নকওঁ সংক্ষেপে কৈ থওঁ “হব দিয়া চোন কিবা এটা বাৰু। এই বছৰ
পৰীক্ষাটো দি আহিবলৈ দিয়া আগে।”

অলপ পিছত আমাৰ ৰুমলৈ গুছি আহো। প্ৰীতিৰ ওঁচৰতে বহি
মায়ে গল্প কৰি আছে আৰু চাৰিওফালে লৰাছোৱালীবোৰ।

“কি প্ৰীতি, অসুবিধা হোৱা নাই বুজিবলৈ!” “নাই, মাহী দেৱে
দেখোন ভালকৈ বুজি পায় আমাৰ ভাষা। ময়ো বেচ পাৰিছো ধৰিব”
“ও’ মা বাইদেউৰ লগত বহুত দিন চহৰত আছিল নহয়।”

বৌৱে ভাত খাবলৈ মাতে ! বৌৰ চাকিৰ পোহৰত তুয়ো পাক ঘৰত সোমাওঁগৈ। আহু চাউলৰ মোটা ভাতকে সদায় ৰান্ধে গাঁৱৰ ফালে। আমাৰ কাৰণে বোধহয় বিশেষকৈ লাহি চাউল ৰান্ধিছে। কাঁহী খন আৰু অলপ ওচৰলৈ লৈ প্ৰীতিয়ে আপত্তি কৰে "বহুত ভাত দিছে, ডাঙৰ মাই।"

"এ বাছা, ইমান দূৰ ভোকে ভাগৰে আহিছা, সেই দুটা ভাতকে খাব নোৱাৰানে ?" "ইমানবোৰ ভাতকে দুটা ভাত কয় আপুনি ? সঁচাই, ইমানবোৰ ভাত খোৱা অসম্ভব কেইটামান লৈ যাওক ডাঙৰ মা" অগত্যা ডাঙৰ মায়ে "তহঁতৰ চহৰৰ ছোৱালী বোৰে যে কি খাই থাকে, ইমান পঢ়া শুনা কৰ," ইত্যাদি আক্ষেপৰ মাজত ভাত লৈ যায়হি। খোৱাৰ মাজত একোবাৰ প্ৰীতিলৈ চাওঁ খাব পাৰিছেনে নাই। ডাঙৰ মাইৰ যথাসাধ্য চেষ্টাতো আমাবোৰ হোষ্টেলত খোৱাতকৈও বেয়া হৈছিল। বস্তুৰ অভাব, তেল কম, মছলা নাই, তাতে আৰু ইমানবে'ৰ মানুহৰ ভাত।

বৌৰ সেই নিজস্ব প'জ—এহাতে চাকিটো লৈ ওৰণীখন বহুতখিনি টানি বটা এখনত তামোল লৈ আমালৈ বাট চাই আছিল দুৱাৰ মুখতে। তেওঁৰ ফালে চাই হাঁহি প্ৰীতিয়ে হাত পাতে "দিয়ক, কিন্তু চুণ নিদিব দেই"—বৌৱেও সঙ্কুচিত হৈ অলপ হাঁহি এখিলা পাণৰ পৰা চুণখিনি আঙুলিৰে লৈ ওচৰৰ চুণ নথকা সাঁচৰ বেৰখনত মছি, যত আৰু তেনে বহুত মছা চুণৰ দাগ, প্ৰীতিৰ ফালে আগবঢ়াই দিয়ে। কামকৰি খহটা হৈ যোৱা হাতখন যেন অলপ চেষ্টা কৰিয়েই কোমল প্ৰীতিৰ ধুনীয়া হাত খন চুই দিয়ে।

"বৌ আমি শোওঁগৈ দেই আপুনি কেতিয়া খাব ?"—"যেতিয়া খাব আমি এঘুমতি মাৰি সাৰ পাম ব'ল। আজি আমিয়েই প্ৰথম ভাত খালো। ঘৰতো আৰু কোনেও খোৱাই নাই। ইয়াৰ পিছত সৰুছোৱালীবোৰ তাৰ পিছত পুৰুষৰ দল তাৰ পিছত মা বৌহঁত। আৰু এদলে খোৱাৰ interval ৰ লগে লগে বৌৰ কাঁহী বাটিবোৰ ধুই জনাৰ

ভাৰখিনিতো আছেই”—তাইক হাতত ধৰি টানি আনো। তাই হাতৰ ঘৰীটোত ১০॥ টা বজা চাই করুণ ভাবে বৌলৈ চাই হাঁহে—বৌৱে হাঁহি চাকিটো লৈ আমাক বাট দেখুৱাই আনে। প্ৰীতিয়ে কয়—‘Lady With the Lamp’ মুবুজাকৈয়ে হাঁহে বৌৱে। খুব হাঁহে দেখিছো এই বৌজনীয়ে। বকিলেও হাঁহি, কথা শুনিলে হাঁহি সকলোতে কেৱল হাঁহিয়েই থাকে।

মায়ে আমি শোৱাৰ পিছত পাকঘৰলৈ গুছি গল। মাৰ পিছে পিছে ভাইটিও যায়। দুয়ো লেপৰ তলত সোমাওঁ। দিনটো পৰিশ্ৰমৰ পিছত লেপৰ তলৰ আৰাম আৰু প্ৰীতিৰ তপ্ত সান্নিধ্যই তৃপ্ত কৰি তোলে নিজান গাঁওখনৰ নিবিড়, নীৰবতাৰ মাজত বাঁহত ঠেকা লাগি লাগি উঠা সোঁসোৰনি শুনি শুনি মোৰ সীমাহীন ভাবনাৰ ৰাজ্যত ডুবি যাওঁ। পৰিশ্ৰম বেচি হলে মোৰ সোনকালে টোপনি নাহে। নতুন আবেষ্টনীত প্ৰীতিৰো টোপনি নাহে হয়তো। কেবাবাৰো বাগৰ সলায়। কিছু সময় চুপচাপ থকাৰ পিছত তাইৰফালে ঘুৰি কোমল হাত দুখন আলফুলকৈ মোৰ হাতৰ মাজত সুমাই লৈ সোধো “কি ভাবিছা প্ৰীতি—?” —তাইৰ দীঘল উশাহ এটা শুনো। মোৰ আৰু অলপ ওচৰ চাপি আহে—“বাৰু বৌৰ গিৰিয়েকজন কেনেকুৱা ?” প্ৰশ্নটোৰ আকস্মিকতাত প্ৰথমে উত্তৰ দিব নোৱাৰো। তাৰ পিছত আস্তে আস্তে হাত দুখন আৰু মৰমেৰে ওচৰলৈ আনি কওঁ “হঠাৎ যে এই অদ্ভুত প্ৰশ্ন প্ৰীতি ? ওঁ, হাঁহি ভৰা মুখখনৰে বৌ জনীক দেখিলে কঠোৰ গাৱঁলীয়া খেতিয়ক এজনক তেওঁৰ গিৰিয়েক হিচাবে কল্পনা কৰিবলৈ টান লাগে নহয় ? কিন্তু দুৰ্ভাগ্যক্ৰমে পৃথিবীত ৰসহীন গন্তই বেছি। আমাৰ বৌজনীৰ গিৰিয়েকো এজন সাধাৰণ খেতিয়কৰ বাহিৰে একো ৰোমাণ্টিক নহয়”—প্ৰীতিয়ে আৰু একো নেমাতে। ভাববোৰৰ মাজতে টোপনি আহে।

লোহাৰ সলনি য’ত বাহৰ চিক লগোৱা, কমটোৰ এখন মাত্ৰ সৰু খিৰিকিৰ ফাঁকেদি অহা পুৱাৰ কোমল ৰ’দ এফালি চকুত পৰেহি। সাৰ পাই যাওঁ। চকু মেলি আমাৰ পুৰণিকলীয়া পেৰাটোলৈ চকুত পৰে মনত

পৰি যায় হোষ্টেলত নাই আৰু আমি। মনত পৰে প্ৰীতি আহিছে মোৰ লগত। লৰালৰিকৈ তাইলৈ চাওঁ, অকাতৰে শুই আছে। বাহিৰত কথা বতৰা, লৰাছোৱালীবোৰৰ চিঞৰ বাখৰ শুনো। বহুত দেৰী হৈছে, উঠিবই লাগিল। অনিচ্ছা সত্ত্বেও লেপখন আঁতৰাই চকুমুখ মোহাৰি উঠি বহো। বৌৱে বাঢ়নিডাল লৈ সোমাই আহে —"উঠিলা উমা ? মই আৰু এবাৰ আহিছিলো। তোমালোক দুয়ো শুয়েই আছা তেতিয়াও।" চিৰলগৰী হাঁহিটোৰে কথা কয় বৌৱে। এঙামুৰি দি কওঁ "পুৱাই তোমাৰ বাঢ়নীৰে সশৰীৰে আবিৰ্ভাব ! বৌ আজি মোৰ গোটেই দিনটো বেয়াকৈ যাব যেন পাইছো –।" আকৌ সেই হাঁহি। আঠুৱা খন তুলি দিয়ে। কিছু সময় একেথৰে চাই থাকে প্ৰীতিলৈ—দিনৰ পোহৰত প্ৰীতিৰ ৰং আৰু বেচি উজ্জ্বল হৈ উঠিছে। আপোনা আপুনিয়েই মোৰ চকু বৌলৈ যায় বহুতদিন তেল নপৰা শুকান চুলি কেইডালমান লেতেৰা চাদৰ খনৰ ওৰণীৰ ফাঁকেৰে ওলাই আছে। গাত এটা ছাৰ্টৰ কাপোৰৰ তাহানিৰ ষ্টাইলৰে ব্লাউজ। হাতৰ সিয়নি স্পষ্টকৈ ওলাই থকা, ৰঙা ফুলৰ পাৰিৰে আমাতকৈ বহুত ওখকৈ পিন্ধা মেখেলাখন। হাতত ৰূপৰ দুপাত খুব মোটা বালা ; ডিঙিত নকল মুক্তাৰ মণিৰে সোণৰ অকণমান দুগছুগি এটা। নাই, প্ৰীতিৰ লগত ক'তো অলপো মিল নাই। বৌৰ ৰং হেনো বগা কিন্তু প্ৰীতিৰ আগত মই আৰু বগা বুলিব নোৱাৰো।

—'তেওঁক নামাতা কিয় ? বহুত বেলা হ'ল। ৰ'দ উঠি আহিছে, চাহ কৰি থৈছো কেতিয়াবাই। তোমালোকৰ ঘৰটোও সাৰো দিয়া। ঠেলি ঠেলি জগাওঁ প্ৰীতিক।" বিৰক্তিৰে টোপনীৰ আবেশ লগা চকু দুটা মেলে তাই চকুদুটা মোহাৰি চাৰিওফালে চাই নতুন পৰিবেশটোৰ লগত যেন কিছু সময় খাপ খুৱাই লয়। হাস্যময়ী বৌলৈ চকু পৰাত অলপ হাঁহে তাইও—"বৌ নহয়নে ?"—"মনত আছে—?" সহজ ভাবেই কয় বৌৱে—। কালি সকলো সময়তে প্ৰীতিৰ ওচৰত লাজ কৰি থকা বৌক কওঁ—"বাঃ খুব সুন্দৰকৈ প্ৰীতিৰ লগত কথা কৈছা। বৌ মুখ ধুবৰ পানী আনি দিবা নেকি—নে প্ৰীতি পুখুৰী ঘাটলৈকে যাবি অ' ?"

"পুখুৰীলৈকে ব'ল"—উৎসাহিত হৈ উঠে তাই। হাতত টাৱেল আৰু পেষ্ট লগাই ব্ৰাছ লৈ মৰো ওলাই যাওঁ। প্ৰীতিয়ে ভৰিত চেণ্ডেলযোৰ সুমাই লয়—মই সুদা ভৰিৰেই থাকো।

আমাৰ ঘৰবোৰৰ পিচফালে বহুদূৰলকে বাৰীখন নাৰিকল, তামোল, আম, কঠাল আদিৰে ভৰা। একাষত খেৰৰ "পুজি" এটা মন্দিৰৰ আকৃতিৰে নতুনকৈ কটা ধানৰ খেৰবোৰেৰে, বহুত ওপৰলৈ মূৰ তুলি আছে। বাৰীখনৰ সীমাৰ লগে লগে বাঁহৰ জোপবোৰ। ঘন গছৰ ফাঁক-বোৰৰ মাজেদি অলপ অলপ ৰদৰ জিলিঙনি সোমাইছে। প্ৰীতিৰ কথা কি কম, অভ্যস্তহৈও বাৰীৰ এই ৰূপটো মোৰেই বৰ ভাল লাগে। স্তব্ধ সৌম্য প্ৰশান্ত ৰূপ। দীঘল দীঘল গছবোৰ দুদাঁতিৰ মাজত সৰু ঠেক বাটটো সেই পুখুৰী ঘাটটোলৈকে পোণ ভাবে গৈছে। কি সুন্দৰ মৌন শান্তি এটা বিৰাজ কৰিছে যেন। এই ঠেক বাটেদি গৈ থাকিবলৈ মোৰ বৰ ভাল লাগে। প্ৰীতিতো আত্মহাৰা—"উমা ইমান ডাঙৰ, ইমান ধুনীয়া বাৰীখন তহঁতৰে নিজা? সঁচাই—? মঠৰ দৰে খেৰৰ সেইটোযে দ'ম, কি কি হব তাৰে?" "অ' সেইটো খেৰৰ পুজি—মাজতে এডাল বাঁহ পুতি তেনেকৈ সজাই থয় খেৰবোৰ—গোটেই বছৰটো যাতে ভালকৈ থাকে। গৰুবোৰক খুৱাবলৈ লাগে নহয়। মোৰ লৰালিৰ বহুত ছবি ভাঁহি উঠে জান প্ৰীতি, এই পুজিটো যেতিয়াই দেখো। ইয়াৰ খেৰবোৰৰ মাজত সোমাই সৰুতে ললিতদাহঁতৰ লগত কিমান যে লুকাভাকু খেলিছিলো!"

"বাৰু অকমান পাতেৰে সেইবোৰ কি ঘাঁহ—ৰঙা ৰঙা গুটি লাগি আছে যে?"—"অ' বন কমলাৰ গছ? সেই ৰঙা গুটিবোৰৰ নাম বন কমলা—আমি সৰুতে খুব খাইছিলো"—"বন কমলা? বাঃ বৰ ধুনীয়া নামতো!"—তেতিয়াই তাই ছিঙি আনে কেইটামান, মুখ নোধো-ৱাকৈয়ে মুখত সুমায়।

হুকাযে বাঁহৰ ছাঁ পৰা পুখুৰীটো দেখি আৰু উচ্ছসিত হৈ উঠে তাই —"আয়ে দেহি ইমান সুন্দৰ পুখুৰীটো, তহঁতৰে? মই যেন ইয়াৰ পাৰত বহি থাকিম! আমাৰ দীঘলী পুখুৰীটো বা আন পুখুৰীওতো দেখিছো;

কিন্তু তাৰ নিজস্ব ৰূপটো যেন প্ৰসাধনে ঢাকি থোৱাৰ নিচিনা। কিন্তু ইয়াৰ সৌন্দৰ্য্য কিমান প্ৰাকৃত, স্পষ্ট।" নতুন ঠাইৰ নতুন সৌন্দৰ্য্যবোৰ আবিষ্কাৰ কৰি থাকে—মোক নানা ৰকম প্ৰশ্ন সুধি অস্থিৰ কৰি তোলে। এইডাল কি গছ, এইডাল কি লতা, সৌ বাঁহৰ জোপাবোৰ কাৰ—কত কি!

কাষত এটা কলহ আৰু হাতত এটা বাল্টি লৈ বৌ পুখুৰীৰ ঘাটলৈ আহে। মুখ ধোৱা হোৱাৰ পিচতো প্ৰীতি ৰৈ থাকে বৌলৈ। "এই ভৰা কলহটো আৰু বাল্টিটো অকলে নিব পাৰিব নো বৌ?" আচৰিত হৈ চাই সোধে প্ৰীতিয়ে। হাঁহিৰে মূৰ দুপিয়াই পানী ভৰোৱাৰ পিছত কাষত কলহটো তুলি লয় বৌৱে।

"বল প্ৰীতি, এইবাৰহে তোৰ এনথ্ৰপলজিৰ খোৰাক পাবি।"

চোতালত ইতিমধ্যে ভীড় আৰম্ভ হৈছে—চহৰৰ পৰা অহা কোট-পিন্ধা ছোৱালী জনীক চোৱাৰ অসীম কৌতূহল সকলোৰে। প্ৰতাপশালিনী ডাঙৰ মায়ে যেনিবা আমাক জনতাৰ মাজৰ পৰা বচাই নি চাহ খাবলৈ লৈ যায়! ৰাতিৰ সেই একে জলপানেৰে সৈতে চাহ লগত আৰু এবিধ নতুন বস্তু, মই অনা বিস্কুট। অলপ আঁতৰত সতৃষ্ণ দৃষ্টিৰে চাই ৰহি থকা দ্ৰৌপদীক মোৰ বিস্কুট দুখন দি দিওঁ।

চাহ খাই ওলাই আহো। চোতালত ৰৈ থকা সকলো মোৰ পৰিচিত। হাঁহিৰে সম্বৰ্দ্ধনা জনাওঁ সকলোকে—প্ৰশ্নৰ উত্তৰ দিওঁ। ৰঙা তেল নেহোৱা চুলি আৰু ওৰে গাতে ধূলিৰ বৈশিষ্টৰে লৰা-ছোৱালীবোৰক ইতিমধ্যে আকৌ প্ৰীতিয়ে বাকী থকা লজেঞ্চ বিস্কুট ভগাই দিয়েহি কিছুমান। লাজ আৰু লোভত লেতেৰা লেতেৰা হাত দুখন একেলগ কৰি লয় সিহঁতে, প্ৰীতিলৈ নিমিষ নপৰাকৈ চাই চাই। এই ঘৰ, এই মানুহ সকলোৰে মাজত প্ৰীতিক খুব 'খাপছাড়া' যেন লাগে—তাইৰ ৰংটো আৰু অলপ লেতেৰা, কাপোৰবোৰ আৰু অলপ মলিয়ন, বেণী দুডাল নকৰি এডাল কৰা হেঁতেনেই যেন ভাল পালোহেঁতেন মই। ইমান উজ্জ্বল, ইমান নিস্প্ৰভতাৰ মাজত বৰ চকুত লাগি যায়।

*এবাৰ লৰা এজনে যেন সাহ* গোটাই কলে—"তোমালোকে বোলে কলৰ গান এটা আনিছা – আমাক গান মুশুনোৱা কিয় ?" চিনি পাওঁ তাক, মোৰেই সমনীয়া লৰাজন গোবিন্দ—সৰুতে তাৰ লগত একেলগে টাংগুটি খেলিছিলো, কুঁহিয়াৰ চুৰি কৰিছিলো, নৈত যাঁতুৰিছিলো আৰু বহুত লৰালিৰ স্মৃতিয়েই জড়িত ! মই তাৰ ফালে চাই হাঁহো। কিন্তু সি সঙ্কোচ কৰে। বেয়া লাগি যায়-সৰুতে কিমান ডাঙৰ বন্ধু আছিল। গ্ৰামোফনটো গাৱঁত কিমান আপুৰুগীয়া বস্তু গুৱাহাটীতে কৈছিলো মই প্ৰীতিক। সেয়ে তাইৰ গুৱাহাটীতে থকা মাহীয়েকৰ পৰা লৈ আহিছিল গ্ৰামোফনটো।

আমাৰ ঘৰত থকা চকিখন আৰু টেবিলখন গোবিন্দৰে সহায়ত বাঁহিৰলৈ উলিয়াই আনো, গ্ৰামোফনটো থওঁ।

ইতিমধ্যে বৰ দেউতা সোমাই আহে। মই ওচৰলৈ যাওঁ কুশল প্ৰশ্নৰ পিছত প্ৰীতিকো লৈ যাওঁ। বৰ দেউতা যোৱাৰ পিছত তাই সুধিব নাপাহৰে অভয়দা ক'ত। আঁঠুৰ ওপৰলৈকে মলিয়ন ধুতিখন পিন্ধি হোকাটো টানি পথাৰলৈ যোৱাৰ আগতে গ্ৰামোফন শুনি যোৱাৰ লোভতে চোতালৰ এচুকত বহি থকা অভয়দাক দেখুৱাই দিওঁ। দেখো আগতে আভাস দি থোৱা সত্বেও প্ৰীতিৰ মুখত হতাশৰ ছাঁ।

প্ৰীতিয়ে ৰেকৰ্ড বাচিবলৈ ধৰে। ৰেকৰ্ডত বাজি থকা গানটো তাইৰ জনা গান, লগে লগে গুণ গুণাই গাই যায়। মানুহবোৰ দুটা বিস্ময়ৰ ফালে অবাক হৈ চাই থাকে। এজনী ছোৱালীয়ে ফুচফুচেৱা শুনো "কি গাননো কৈছে অ' তেওঁ ?" আন এজনীয়ে কয় "কলৰ গানত শুনাটোৱে বুলি বুজা নাই জানো।"

লৰাবোৰৰ মাজত শুনো কোনে কাৰ বিয়াত আৰু আগতেও এই কলৰ গান দেখিছিল তাৰে আলোনা। সকলৰা এটাই ভয়ে ভয়ে গ্ৰামোফনটোৰ এঁদাতিত হাতখন দি চাইছিলা আমাৰ দ্ৰৌপদীৰ তীক্ষ্ণ চকুৱে ঠিক ধৰা পেলালে। বেচেৰাই তাইৰ এক ধমকিতে হাত কোচাই নিয়ে।

বুঢ়ী এজনী অলপ আগ বাঢ়ি আহি চকিখনত বহি বজোৱাৰ ভাব লোৱা প্ৰীতিক সোধে "মাই ইয়াৰ ভিতৰত মানুহ সোমাই ৰাখিছ নেকি ?" প্ৰীতিয়ে কি উত্তৰ দিব বুজিব নোৱাৰি মোৰ ফালে অসহায় ভাবে চাই হাঁহে। মই গহীন হৈ কওঁ "ওঁ, আমাৰ বিদ্যাৰ বলত মানুহটোক সৰু কৰি সুমাই থওঁ। সিয়েই তাত থাকি গান গায়"—ঠিক নুবুজো বুঢ়ীয়ে বিশ্বাস কৰেনে নকৰে। মোৰ মুখলৈ অবাক হৈ চাই থাকে। কিন্তু বিজ্ঞানৰ বতাহে অলপ ছুই যোৱা অজিৰ গাৱঁৰ নতুন জীৱনবোৰক বিশ্বাস কৰাব নোৱৰি। হোঁ-হোৱাই হাঁহি উঠে সিহঁতে। বুঢ়ীজনীলৈ কৰুণাৰ হাঁহিৰে চায়।

বোকো টানি আনিছিল প্ৰীতিয়ে। ওৰণীৰ ফাঁকেৰে চাই আছিল গ্ৰামোফনটো। কিন্তু গাৱঁৰ বোৱাৰী এজনীৰ কোনো ৰকম উপভোগৰ আজৰি খুব কমেই—ললিতদাই খাল সিঁচি অনা এগাল মাছ কাটিবলৈ আছে প্ৰীতিৰ ফালে কৰুণ চকুৰে—তথাপিও মুখত হাঁহিটোৰে নীৰব বিদায় লৈ গুছি গ'ল।

প্ৰীতিক তাতে থৈ আমাৰ কমলৈ যাওঁ। মায়ে নিজৰ কমতে থকা সৰু জহাল খনৰ ওচৰত বহি আছিল। সৰু চৰু এটাত ভাত কেইটামান ফুটি আছিল। মই গৈ ওচৰত বহোগৈ। মাৰ লগততো ভালকৈ কথা হবৰ সুযোগেই পোৱা নাই। "মা ইয়াত এনেকৈ ৰান্ধিছা কিয় ?"—"জানাই দেখোন এইখন ঘৰত ভাত হওতে হওতে সেই বেলা পৰি যায়। এতিয়া ছমুঠি সিজালো তহঁত ছুয়োলৈ; আলু সিজোৱা আৰু কেঁচাজলকীয়াৰে খাবি। ভাততো খাবি সেই গধূলি।" মায়ে কয়।

ভাতৰ লগত সিজাব দিয়া আলু কেইটা উলিয়াই লৈ বাকলি গুচাই মাৰ লগত কথা পাতো। ইটো সিটো কথাৰ পিছত আহে ভাইটিৰ পঢ়াশুনাৰ কথা, মোৰ বিয়াৰ সমস্যা। মোৰ বিয়াটোলৈ দেখিছো এটা অশান্তিৰ সৃষ্টি হৈছে। কিয়ে কৰো সঁচাকৈ, ভাবিব লগা বিষয়। ইফালে ভাইটিক নপঢ়ালে মই, কোনেইবা পঢ়াব ? ঘৰৰ অৱস্থা আমাৰ

ভাল নহয়। দেউতাতো সকতেই ঢুকাল। ভিনদেউৰ পক্ষে আৰু সাহায্য কৰাটো ভাবিব নোৱৰা অসম্ভৱ কথা। কৰেতো স্কুল মাষ্টাৰী, নিজৰ সংসাৰ এখন আছে—তাতে আৰু এই আজিৰ দিনত। মোক যে হোষ্টেলত থকাৰ খৰচটো দিছে—জানো ভালকৈ তাৰ কাৰণে কিমনি খিনি স্বাৰ্থ ত্যাগ কৰিব লগা হৈছে। সামান্য কৃতজ্ঞতাবোধ খিনি থাকিলেও ভিনদেউৰ এই উপকাৰৰ প্ৰতিদানৰ চেষ্টা কৰা উচিত তাক বুজো। কিন্তু! আৰু ইফালে ভাইটি! মই নপঢ়ালে যে তাৰ পঢ়াই নহব-আৰু তেতিয়া হলে সিও হব অভয়দা ললিতদা হঁতৰে একোজন। জানো মোৰ স্বাৰ্থপৰতা। তথাপিও তাকতো কল্পনা কৰিবই নোৱাৰো। শিক্ষিতা বায়েক এজনী থাকোতে তাক মূৰ্খ চহা এজন হৈ থকাৰ চিন্তাটো সহো কেনেকৈ? কাকো অৱশ্যে জনোৱা নাই মোৰ সংকল্প। কিন্তু ঠিক কৰি থৈছিলো বি, এ টো পাচ কৰি ক'ৰবাত মাষ্টৰী এটা লৈ ভাইটিক লগত ৰাখি পঢ়ুৱাম সকলো ফালৰ পৰা প্ৰয়োজন হৈ উঠিছে তাক ইয়াৰ পৰা সোনকালে লৈ যোৱাটো। ক্লাছ চেভেনত পঢ়ে সি এইবাৰ। ষ্টেশ্যনৰ হাইস্কুলটো ইয়াৰ পৰা তিনি মাইল দূৰ। পুৱাই পঁইতা ভাত এমুঠি খাই নিজৰ গাৱঁৰ আৰু ওচৰৰ গাৱঁৰ দুই এজন লগৰীয়াৰ লগত খোজ লয় স্কুললৈ। অকনমান লৰাটো ইমানখনি দৈহিক কষ্ট সহ্য হয় কেনেকৈ? মায়েতো প্ৰথমতে কোনো ৰকমেই সন্মত নহয় তাক নাম লগাই দিবলৈ। মই কোনো ৰকমে এবছৰ মাত্ৰ পঢ়োৱাৰ কথা কৈ সন্মত কৰাইছিলো। বৰ দেউতাহঁতৰো যথেষ্ট আপত্তি শুনিব লগা হৈছিল। কিন্তু তথাপিও মই অটল আছিলো।

এইবোৰ বাধা ঠেলি মই ভাইটিক পঢ়াবই লাগিব। তাৰ কাৰণে চূৰ্ণ কৰি দিম মোৰ আশা-আকাঙ্খাৰে ভৰা প্ৰাণৰ কামনাবোৰক, আনন্দ ৰোমাঞ্চৰ মোহক দূৰতে ঠেলি ৰাখিছো মই, জীৱনৰ বসন্তৰ আকাল সমাধি ৰচিছো। প্ৰীতিৰ নিশ্চিন্ত জীৱনটোৰ কথা অলপ ঈৰ্ষ্যাৰেই হয়তো আপোনা আপোনি মনত পৰি যায়। তাই মাথো ভাবিব লাগে নিজক গঢ়াৰ পথেদি। ভৱিষ্যতটো তাইৰ কাৰণে সুন্দৰ ভাবে "ফৰমুলা"তে

সজাই থোৱা আছে বি-এছ-ছিৰ পিছত এনথ্ৰ-পলজিলৈ এম-এছ-ছি, তাৰ পিছত বিদেশ যাত্ৰা—। তাৰ পিছত ভবিষ্যতটো নিজৰ ইচ্ছাৰ ওপৰত বহুতখিনিয়েই। ভায়েকৰ শিক্ষাৰ ভাবনাত জীৱনৰ আদৰ্শক ভাঙি পেলোৱাৰ কোনো প্ৰয়োজন নাই। ধনী দেউতাক আছে ভাবিবলৈ। আৰু মই প্ৰীতিতকৈ বেয়া ছোৱালী নাছিলো। মোৰো অৱশ্যে ভবিষ্যতটোৰ হিচাব ঠিক, হৈ আছে অৱশ্যে পৃথিবীৰ পৰিস্থিতি বোৰৰ দ্ৰুত পৰিবৰ্তন, ভাৰতৰ অৱস্থা—কেতিয়া কি হয় সেই অনিশ্চয়তাবোৰতো বাদদিয়েই হিচাব কৰিছো। সেইবোৰ ভাবিব গলেতো জীৱনটো আৰু জটিল—।

—"যাওক মা, এৰা এতিয়া সেইবোৰ আলোচনা সময়ত যি হয় হব এটা। তুমি ভাত দিয়া মই প্ৰীতিক মাতি আনো।"

লোণ-তেল অকমানেৰে ভাত কেইটামান সানি লৈ প্ৰীতিয়ে সোধে "ঘৰতে ৰান্ধনী ঘৰ কিয় কৰিছে মাহীদেউ?"—"আমাৰ ইয়াত আই এনেবুৰাই, প্ৰত্যেকৰে শোৱনী ঘৰত অলপ জুই ধৰাৰ বন্দোবস্ত আছে—"স্বাস্থ্যৰ কাৰণে জানো বেয়া নহয়?" এইবাৰ মই মাত লগাওঁ—"গাঁৱবোৰত আৰু বহুত অস্বাস্থ্যকৰ নিয়মেই প্ৰচলিত আছে প্ৰীতি, দেখা নাইনে ঘৰবোৰ কিমান এন্ধাৰ, খিৰিকি নাই? দেখুৱাম বলচোন আমাৰ গাঁৱৰ পানীখোৱা পুখুৰীটো। আমাৰ বা আন দুই এঘৰৰহে নিজা পুখুৰী আছে—বাকী সবলোৱেতো তাৰেই পানী খায়—।"

বাহৰ দুৱাৰখনৰ ওচৰতে জুপুকা মাৰি বহি থকা মেকুৰীটোক এটা ধমকি দি খেদাই দিয়ে—আমি দুয়ো খাই উঠো। মায়ে ভাইটিক পঠাই দিবলৈ কয় ভাত খাই স্কুললৈ যাব।

চোতালৰ এমূৰে দেখো ভাইটিয়ে চিঞৰি চিঞৰি কিবা পঢ়ি আছে আৰু তাক পৰিবেষ্টিত কৰি থকা লৰা-ছোৱালী এগালে শুনি শুনি হাঁহিছে। তাৰ মাজত এগৰাকী দুগৰাকী তিৰোতাও আছে। কাষত কলহটো থৈ বৌকো এবাৰ ভুমুকি মৰা দেখো।

দুয়ো ওচৰলৈ গৈছে কথাটো বুজো। আজৰি সময়বোৰ কটাবলৈ প্ৰীতিয়ে এনথ্ পলজিৰ কিতাপখনকে আনিব ওলোৱাত মই বাধা দি 'লাইধ' ধৰণৰ কিতাৰ এখন আনিবলৈ উপদেশ দিয়াত, মীৰাৰ হাতত 'সাৰদীয়া নতুন জীবন'খনকে পাই লৈ আনিছিল প্ৰীতিয়ে। ভাইটিয়ে হয়তো লগৰীয়াবোৰৰ আগত নিজৰ বিদ্যাৰ গৌৰব বঢ়াবলৈ বায়েকৰ কিতাপ পঢ়িব পৰাটোকে বাহাদুৰি দেখুৱাৰ প্ৰকৃষ্ট পথ হিচাবে ছবি থকা পাই এইখনকে আমি উচ্চাৰণবোৰ অদ্ভুত বিকৃত কৰি কৰিব "আমাৰ প্ৰথম প্ৰেম"টো চিঞৰি পঢ়ি গৈছে। বন্ধুবৰ্গই একো বুজি নেপাই তাকেই আমোদৰ খোৰাক কৰি পাৰেমানে হাঁহিছে।

আমি গৈ পোৱাত ভাইটিয়ে পঢ়া বন্ধ কৰি সোধে "সৰু বাইদেউ তোমালোকৰ কিতাপত একে নামৰ প্ৰবন্ধই বহুত থাকে নেকি বাৰু? চোৱাচোন এই প্ৰথম প্ৰেম"ক দেখোন কেইবাটাও দেখিলো।' মই হাঁহিমেই নে কান্দিমেই বুজি নপাওঁ।

—"অ' উমা মীৰালৈ চিঠি দিবি?" বিছনাতে বহি লৈ ওচৰৰ টেবিলত পেতটো থৈ লিখি যোৱা প্ৰীতিৰ ও বুজিব পৰা নাছিলো। পিছত উমাই কলে তেল নোলোৱাৰ ফল।

বেচ আৰামত আছো উমাহঁতৰ ঘৰৰ আদৰ যত্ন আৰু মৰমত ডুবি।

অ', উমাৰ এজনী বৌৱেক আছে দেখাত বেচ ধুনীয়া' মুখত সকলো সময়তে হাঁহি তেওঁ হলে ব্লাউজ পিন্ধে। ৰাতি হাতত চাকিটো লৈ আৰু দিনত ওৰণীখন টানি কাম কৰি ফুৰে। ভাল শৰ্ট মেন জনী হব পাৰিলেহেঁতেন প্ৰকাণ্ড কলহ বাল্টিবোৰ ডাঙে। মোৰ খুব ভাল লাগিছে বৌক।

অবশ্যে এটা কথা enjoy কৰা হিচাবেহে আমি কেইদিন মান গাৱঁত থাকিব পাৰিম। চিৰদিন থকাটো কল্পনা কৰিবই নোৱাৰি। আমাৰ শিক্ষা দীক্ষা ৰুচি চালচলন সকলোৱে লগত বিৰাট অমিল

ইয়াৰ জীৱন ধৰাৰ লগত। ভাবিছো শিক্ষিত সভ্য কৰি তুলিবলৈ বহু-খিনি সংস্কাৰবেই প্ৰয়োজন হব।··· অ সেই চিৰুটো কিনিলে নে?"

তাৰ পিছত প্ৰীতি আছিল আৰু চাৰি দিন। তাৰ পিছত গুছি গলগৈ, বৌজনীৰ চিৰ হাঁহি ভৰা চকুজুৰিত পানীৰে ওপচাই। আশীৰ্ব্বাদ দি উঠি ডাঙৰ মায়ে স্তব্ধ হৈ চাই আছিল। বৰ দেউতাই মূৰত হাত থৈ আশীৰ্ব্বাদ দিলে। ললিতদাৰ ভীৰু করুণ চকু দেখিছিলো। বেচেৰালৈ দুখ লাগে তাতকৈ বহুত ওখত, বিজ্ঞাৰ গলে স্বৰগেই বুলিব পাৰি, এজনী খুব ভাল লগাব পৰা ছোৱালীয়ে তাৰ তৰুণ প্ৰাণত কিবা এক হাঁহাকাৰ লগাই থৈ গ'ল। মনত পৰে প্ৰীতিয়ে লিখা চিঠিবোৰলৈ তাৰ আগ্ৰহেৰে পোষ্টাপিচলৈ যোৱা। "উমা, তোৰ বন্ধুৰে নাৰিকল খাবলৈ ভাল পায় নহয়, এইকেইটা আমাৰ মিঠা গছডালৰ নাৰিকল পাৰি আনিলো", বুলি আনি দিয়া নাৰিকল বোৰ। "ললিতদাটো বৰ ভাল," প্ৰীতিৰ সেই অগভীৰ, করুণা আৰু তাচ্ছিল্য মিহলোৱা কথাবাৰত আহূত হোৱা, এটা এটাকৈ মনত পৰি যায়।

ওঁ, প্ৰীতিয়ে আমাৰ ঘৰখনৰ সকলোৰে মনত বহুতখিনি ঠায়েই অধিকাৰ কৰি থৈ গ'ল। "তোমাৰ উচ্চাকাঙ্ক্ষাৰ কথা জানিছো আই, ভগবানে যেন সফল কৰে"—মায়ে আশীৰ্ব্বাদ দিছিল। ভাইটিয়ে হাতত ধৰি আগ্ৰহেৰে মুখলৈ চাই সুধিছিল "নতুন বাইদেউ, আৰু কেতিয়া আহিবা?"

ধুনীয়া, নতুনকৈ কৰা মেখেলা চাদৰজোৰ ফুলাম চিৰুৰ ব্লাউজ এটাৰ লগত জোৰকৈ দি আহিলে বৌক-প্ৰীতিয়ে। ভাইটিক এয়াৰ গান এটা কিনি লবলৈ ৫ টকা দি গ'ল। নতুন বায়েকৰ মৰমৰ উপহাৰ হেনো লবই লাগিব।

বাকচৰ কাপোৰ আৰু মনিবেগৰ টকা প্ৰায় উদং কৰিয়েই গ'ল প্ৰীতিয়ে। মই তাইক কৈছিলো, "দিবলৈ তোৰ ইচ্ছা গৈছে দে প্ৰীতি, কিন্তু নাভাবিবি তই সামান্য দানেৰে এই বিৰাট দাৰিদ্ৰ্য

আঁতবোৰাত কিবা সাহায্য কৰিব পাৰিছ বুলি। ঠিক যেন ভাঙি পচি যাবলৈ ওলোৱা ঘৰ এটাক অ'ত ত'ত অকনি মেৰামতি কৰাৰ প্ৰহসন। বেয়া নাপাবি, সেইদিনা অমুলৈ লিখা চিঠিত তোৰ এনে ধৰণৰ মনোভাব দেখিয়েই কবলৈ বাধ্য হৈছো।" আঘাত পালে তাই। কেৱল কয় "গোটেই ঘৰটো নতুনকৈ বান্ধিবৰ সামৰ্থ্য মোৰ নাই কাৰণেই জোৰাতালি দি সান্তনা লভাৰ উপায়।"

মানসিক জ্ঞানৰ, অভিজ্ঞতাৰ ভৰালটো বহুতখিনি পূৰ্ণ কৰিয়েই যাব পাৰিছিল তাই।

মনত পৰে তাই থকা দিন কেইটামান। মনত পৰে একোটা ঘটনা।

সেইদিনা "আমাৰ প্ৰথম প্ৰেম" এটা পঢ়ি আছিল প্ৰীতিয়ে বিচনাত দীঘলহৈ পৰি। বৌ ওচৰত ঠিয় হলগৈ চিৰলগৰী হাঁহিটো লৈ। পিছলৈ বৌ আৰু প্ৰীতিৰ মাজত বহুতখিনি প্ৰীতি জমি উঠিছিল। সিহঁতৰ বহুত কথা-বতৰাৰ মাজত এদিন প্ৰীতিয়ে Lady with the Lamp-ৰ গল্প কোৱাও শুনিছিলো। অলপ সময় পালেই বৌ ঠিয় হয়গৈ প্ৰীতিৰ ওচৰত।

প্ৰীতিলৈ চাই কলে "কি পঢ়িছা ডাঙৰকৈ পঢ়াছোন আমিও শুনো" "এইবোৰ বাঙলী তুমি জানো বুজি পাবা?" "নাপালেও ভাল লাগে শুনি তোমাৰ মুখত—পঢ়ানা।"—"বাৰু পঢ়িম। কিন্তু তাৰ আগতে কথা এটা কোৱাচোন, তুমি আন কাৰোবাৰ প্ৰেমত পৰিছিলা, নে অভয়দায়েই প্ৰথম আৰু শেষ?" বৌৱে লাজত ৰঙা নপৰি প্ৰশ্নসূচক চকু দুটা মেলি প্ৰীতিলৈ চাই থাকে। বুজি পোৱা নাই। মই প্ৰীতিৰ ওচৰতে বহি বৰদেউতালৈ কমাল এখন চিলাই কৰি আছিলো। প্ৰীতিৰ মুখলৈ চাওঁ।

তাত দুষ্টামীৰ মাজতো গাম্ভীৰ্য্যতাৰ চিন। সঁচাকৈয়ে সুধিছে তাই। "প্ৰেম মানেইনো কি আগে তাকে সোধচোন প্ৰীতি"—তাইৰ সপ্ৰশ্ন চাৱনিৰ ফালে চাই কওঁ—"আমি প্ৰেম বুজো যি অৰ্থত

সি তেওঁলোকৰ কেতিয়াও নজনা নুশুনা কথা। ইয়াত প্ৰায় বেচি ভাগ ছোৱালীৰ বিয়া হৈ যায় যি সময়ত—সেই বয়সত আমাৰ চহৰত ফ্ৰক পিন্ধি খেলি ফুৰে ছোৱালীবোৰে। ওঁ, সেয়ে Legallyয়েই প্ৰথম প্ৰেম চলায় স্বামীদেবতাৰ লগত। তাৰ পিছৰ অংশ তোক নকলেও চলিব—বৌক দেখিছই। দিনটো পথাৰত কাম কৰি অহা ক্লান্ত গিৰিয়েকে ভাত খাই হয়তো বহুত সময়ত শুয়েই পৰে। বোৱাৰী মানুহ—কামবনৰ পৰা আজৰি হৈ যেতিয়া শুবলৈ আহে—ইয়াৰ হিচাবত ৰাতি প্ৰায় দুইপৰ হৈ যায়গৈ। আৰু তাৰ ভিতৰতো যি প্ৰেম চলে তাতো নিশ্চয় ৰোমাণ্টিক ভাষাৰে আবেগ যচাৰ অৱসৰ নাথাকে।" একেটা পৃষ্ঠাতে স্তব্ধ হৈ তললৈ মুৰ কৰি থকা প্ৰীতিক আৰৌ কোৱাৰ লোভ সামৰিব নোৱাৰো। "স্বামীৰ ভালপোৱাৰ সুযোগ দিনতো ঘটে অৱশ্যে কেতিয়াবা, যদিও অইন ৰূপেদি। পথাৰত কাম কৰি অৱশ হৈ দুপৰীয়া বা গধূলি যেতিয়া শুনিব লগা হয় ঘৈণীয়েকৰ দোষৰ বৰ্ণনা-ভোকে ভাগৰে মন মেজাজ গৰম হৈ থকা স্বামীয়ে আৰু নিজকে সংযত কৰিব নোৱাৰে-কোবৰ জাউৰি তোলে অৰ্দ্ধাঙ্গিনীৰ ওপৰত।" "সঁচাই—? কিতাপত পঢ়িছো অৱশ্যে। কিন্তু বাস্তবতো ঘটে বুলি বিশ্বাস হোৱা নাছিল মোৰ। বাৰু বৌ, তোমাকো মাৰেনে? তোমাকতো দেখিছো দিনৰাতি কাম কৰি আছাই সমানে"—হঁাহে বৌয়ে। সহজ ভাবেই কয়—"কত দিন মাৰ খালো—"

তাৰ পিছত নিজ চকুৰেই দেখিছিল প্ৰীতিয়ে বৌৰ কথাৰ সত্যতা। অৱশ্যে এটা গোবতেই সেইদিনা শেষ হৈছিল ঘটনাটো। গধূলী বৌৱে নিত্যনৈমিত্তিক কৰ্ম্ম ঢেকীত ধান খুন্দিবলৈ অস্বীকাৰ কৰিলে—কাৰণ কলহটোত পানী লৈ ভৰাই উঠিবলৈ ধৰোতে হেনো ভৰিখন পিছলি মোচোকা খালে। কিন্তু ডাঙৰ মাইৰ বিশ্বাস, কাম ফাঁকি দি প্ৰীতিৰ ওচৰত বহি কলৰ গান শুনিবলৈ বুদ্ধি বৌৰ।

সন্ধিয়াৰ আকাশৰ তলত চোতালত বহি চাকিৰ পোহৰত খৰাহিৰ কাৰণে বাঁহ চাঁচি থকা অভয়দাৰ মূৰ গৰম হৈ গ'ল। গোহালিৰ আগফালে মাটিৰ উধানত বৰ থালীটোত ধান সিজাই থকা বৌক পিছফালৰ পৰা গোৰ এটা মাৰি দিলেগৈ। প্ৰীতি আছিল বৌৰ ওচৰতে ঠিয় হৈ। সেয়ে হয়তো সেইদিনা শেষ হ'ল সিমানতে। আৰু মাৰাৰ আগতে হয়তো নীলা শাৰীখন পিন্ধি অভয়দাৰ ফালে পিঠি দি থকাত বগা মুখখনো ঢাক খাই আন্ধাৰত লুকাই থকা প্ৰীতিজনীক হঠাৎ দেখা পোৱা নাছিল।

অভিজ্ঞতাৰ সঞ্চয় হৈছিল বহুতফালেদিয়েই। বাহিৰৰ ধুনীয়া সেউজীয়া আবৰণটোৰ তলত লুকাই থকা গাঁৱৰ বিষাক্ত কদৰ্য্যতা-বোৰৰ বহুখিনিয়েই তাইৰ আগত উন্মোচিত হৈছিল। স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে তলত বহল পথাৰ, ওপৰত উদাৰ নীলাকাশৰ আবেষ্টনীত জীৱনবোৰ 'কটোৱা মানুহবোৰ, তাইৰ কল্পনাৰ হোজা আৰু উদাৰ গাওঁবাসী নহয়। আকাশৰ নীলিম উদাৰতা আৰু পথাৰৰ সেউজীয়া পবিত্ৰতাই সিহঁতক স্পৰ্শ কৰিব পৰা নাই বাস্তবত: লিখকসকলৰ সাহিত্যৰ যে সৃষ্টি মহৎ সৰল, সহজ, গাৱলীয়াৰ জীৱনৰ মিছা বৰ্ণনাবোৰ।

প্ৰীতিয়ে নিজেই পাইছিল এই পঙ্কিলতাৰ আঘাত। সাঁতোৰ চাবলৈ খুব ভাবপোৱা প্ৰীতিয়ে বেচিভাগ সময় মোৰ লগত আৰু কেতিয়াবা অকলেও ললিতদাৰ অপূৰ্ব্ব কৌশলৰ ঠিয় সাতোৰ আৰু ডুব সাঁতোৰ চাবলৈ নৈৰ ঘাটটোত ঠিয় দি থাকিছিল গৈ। মই জানো ইয়াৰ প্ৰতিক্ৰিয়া কি হব গাৱঁৰ নাৰী মহলত। অথচ মুখ ফুটাই তাইক কথাটো কবলৈও বেয়া লাগে—তাৰোপৰি আছে মাথো তিনি চাৰিদিন। কিন্তু সকলো কথাকে প্ৰীতিক জনাই বৌজনীয়ে মই বাধা দিবলৈ নৌপাওঁতেই কৈ দিলে তাই আৰু ললিতদাক লৈ হোৱা মৰম আলোচনাবোৰৰ খবৰ। হোজা বৌৱে ভাবিছিল—তাকে লৈ ধেমালি কৰিব পাৰিব প্ৰীতিৰ লগত।

গধূলি ভাইটিক অঙ্ক এটা বুজাই আছিলো। তাৰ উপস্থিতি পাহৰি বৌক হতভম্ব কৰি একেকোবেই উত্তেজিতভাৱে প্ৰীতিয়ে আহি মোৰ হাতত ধৰি ক'লে—"উমা, মই আৰু তহঁতৰ ইয়াত এক মুহূৰ্ত্তও থাকিব নোখোজো। মোক এতিয়াই ষ্টেশ্যনত থৈ অহাৰ বন্দোবস্ত কৰ"—খং অপমান, দুখত কিবা গৈছিল তাই। প্ৰীতিৰ ওচৰত আহি অপৰাধীৰ দৰে ঠিয় হৈ থকা বৌৰ পৰা সকলোবোৰ শুনি খুব কোমল ভাবে কওঁ—"ছিঃ প্ৰীতি—ইমান উত্তেজিত নহবি —যাৰ এনেবোৰ আলোচনাই আনন্দ—পাৰে জানো সামান্য এটা ছেলু পালেও তাৰ পৰা নিজকে বঞ্চিত কৰিবলৈ? তোৰ দৰে— শিক্ষিতা ছোৱালীক জানো অধীৰ হোৱাটো শুৱায়? আৰু এনে মিছা ৰটনা শুনাৰ অভিজ্ঞতাওতো আছে তোৰ। যোৱাবাৰ জানো অৰুণ কাকতিক লৈ তোৰ বিষযে এনেবোৰ আলোচনাই হোষ্টেলৰ বহুতৰে প্ৰধান বিষয়বস্তু হৈ পৰা নাছিল? তোৰ পৰা আৰু অলপ দৃঢ়তা আশা কৰিছিলো প্ৰীতি" —"কিন্তু"—তাই অধীৰভাৱে মুখলৈ চায় মোৰ--। "বুজিছো প্ৰীতি—তোৰ অপমান বেচি হৈছে এই কাৰণেই যে অৰুণ কাকতিতো যিহওক তোৰ প্ৰায় সমান Standardৰেই আছিল। কিন্তু এই ললিতদা হ'ল এনে এটা শ্ৰেণীৰ যি শিক্ষা-দীক্ষা, আভিজাত্য ৰুচি-সভ্যতা সকলোতে তোতকৈ বহুত তলত নহয়? কিন্তু অশিক্ষিতা গাৱঁলীয়া তিৰোতাসকলক এই বিষয়ে মইতো ভাবো অতি সহজেই ক্ষমা কৰিব পাৰি—তহঁতৰ মাজৰ বিৰাট পাৰ্থক্যটোৰ সম্বন্ধটোকৈ আগে তেওঁলোকৰ চকুত পৰিব লৰা-ছোৱালীৰ চিন্তৰ সম্বন্ধ এটা। চহৰৰ শিক্ষিতা ছোৱালীয়েই যি কৰিব পাৰে তাৰ ঠাইত গাওঁৰ শিক্ষা নোপোৱা তিৰোতাসকলক কি দোষ দিম?"

এইটো তো সাধাৰণ কথা এটা মাত্ৰ। প্ৰীতিয়ে দেখিল ইয়াৰ মানুহবোৰৰ নীচতা শঠতা, আনৰ উন্নতিত হিংসাত অধীৰ হোৱা। শুনিলে ভাই ককায়েকে দাৰে কাটিবলৈ খেদি যাৱা, সাধাৰণ

কাজিয়াৰ পৰিণতি হয়গৈ মকৰ্দ্দমাত। প্ৰীতিক কৈছিলো এইবিষয়ে কেনেকৈ আমাৰ বাৰীৰ পুখুৰীত ওচৰৰ ঘৰৰ লৰা এটাই মনে মনে মছধৰা আবিষ্কাৰ কৰাত প্ৰথমে কাজিয়া আৰু শেষত দুৰৰ আদলতলৈ আহি, তাৰ মীমাংসা কৰিব লগা হ'ল। এই মকৰ্দ্দমাত আমাৰ অতি কমেও ২০০ মান টকা খৰচ হৈছিল আৰু সেই টকাৰ ব্যৱস্থা কৰিব লগা হৈছিল মাটি এডৰা বন্ধক থৈ। কাজিয়া! এই কাজিয়াৰ এটা অনন্ত প্ৰবাহ চলি আছে গাওঁবোৰত। বাপেক পুতেকৰ কাজিয়া, গিৰিয়েক ঘৈনীয়েকৰ কাজিয়া, শাহুৱেক বোৱাৰীয়েকৰ কাজিয়া, ভাই ককায়েকৰ কাজিয়া, ওচৰ চুবুৰীয়াৰ লগত কাজিয়া! কেৱল কাজিয়া আৰু কাজিয়া।

প্ৰীতিৰ সৌভাগ্যই হওক বা দুৰ্ভাগ্যই হওক, যি দুই চাৰিদিন আছিল তাৰ ভিতৰতেই নিজ চকুৰেই বহুত ঘটনা দেখিলে। এদিন এই কাজিয়াৰ এটা ৰূপো দেখা পালে।

কি জানো এটা কথাত ওচৰৰ ঘৰৰ গিৰিহতনী—যাক আমি খুৰী বুলি মাতো, তেওঁৰ লগত ডাঙৰ মাইৰ কাজিয়া লাগিল। ডাঙৰ মাইৰ আমাৰ ঘৰৰ পৰা, আৰু তেওঁৰ নিজৰ ঘৰৰ পৰা অশ্ৰাব্য গালি, তাতেই আছিল প্ৰথমতে কাজিয়াৰ সীমা। অশ্লীল গালি-বোৰ, বিশেষকৈ বাপেক-জীয়েক, মাক-পুতেক, ভায়েক-ভনীয়েকৰ মুৰ খাবলৈ দিয়া আৰু বিকৃত সম্পৰ্ক পতা। শেষত কাজিয়া আৰু এঢাপ ওপৰলৈ আহিল। খুৰীয়ে চোতাল সাৰি থকাৰ পৰাই বাঢ়নিডাল লৈ খেদি আহিল—আমাৰ ঘৰৰ লগত তেওঁলোকৰ ঘৰৰ সংযোগৰ বাটটোৰেদি। আমাৰ ঘৰৰ দাৰিদ্ৰ্য, অশিক্ষা একোতে লাজ পোৱাৰ দুৰ্ব্বলতা নাছিল মোৰ। কিন্তু আজি ঘৰৰ ভিতৰত আটাইতকৈ বেচি ব্যক্তিত্বসম্পন্না ডাঙৰ মাইৰ স্বৰূপ দেখি তেতিয়াহে লাজত একমাত্ৰ ভাবিলো—প্ৰীতিক আমাৰ ইয়ালৈ আনিলো কিয়? প্ৰথম ৰাতিয়েই ডাঙৰ মাইৰ প্ৰতি প্ৰীতিৰ হেনো ভাল ধাৰণা উপজিছিল—ক্ষমতাশালীনী তিৰোতা বুলি। প্ৰীতিৰ সেই

শ্ৰদ্ধা অটুট ৰাখিবলৈয়ে ডাঙৰ মাইক সেই কেইদিন ধপাত ব্যৱহাৰ নকৰাৰ ব্যৱস্থা কৰি থৈছিলো। প্ৰায় আন দহজনী গাৱঁলীয়া তিৰোতাই খোৱাৰ দৰেইতো আমাৰ মা, ডাঙৰ মাৰো সেই নিচাৰ অভ্যাস আছিল। মায়ে চহৰত থকা জীয়েকৰ প্ৰভাৱত ভদ্ৰতা-খিনি বচাব পাৰে বিড়ি খোৱা বিষয়ত নিজেই সংযত হৈছিল।

বাঢ়নি লৈ কিবা কাণ্ড কৰাৰ আগতেই ডাঙৰ মাইক টানি লৈ যাওঁ ভিতৰলৈ। বাহিৰত চহি থকা গালি শুনি মোৰ হাতৰ পৰা যাব খোজে। প্ৰত্যুত্তৰ দিবলৈ ওলোৱা মুখত হাতেৰে ঢাকি ধৰি জোৰকৈ ৰাখি কওঁ—"ছিঃ ডাঙৰ মাই, আজি প্ৰীতিৰ আগত বাৰু কি কাণ্ডটো কৰিলা ভাবি চোৱাচোন ? কি ভাবিব বাৰু তাই ? তোমাক তাই ইমান শ্ৰদ্ধা কৰিছিল।" সেই ঔষধে অলপ কাম দিলে। ভিতৰতে গুজৰি গুমৰি বটাখন টানি লৈ সকলো খং খুন্দনাটোৰ ওপৰতে পেলাই খুব জোৰে জোৰে তামোল খুন্দিবলৈ লাগিল।

বাহিৰত তেতিয়াও বৈ গালিপাৰি থকা খুৰিক হাতখন ধৰি হাঁহি মুখেৰে আমাৰ ঘৰলৈ টানিলৈ যাওঁ। "বলা খুৰী, কলৰ গানটো শুনি এগিলাচ চাহ খাই যাবা, গালি বোৰ পাৰি ডিঙি শুকাই যোৱা নাই নে ?"

আমাৰ কমটোত বেচিভাগ সময়ে ভৰি থকা লৰা-ছোৱালী-বোৰক পঠিয়াই দি চাহলৈ জুইকুৰা ধৰো।

সৰু লৰা-ছোৱালীৰ মুখতো এই বিকৃতিবোৰ। সেইদিনা প্ৰীতি মোৰ ওচৰলৈ হাঁহি হাঁহি আহি ক'লে—"উমা, বৰ ইনটাৰেষ্টিং কাণ্ড এটা দেখিলো আজি"—টেকেলীমুখত দিয়া পিঠা ভাজি আছিলো মই। ভাপ লাগি গুৰিবোৰ গোট খাই পিঠা হোৱা যেন পাই লৰালৰিকৈ ওচৰৰ চালনিখনত থৈ তাইৰ মুখলৈ চাওঁ। তাই হাঁহিয়েই তৎ নেপায়—"তহঁতৰ, দুৰ্গতি আৰু চানামাকোনে কি নামৰ ছোৱালীজনী, দুয়ো একেলগে তহঁতৰ বাৰাণ্ডাতে বহি কল-পাতত হাতৰ আখৰ লিখি আছিল—মই ওচৰত বৈ চাই আছিলো।

এবাৰ চানামাকোৱে তৃপ্তিৰ ফালে চাই ক'লে "তোৰ ভাল নহল তৃপ্তি।" তৃপ্তিয়ে মুখ ভেঙুচাই কি উত্তৰ দিলে জান—"যা যা, তোৰ গিৰিয়েৰাই ভাল লিখে যা"—জান উমা এইটোয়েই নহয় ইয়াৰ লৰা-ছোৱালীবোৰক খুব কোৱা শুনিছো এনেধৰণৰ কথাবোৰ। প্যাভলভে ফ্ৰয়েডৰ বহুত তথ্য মিছা বুলি প্ৰমাণ কৰিছিল নহয়, কিন্তু তহঁতৰ গাৱঁৰ লৰা-ছোৱালীবোৰক দেখিলে বাধ্য হব স্বীকাৰ কৰিবলৈ যে ফ্ৰয়েডেই ঠিক—।"

গাওঁ সম্বন্ধে চহৰৰ পৰা গঢ়ি অনা ধাৰণাখিনিত ধকা এটা খাব লগা হ'ল প্ৰীতিয়ে। তাই নিজে দেখাৰ বাহিৰেও মই বহুত খিনিয়েই জনাইছিলো তাইক। আঘাত পাব, কিন্তু দেশৰ খবৰ নথকা এই বিলাসত উঠাসকলে জানক দেশৰ বিৰাট অংশ এটাৰে কি অবস্থা। চকু মুকলি হব পাৰে। কিন্তু ফল যাতে ওলোটা নহয়, তাইৰ মন যাতে বিৰূপ হৈ নুঠে তাৰ কাৰণে লগতে কবলৈ পাহৰা নাছিলো—"কিন্তু প্ৰীতি, সেইবুলিয়ে গাৱঁবাসীসকলৰ ওপৰত বেয়া ধাৰণা লৈ বিমুখ কৰিবি তোৰ মনক তাৰ কোনো মানে নাই। চহৰৰ শিক্ষা শালীনতাৰ আঁৰত যি কৰ্দয্য আৰু ভয়াবহ পাপাচাৰ চলি আছে, সেইবোৰৰ তুলনাত সঁচাকৈয়ে ভাল মানুহ গাঁৱলীয়াসকল। অশিক্ষা অভাৱে হেচি থকা গাওঁবাসীসকলে যি অজ্ঞানকৃত সামান্য অপৰাধ কৰে তাক লুকতাক নোহোৱাকৈয়ে কৰে। চহৰৰ দৰে শিক্ষা বা ভদ্ৰতাৰ মুখা পিন্ধিতো নহয়। গাঁৱৰ এই গ্লানিখিনিৰ কাৰণতো একমাত্ৰ অশিক্ষা আৰু অভাৱ।"

দেশৰ ভবিষ্যৎ সন্তানসকলৰ বেচিভাগেই আছে যি গাওঁবোৰত সিহঁতৰ শিক্ষাপ্ৰতিষ্ঠান চাবলৈ মন গ'ল প্ৰীতিৰ। আমাৰ গাঁৱত স্কুল নাই। ইয়াৰ পৰা ডেৰ মাইলমান দূৰত আছে এটা পাঠশালা। চাৰিওকাষৰ কেবাখনো গাৱঁৰ কাৰণে সেইটোৱে একমাত্ৰ স্কুল।

দু'জন মাত্ৰ পণ্ডিতৰ ওপৰত ভাৰ 'ক'শ্ৰেণীৰ পৰা তৃতীয় শ্ৰেণীলৈ পঢ়োৱাৰ। দুয়ো ছাত্ৰবৃত্তি পাছৰমহা পায় ৩০ টকাকৈ। তাৰে এজন

হেনো ললিতদাৰ বন্ধু। দুয়ো সকতে হেনো একেলগে পঢ়িছিল। বন্ধুজনে যেনিবা ছাত্ৰবৃত্তিটো পাছ কৰিলে আৰু আমাৰ বৰদেউতাই পাঠশালা পাছ কৰি উঠাৰ পিছতেই "হালোৱা চহাৰ ঘৰৰ লৰাই নেলাগে ব'ল লিখাপঢ়া শিকি চাকৰি কৰিবলৈ। খেতি কৰিলেই আমাৰ পেটৰ ভাত মিলিব"—বুলি পঢ়াৰ পৰা একেবাৰেই আনি ললিত দাদাক খেতিত লগাই দিলে।

ললিতদাক ক'লো—"কালি আমাৰ দুয়োজনীক তোমাৰ বন্ধুৰ স্কুলখন দেখুৱাবলৈ নিবাচোন," আনন্দেৰেই সন্মতি দিলে সি।

এইকেইদিন অলপ লেতেৰা হৈয়ে থকাৰ পিছত আজি এজোৰ পৰিস্কাৰ কাপোৰ পিন্ধি ধুলি লাগি থকা জুতাজোৰ ব্ৰাশ কৰি প্ৰীতি ওলাল। ললিতদাৰ বিমুগ্ধ দৃষ্টিৰ আগেদি দুয়ো ওলাই আহিলো। ললিতদাকো দেখিলো বেচ পৰিস্কাৰ কাপোৰ কানি পিন্ধি ওলাইছে। তেলৰে মূৰতো জপজপিয়া হৈ আছে, গালৰ কাষেৰে বৈ আহিছে। হাঁহি উঠে। এই সমান্য মিঠাতেলখিনিৰ অভাবতে তাৰ ভায়েক-ভনীয়েকহঁতৰ চুলিবোৰ বগা হৈ গৈছে। তাৰো আছিল তেনে তেল নঘহা দিনবোৰ। কালি মই কথাটো কোৱাৰ পিছতে মোৰ পৰা চাবোন খুজি বৌক ধুতিচোলা জোৰ দিছেগৈ ধুই দিবলৈ দেখিছিলো।

ধান শেষ হৈ যোৱা পথাৰবোৰৰ পকাচপৰা ভাঙি ভাঙি স্কুল ঘৰটো পাওঁগৈ।

বাঁহৰ চাপৰ বেৰ এখন। স্কুলঘৰটোৰ চাৰিওফালে অ'ত ত'ত অলপ ভঙা। দুয়োফালে বাঁহ। মাজে মাজে বন কমলাৰ গছ। তাৰ মাজেৰে যোৱা মাটিৰ ওখ বাটটোৰেদি স্কুলত সোমাওঁ।

কাহানিবাই চুণ দিছিল বোধহয় এবাৰ, অ'ত ত'ত বেৰ বোৰত মাজে মাজে গোবৰ মাটিয়ে উকি মাৰিছে, আগফালৰ বাৰাণ্ডাৰ ভেটি অ'ত ত'ত ভাঙি পৰিছে।

ভিতৰত সোমাওঁ। এটা কমৰেই মাত্ৰ ঘৰটো। মূঠ বোধহয়

২৫।৩০ জন লৰা-ছোৱালী হ'ব। কমটোৰ দুয়োমূৰে দুখন টেবিল আৰু তাৰ লগত চকি। এখন চকি খালি দেখিলো। ইখনত ললিতদাৰ বয়সৰে ডেকা এজন। খুব লেতেৰাও নহয় পৰিস্কাৰো নহয় ধুতি এখন আৰু গাত মোটা সুতাৰ চাদৰ এখন।

টেবিলৰ ওপৰত দোৱাত এটা, কলম এডাল, ৰেজিষ্টাৰ বহী এখন আৰু কিতাপ এখন হাতত পণ্ডিতজনৰ।

চাৰিওফালে শাৰী-শাৰীকৈ বহিছে লৰা-ছোৱালীবোৰ নিজেই ঘৰৰ পৰা লৈ যোৱা—

ঢাৰিবোৰত। ছোৱালীৰ সংখ্যা স্বাভাৱিকতেই কম। দুৰ্গতি আৰু চানামাকোই আমালৈ চাই হাঁহি গৌৰবেৰেই বন্ধুবোৰলৈ চায়।

আমি যোৱা মাত্রকে সকলোবোৰ উঠিল। মাষ্টৰো চকি এৰি ঠিয় হ'ল। আমাক বহিবলৈ অনুৰোধ কৰিলে। ললিতদাই সিখন খালি চকীয় আনি দিলে। আমি নবহিলো। ললিতদাই গৌৰবেৰে পৰিচয় কৰি দিয়াৰ পিছত প্ৰীতিয়ে পণ্ডিতক সুধিলে কিমান লৰা-ছোৱালী, কোনটো কি ক্লাছ, সিজন পণ্ডিত যে অনুপস্থিত, ক্লাছ কোনে চলাইছে ইত্যাদি।

তাৰ পিছত আৰু এবাৰ ঘূৰি চাই ললে। জেকা মাটিৰ ঘৰটো। বেচিভাগেই লেতেৰা লৰা-ছোৱালী। চুলিত তেল নিদিয়া, কাপোৰ লেতেৰা। এজনী ছোৱালীৰ সেন্দুৰৰ ফোটটো বৈ আহি নাকত পৰিছিল। প্ৰীতিয়ে হাঁহিলে তাইৰ ফালে চাই।

স্কুলৰ পৰা বাটত নামি এবাৰ ঘূৰি চালো। পণ্ডিত ছাত্র সকলোৱে এক দৃষ্টিৰে চাই আছে আমালৈ।

দুখ লাগে প্ৰীতিলৈ। খুব উৎসাহেৰে গাওঁ চাবলৈ অহা আৰু প্ৰথম ষ্টেচনত নামিয়েই ভাল পাই যোৱা গাৱঁৰ সৌন্দৰ্য্যবোৰক, তাৰপিছত সেউজী স্নিগ্ধতাৰ আগত লুকাই থকা কুৎসিততাৰ আত্ম-প্ৰকাশে প্ৰীতিৰ সৌন্দৰ্য্যপিপাসু মনৰ আবেগ ধ্বংস কৰি পেলালে।

দুখ লাগে, শেষলৈ তাইৰ সেই উপলব্ধিৰ ভাৱবে গাৱঁৰ প্ৰকৃতিৰ ধুনীয়া ৰূপখিনিও ঢাকি পেলালে।

জোনাকত আমাৰ ঘৰৰ আগখিনি বৰ ধুনীয়া ৰহস্যময় হৈ পৰে। পৰিস্কাৰ ধুলিৰ বগা বাটটোৰ ইফালে ঘৰৰ শাৰিবোৰ আৰু সিটো পাৰত আমাৰ ঘৰৰ সমুখৰ খালটো—তাৰ পিছতে বহুত দূৰলৈকে বিস্তৃত পথাৰ। খালটোৰ পাৰত থকা ওখ গছডালৰ ফাকেদি ওলোৱা জোনটো– খালৰ পানীৰ মাজেদি জিলিকি থকা যেন লাগে। গোটেই পথাৰ খনে লয় উপচি পৰা জোনাকৰ আবৰণ। গধুলীতে গাৱঁখন স্তব্ধ হৈ পৰে। গোটেই গাৱঁখন যেন এখন নিজম সপোনপুৰী।

জোনটোৱে আকাশত বেকা হৈ দেখা দিয়াৰ আঠ দিন পিছত এদিন প্ৰীতিক লৈ সন্ধিয়াৰ গাৱঁৰ সেই অপৰূপ ৰূপটো চাইছিলোগৈ, গছডালৰ তলত ঠিয়হৈ। কালি তাই যাবগৈ। দুয়ো খুব ওচৰা-ওচৰিকৈ ঠিয় হৈ আছিলো। তাইৰ কান্ধত আলফুললৈ হাতখন থৈ বহুত সময়ৰ নিস্তব্ধতাৰ পিছত সোধো— "পৃথিবীখনৰ সৌন্দৰ্য্যৰ শেষ নাই নহয় প্ৰীতি? জান—প্ৰত্যেক-বাৰেই যেতিয়াই জোনৰ পোহৰত এই গছৰ তলত ঠিয় হৈ এনেকৈ মুগ্ধ হোৱাৰ সুযোগ পাওঁ কোনোদিনেই পুৰণি নলগা এই অসীম ৰূপটো দেখি মনে মনে এবাৰ উচ্ছাসিত নহৈ নোৱাৰো "ভালোবেসেছিনু এই ধৰনীৰে।" হাঁহিলে তাই— বৰ দুখ লগাকৈ। কলে "কঠোৰ মনোবলক তোৰ ধন্যবাদ নিদি নোৱাৰো উমা— এই ৰূপৰ কুঁৱলিৰ তলত লুকাই থকা বিৰাট কুৎচিতবোৰৰ কথা জানিও যি মিছা সৌন্দৰ্য্যতে আত্মহাৰা হৈ থাকিব পাৰে।" অলপ সময় উত্তৰ নিদিওঁ। তাৰ পিছত হাহি বৰ মৰমেৰে তাইক কওঁ—"সকলো ঠিক হৈ গ'লহেঁতেন প্ৰীতি, তই আমাৰ ইয়াৰ অৱস্থাৰ সতে অভ্যস্ত হৈ যোৱা হলে। তোৰ অলপ বেচি ভাব-প্ৰৱণতা, দৰদী মন আৰু জীৱনত এই গাৱঁলৈ অহা কাৰণেই ইমান

affect কৰিছে তোক। বাৰু তোক যে আজি বেচি ব্যাকুল যেন দেখিছো কাৰণটো কি বাৰু?" তাই একো নেমাতি খালৰ স্থিৰ পানীলৈ অচঞ্চলভাৱে চাই থাকে। বসন্তৰ কোমল মলয়াৰ এছাটি জুৰপৰি যোৱা বা আহি কপালৰ আগত ওলাই থকা শুকান চুলি কেইডাল কপাই দি যায়। সন্ধিয়াৰ আন্ধাৰত উদাস কৰি থৈ যায় মনবোৰ। কালি গুচি যাবলৈ ওলোৱা প্ৰীতিলৈ বৰ মৰম লাগি যায়। বেজাৰৰ কাৰণটো যেন হঠাৎ বিচাৰি উলিয়াওঁ—অ' কালি তাই যাবগৈ নহয়, সেয়ে বেয়া লাগিছে হয়তো। কিন্তু আৰু ভাবো, বিদায়ৰ দুখৰ ৰূপতো বেলেগ, তাকতো মই জানো ভালকৈ। প্ৰীতিৰ বেজাৰ যেন আনৰকম—সকলো মিহলি লৈ থকা কিবা এটা বুজিব নোৱাৰা অসহায় দুখ। অলপ ভাবি হঠাৎ কিবা এটা মনত পৰে, "গধূলিৰ ঘটনাটো পাহৰিব পৰা নাই নেকি প্ৰীতি? তাই বৰ সৰু ছোৱালীঅ'," মই জোৰেৰে হাঁহি উঠাৰ চেষ্টা কৰো।

আজি গধূলি এন্ধাৰ লগে লগে চাহ কাপ দি গুচি যাব খোজা বৌৰ হাতত খপকৈ ধৰি প্ৰীতিয়ে কৈছিল "তুমি মোক অলপো ভাল নোপোৱা বৌ। কালি পুৱাতেই মই গুচি যাম। অলপ সময়তো মোৰ ওচৰত থাকিব পাৰা। ধানতো অলপ পিচত খুন্দিলেও হব। সঁচাই মোলৈ তোমাৰ অলপো টান নাই।" ইমান ডাঙৰ মিছা অপবাদটো সহ্য কৰিব নোৱাৰিলে বৌৱে। হাতৰ চাকিটো টেবিল-খনৰ ওপৰতে থৈ প্ৰীতিৰ ওচৰতে বহি পৰিল। মুহূৰ্ত্তৰ ভাব-প্ৰৱণতাত বৌৱেও পাহৰি গ'ল। অভয়দাই চাহৰ গিলাছ হাতত লৈ বৌৱে নিবলৈ অহা গুৰলৈ বাট চাই আছে।

খোৱাত ইফাল-সিফাল হোৱাটো সহ্য কৰিব নোৱাৰে অভয়দাই। এনেয়ে খুব ভাল মানুহ। দিনটো নিমানে কাম কৰিয়েই আছে কিন্তু ঠিকমতে খোৱাখিনি লাগিবই।

সৰিয়হৰ তেল পেৰি আহি চাহ এটোপা হাতত লৈ গুৰলৈ বাট চাই বহুত সময় থকাতো যেতিয়া বৌক আমাৰ ঘৰৰ পৰা

ওলাই অহা নেদেখিলে খঙে তাৰ মূৰৰ চুলি পালেগৈ। একে কোবেই বহাৰ পৰা উঠি হাঁহিমুখে প্ৰীতিৰ লগত ওৰনি নোহোৱাকৈ কথা পাতি থকা বৌক চুলিত ধৰি টানি আনিছিল।

হাঁহি উঠো—"চুলিত ধৰি টানি নিয়া দেখিয়েই দুখ লাগিল; ঠিকেই কৰিছিল অভয়দাই। গিৰিয়েকক তেনেকৈ বন্ধুৱাই থৈ কিয় তোৰ লগত আড্ডা দি আছিলগৈ।"

অলপ সময় মুবুজাৰ দৰে আচৰিত হৈ চাই থাকে প্ৰীতিয়ে। তাৰপিচত উচ্ছাসিত ভাবে কয়—"উমা, ছিঃ—ইমান নিঠুৰ তই? এই কঠুৱা মন লৈয়ে আকৌ তই কৃষক বন্ধুৱাৰ দুখ গুচাবলৈ যাব নহয়? অৱশ্যে জানোইতো—ক্ষমতাৰ লোভত এই বিৰাট জনতাক হাত কৰিবলৈ মাথো ইহঁতৰ দুখত তহঁতৰ Crocodiles tears. তোৰ যদি সঁচাকৈয়ে কৃষক বন্ধুৱাৰ দুৰ্দ্দশাত সহানুভূতি থাকিলহেঁতেন—তেন্তে আজি তহঁতৰ গাঁৱত এই অৱস্থা নহলহেঁতেন। অন্ততঃ তই এখন পাঠশালাকে কৰি লৰাছোৱালী-বোৰক শিক্ষাৰ পোহৰ দেখুৱাব পাৰিলিহেঁতেন।

অলপ সময় মনে মনে থাকো। ওঁ-প্ৰীতিয়ে ইমানদিন একেলগে থাকিও মোক নিচিনাৰ আঘাতটো সহি লওঁ। অলপ হাঁহিবৰ চেষ্টা কৰি কওঁ—"প্ৰীতি, কৃষক বন্ধুৱাৰ প্ৰতি মোৰ ভাল পোৱা আছেনে নাই প্ৰমাণ কৰিবলৈ ওলাব খোজা নাই। কিন্তু ওঁ—গৌৰবেৰেই স্বীকাৰ কৰিবলৈ আপত্তি নাই মোৰ যে সেই individual আদৰ্শবাদটোৰ অবাস্তৱতাখিনিৰ ওপৰত অলপো বিশ্বাস নাই। সদায়ে তোক মই কৈছে। ভাঙি উৱলি যোৱা বস্তু এটা অ'ত ত'ত অলপ মেৰামত কৰিলে নচলে। তাক ভাঙি নতুনকৈ সাজি লোৱাৰ বাহিৰে আন পথৰ ওপৰত আস্থা নাই মোৰ। দেশৰ অসীম অশিক্ষা, কুসংস্কাৰ, দাৰিদ্ৰ্যৰেইতো প্ৰতীক আমাৰ এই গাওঁখনো? এখন গাৱঁত দুটা এটা পাঠশালা নাইবা হাইস্কুল এটাকে পাতি আন ইটো-সিটো সংস্কাৰ কৰি এই বিৰাট

এন্ধাৰৰ অনন্ত দমটোত সামান্য এডাল পোহৰৰ ৰেখা সোমোৱা প্ৰচেষ্টাৰ সেই আবেগময় ভ্ৰান্ত আদৰ্শবাদটো আজিৰ দিনত অবাস্তৱ আৰু হাস্যকৰ প্ৰীতি"—কিয় ? অকলে কিয় কৰিব লাগে এই সংস্কাৰ, মেৰামতি ? গবৰ্ণমেণ্টেতো কাম হাতত লৈছেই। আৰু গাৱঁবাসীক যদি ভালকৈ বুজোৱা যায়, তেওঁলোক কি অজ্ঞান এন্ধাৰত ডুবি আছে, কি জঘন্য জীবন যাপন কৰিছে, উন্নত জীৱনৰ ছবি যদি ডাঙি ধৰা যায় তেওঁলোকৰ চকুৰ আগত, অলপো কি টলাব পৰা নেযাব, অলপো কি আগবাঢ়ি নাহিব সংস্কাৰ কাটি নিজৰ উন্নতি, নিজৰ গাওঁৰ উন্নতিৰ কাৰণে ?" উত্তেজিত হৈ অলপ কঠোৰভাবে সোধে তাই।

"অলপ ধীৰেৰে প্ৰীতি। তোক দোষ দিব নোৱাৰো। জীবন যুদ্ধৰ লগত পৰিচয় নথকা কলেজৰ স্কুলৰ অৰ্থহীন শিক্ষাত শিক্ষিত এজনী ছোৱালীৰ পৰা ইয়াতকৈ প্ৰেক্টিকেল ৰাজনীতি জ্ঞানটো আশা কৰা মোৰ ভুল হ'ব। কথা এটা প্ৰীতি, চাৰি পাঁচদিন গাওঁত থাকি লাভ কৰা অভিজ্ঞতাৰ জোৰেৰে এই ভুল ধাৰণাটো নকৰিবি যে তই গাৱঁৰ ৰাজনীতিৰ একো নজনা নাই। মোৰ ইয়াতে জন্ম, আছো বহুত দিন ইয়াতে, তোতকৈ মোৰ জ্ঞান অলপ বেচিয়েই হব বোধহয়। চহৰৰ আমাৰ অভাবত নথকা কিছুমানৰ শিক্ষিত মনবোৰৰ দৰে সূক্ষ্মদৃষ্টিভঙ্গী নহয় ইহঁতৰ। অজ্ঞান এন্ধাৰ দূৰ কৰা, স্বাস্থ্যলৈ চকু দিয়া, জীবনৰ মান উন্নত কৰা—এইবোৰ ডাঙৰ ডাঙৰ নকৈ যদি একেবাৰে স্থূল কথালৈ যাব, যিটো গাঁও বাসীৰ স্বভাব লব্ধ উপলব্ধি—সেই ভাতকাপোৰৰ অভাব নহোৱাকৈ লাভ কৰাৰ উপায় যদি মনত লগাকৈ জানিব পাৰ, দেখিবি সিহঁত জাগি উঠিছে। তেতিয়া সিহঁতৰ সেই উপলব্ধিৰ জ্ঞান, সাহস, আমাৰ মধ্যবিত্তিয়া কিতাপ পঢ়ি গোটোৱা মনোবলতকৈ আগবাঢ়ি যাব। আৰু সঁচাই সমাজ ব্যবস্থাই য'ত ভাঙি পৰিছে সকলোফালেদি, কি ৰাজনৈতিক, কি অৰ্থ নৈতিক তাত এনেধৰণৰ আদৰ্শবাদৰ মোহটো

কেনে লাগে জান? ঘৰটোৰ ভেটিটোক দৃঢ় নকৰি খিৰিকিত আইনা লগোৱা, দুৱাৰত পৰ্দ্দা লগোৱা আদি সৰু সৰু কামবোৰ প্ৰথমে কৰিবলৈ ওলোৱা যেন লাগে। এইফালে ভেটিটোৱে ইমান দুৰ্ব্বল হৈ আছে। আৰু ধৰ তৰ্কৰ খাতিৰত মানি ললো যে শিক্ষিত লৰা এজন বা ছোৱালী এজনীয়ে গাওঁ এখনৰ পাৰিব সকলোখিনি বেয়াৰ পৰা মুক্ত, শিক্ষিত, সুন্দৰ কৰিবলৈ, কিন্তু তই মোক কেইজনে তেনে আদৰ্শবলীয়া শিক্ষিত ডেকা বা গাভৰুৰ সন্ধান দিব পাৰিবি যি বি-এ বা এম-এটো পাছ কৰি সুখী জীৱন এটাৰ সপোন আওহেলা কৰি গাৱঁলৈ গুছি আহিব? প্ৰেৰণাইবা কৰপৰা পাব? আৰু যি শিক্ষা পাইছো, সেই শিক্ষাইয়ে প্ৰেৰণা নিদিব সিহঁতক। অৱশ্যে সঁচা, গাৱঁলৈ আমাৰ শিক্ষিত সকলে আহিবই লাগিব—কিন্তু তাৰ পথটো একাত্মক প্ৰচেষ্টা নহয়, সামূহিক প্ৰচেষ্টাহে। আৰু কৰ্ত্তব্য নহয় কেবল সৰু সুৰা উন্নতিৰ কামতেই আবদ্ধ থকা, প্ৰধান কৰ্তব্য সিহঁতৰ মানুহৰ দৰে জীয়াই থকাৰ জন্মগত দাবীক জগাই তুলি তাক সফল কৰাৰ পথত আগুৱাই লৈ যোৱা”—“কিন্তু একাত্মক ভাবেনো কিয় কৰিম এই বুলিয়েই তই ইমানবোৰ অন্যায় অবিচাৰ চকুৰ আগত লৈ জোনাকত ইয়ালৈ আহি “ধৰণীক ভালপাইছিলো”—বুলি স্বাৰ্থপৰ তৃপ্তিত ডুবি থাকিবি নেকি?—“বাঃ বৰ ধুনীয়াকৈ কব জান দেখিছো”—সস্নেহ হাঁহিৰে তাইৰ ফালে চাওঁ। তাৰপিছত গহীন হৈ কওঁ— “মোৰ ওপৰত তোৰ ইয়াতকৈ আৰু অলপ ভাল ধাৰণা থকা হলেই ভাল পালোহেঁতেন, প্ৰীতি। হোষ্টেলত তই নেদেখা নহয়, বাজে ৰোমাঞ্চৰ বিলাস লৈ কটোৱাতকৈ কিতাপ এখনকে পঢ়ি সময়ৰ সদ্ব্যবহাৰ কৰা ভাল বুলি ভাবো মই সদায়ে। গাৱঁত মই ভালকৈ জনাহোৱাৰ পৰা বেচিদিন থকাৰ সুযোগ নেপাওঁ। যিকেইদিন থাকো অকল সৌন্দৰ্য্যতে ডুবি থাকো নে কি কৰো আৰু কেইদিন মান থকা হলে বুজিলিহেঁতেন। অৱশ্যে নিজৰ গাৱঁত কাম কৰাটো

অলপ টান। কিন্তু লগে লগে এইটোও ঠিক যে পঢ়া-শুনা এৰি দি অকলে অকলে এখন গাৱঁক আদৰ্শমূলক গাওঁ কৰি তোলাত মোৰ শক্তিৰ অপব্যয় কৰিবলৈ ৰাজী নহওঁ মই। সেইবুলি নাভাবিবি শিক্ষাৰ মোহত গাৱঁলৈ আহিব নোখোজো। সেইটো নিশ্চয় নহয়। এই শিক্ষা ব্যৱস্থাৰ ওপৰত অকনো আস্থা নাই মোৰ। আমাৰ স্কুল-কলেজীয়া শিক্ষাই কাৰমনক কিমান শিক্ষিত কৰিব পাৰিছে হোষ্টেলত যিমানবোৰ ছোৱালী দেখিলো তাৰ পৰা জানিবলৈ বাকী নাই মোৰ। সেই শিক্ষাৰ মোইটোক আৱশ্যক হলে বিসৰ্জ্জন দিয়াৰ উচিত খিনিক নাপাহৰো মই! দৰ্কাৰ যেতিয়া হব আমাৰ সামূহিক প্ৰচেষ্টাৰ নিৰ্দেশ হিচাবে গাৱঁত আহি কাম কৰাৰ, তেতিয়া নিশ্চয়ে ডিগ্ৰীটোৰ মোহ এৰি গুচি আহিব লাগিব।"

তুয়ো অলপ সময় মনে মনে থাকো। মোৰ কথা এটা মনত পৰে। "প্ৰীতি এইটো মই মানো যিমানেই সামান্য নহওক যেতিয়াই সুবিধা পোৱা যায় ভাল কাম কৰা উচিত। আমাৰ গাৱঁৰ কিছুমান ভাল কৰাৰ চেষ্টা কৰিম মই এইকেইদিন। পাঠশালা এটা পতাৰ কথা ময়ো নভবা নহয়"—

তলমূৰকৈ নিমাতে থকা প্ৰীতিৰ ফালে চাই আগৰ কথাকে লৈ হাঁহি কওঁ—"নিষ্ঠুৰ? হয়তো। নহলে যি সন্ধিয়া এজনী মোৰ বয়সৰেই ছোৱালীয়ে জাৰত কঁপি আক গৰমত ঘামি ঢেকি দি দি তাইৰ যৌবনটোক ব্যৰ্থ কৰি দিছে—তেনে সন্ধিয়াবোৰত কেনেকৈ মই জোনৰ হাঁহিৰে উপচি পৰা পৃথিবীলৈ চাই ভাবিব পাৰো —"ভালোবেসেছিল এই ধৰনিয়ে"—; কিন্তু শুনিবি প্ৰীতি এই ৰোমাণ্টিক পৰিবেশত থাকিও, ধুনীয়া পৃথিবীক ভালপাও বুলি ভবাৰ বাহিৰেও আন কি অৰোমাণ্টিক ভাবনাবোৰ মনলৈ আহে? নিজকে সাজু কৰাৰ প্লেন। কেনেকৈ এখন জগত গঢ়ি তুলিব পাৰো—য'ত অকল মৰেই নহয় বৌহঁতৰ দৰে সকলোৱেও সন্ধিয়াৰ

জোনাকৰ সৌন্দৰ্য্য উপভোগ কৰিব পাৰে, কেনেকৈ এই ধুনীয়া সৌন্দৰ্য্যৰ কুৱলীৰ আবৰণ ভেদ কৰি তাৰ তলত লুকাই থকা সকলো মলিনতা আঁতৰাই স্বাস্থ্যবান, সুখী, শিক্ষিত কৰি তুলিম—অকল বৌৰে নহয়—দেশৰ সকলোবোৰ বোৱাৰীকে নতুন জীৱনৰ, যৌৱনৰ পোহৰত উল্লাসিত কৰি তুলিম ; প্ৰেমৰ নাম শুনি আচৰিত হৈ চাই থাকিব লগা নহয় যি দেশত। সেই দেশ গঢ়াৰ কল্পনা কৰো—য'ত নাই সামান্য কাজিয়াকে লৈ মকৰ্দ্দমাৰ সূত্ৰপাত, য'ত ওচৰ চুবুৰীয়াৰ লগত অশ্লীল গালি আৰু বাঢ়নিৰ কোবৰ প্ৰতিযোগিতা নচলে, যি দেশৰ লৰা-ছোৱালীবোৰৰ মনবোৰ বিকৃত হৈ নেযায়।"

ওখ গছ ডালত, অকমান বাহটোত শুই থকা সৰু চৰাই এটাই সাৰ পাই হয়তো চিঞৰি উঠে। প্ৰীতিৰ চেঁচা হাতখন আলফুলকৈ তুলি লৈ কওঁ—"মোৰ কথাবোৰ আবেগৰ প্ৰলাপ যেন লাগিছে নহয়, প্ৰীতি ? কিন্তু মোৰ ভাষাত আবেগ লাগিলেও সঁচায়ে আজি এই নতুন দিনৰ সপোনটো কেবল সপোনেই থকা নাই প্ৰীতি—। তাৰ বাস্তৱ পৰিণতি দেখিছই পৃথিবীৰ বৰ্ত্তমান বুৰঞ্জীৰ পাতে পাতে—। কেইখনমান দেশ আজি সকলো অন্যায় অবিচাৰৰ বিৰুদ্ধে মূৰ ডাঙি আমাৰ সপোনৰ সফলতাৰ পথত আগবাঢ়িছে—। আমাৰ ইয়াতো সেই নতুন দিনৰ ৰঙা বেলিৰ ৰেখা এডাল দুডালে আহি ভুমুকি মাৰিছে—তাৰ পোহৰ দেখিবি সকলোতে, খবৰৰ কাগজৰ পৃষ্ঠাবোৰত—। মই নিজেই দেখিছো আমাৰ গাৱঁত—। যোৱা দুবছৰ মান আৰু আজিৰ পাৰ্থক্য কিমান—। আজি আমাৰ গাৱঁত—। লৰা-ছোৱালীয়ে উচ্চাৰণ কৰে ছ'চিয়েলিষ্ট, কমিউনিষ্ট, কংগ্ৰেছ—। বয়সীয়া সকলে আলোচনা কৰে দেশৰ পৰিস্থিতি লৈ—।"

বৌৱে হাতত চাকিটো লৈ আমাক ভাত খাবলৈ মাতি চ'ৰা ঘৰৰ দুৱাৰ মুখতে বৈ আছিল। গধূলিৰ ঘটনাটো পাহৰি,

গৈছিল বোধহয়—চাকিৰ পোহৰত দেখিলো মুখত হাঁহি— ।

নিমাতে আগবাঢ়ি গৈ থকা প্ৰীতিলৈ চাই বুজিব নোৱাৰো—মোৰ কথাত কি প্ৰতিক্ৰিয়া হৈছে তাইৰ মনত।

আমাৰ তিনিওৰে মাজত থমকিয়া আবাহাওয়াটো পাতল কৰিবলৈ হাঁহি সোধো।—"তাৰ পিচত প্ৰীতি—তোৰ এনথ্ পলজিৰ সপোনৰ পিচত কি হ'ল, কি কৰি মীৰাহঁতক— ?"

আহিবৰ সময়ত এনথ্ পলজিৰ ভাল ছাত্ৰী প্ৰীতিয়ে হাঁহি হাঁহি মীৰাহঁতক কৈছিল, "মীৰা, মোৰ এনথ্ পলজিৰ সপোনৰ এটা অংশ ইহঁতৰ গাৰ্ত পূৰাবলৈ ওলালো—"।

তললৈ কৰি থকা মুৰটো অলপ ডাঙি বৌৰ হাতখন নিজৰ কোমল হাতৰ মাজলৈ টানি আনি তাই ধীৰভাবে কলে—"কম—সপোনৰ পিচত সাৰপাই আমি কঠোৰ বাস্তৱৰ সমুখীন হব লগাত পৰো—"

এছাটি মলয়া আহি চাকিটোৰ পোহৰখিনি প্ৰীতিৰ মুখৰ ফালে বেঁকা কৰিলৈ যায়—দেখো—প্ৰীতিৰ ধুনীয়া গোলাপী মুখ-খন উজ্জ্বল হৈ উঠিছে— । কোনে জানে কিয়— । হয়তো নতুন দিনৰ বঙা বেলিৰ উজ্জ্বল পোহৰৰ ৰেখা এডাল ছূডাল পৰি— ।

☐ ৰচনা : ১৯৪৯ চন।

---

# মূল্যায়ন

**কণু বৰুৱা**

"মই সেই দিনটোৰ কথা কৈছো। প্ৰথমে এক অস্পষ্ট গুণগুণনি। তাৰ পাছত সেই গুণগুণনি ব্যাপ্ত হৈ এক কোলাহলত পৰিণত হ'ল, কিন্তু কোলাহল নো কিমান পৰ থাকিব—? কোলাহলো এসময়ত নীৰৱতাত নিমজ্জিত হয়।

ঠিক পিক্‌নিক্‌ৰ চিঞৰ বাখৰৰ দৰে। পিক্‌নিকৰ যাত্ৰীসকলৰ চিঞৰ বাখৰত বনভূমি মুখৰ হৈ পৰে। ৰেকৰ্ড-প্লেয়াৰৰ গানে চৰাইৰ মাতক তল পেলায়। মানুহৰ কথা-বাৰ্তাই নদীৰ কুলুকুলু ধ্বনি স্তব্ধ কৰি পেলায়।

কিন্তু ক্ষন্তেকীয়া, মানুহৰ এই কলৰবে নিৰ্জন বনভূমিৰ চিৰদিনলৈ সৰব নকৰে—ঠিক সেইদৰে বৰ্ণালীৰ—" এইখিনিলৈকে লিখি উজ্জ্বলা থমকি ৰ'ল। তলৰ ওঁঠটো কামুৰি, হাতৰ পেনটো একে-ঠাইতে ধৰি ৰাখি উজ্জসাই ভাবিবলৈ ধৰিলে।

কিয় এনে হয়? পৃথিৱীত মানুহৰ আত্মোৎসৰ্গবোৰ সদায় নীৰৱ! কোনো কোলাহলে তাক মুখৰ কৰিব নোৱাৰে।

আৰু এটা আচৰিত কথা, আমি মানুহবোৰে ইজনে সিজনক চিনিব নোৱাৰো। অতি নিকটতম আত্মীয়ৰ অন্তৰৰ ভাষাও বহুত সময়ত পঢ়া নহয়। যেতিয়া পঢ়িবলৈ মন যায় তেতিয়া হয়তো মানুহজনক আৰু কাষত পোৱা নাযায়। অথচ মানুহে কি ভাওৰ ভুলেই নকৰে! সদায় লগত থকা মানুহজনক চিনিবলৈ কোনো চেষ্টা নাই, উজ্জ্বলায়োত বৰ্ণালীক চিনি পাবলৈ অকনো ইচ্ছা নকৰিলে, অথচ গাৰ ছাঁৰ-দৰে বৰ্ণালী সদায় উজ্জ্বলাৰ ওচৰে ওচৰে আছিল।

কোনোদিনেই দকৈ নভবা কথাবোৰ আজি কালি যেন স্পষ্ট হৈ উজ্জ্বলাৰ চকুত ধৰা দিছে। বৰ্ণালীৰ চকুৰ সেই অসহায়, ভীত চাৱনিক উজ্জ্বলাই কোনোদিনেই বুজিবলৈ চেষ্টা কৰা নাছিল। নিজকে বিদ্যা, বুদ্ধিত বৰ্ণালীতকৈ সদায়ে উৰ্দ্ধত বুলি ভাবিছিল উজ্জ্বলাই। তাই ক'তদিন হাঁহিছিল, কেতিয়াবা কৈছিলও—

"বন্নুবা, তুমি বৰ অঁকৰা, ইমান সহজ কথাটো বুজোতে তোমাৰ ইমান সময় লাগে নে—?"

উত্তৰত বৰ্ণালীয়ে একো নকৈছিল, কেৱল এটা অপ্ৰস্তুত হাঁহি মাৰিছিল। অথচ আজি উজ্জ্বলাই বুজিছে, সকলো জানিও, সকলো বুজিও বৰ্ণালী নিৰ্বিকাৰ হৈ ৰৈছিল, কাৰণ তাই জানিছিল এই সংসাৰত তাইৰ যি স্থান সেই স্থানত তাইক জোৰ কৈ বহুৱা হৈছে।

এটি বৃন্তৰ দুটি ফুল, বৰ্ণালী আৰু উজ্জ্বলা। দেখাত দুয়ো ধুনীয়া, প্ৰকৃতি অৱশ্যে দুয়োৰে ভিন্ন। উজ্জ্বলা ৰাংঢালী, প্ৰগল্‌ভা। বৰ্ণালী ধীৰ স্থিৰ, অলপ যেন বিষণ্ণ। মৰুৱা কামবন কৰিবলৈ উজ্জ্বলাই ভাল নাপায়। খুব বেছি ড্ৰয়িং ৰুম সজাব পাৰে, তাতকৈ বেছি কৰিবলৈ তাই অপাৰগ। আনহাতে ৰন্ধাবঢ়াকে আদি কৰি সংসাৰৰ সকলো কামলৈকে বৰ্ণালীৰ অপৰিসীম আগ্ৰহ। দেউতাক নাই, কেতিয়াবাই ঢুকাইছে, মাকে দুয়োজনীকে মৰম কৰে, অথচ সুক্ষ্ম ভাবে চালে মাকৰ যেন সৰু ছোৱালী উজ্জ্বলালৈকে যত্ন বেছি। তাইৰ খোৱা, লোৱা, থকামেলাৰ প্ৰতি মাকৰ সতৰ্ক দৃষ্টি। মাকে লোৱা এই যত্নৰ লগত তাল ৰাখিয়েই যেন বৰ্ণালীয়েও ভনীয়েকৰ তদাৰক কৰে। ক'তদিন বৰ্ণালীয়ে উজ্জ্বলাক কৈছে—

"ভণ্টী তই ঘৰলৈ আহোতে ইমান পলম কৰ কিয়—? মাই কিমান চিন্তা কৰে নাজান জানো—?"

কথা-বাৰ্তাত বৰ্ণালীৰ অকনো বিৰক্তি নাই। বৰঞ্চ সকলো সময়তে এটা সমীহৰ ভাব। অৱশ্যে ঘৰখনৰ সকলোৱে উজ্জ্বলাক সমীহ কৰিয়েই চলে কাৰণ তাই বৰ অভিমানী। অকনমান কথাতে

ঠেহ লাগি ভাতপানী নোখোৱাটো উজ্জ্বলাৰ কাৰণে সহজ সাধাৰণ কথা। তথাপি বৰ্ণালীয়ে সদায়ে চেষ্টা কৰিছিল, তাইৰ ব্যৱহাৰৰ বাবে যাতে উজ্জ্বলাই অভিমান নকৰে।

এদিনৰ কথা স্পষ্ট ভাবেই মনত আছে উজ্জ্বলাৰ। কি এক সামান্য কথাত উজ্জ্বলা কান্দিকাটি অস্থিৰ হ'ল, তাই ভাত নাখায়। সেইদিন বৰ্ণালীয়ে তাইক কিবা এটা কথাত জোকাইছিল, ভদাৰ কাৰণ সেইটোৱেই। মাকে আহি বৰ্ণালীক জেৰা কৰিছিল—

"বন্নু তই সদায় ভন্টীক লগাই থাক কিয়— ? তই তাইতকৈ বহুতো ডাঙৰ। আৰু—"

মাক বৈ গৈছিল আৰু আচৰিত কথা ! সেইদিনা বৰ্ণালীয়ে উচুপি উচুপি কান্দিছিল, উজ্জ্বলাই বুজি পোৱা নাছিল মাকৰ সেই সামান্য কথাতে বৰ্ণালীয়ে কিয় ইমান আঘাত পালে। ঠেহ, অভিমান পাহৰি সেইদিনা উজ্জ্বলাই বৰ্ণালীক সাৱটি ধৰিছিল। কৈছিল—"নাকান্দিবা বন্নুবা, তুমি কান্দিলে মোৰ বৰ বেয়া লাগে !"

কিমান অন্তৰংগ ভাবে দুয়ো দুয়োকো ভাল পাইছিল। অথচ ভাবিব নোৱাৰে উজ্জ্বলাই কিয় এনে হয়— ? পৃথিবীত এনে কিছুমান ঘটনা ঘটে। যাৰ কথা কেতিয়াও কল্পনা কৰা নাযায় !

কিমান দিনৰনো কথা—? তেতিয়া উজ্জ্বলা বি. এ. ক্লাচৰ ছাত্ৰী, আৰু বৰ্ণালীয়ে বিশ্ববিদ্যালয়ত নাম লগাইছে, তেতিয়াই প্ৰকাশ সিহঁতৰ ঘৰলৈ আহিছিল, উজ্জ্বলাহঁতৰ মামাকৰ বন্ধু। স্বাস্থ্যবান, দেখনীয়াৰ জীৱনত সুপ্ৰতিস্থিত এজন ডেকা। মামাকৰ লগত প্ৰায়ে সিহঁতৰ ঘৰলৈ আহিছিল।

বৰ্ণালী আৰু উজ্জ্বলা দুয়োজনীয়েই প্ৰকাশৰ প্ৰতি আকৃষ্ট হৈছিল।

বৰ্ণালীয়ে হয়তো নিজৰ অজানিতেই এটা ভুল কৰি পেলাইছিল। তাই কোনোদিনেই উজ্জ্বলাই লোৱা বস্তুটো লবলৈ হাতমেলা নাছিল

কিন্তু প্ৰকাশৰ বেলিকা ইয়াৰ ব্যতিক্ৰম ঘটিল। নিজৰ অজ্ঞানিতেই তাই যেন প্ৰকাশৰ বহুতো চাপিছিল।

দৰা হিচাবে প্ৰকাশ অতি উপযুক্ত, গতিকে মাকেও প্ৰকাশৰ হাততে যেই সেই এজনী ছোৱালী দাতাবলৈ বিচাৰিলে। উজ্জ্বলাহঁতৰ মামাকে এই বিষয়ত মধ্যস্থতা কৰিলে, প্ৰকাশে উত্তৰত জনালে, তেওঁ মতামত পাছত দিব। কাৰণ এতিয়াও মনস্থিৰ কৰিব পৰা নাই, অৱশ্যে তেওঁ যদি বিয়া কৰায় বৰ্ণালীকে কৰাব উজ্জ্বলাক নহয়।

প্ৰকাশৰ এই পোনপটীয়া উত্তৰ উজ্জ্বলাৰ কাৰণে হ'ল এক অপ্ৰত্যাশিত আঘাত। বয়সত সৰু হৈও সকলো বিষয়তে তাই বৰ্ণালীতকৈ আগবাঢ়ি আহিছে, অথচ আজি জীৱনৰ চৰম প্ৰাপ্তিৰ খনত তাই বৰ্ণালীৰ হাতত পৰাজিত হ'ল।

আৰম্ভ হ'ল উজ্জ্বলাৰ নীৰৱ বিপ্লৱ, কন্দাকটা নহয়। আচৰিত এক উদাসীনতাই উজ্জ্বলাক যেন আৱৰি পেলাল। খোৱা বোৱা এৰিলে, কথাবাৰ্তা প্ৰায় বন্ধ হ'ল। মাকে কিমান সুধিলে তাইৰ কি হৈছে, একোৱেই উত্তৰ নিদিলে উজ্জ্বলাই। ঘৰখনত অশান্তি আৰম্ভ হ'ল।

এদিন বৰ্ণালী নিজেই আগবাঢ়ি আহিল, উজ্জ্বলাক মৰম কৰিলে, তাৰ পাছত ক'লে !

"ভন্টী, তই বৰ অবুজৰ দৰে কাম কৰিছ, প্ৰকাশতকৈ বহুত ভাল লৰা তই পাবি।"

উজ্জ্বলাই উষ্মাৰে উত্তৰ দিলে :

"কোনে কলে মই প্ৰকাশক বিচাৰিছো বুলি—?"

আচৰিত সহিষ্ণুতাৰে বৰ্ণালীয়ে কৈছিল :

"কোনেও কোৱা নাই, মই নিজেই বুজিছো।"

"অ' তুমি মোক তোমাৰ বাটৰ প্ৰতিবন্ধক বুলি ভাবিছা— ?"

"কিয় তেনেকৈ কৱ ভন্টী—? মই তোক কিমান মৰম কৰো তই জানো নাজান— ?" উজ্জ্বলাই উত্তৰত একো কোৱা নাছিল, কেৱল তাই মুখখন বেছিকৈ ওফোন্দাই পেলাইছিল।

বৰ্ণালীয়ে লাহে লাহে খুব গোপন কথা কোৱাৰ দৰে কৈছিল : “প্ৰকাশক মোৰ জীৱনৰ অৱলম্বন হিচাপে লব খোজো, অৱশ্যে তেওঁ যদি মান্তি হয়।”

“ছিঃ বন্নু, তই ডাঙৰ বায়েকজনী হৈ এইবোৰ কথা ভনীয়েৰক শুনাইছ। তোৰ লাজ নেলগিন নে—?” মাকৰ কথাষাৰত উজ্বলা আৰু বৰ্ণালী চক্ খাই উঠিছিল সেইদিনা, মাকে যে আহি সিহঁতৰ কথা শুনি আছে কবই পৰা নাই কোনেও। লাজ অপমানত মৰ্মাহত হৈ অধোবদনে বৰ্ণালী উজ্বলাৰ ওচৰৰ পৰা আঁতৰি গৈছিল।

সেইদিনা বহুত ৰাতিলৈকে মাকে বৰ্ণালীক কিবা বুজাইছিল আৰু মাকৰ ওচৰৰ পৰা আহি বৰ্ণালীয়ে তাইৰ কাষৰ বিছুনাখনত পৰি উচুপি উচুপি কন্দা উজ্বলাই শুনিছিল। আজি ভাবিলে উজ্বলাৰ যে কেনেকুৱা লাগে আত্মাভিমানত দগ্ধ হৈ উজ্বলাই এবাৰো বৰ্ণালীক সেইদিনা নুসুধিলে ; “বন্নুবা তুমি কিয় কান্দিছা,” বুলি।

তাৰ পিছৰ দিনটো নীৰৱে পাৰ হৈছিল। উজ্বলা আৰু বৰ্ণালীৰ মাজত বাক্য বিনিময় হোৱা নাছিল। বিয়াৰ প্ৰস্তাব পোৱাৰে পৰা প্ৰকাশো সিহঁতৰ ঘৰলৈ অহা নাছিল। তেওঁ নিজৰ কৰ্মস্থলী শ্বিলঙত আছিল সি।

সেইদিনা বৰ্ণালীৰ কাৰ্য্যস চীনো কি আছিল—? উজ্বলাই ভাবিবলৈ ধৰিলে।

ধীৰ-স্থিৰ শান্ত বৰ্ণালীয়ে আগৰ দৰে নিজৰ কৰ্তব্য পালন কৰি গৈছিল, মনত আছে উজ্বলাৰ, পাকঘৰলৈ গৈ উজ্বলাই ভালপোৱা আঞ্জা এখন ৰান্ধিছিল বৰ্ণালীয়ে।

তাৰ পাচত ৰাতি শুবৰ সময়ত বাকচ খুলি দুখন একেবাৰে নতুন শাৰী উলিয়াই উজ্বলাক কৈছিল :

“ভন্টী, এই শাৰী দুখন তোক দিলো, বাকচত থৈ দে,” অভিমান পাহৰি উজ্বলাই কৈ উঠিছিল : “বাঃ মোক দিলা যে তুমি নিপিন্ধা নেকি—?”

"মোক আৰু শাৰী নালাগে।" উদাসীনভাৱে বৰ্ণালীয়ে কৈছিল।

"অ' বুজিছো, বিয়াৰ পাচত তুমি চাগি আৰু শাৰী নিপিন্ধা।" উত্তৰত বৰ্ণালীয়ে এইবাৰ একো কোৱা নাছিল। কেৱল নীৰৱে উজ্জ্বলালৈ চাই হাঁহিছিল। কিমান ম্লান আছিল সেই হাঁহি!

ইমান আগজাননী পায়ো উজ্জ্বলাই সেই দিনা একো বুজি নাপালে।

পিছদিনা ৰাতিপুৱা উজ্জ্বলাই দেৰিকৈ সাৰপাইছিল নে কোনোৱাই জগায়ে দিছিল আজি আৰু মনত নাই। সাৰ পাই চকু সোহাৰিয়েই দেখিছিল ঘৰখনত হুলস্থূল পৰিবেশ এটা। কি হ'ল—?

মাকে চিঞৰি চিঞৰি কান্দিছিল। উজ্জ্বলাহঁতৰ বুঢ়ীমাক স্তব্ধ হৈ বৈ আছে। কেৱল মামাকে তাইক ফুচফুচাই কৈছিল; "ভন্টী, বন্নুৱে ছুইছাইড কৰিলে, তোলৈ এখন চিঠি হৈ গৈছে।"

শুনাৰ প্ৰায় লগে লগেই, "বন্নুবা, বন্নুবা কৈ চিঞৰি উজ্জ্বলা অজ্ঞান হৈ পৰি গৈছিল।

সেইদিনাই আবেলিৰ ডাকত প্ৰকাশৰ পৰা এখন চিঠি আহিছিল। প্ৰকাশে লিখিছিল :

উজ্জ্বলা,

ক্ষমা কৰিবা, মই অপাৰগ, কব নোৱাৰো তোমালোকে মোক কি ভাবিছা, কিন্তু নিজকে মই বুজিব পৰা নাছিলো। হয়তো মোৰ মোহ জাগিছিল বৰ্ণালীৰ প্ৰতিহে, তোমাক মোৰ সৰু ছোৱালী এজনীৰ দৰেহে লাগিছিল ঠেঁহ-পেঁচ লাগি থকা অকনমান ছোৱালীৰ দৰে। প্ৰেয়সীৰ ৰূপত তোমাক কল্পনা কৰা মোৰ পক্ষে অসম্ভৱ। এই শ্বিলঙৰে ছোৱালী ভৰণীৰ কথা মই তোমালোকক কব পৰা নাছিলো। আমাৰ সমন্ধ বহুদিনীয়া। তেওঁকে বিয়া কৰাবলৈ স্থিৰ কৰিলো। অজানিতে তোমালোকৰ মনত কষ্ট দিয়াৰ বাবে মই দুঃখিত। বৰ্ণালীক ক'বা মোক ক্ষমা কৰিবলৈ। তেওঁৰ ধীৰ স্থিৰ ব্যক্তিত্বৰ প্ৰতি মোৰ অশেষ শ্ৰদ্ধা। তোমালোকলৈ শুভেচ্ছাৰে—"

মৃত্যুৰ সময়ত আত্মহত্যাৰ স্বীকাৰোক্তিৰ বাহিৰেও বৰ্ণালীয়ে উজ্জ্বলালৈকো এখন চিঠি লিখি থৈ গৈছিল, এটা বন্ধ খামত। বৰ্ণালীয়ে লিখিছিল—

ভন্তী,

তুমি, তোমালোকে মোক ভুল বুজিলয়, মই তোমাৰ আৰু প্ৰকাশৰ মিলনৰ বাটত অন্তৰায় হৈছো বুলি। আচলতে তোমালোকৰ সেই ধাৰণা ভুল। তোমাৰ মনৰ ভ্ৰান্তি ( মাৰ মনৰ ভ্ৰান্তি নিজেই আঁতৰিব ) আঁতৰাবৰ কাৰণে মোৰ জীৱনৰ আন্ধাৰ ফালটোৰ কথা তোমাৰ আগত দাঙি ধৰিলো।

মই তোমাৰ "মা"ৰ নিজৰ সন্তান নহয়। মাৰ ভনীয়েকৰ ছোৱালীহে মই। কলেজত পঢ়ি থকা অৱস্থাত "মা"ৰ ভনীয়েকে এটি অবাঞ্ছিত সন্তান জন্ম দিছিল বা দিবলৈ বাধ্য হৈছিল। পৰিয়ালৰ সকলোৰে মান-সম্মান বচাই ৰাখিবলৈ সেই সন্তানটি মাৰ হাতত তুলি দিয়া হৈছিল, কাৰণ মাহঁত তেতিয়া অসমৰ বাহিৰত আছিল। সেই অবাঞ্ছিত সন্তানটিয়েই মই। কথাটো মোৰ পৰা লুকুৱাবলৈ বেচ চেষ্টা কৰা হৈছিল, কিন্তু সত্য গোপন নাথাকে কাৰণেই নেকি, কথাটো মই কেনেবাকৈ জানি গলো। আনকি মোৰ জন্মদাত্ৰী ভদ্ৰমহিলায়ো ( মাৰ ভনীয়েক ) এনে অভিনয় কৰে যেন প্ৰকৃততে মই তেওঁৰ বায়েকৰ ছোৱালীহে।

মোৰ জন্মৰ কাৰণে মই দায়ী নহয় যদিও চিৰাচৰিত প্ৰথা মতে সমাজে মোকেই দায়ী কৰিব। সেই কাৰণেই প্ৰকাশক মই অবলম্বন ৰূপে লব খুজিছিলো। ভাবিছিলো প্ৰকাশক সকলো কথা খুলি ক'ম। সকলো শুনাৰ পাছত তেওঁ যদি মান্তি হয়, তেন্তে তেৱেঁই হব মোৰ স্বামী।

কিন্তু নহল, তুমি আৰু 'মা'ই মোৰ এই প্ৰচেষ্টাত ষড়যন্ত্ৰৰ আভাস দেখিলা, সেয়ে চিৰবিদায় লোৱাৰ বাহিৰে মোৰ আৰু উপায় নাই!

মোৰ জন্মই আলোড়ন তুলিছিল, মৃত্যুৱেও তোলক, কি কৰিম!

কেৱল মোৰ দুখ লাগিছে এই ভাবি যে ইমান দিনে মোক নিজৰ ছোৱালীৰ দৰে তুলি-তালি ডাঙৰ কৰা 'মা'ৰ মনত মই শান্তি দিব নোৱাৰিলো। তোমাকো আঘাত দিলো। পাৰিলে তোমালোকে মোক ক্ষমা কৰিবা। আৰু নোৱাৰো ভণ্টী, বৰ টোপনি ধৰিছে— মৰমেৰে—" বৰ্ণালী।

আজি এইয়া বৰ্ণালীৰ মৃত্যুৰ ছ'মাহৰ পাচতো উজ্জ্বলাই সেই একেখিনি কথাকে ভাবি আছে, কেতিয়াবা বৰ্ণালীৰ চিঠিখন, কেতিয়াবা প্ৰকাশৰ চিঠিখন পঢ়ে। কেতিয়াবা হাতত কলম লৈ নিজেই কিবা লিখিবলৈ চেষ্টা কৰে।

আজিও উজ্জ্বলাই বৰ্ণালীৰ চিঠিখন পঢ়িলে। পঢ়ি উঠি সেইখন হাতত লৈ তাই বেৰত আঁৰি থোৱা বৰ্ণালীৰ ডাঙৰ ফটোখনৰ ওচৰলৈ গ'ল। ফটোখনত বৰ্ণালীক বৰ জীৱন্ত যেন লাগে। মুখত সেই ম্লান হাঁহিটো, কপালৰ আগত দুডালমান অবাধ্য চুলি, হাত এখনেৰে ৰেলিঙত ভেজা দি আছে বৰ্ণালীয়ে। এইটোৱেই বৰ্ণালীৰ পৰিচিত মূৰ্তি। ফটোখনৰ একেবাৰে ওচৰত থিয় হৈ উজ্জ্বলাই মনে মনে কবলৈ ধৰিলে:

'তুমি মিছায়ে আত্মহুতি দিলা বন্ধুবা। এই যুগটোত, এই নিষ্ঠুৰ যুগটোত আত্মাহুতিৰ কোনো মূল্য নাই। মূল্য নাই দয়া, ক্ষমা, উদাৰতা আৰু মানৱতাবোধৰ। স্বাৰ্থপৰতাই এই যুগৰ সকলোতকৈ মূল্যবান বস্তু। তুমি যদি স্বাৰ্থপৰ হলাহেঁতেন। তেন্তে তুমি সুখী হ'ব পাৰিলাহেতেন, কিন্তু তুমি যে নিজকে নিঃশেষ কৰি পেলালা।'

একেথৰে উজ্জ্বলাই বৰ্ণালীৰ ছবিখনলৈ চাই ৰ'ল। এবাৰ বাহিৰলৈ চালে, পশ্চিম আকাশখন সূৰ্য্যবিদায়ৰ শেষ আভাৰে ৰাঙলি হৈ উঠিছে। সেই বিদায়ী সূৰ্য্যৰ শেষ আভাৰ একাঁজাল আহি বৰ্ণালীৰ ফটোখন যেন চোৱাই পেলালে; এছাটি বতাহে ছবিখন অলপকৈ কঁপাই তুলিলে।

উজ্জ্বলা শিয়ঁৰি উঠিল। তাই একেথৰে ফটোখনলৈ চলচলীয়া

চকুৰে চাই ৰ'ল। বৰ্ণালীৰ ওঁঠৰ ম্লান হাঁহিটো যেন স্পষ্ট হৈ ফুটি উঠিল।

সদায় কোৱাৰ দৰে বৰ্ণালীয়ে যেন কৈছে—

'মোৰ আত্মোৎসৰ্গ মিছা নহয় ভন্টী। দয়া, ক্ষমা, মানৱতা পৃথিবীৰ পৰা লোপ পোৱা নাই। অন্ধকাৰে ইহঁতক লুকুৱাই ৰাখে। এই যুগ এদিন শেষ হ'ব। এই স্বাৰ্থপৰতা, অহমিকাৰ যুগ—'

'ভন্টী, ভন্টী, উজ্বলাৰ যেন সম্বিত ঘূৰি আহিল—বাহিৰত উজ্বলাক কোনোবাই মাতিছে, অৱসন্নৰ দৰে উজ্বলাই সৈ বন্ধ দুৱাৰখন খুলি দিলেগি।

☐ ১৯৭৭ চনৰ ১৩ এপ্ৰিলত দৈনিক অসমত প্ৰকাশিত।

# তগৰবালা

এগৰাকী শীৰ্ণকায়া বৃদ্ধা—বয়সৰ বলিৰেখাই যাৰ মুখমণ্ডলৰ সৌন্দৰ্য্য ম্লান কৰক চাৰি সৰগীয় সৌন্দৰ্য্যৰহে সৃষ্টি কৰিছে। নীলা নীলা শিৰাবোৰে চিত্ৰিত কৰা ক্ষীণ হাতখনি যেন দুৰ্দশাগ্ৰস্তৰ দুখ জৰ্জৰিত কপালত আৰু ৰোগগ্ৰস্তৰ পাণ্ডুৰ মুখত শান্তিৰ পৰশ সানি দিবলৈ সদায়ে উদ্যত। এই বৃদ্ধাগৰাকীৰ প্ৰতি শ্ৰদ্ধাত সমস্ত পৃথিৱীৰ জনগণৰে শিৰ অৱনত। তেওঁৰ নিঃস্বাৰ্থ মানৱসেবাৰ প্ৰবল আগ্ৰহৰ ফলতে পৃথিৱীৰ চুকেকোণে, চহৰে নগৰে, পৰ্বতে ভৈয়ামে অনাদৃত, অবহেলিত, লাঞ্ছিত এচাম মানুহে জীৱনৰ মৃতসঞ্জীৱনীৰ সোৱাদ বিচাৰি পাইছে।—জীয়াই থকাৰ অৰ্থ বিচাৰি পাইছে। এৰা মই মাদাৰ টেৰেছাৰ কথাকে কব খুজিছোঁ। কোনোবাই যদি মোক সোধে এই বিংশ শতাব্দীয়ে পৃথিৱীৰ আটাইতকৈ কি মহৎ উপহাৰ দিলে মই অকনো খোকোজা নলগাকৈ এনে আষাৰে উত্তৰ দিম মাদাৰ টেৰেছাক। কাষত পাৰি থকা সাধাৰণ বগা শাৰীখনে মেৰিয়াই থকা সেই অসাধাৰণ মহিলা গৰাকীৰ ছবিখনে যি খবৰকাগজ, যি আলোচনীৰ পাত শুৱনি কৰে সেই পাতখন মোৰ এখন তুলসী পাতৰ দৰে নিৰ্মল পবিত্ৰ পাত যেন মনত হয়। মাদাব টেৰেছাৰ আত্মবলিদানৰ মই সঁচাকৈয়ে এক অন্ধ উপাসিকা। কিন্তু আজি কিছুদিন মানৰ পৰা মোৰ মনত কি যে হৈছে!—মাদাৰ টেৰেছাৰ কথা ভাবিলে বা ছবি দেখিলে তৎক্ষণাৎ মোৰ মনত যাৰ মুখছবি ভাঁহি উঠে সেই মুখৰ অধিকাৰিণীয়ে মাদাৰ টেৰেছাৰ ছবিখনত অধ্যাৰোপিত হৈ ছবিখন অস্পষ্ট কৰি তোলে। সেই মুখখনৰ গৰাকী হ'ল এজনী পাটগাভৰু নবোৱাৰীৰ—যাৰ নাম তগৰবালা।

তগৰবালাক লগ পাইছিলোঁ। ছমাহমান আগতে মোৰেই চেম্বাৰত। নিজৰ মানসিক বিকাৰগ্ৰস্ততাৰ বাবে চিকিৎসাৰ নিদান বিচাৰি তাই মোৰ কাষলৈ অহা নাছিল। তাই লৈ আহিছিল সত্য লাভকৰা বিকৃত মস্তিষ্কৰ স্বামীজনক। লগত আছিল কলেজীয়া দেওৰজন। ইমানপৰে হৈ হাল্লা চিয়ঁৰবাখৰ কৰি থকা হাত দুখনত হেন্দকাফ মৰা গজেন বৰুৱাক টানি আজুৰি দেওৰেক আৰু তগৰবালাই যেতিয়া মোৰ টেবুলৰ কাষ পোৱাইছিলহি মই চমকি উঠিছিলোঁ। কাৰণ গজেন বৰুৱা তগৰৰ বাবে সত্যবিবাহিত সত্যপৰিচিত স্বামী হলেও মোৰ তেওঁৰ সৈতে চিকিৎসক আৰু ৰোগীৰ সম্পৰ্কস্থাপন হোৱা প্ৰায় এযুগমানেই হ'ল। সম্ভ্ৰান্তবংশীয় এই ডেকাজন মহানগৰীৰ এটা ডাঙৰ কোম্পানীৰ উচ্চপদস্থ চাকৰিয়াল হ'লেও প্ৰায় এবছৰে দুবছৰে তেওঁক ঘৰৰ মানুহে এইবাৰৰ দৰেই হেন্দকাফ মাৰি মোৰ কাষ পোৱাৰ লগা হয়। অথবা বৰুৱাক লগ পাওঁ জিলা কাৰাগাৰৰ চেলত নন ক্ৰিমিনেল লুনাটিক ৰূপে যাক সংক্ষেপে কোৱা হয় এন চি এল। মানসিক ৰোগী সকলক পৰিয়ালবৰ্গ তথা সমাজৰ নিৰাপত্তাৰ বাবে কাৰাগাৰত আবদ্ধ কৰি ৰখাৰ ব্যৱস্থা ভাৰতীয় দণ্ডবিধিৰ এটা ধাৰা। মই আৰু আচৰিত হলো এই বাৰেই যে এইবাৰো গজেন বৰুৱাক কাৰাগাৰত প্ৰায় তিনি চাৰিমাহ চিকিৎসা কৰি মাত্ৰ এমাহ আগতেহে মই তেওঁৰ ৰিলিজ কৰাই দিছো। বৰুৱাৰ পৰিয়ালবৰ্গৰ এই কুচক্ৰান্তই মোৰ মনত ক্ষোভৰ তুঁহ জুইকুৰা উমি উমি জ্বলাই পেলালে। কলেজীয়া ভায়েকজনক অলপ উষ্মাৰেই মই সুধিলো "কি খবৰ হে? বৰুৱাক জেলৰ পৰা পোনে পোনেই হোমৰ জুইৰ কাঁষ পোৱালেগৈ নেকি?"

ভায়েকজনৰ চকুত অসহায় মিনতি।

"আগৰ ৰেফাৰেঞ্চ ক'তা? আগৰ কাগজপত্ৰ?"

ভায়েকজনে মুগুনাৰ ভাঁও জুৰি মূৰ খজুৱাবলৈ লাগিল। উত্তৰ দিলে অলপ আতঁৰত দুখ আৰু নিৰাশাই আমঠু ক'লা কৰি বহি থকা নকইনা জনীয়ে—যাৰ দেহত এতিয়াও মই যেন নোৱানি মাহহালধিৰ

দাগ দেখা পাইছো—যাৰ গাৰ পৰা নকইনাৰ জবাকুসুম জবাকুসুম গোন্ধটো যেন এতিয়াও মোৰ নাকত লাগিছেহি।

"বাইদেউ—তাৰমানে আপুনি এখেতক চিনি পায়? তাৰ মানে বিয়াৰ আগতেও তেওঁ আপোনোৰ ৰোগী আছিল?"

"অ' পাওঁতো খুব ভালকৈ পাওঁ। আজি এমাহ আগতে মই নিজেই এওঁক জেল হস্পিটেলৰ পৰা ডিচচাৰ্জ কৰি দিছো। অলপতে চেকআপ কৰোৱাৰ হে কথা আছিল। তোমাক কোৱা নাই?"

মোৰ উত্তৰ শুনি তাই নীৰৱ হৈ কেৱল দুকুল ওপচা চকুপানীখিনি সম্বৰণ কৰিবলৈ তলৰ ওঁঠটো দাঁত কেইটাৰে চেপি ধৰিলে। ইতিমধ্যে বন্ধুৱাৰ মানসিক অৱস্থাটোৰ পূৰ্ণ অনুধাবন কৰি সহকৰ্মী চলিহাৰ সৈতে মই একমত হলো যে বন্ধুৱাৰ মানসিক স্বাস্থ্য সোনকালে ঘূৰাই আনিবলৈ হ'লে এটা শ্বকথেৰাপীৰ কোৰ্চৰ প্ৰয়োজন। সেইদিনাৰ বাবে চিকিৎসা শেষ কৰি তগৰবালাই ৰুগ্ন স্বামীক লৈ ঘৰমুৱা হ'ল। যোৱাৰ আগতে কলেজীয়া দেওৰেকজনক নিভৃতে মাতি নি মই মোৰ বিবেকৰ জ্বালা কিছু পৰিমাণে উপশম কৰিলোঁ। মোৰ বক্তব্য আছিল ৰুগ্ন ককায়েকৰ ৰোগ নিৰাময়ৰ চেষ্টা নকৰি ৰোগৰ কথা গোপনে ৰাখি এজনী নিৰপৰাধী সৰলমনা গাভৰুৰ জীৱনলৈ সংঘাত নমাই অনাৰ কি যুক্তি হব পাৰে? সেই ছোৱালীজনী যদি তেওঁলোকৰ নিজৰ ভনী হলহেঁতেন তেনেহলে তেওঁলোকে কেনে পালেহেঁতেন! মোৰ মতে এই প্ৰতাৰণা এই বিশ্বাসঘাটকতাৰ কোনো শাস্তি উপযুক্ত নহব—ইয়াৰ কোনো ক্ষমা নাই। মানসিক ৰোগী ককায়েকজনৰ দায়িত্ব সম্পূৰ্ণ অচিনাকি এই গাভৰুজনীৰ হাতত তুলি দি তেওঁলোকেই বা কি সকাহ পাইছে?

মোৰ বাক্যবাণে জৰ্জৰিত হোৱা ভায়েকজনে থুলমূলকৈ এয়ে জনালে যে এইবাৰ জেলত দিওতেই কেবাজনো বেজজ্ঞানী আৰু দৈবজ্ঞই কোষ্ঠী চাই কৈছে যে বিয়া কৰাই দিলেই বন্ধুৱা সুস্থ হৈ পৰিব। কাৰণ ডেকা এজনৰ মানসিক ব্যাধিৰ মূলকাৰণ হেনো যৌন-

ক্ষুধাৰ উপশম নোহোৱাটা। অসমীয়া বেজজ্ঞানী সকলেও যেন ফ্ৰয়েদীয় মতবাদৰে একনিষ্ঠ পৃষ্ঠপোষক। ইমান সোনকালে যে ৰোগটো বিলেপচ্ হব তাক হেনো ঘৰৰ মানুহে ভবাই নাছিল। নবোৱাৰীক প্ৰতাৰণা কৰিবলৈকে এইবাৰ ঘৰৰ আন মানুহ অহা নাই আৰু আগৰ ৰেফাৰেঞ্চৰ কাগজপত্ৰ পুৰি পেলোৱা হৈছে।

এসপ্তাহ পিছত দুই নম্বৰী শ্বকটো লবলৈ আহোঁতে গজেন বৰুৱাৰ সুস্থতা বহুখিনি উভতি অহা যেন অনুমান হৈছিল। এইবাৰো লগত তগৰবালাই আহিছিল, এইবাৰ তাইৰ দুচকুত বৰষাৰ প্লাৱনৰ ঠাই পাইছিল এক দৃঢ়সংকল্পৰ ছাঁয়ে। তগৰবালাৰ মাক দেউতাকৰ নাম নিৰ্বাচনক মই নশলাগি নোৱাৰিলো। তগৰ নামটো যেন এই গাভৰু গৰাকীজনীৰ বাবেই ভগবানে সৃষ্টি কৰিছে। তাই যেন সচাঁকৈয়ে ৰূপে ৰসে গন্ধে মন উতলা কৰা এপাহি ভমকাফুলীয়া তগৰফুল। সুদৃঢ় পাহিবোৰত নিয়ৰৰ মৰমৰ অত্যাচাৰত উৰলি নোযোৱাৰ যেন সুদৃঢ় সংকল্প। লাহে লাহে তাইৰ লগত মোৰ হৃদ্যতা গঢ়ি উঠিছিল। ছোৱালীজনী অত্যন্ত সাহসী, বুদ্ধিমতী আৰু সপ্ৰতিভ। থুলমুলকৈ তাইৰ কাহিনীটো হ'ল—এল পি শিক্ষক পিতৃৰ সাতজন সন্তানৰ প্ৰথম সন্তান তগৰবালা। স্থানীয় কলেজখনত পি-ইউ ফাইনেলৰ ছাত্ৰী সুশিক্ষা আহৰণ কৰি স্বাৱলম্বী হৈ নিজৰ জীৱনক সুপ্ৰতিষ্ঠ কৰাৰ সপোন দেখা হেজাৰ অসমীয়া ছোৱালীৰ মাজৰে তায়ো এজনী। এনেতে আৰম্ভ হৈছিল অসমৰ ইতিহাসৰ সেই এন্ধাৰ দুৰ্য্যোগ কাল। বিদেশী বহিষ্কাৰৰ দাবীত অসমীয়া বাইজৰ চৰম বলিদানৰ সেই সময়ছোৱা। মানুহৰ জীৱনৰ গতিতেই যেতিয়া যতি পৰিছিল—তেতিয়া স্কুল-কলেজ, অফিচ দপ্তৰ, পৰীক্ষা আদি সকলো গৌণ হৈ পৰিছিল। তিনিটা গোটা বছৰ অসমীয়া শিক্ষাৰ্থী ডেকাগাভৰুৰ হাতৰ আঙুলিৰ ফাকেদি ধূলিকণা সৰাদি সৰি পৰিছিল বাধাহীনভাবে। ভবিষ্যৎ অনিশ্চয়তাৰ অন্ধকাৰে আৱৰি ধৰিছিল। জীৱনৰ নিৰাপত্তা হেৰাই গৈছিল। এচাম স্বাৰ্থান্বেষী, সুবিধাবাদী খল লোকে সংগ্ৰামী

ৰাইজৰ মনত সাম্প্ৰদায়িকতা, ভেদভাৱৰ বীজ সিঁচি অসমী আইৰ সেউজীবুকুক শ্মশানলৈ ৰূপান্তৰিত কৰিলে, লুইতৰ ৰূপোৱালী বালি বুকুৰ তেজেৰে ৰাঙলী কৰিলে। মাক-দেউতাকবোৰ হতাশ হ'ল। তগৰৰ দেউতাকৰ চিন্তা বাঢ়িল তিনি বছৰে যদি পি ইউ পৰীক্ষাই নহ'ল তেনেহলে কলেজত নাম ৰাখি কি লাভ। পিছৰ চাৰিজনী ছোৱালীকোতো দিব থব লাগিব! তগৰে তথাপি আপত্তি কৰিছিল পৰীক্ষাটো দিওচোন বাৰু! কিন্তু পৰীক্ষা? কেতিয়া হব কোনে জানে! মাক-দেউতাকে বুজালে ভাগ্যত থাকিলে বিয়াৰ পিছতো পঢ়া হ'ব পাৰে। অৱশেষত তগৰৰ যুক্তিয়ে হাৰ মানিবলৈ বাধ্য হ'ল। তাইৰ জীৱনলৈ বিয়াখন আহিল এজাক প্ৰচণ্ড বামাৱলীৰ দৰে আৰু এইজাক বামাৱলীয়েই তাইৰ সুন্দৰকৈ আৰম্ভ হোৱা সপোন সপোন জীৱনৰ পাপৰিবোৰ খহাই লৈ গুচি গ'ল। বৰুৱাই আঙুঠি পিন্ধাই থৈ যোৱাৰ পষেক পিছতে তগৰবালা হোমৰগুৰিত সেন্দুৰ পিন্ধি অগ্নিদেৱতাক সাক্ষী কৰি গজেন বৰুৱাৰ পত্নীলৈ ৰূপান্তৰিত হ'ল। বিয়াখন নিৰাম্বৰ আছিল—বহুত নীতি নিয়মেই চৰ্টকাট কৰা হৈছিল। দৰাপক্ষৰ অজুহাত আছিল—দেশৰ যি অৱস্থা কোনোমতে হোমটো পুৰিব পৰাটোয়ে ডাঙৰ কথা। গতিকে এই কম সময়ৰ ভিতৰত গজেন বৰুৱাৰ মানসিক অস্বাভাৱিকতা তগৰহঁতৰ পৰিয়ালৰ কাৰো চকুত ধৰা নপৰিল।

খোৱাখুবুনীৰ নিশাটোয়ে কালৰাতিৰ অজগৰৰ ৰূপ ল'লে। সকলো কন্যাৰ জীৱনেতে এই ৰাতিটোয়ে লৈ আনে বহুতো মাদকতা ভৰা স্বপ্ন আৰু আশাৰ উপচাৰ, কিন্তু বেচেৰি তগৰবালা। তাইৰ জীৱনলৈ এই ৰাতিটোয়ে কঢ়িয়াই আনিলে এক অবিশ্বাস্য সত্যতাক— যে তাইৰ স্বামী উন্মাদ। নতুন স্বামীৰ উদগ্ৰীব বাহুবন্ধনৰ আশাত কম্পিত বক্ষে যেতিয়া নবোৱাৰী তগৰবালা এখোজ দুখোজকৈ সিহঁতৰ শয়নকক্ষত সোমাইছিলহি তেতিয়া তাই লগ পালে অন্য এক ৰাজ্যত অবাস্তৱ কল্পনাত উটিভাঁহি ফুৰা এজন অস্বাভাৱিক অন্যমনস্ক লোকক

সি যেন নববিবাহিত পত্নীৰ উপস্থিতি সম্পূৰ্ণভাবে পাহৰি পেলাইছে। গজেন বৰুৱাই তেতিয়া এখন সম্পূৰ্ণ স্কিজোফ্ৰেনিক জগতত উটিভাহি ফুৰিছে—যি জগতখন হেলুচিনেশ্যন আৰু ডিলিউশ্যনৰ প্ৰভাবত বিকৃত। আইনাৰ আগত থিয় হৈ অংগীভংগী কৰি অকলে অকলে হাঁহি থকা আৰু স্বগতোক্তি কৰি থকা গজেন বৰুৱাক দেখি তাইৰ বুকুখন আতংকত শিয়ঁৰি উঠিছিল। ভয়তে তাই বিছনাখনৰ এমূৰত শিলামূৰ্ত্তিৰ দৰে থৰ হৈ ব'ল। সোহাগৰ বাতিটো যেন তেতিয়া নিস্ফল বেদনাত ক্ৰন্দসী হৈ উঠিছিল। পুৱঁতিনিশাৰ ফালে বহি বহি টোপনিৰ মায়াজালে আবৰি ধৰা তগৰ এবাৰ হঠাতে সচকিত হৈ উঠিল। এয়া দেখোন তাই স্বামীৰ বাহুবন্ধনত বান্ধখাই আছে। যোৱা নিশাৰ অদ্ভুত কল্পনাবোৰ জোৰকৈ আঁতৰাই—তাই ভাবিবলৈ চেষ্টা কৰিলে, নাই তাইৰ চিন্তাধাৰাই হয়তো ভুল। তাইৰ স্বামীও আন দহজনৰদৰেই স্বাভাৱিক যুবক, হয়তো অল্প বেছি আত্মকেন্দ্ৰিক। কিন্তু তাইৰ ভুল ভাঙিবলৈকো সৰহপৰ নালাগিল। তাইৰ বাহুবন্ধনত নিবিড় কৰি লোৱা স্বামীজন যেন হঠাতে এই নৰমাংসখাদক দৈত্যলৈ ৰূপান্তৰিত হৈছিল—প্ৰেমৰ বাহুবন্ধন তাইৰ কণ্ঠত মৃত্যুৰ কাঁচৰদৰে নিকপকপীয়াকৈ লাগি শ্বাসৰুদ্ধ হোৱা তগৰে ছটফট কৰি কৰি তৰশেষত এবাৰ সজোৰে স্বামীক ঠেলা মাৰি এনেকোবেই দুৱাৰখন খুলি ওলাই আহি বাৰাণ্ডাত চিঁয়ৰ মাৰি অচেতন হৈ গৈছিল। তেতিয়া পূব আকাশত নতুন সূৰুযে নতুন দিনৰ আগজাননী দি ফাকু চটিয়াইছিল। তাইৰ চিঁয়ৰ শুনি পৰিয়ালৰ সকলো আহি তাইক বেৰি ধৰিছিল। কিছু পৰৰ পিছত তগৰে জ্ঞান ফিৰাই পাইছিল, শাহুশহুৰহঁতে অজ্ঞতাৰ অভিনয় আৰম্ভ কৰিলে। তেওঁলোকৰ মতে যিহেতু গজেনে এজনী ধুনীয়া কইনা পালে আৰু যিহেতু বিয়াখন সুকলমেই হৈ গ'ল সেয়ে কোনোবা পৰশ্ৰীকাতৰ প্ৰতিবেশী বা হিংসুক আত্মীয়ই যাদুকৰিহে গজেনৰ মস্তিষ্কৰ বিকাৰ ঘটাইছে বা তাইক মূৰ্চা যোৱাইছে গতিকে ওজাৰ নিদানত সকলো ঠিক হৈ যাব। কিন্তু দিনবাগৰাৰ লগে লগে

গজেন বৰুৱাৰ মানসিক অৱস্থা বেয়াৰ ফালে যোৱা দেখি তগৰেই প্ৰস্তাব দিছিল যে তেওঁক মানসিক ৰোগ চিকিৎসকৰ কাষলৈ নিব লাগে। এই ক্ষেত্ৰতো শহুৰেকৰ ঘৰৰ মানুহবোৰে অজ্ঞতাৰ অভিনয় কৰি দেখুৱালে। তেওঁলোকে যি কোনো তেনে চিকিৎসককে চিনি নাপায়। গতিকে আকৌ তগৰেই মোৰ চেম্বাৰৰ ঠিকানা সংগ্ৰহ কৰি দেওৰেকৰ লগত স্বামীক ৰোগ চিকিৎসাৰ বাবে মোৰ কাষলৈ লৈ আহিছিল।

"বাৰু বাইদেউ তেওঁলোকে মোক কিয় ইমান সাংঘাটিক ভাবে প্ৰতাৰণা কৰিলে? মোৰ লগত কিয় এনে অভিনয় কৰি দেখালে?

তগৰবালাৰ এই প্ৰশ্নৰ কোনো উত্তৰ মোৰ নাছিল। হয়তো কব পাৰিলোহেঁতেন পৃথিবীখনত আচলতে শঠ আৰু খল চৰিত্ৰৰ লোকৰো অভাব নাই।

"বাৰু বাইদেউ তেওঁলোকে নিজৰ ল'ৰাজনৰ একো যত্ন নলয় কিয় বাৰু! এই কেইদিন তেওঁক মযে পৰিচৰ্য্যা কৰি আছো, ৰাতি হলেও মই সেই ৰুমটোতে শুব লাগে, তেওঁলোকে দুৱাৰখন বাহিৰৰপৰা তলা লগাই থয়। অজুহাত যাতে তেওঁ দুৱাৰখুলি বাহিৰ ওলাব নোৱাৰে। আচলতে বাইদেউ তেওঁলোকে তেওঁৰ লগতে মোকো বন্দী কৰি ৰাখিছে বাৰু বাইদেউ তেওঁলোক ইমান নিষ্ঠুৰ কিয়? তেওঁলোকে ভাবিছে যেন মোক হোমৰ গুৰিত বহুৱাই মোৰ সত্বাটোকে কিনি লৈছে। মই যেন এক চাকৰণী, আয়া অথবা নাৰ্চ। ৰুগ্নপুত্ৰৰ পৰিচৰ্য্যাৰ বাবে যেন মোক ক্ৰীতদাসী কৰি লৈ অহা হৈছে। বাৰু বাইদেউ কওকচোন কাহানিবা আপোনাৰ পেচেণ্টে মোক টেঁটু চেপি মাৰি পেলাবও পাৰে নেকি?"

"হঠাতে উত্তেজিত হলে যে বৰুৱাই তেনে কাম নকৰিব তেনে গেৰাণ্টি তোমাক কোনো চিকিৎসকেই দিব নোৱাৰিব। কিন্তু এয়া তোমাৰ শহুৰহঁতৰে ভীষণ অন্যায় তোমাক অকলে অকলে উন্মাদ ৰোগী এজনৰ সৈতে বন্দী কৰি থোৱা। মই আজি তোমাৰ দেওৰক কম।"

"নকৰ বাইদেউ দহোকুৰি শপত। মানুহজনে অন্য মানুহক বলীয়া কুকুৰৰ দৰে খেদি গলেও মোৰ ফালে চালে দেখোন তেওঁৰ চাৱনি আচাৰ-ব্যৱহাৰ চব শান্তহি পৰে। মোৰ সৰল বিশ্বাস ভগবানে মোক নিশ্চয় বিপদৰ পৰা ৰক্ষা কৰিব। তেওঁ বাৰু ভাল হ'বনে বাইদেউ?"

"কিয় নহব তগৰ! গজেন বৰুৱাক মই ভাগ্যবান বুলিয়ে কওঁ কাৰণ তেওঁ তোমাৰ দৰে মৰমিয়াল ছোৱালী এজনী পাইছে।"

ইতিমধ্যে গজেন বৰুৱাৰ চিকিৎসাৰ শেষ পৰ্য্যায় পাইছিলহি। চাইক ট্ৰপিক দৰব আৰু ছটা শ্বকথেৰাপীৰ লগে লগে ছাইক' থেৰাপীয়ে তেওঁৰ মনৰ স্বাভাৱিকতা বৰ সোনকালেই ঘূৰাই আনিব পাৰিছিল। তগৰবালাৰ লগত মোৰ সখ্যতাও বাঢ়ি আহিছিল। শেষৰ শ্বকটো দিয়াৰ আগতে তাই তাইৰ ভৱিষ্যতৰ আচঁনিটো মোৰ আগত উদঙাই ধৰিছিল।

"জানে বাইদেউ এই কেইদিন মই যিমানেই তেওঁৰ কথা মোৰ বিক্ষিপ্ত হৈ যোৱা জীৱনৰ কথা আৰু স্বাৰ্থপৰ নীচ শহুৰৰ ঘৰখনৰ কথা ভাবিছো সিমানেই মোৰ মনত এটা সংকল্প দৃঢ় হৈ উঠিছে। জীৱনৰ আৰম্ভনিতেই মোৰ জীৱনত এনেকৈ কেৰোণ লগোৱাৰ দোষত মই মোৰ শহুৰহঁতকে দোষী সাব্যস্ত কৰিছো আৰু তেওঁলোকক উপযুক্ত শাস্তি দিয়াৰ কথাও ভাবিছো, মোৰ জীৱনক লৈ হেতালি খেলাৰ সুযোগ তেওঁলোকক মই মৰি গলেও নিদিওঁ। মই ঠিক কৰিছো বহাগ বিহুলৈ দেউতাই মোক নিবলৈ আহিলে ঘৰলৈ গৈ মই আৰু সেইখন ঘৰত ভৰি দিবলৈ উভতি নাহো। মোৰ বৰ দেউতাৰ ল'ৰা উকীল অনিলদাদাৰ পৰা মই আইনৰ সকলো কথা জানি লৈছো। যিহেতু মোৰ স্বামীৰ লৈতে সহবাস এতিয়াও ঘটা নাই গতিকে উভতি যোৱাৰ পথ মোৰ এতিয়াও খোলা আছে। মই আকৌ কলেজত নাম লগাম, পঢ়াত মই চোকাই আছিলো, কোনে জানে পি ইউ পাচ কৰি ডাক্তৰীত চিট পাই যাওঁ যদি কিজানি মনস্তাত্বিক হৈ ভৱিষ্যতে আপোনাৰ প্ৰতিদ্বন্দ্বী হৈ মই এইখন চহৰতে বহোঁহি।" তগৰৰ মুখত এক গভীৰ সংকল্পৰ উল্লাস,

তাইৰ হাঁহি দেখি ময়ো হাঁহি পেলালো। হাতখন জোকাৰি তাইক মই অভিনন্দিত কৰিলো।

"খুব ভাল সংকল্প তোমাৰ তগৰ। তুমি সচাঁয়ে বৰ সাহসী ছোৱালী তুমি যিয়ে নকৰা যি বাটকে নোলোৱা মোৰ শুভকামনাৰ পাপৰিৰে তোমাৰ জীৱনপথ ৰঙীন হওঁক ভগবানে তোমাৰ ইপ্সিত বাসনা পূৰ্ণ কৰক, মনক শান্তি দিয়ক, আজি বৰুৱাৰ শেষ শ্বক—এইবাৰৰ বাবে, ঔষধখিনি মই তিনি মাহৰ বাবে লিখি দিছো। বহাগ বিহুলৈ পোন্ধৰ দিনহে বাকী। তুমিতো যাবাগৈয়ে, নন্দেৰাকে বৰুৱাৰ দৰব পাতিখিনি বুজাই দি যাবা, গুডলাক তগৰ।"

তগৰবালা এটা সময়ত তাইৰ স্বামীৰ হাতধৰি মোৰ চেম্বাৰৰ পৰা ওলাই গৈছিল, বাটৰ কেঁকুৰীটোত নেদেখা হোৱালৈকে সিহঁতক মই চাই আছিলো। এইজনী এজনী অতি সাহসী অসমীয়া ছোৱালী যি জীৱনৰ প্ৰত্যাহ্বানবোৰ দৃঢ় চিত্তেৰে গ্ৰহণ কৰিবলৈ চেষ্টা কৰিছে।

ঠিক তিনিমাহ পিছতে গজেন বৰুৱা আহিছিল চেক আপৰ বাবে আৰু লগতে হেনো ফিটনেচৰ চাৰ্টিফিকেটখনো লাগে। তেওঁ অকলেই মোৰ কোঠালৈ সোমাই আহিছিল। সম্পূৰ্ণ স্বাভাৱিক ধুনীয়া ব্যক্তিত্ব-সম্পন্ন এই ডেকাজনক এতিয়া কোনে ক'লে বিশ্বাস কৰিব যে তেওঁক তিনিমাহ বা তাৰ আগতেও হেণ্ডকাফ দি কাৰাগাৰত ৰখা হৈছিল। এটা প্ৰশ্ন মোৰ জিভাৰ আগলৈ বাৰে বাৰে আহিলেও মই সুধিবলৈ দ্বিধা কৰিছিলো কিজানি বৰুৱাৰ কলিজাৰ কটা ঘাডোখৰ আচুৰি দিয়া হয়। অৱশেষত কৌতুহলী মনটোৱে জয়লাভ হ'ল।

"বৰুৱা তগৰবালা ক'ত ?"

"আহিছে ডাক্তৰ, বাহিৰৰ ৱেটিংৰুমতে বহি আছে, মোৰ অসুখত যোৱাবাৰ আঁহোতে তাই আপোনাক আবোলতাবোল কথা কিছুমান কৈ হেনো বিৰক্ত কৰিছিল। সেয়ে আপোনাৰ ওচৰলৈ আহিবলৈ সংকোচ কৰিছে।" বৰুৱাক কলো তগৰক মই মতা বুলি কবলৈ। চুচুক চামাককৈ সোমাই আহি—তাই লাজ লাজকৈ চকীখনত বহিছিল।

"তগৰ কি হল? নগলা!

"যাব নোৱাৰিলো বাইদেউ, আপোনাৰ আগততো বহুত ডাংকোপ মৰা কথা কৈছিলো, পিছে বিছুত ঘৰ'ল গৈ যিমানে চিন্তা কৰিলো তেওঁৰ অসহায় মুখখনে মোক অতিষ্ঠ কবি তুলিলে। মই এজনী অতি সামান্য ছোৱালী যাৰ জীৱনৰ দামনো কিমান! মোৰ এই জীৱন দিও যদি তেওঁৰ মানসিক সুস্থতা ওভোতাই আনিব পাৰো তাতৈকে মোৰ জীৱনৰ সাৰ্থকতা আৰু কি হ'ব পাৰে? তাৰোপৰি হিন্দুশাস্ত্ৰৰ মতে হোৱা বিয়া—জন্ম জন্মান্তৰৰ এই বন্ধন মই ইমান দুৰ্বল নিশকতীয়া ছোৱালী এজনীয়ে কেনেকৈ ছিন্ন কৰিম। গতিকেই থাকি গলো। বাইদেউ আৰু এটা ভাল খবৰ আছে, আপোনাৰ পেচেন্ট—আৰু কিছুদিন পিছতে দেউতাকো হ'ব, বাইদেউ চব আপোনালোকৰ আশীৰ্বাদ।"

সেয়াই তগৰ—তগৰবালা,—যাৰ মুখখনে বাৰেবাৰে মোৰ মনৰ মাদাৰ টেৰেছাৰ মুখৰ সৈতে এক হৈ লীন যাব খোজে, দুয়োগবাকী নাৰীয়েই তো আনৰবাবে কৰা আত্মত্যাগৰ চৰম নিদৰ্শন। মানসিক চিকিৎসক যেতিয়া মনে মনে কামনা কৰে যেন হেজাৰ হেজাৰ তগৰবালাৰ জন্ম হওক—যি নিজৰ জীৱনেৰে মানসিক ৰোগগ্ৰস্ত পুৰুষ মনক সুস্থ কৰাৰ শপথ লৈ নিজৰ জীৱন আহুতি দিব পাৰে।

# ৰাজকন্যা

## প্ৰবীণা শইকীয়া

শীতৰ সেমেকা বেলিটো লাহ দিয়াৰ লগে লগে বিশাল নদীখনৰ বুকুত জোবোৰা মাৰি তিতা গাৰে বতাহজাক পোনছাটেই পাহাৰৰ ওপৰলৈ উঠি আহে। মাত্ৰ কুৰিটা দিনৰ ভিতৰতে এই বতাহ জাকৰ সৈতে সুৰেনৰ বন্ধুতা গাঢ় হৈ উঠিছে। নোনাল এড়ি ছাদৰখনৰ ওপৰেদি বতাহজাকে তাৰ পিঠিটো ৰেপি আছে। বাজিন্দৰে ধৰি থৈ যোৱা কাঠৰ চুচলিৰ জুইকুৰা নুমাই ছাই হৈছে। জুইকুৰা আকৌ ধৰিবলৈ সি উঠিব খুজিছিল; কিন্তু ভৰিটো লৰাবকে নোৱাৰিলে। ওচৰতো কোনো নাই। বনুৱা আটাইবিলাক ঘৰাঘৰি গৈছে। ঠিকাদাৰ আহি নেপোৱালৈকে সি তাতেই বহি থাকিব লাগিব।

তাৰ মাকলৈ মনত পৰিল। মাকক এৰি অহা মুঠেই কুৰিদিনহে হৈছে। মাকজনীয়ে বাৰু জানিছে নে সি এতিয়া ইয়াত এনেকৈ বহি আছে বুলি? সি নহা হ'লে ভালেই আছিল। কিন্তু নাহি পাৰিলে জানো?

বাণপানীয়ে বছৰি ধান মাৰে। তদুপৰি পিতাকৰ শ্ৰাদ্ধ পাতিবলৈ বস্তি মাটিও ভালেখিনি বন্ধকত থব লগা হোৱাত জীৱিকা বিচাৰি সুৰেনে অগত্যা নগৰলৈকে ওলাই আহিবলৈ স্থিৰ কৰিলে। কাৰণ বেণুপাটিত ফুৰি পোৱা ধনেৰে ঘৰ নচলে। আগতে চলিছিল পিতাক জীয়াই থাকোতে। পিতাকে গাঁৱৰ বেণুপাটিত ক্লেৰিয়নেট বজাইছিল। পিতাকৰ লগত সুৰেনে সৰুৰে পৰা বেণুপাটিত ফুৰিছিল। তাৰ হাতত যুৰি এযোৰো আছিল। ধন ঘটাতকৈ

বাহ্য বজোৱাৰ আনন্দত হে যে পিতাক বেণ্ডপাৰ্টিত আছিল, সেইকথা সি জানিছিল। মাকভ-নীয়েকেও জানিছিল। সেয়েহে পিতাকৰ মৰমৰ ক্লেৰিয়নেটটো সিহঁতে সাৱধানে ৰাখি থৈছিল। শ্ৰাদ্ধ পাতিবলৈ মাটি বন্ধক দিছিল; কিন্তু উপযাচি বিচাৰি অহা সত্ত্বেও সিহঁতে ক্লেৰিয়নেটটো দিয়া নাছিল। ডাঙৰ হৈ অহাৰ লগে লগে সুৰেনকে আগৰ দৰে বেণ্ডপাৰ্টিত নিচা নোহোৱা হৈ পৰিল। পৈত্রিক ক্লেৰিয়নেটটো ব্যৱহাৰ কৰিব নোৱাৰিব বুলি ভাবি সি যিদিনা সেইটোৱো বন্ধকত দিলে, সেইদিনাহে পিতাক প্ৰকৃততে মৰা যেন লাগিল।

কিন্তু তাৰ প্ৰভাৱটো তাৰ মনত ৰৈ গ'ল। বেণ্ডৰ সুৰত সি এখন অচিন জগতৰ মোহ অনুভৱ কৰে। আচহুৱা ভাববোৰে মনটো উৰাওঁ উৰাওঁ কৰে। কেতিয়াবা পাৰিলে আকৌ সি বেণ্ডপাৰ্টিত যোগ দিব। এতিয়া নহয়। এতিয়া টকা ঘটিব লাগিব। মাটিখিনি মোকলাব লাগিব। ক্লেৰিয়নেটটোৱো। নগৰত আলি বন্ধা বিল্ডিং সজা আদি কাম চলিয়েই থাকে। হাজিৰা কৰিলেও দিনে সাত টকাকৈ পাব। গাঁৱত সেইটো কথা ভাবিবই নোৱাৰি। গাঁৱৰে সোণেশ্বৰে হাজিৰা কৰিয়েই বহুত টকা ঘটিছে। বন্ধকী মাটিও মোকলাইছে।

সোণেশ্বৰেই প্ৰথমতে সুৰেনক পাহাৰৰ ওপৰৰ ঘৰ সাজি থকা এই ঠাই ডোখৰলৈ লৈ আহিছিল। ইয়ালৈ অহা প্ৰথম দিনটোত তাৰ ভাব হৈছিল—যেন ৰণ এখনৰ কামহে মানুহে কৰিছে।

বহুত মানুহে একেলগে কাম কৰি আছে। বালি, শিলগুটি, শিলৰ চপৰা আৰু ইটাৰ একোটা পাহাৰ কৰি থোৱা আছে। গুদামত চিমেণ্ট মাটি ঠাই খাই আছে। লোহাবোৰো কুণ্ডলী পকাই থোৱা আছে। কাঠ আৰু বাঁহবোৰ দমাই থোৱা আছে। প্ৰকাণ্ড প্ৰকাণ্ড হাতুৰী দাঙি সোণেশ্বৰহঁতে লোহা কাটিছে। দুজন কাঠমিস্ত্ৰিয়ে মুখামুখীকৈ বহি ৰাণ্ডা মাৰি আছে। কেইজনমান কাঠমিস্ত্ৰিয়ে বাহৰ খুটাৰ

ওপৰত তক্তাত গজাল মাৰিছে। চাৰিওফালে শব্দ, কেৱল শব্দ আৰু ব্যস্ততা।

সুৰেনৰ মনটো উগুল থুগুল লাগিল। সুৰৰ সৈতে অভ্যস্ত তাৰ কান দুখনে শব্দবোৰ কিবা এটা সুৰত মিলাবলৈ যত্ন কৰিলে। সি যেন এটা ঐকতান শুনিবলৈ পালে।

তাৰ সমুখেদি একো চপৰা প্ৰকাণ্ড শিল মূৰত লৈ বনুৱাবোৰ লানি নিছিগাকৈ পাহাৰৰ তললৈ নামি গৈছে। তলত এখন শিলৰ প্ৰাচীৰ সাজিছে। পাহাৰত ঘৰ সাজিলে মাটি নখহিবৰ বাবে সেইদৰে প্ৰাচীৰ সাজিব লাগে। পাহাৰ ভেটা দিবলৈ মূৰত শিল লৈ লাগি পাতি বনুৱাবিলাক নামি যোৱা দেখি সুৰেনৰ মনলৈ আহিল সাগৰ ভেটিবলৈ যোৱা ৰামচন্দ্ৰৰ কপি সেনাসকলৰ কথা। কোনোবা এটা গীতত সি এই বৰ্ণনাটোকে গাইছিল। হাতত প্ৰকাণ্ড প্ৰকাণ্ড শিল লৈ শাৰী পাতি পাতি কোটি কোটি কপিয়ে পৰ্বতৰ বুকুত পদাঘাত কৰে আৰু সাগৰৰ তাৰ অভিমুখে সমৰ যাত্ৰা কৰে।

ভাবোতে ভাবোতে আচম্বিতে সুৰেনৰ মুখৰ পৰা গীত ফাকি ওলাই আহিছিল: ঠাট প্ৰকট পটু কোটি কোটি কপি গিৰি গৰগৰ পঢ়ে ঘাৱে। বাৰিধি তীৰ তৰি কৰে গুৰুতৰ গিৰি ধৰি ধৰি সমৰক ধাৱে।

সুৰেনৰ সুৰৰ জ্ঞান আছে। মাতটোৱো চৰ্চাৰ ফলত ভাল হৈ আছে। সি গীতটো গাইছিলে। পাহাৰৰ বুকুত তাৰ গীতটো প্ৰতিধ্বনিত হ'ল। মূৰত শিললৈ নামি যোৱা বনুৱাসকলে খন্তেক ৰৈ তাৰ গীতটো শুনিলে। কেবাজনো বনুৱা নামিবলৈ এৰি তাৰ কাষ চাপি আহিল। ৰাণ্ডাত হাত দি কাঠমিস্ত্ৰি দুজন বহি থাকিল। গধুৰ হাতুৰীটোৰে লোহা কাটি থকা শব্দও খন্তেকলৈ বন্ধ হ'ল।

দূৰৰ পৰা ভঙা-ভঙা অসমীয়াত এটা হুমিয়নি শুনা গ'ল। "হোই, তঁহতি কি কৰিছ? তাতে জুম পাতি আছ! কাম কৰিছ, না গীত শুনিছ? কাম কৰ, কাম কৰ।"

সুৰেনৰ কাষৰ পৰা এজন দুজনকৈ আটাইবিলাক আঁতৰি গ'ল। কোনো এজনৰে ভৰিৰ খোজত দৃঢ়তা নাই। আটাইবিলাক দুৰ্বল। কাম কৰিবলৈ ইচ্ছা বা শক্তি এটাও নাই। কিন্তু সিহঁত বাধ্য। সিহঁত যেন জীৱ নহয়, যন্ত্ৰ।

ঠিকাদাৰ সুৰেনৰ ওচৰলৈ আহিল। বনুৱাৰ পৰা ঠিকাদাৰ হোৱা, বনুৱাৰ সমানে সমানে কাম কৰি থকা, বৃহৎ উদৰৰ, টপা মূৰৰ, দৃঢ় খোজৰ বিহাৰী ঠিকাদাৰজন সুৰেনৰ ওচৰত থিয় হৈ তাক মূৰৰ পৰা ভৰিলৈকে পৰীক্ষা কৰি সুধিলে, "হোই, তই ইয়াত কি কৰিছ? কোনে তোক আনিছে ইয়ালৈ?"

"সোনেশ্বৰে আনিছে।"

"অ' সোনেশ্বৰে! কাম কৰিবি নিকি?"

"কাম কৰিম বুলিয়েই তো আহিছো। পেটত ভাত নাই, পানীয়ে ধান মাৰে, মাটি বন্ধকত, ভনীটোক বিয়া....।"

"হোইছে, হোইছে, তহঁত অসমীয়া ল'ৰাচবৰ কথা শুনিছি। কিন্তু গীত হ'লে নাগাবি। বুজিলি? যা সৌ শিল মাথাত লৈ তলত গিৰাই দেগৈ।"

সুৰেনৰ মনত পৰিল কেনেকৈ উৎফুল্লিত হৈ সি একে জাঁপেই শিল দমৰ ওচৰ পালেগৈ। কেনেকৈ গামোছাখনেৰে বিৰিয়া কৰি মূৰত বহুৱাই ল'লে আৰু কেনেকৈ শিলচপৰা হেলাৰঙে দাঙিব খোজোতে সি থতমত খালে। "উহ! আধামোগতকৈয়ো বেছি হ'ব!" শিলটো মূৰত লৈ তললৈ নামি যাওঁতে তাৰ ভৰিবোৰ জথৰ হ'ল। মূৰত যেন সমস্ত পৃথিবীৰ ভাৰ লৈহে নামিছে। মাটিত কাটি উলিওৱা ঠেক থিয় খটখটিয়েদি তলৰ পৰা ওপৰলৈ উঠি আহোতে তাৰ কলাফুল দুটো বিষাবলৈ ধৰিলে। বুকুখন ঢপঢপাবলৈ ধৰিলে। তলপো নোৰোৱাকৈ সি আকৌ এছটা শিল মূৰত ললে। আকৌ নামিল। আকৌ উঠিল। তাৰ ভৰি বিষালে, বুকু ঢপঢপালে। অল্প সময়ৰ ভিতৰতে সি এটা গতত পৰিণত হ'ল। তাৰ

স্নায়ুবোৰে দুখ, যন্ত্ৰণা আৰু ভাগৰৰ খবৰ মস্তিষ্কক দিবলৈ অস্বীকাৰ কৰিলে।

দুপৰীয়া এখন্তেক বিৰতি হ'ল। সোণেশ্বৰৰ ভাগৰ শুকান ৰুটি এটুকুৰা আৰু চেঁচা পানী দুৰাজলিমান সি হেঁপাহ পলুৱাই খালে। সাধুকথাত শুনা আৰবৰ মৰুভূমিত হে যেন ; নহ'লে কোনোবা ভ্ৰচিন দেশতহে যেন সি ৰুটি আৰু পানী খাইছে। ৰুটি ডোখৰ খাই সি বৰ সোৱাদ পালে। ৰুটি নগৰত খালেহে সোৱাদ লাগে হ'বলা। গাঁৱত সেইবোৰ চামৰা।

এ সপ্তাহ কাম কৰাৰ পিছত সুৰেনে গম পালে যে সি আনবোৰ বনুৱাৰ সমানে হাজিৰা নাপায়। কাৰণ সি নতুন। তাৰ আদত নাই। সোণেশ্বৰ ঠিকাদাৰৰ প্ৰিয় পাত্ৰ বুলিহে সি সেইখিনিকে পাইছে।

সুৰেনৰ মনটো বেয়া লাগিছিল। এই হাড়ভঙা পৰিশ্ৰমৰ আঁৰত থকা শলিতা গছ হ'ল হাজিৰাৰ টকা কেইটা। তাৰ আৰঁত চাউল আৰু ৰুটি কেইখন হ'ল সেই শলিতাডালৰ তেল। কেৱল ভাত বা ৰুটি। ভাত বা ৰুটি দেশখনৰ মানুহে এই বনুৱাকেইটাৰ দৰে ইমান শুধভাবে উপাৰ্জন কৰেনে? বনুৱাৰ ভাত উপাৰ্জনৰ এই চৰম সততাই মুগ্ধ কৰিছে। গাঁৱৰ এলেহুৱা মানুহকেইটাতকৈ এই মানুহকেইটাক সুৰেনে বেছি শ্ৰদ্ধা কৰে, বেছি ভাল পায়। কিন্তু তাৰ মনটো বেয়া লাগে। কাৰণ শ্ৰমৰ গোটেইখিনি মূল্য সিহঁতে নাপায়। সি এই কেইদিনতে নিশ্চয়কৈ বুজিলে যে জীৱনটোত বৰ দুখ আছে। দুখৰ দৈত্য-দানৱে জীৱন ভৰি আছে।

কিন্তু বিধাতাই বাৰু সিহঁতক কিয় সৃজন কৰিলে? তেওঁৰ জোলোভাৰ পৰা সিহঁতৰ বাবে এটাও সুখৰ দিন সৰি নপৰিবনে, যমৰ আগত ক'বলৈকো? আহিব, আহিব, জীৱনটোলৈ সুখৰ দিন আহিব। এটা নহয়, এটা আহিব।

বতাহজাকে পিঠিটো ৰেপিয়েই আছে। ভৰিটোৱো লোহাৰ বিম এডালৰ সমান গধুৰ হৈছে হ'বলা। দেহাটোক দুখ দি দি তাৰ

নিজৰে বেয়া লাগে। তাৰ ৰঙাটোলৈ মনত পৰে। দেহি! তাৰ মঙহ ওলাই থকা কান্ধত যুৱলিখন সি নিজেই লগাই দিয়ে। বোকাত তাৰ খুৰাবোৰ সোমাই যায়। সি আগুৱাব নোৱাৰে, তাৰ এচাৰিৰ কোব খাই সি থৰথৰকৈ কঁপে। বেচেৰা ৰঙাটোৰ জীৱনলৈ সুখ নাহিল আৰু। ছিগা গলধনেৰে হাল টানি হাতীযুতৰাণিত সি লহপহীয়া ধান গজাইছিল। সেই ধানবোৰ চোতালত মৰণা মাৰিবলৈ দ'মাই থোৱা দেখি সি তালৈ চেকুঁৰ মেলিছিল। তাৰ চকুত কি তিৰবিৰণি! নিজৰ উপাৰ্জনৰ ধান সি নিজে খাবলৈ গৈছিল। কামিহাড় ওলাই থকা তাৰ পেটটো উত্তেজনাত কমাৰৰ ভাটি যেন হৈ ওলোৱা-সোমোৱা কৰিছিল। সি নিজেই দেখোন ৰঙাৰ মুখত মুখাখন পিন্ধাই দিছিল। ৰঙাই মুখত লৈ থকা ঠোকটো সুখতে থাকিল। সি নিশ্চেষ্ট হৈ ৰৈছিল। তাৰ দীঘল চকুদুটাৰ কোণেদি পানি বাগৰিছিল। সি বৈৰাগী হৈ গৈছিল। সি নিজে অৰ্জা এমুঠি ধান তাক প্ৰাণ ভৰাই খাবলৈ দিয়া হ'লে সুৰেনৰ পৃথিৱীখন কি ৰসাতলৈ গ'লহেতেন?

ছাই হৈ যোৱা জুই কুৰালৈ চাই চাই সি এইবোৰকে ভাবি আছিল! ঠিকাদাৰ নো বাৰু কেতিয়াকৈ ঘূৰি আহিব?

সুৰেনে ভৰিটো আকৌ লৰাব খুজিলে। বিষটোৱে মূৰত চিৰিংকৈ ধৰিলেগৈ। তাৰ গাটোত ছাটি-ফুটি লাগিল। তাৰ চেৰেলা চিৰবঞ্চিত ৰঙাটো মৰি থাকিল। ৰঙা মৰাতহে সি নগৰলৈ ওলাই আহিছে। ৰঙাৰ দশাই নিশ্চয় তাৰ দশা নহ'ব। ৰঙাই নিশ্চয় তাক শাওদিয়া নাই। ৰঙাই শাও দিব নাজানে।

সুৰেনে ভাবিলে বিধাতাৰ জোলোঙাত তাৰ জীৱনৰ বাবেও নিশ্চয় এটা সুখৰ দিন আচুতীয়াকৈ আছে। সি সেইদিনটো এদিন নহয় এদিন বিচাৰি পাবই।

তাৰ দৰে "মূল্যৱান" মানৱ জীৱনবোৰ দেখি সুৰেনৰ নিজৰে ধিক্কাৰ লাগে। ফুকলীয়া কালৰ পৰা সি কেৱল কাম, কাম আৰু কামৰে কৰিছে। ইমান কাম কৰি সি কাৰ নো কি উন্নতি সাধিলে?

জোক-দাঁহ-বোন্দাম'হৰ কামোৰ, খৰৰ খজুৱতি আৰু পেটত অনবৰতে লাগি থকা ভোকটোৰ বাহিৰে সি বাৰু নিজেও পালে কিটো ?

বেলি ডুব গ'ল।

বতাহজাকৰ চোবাটো চৰি আহিছে। আন্ধাৰৰ আঁৰ ল'ব'লৈ পালে সকলোৰে চোক চৰে। সমুখত থিয় হৈ থকা আধাসজা ঘৰটোৱেও আন্ধাৰৰ আঁৰ লৈ অতিকায় দৈত্য এটাৰ ৰূপ ধাৰণ কৰিছে। দাতিয়ে কাষৰে দ'ম দ'ম হৈ থকা কাঠ-বাঁহ-লোহা-শিলবোৰ যেন দৈত্যই খাই পেলোৱা হাড়-মূৰবোৰৰ অৱশেষেহে।

অকস্মাতে সুৰেনৰ পিঠিত এটা বাঘ ঢকা পৰিল। সি উচপখাই উঠিল। কলিজাটো যেন কোনোবাই চেপিহে ধৰিলে। তাৰ তেজবোৰ যেন গোট মাৰি গ'ল। সেই দৈত্যটোৱেই নেকি ?

সি ঘূৰি চালে। সোণেশ্বৰ।

"চিনেমা'লৈ যাবি ? বেঙাটোৰ দৰে বহি কি কৰিছ ? ব'ল।" এৰো পাতনি নোহোৱাকৈ কতৃ'ত্বৰ সুৰত সোণেশ্বৰে কথাখিনি ক'লে।

দৈত্যৰ হাতৰ পৰা ৰক্ষা পাই সুৰেন আগতকৈয়ো সহজ হৈ পৰিল। সি ক'লে, "তাতনো কিটো দেখিবি মিছাতে পইচা কিটা খৰচ কৰি ?"

"প্ৰেম দেখিবি, গছ-গছনি ফুল দেখিবি। ওলৰ চুৰেটাৰ নোমলগা কোট দেখিবি। বঢ়িয়া বঢ়িয়া খানা দেখিবি। বল বল।"

"মই নাযাওঁ। কি হ'ব সেইবোৰ চাই ?"

"নহ'লে কত দেখিবি ? নিজে সেইদৰে খাব-পিন্ধিব; প্ৰেম কৰিব পাৰিবি নেকি বেটা ?"

"আমি কাম কৰি ছাল ফপৰীয়া কৰিম। সিহঁতে আৰাম কৰি গাৰ ছাল মিহি কৰিব। আমি সিহঁতৰ ঘৰ সাজি ৰাস্তাত পৰি থাকিম সিহঁতে তাত খাই-শুই মৌজ মাৰি থাকিব।"

"সিহঁতে নোমৰ চুৰেটাৰ পিন্ধি প্ৰেম কৰিব, তই কঁপি কঁপি চাই

থাকিবি। তই ম'হ খেদাই খেদাই সিহঁতক চাই চাই হাঁহি থাকিবি। বল, বল।"

কথাকেইটা কৈয়েই সোণেশ্বৰ গহীন হ'ল। তাৰ ৰাংঢালী স্বভাৱটো ছায়ে ঢকা অণ্ঠাটোৰ দৰে অলপ মোলান পৰিল। মুমাই যোৱা জুই কুৰালৈ চাই তাই ক'লে, "জুইকুৰাকে ভালদৰে ধৰি দিওঁ দে। হাতখন সেকো।'

সুৰেনে তাৰ নীৰস ভঙ্গিটোৰে কৈ গ'ল, "ওৰে দিনটো মচলা মাৰ, পানী দে, চিমেণ্ট-বালিৰ টাগ্‌ৰা কঢ়িয়া।....বৈ থাকিবলৈ সময় নাই। মায়ে দেখিলে চকুপানী টুকিব। তোৰ ঘটন নেখাওঁ বুলিব। কিন্তু নেখায় ক'ত থাকিব? মায়ে খাব। মোৰ তেজটোপাও খাব।"

"হুই বেটা বুৰ্বক! এইবাৰ উপায় নাপাই মায়েৰক ধৰিলিগৈ।"

"তেজটোপা নাখাই আৰু কিটো খাব? কিটো খাব'ল আছে? লোকক ৰজা পতা আৰু আমাক ভিকহু পতা গোঁসায়ে মাইক জীয়াই থাক বুলি ৰাখি থৈছে নহয়!"

কেবাদিনো মুখোৰোৱা দাড়ি, নোধোৱা গা আৰু নসলোৱা একমাত্ৰ কাপোৰ সাজেৰে চিনেমাৰ ভিলেইনটো যেন লগা সুৰেনলৈ সোণেশ্বৰে একেঘৰে চাই থাকিল। কিবা এটা কঠিন যন্ত্ৰণাই তাৰ মুখখন ৰুক্ষ কৰি তুলিলে। তাক দেখি সোণেশ্বৰ অধৈৰ্য হোৱাদি হ'ল আৰু হাতত ধৰি টান মাৰি তাক উঠাই চোঁচৰাই আনিব খুজিলে। সুৰেনৰ এড়ি চাদৰখন সুলকি চুঁচৰি আহিল। সুৰেন তথাপি থিয় ন'হল। বিব্ৰত হৈ সোণেশ্বৰে তালৈ চাই দেখিলে, ৰঙা নোমেৰে ঠাহ খোৱা তাৰ ভৰিটোৰ তলছোৱা থেতেলা খাই এৰাই গৈছে। ভৰিটো ফুলি উঠিছে।

আতঙ্কিত হৈ সোণেশ্বৰে সুধিলে, "দুখ পালি বেটা? জখম হ'লি? মোক কোৱা নাই কিয়?"

তিতা তিয়নিৰে উবি ফুৰা বতাহজাকে সুৰেনৰ উদং হোৱা ভৰিটো

জথৰ কৰি তুলিলে। সোণেশ্বৰৰ ৰঙীয়াল মনটোৱো জখম হৈ জথৰ হৈ পৰিল।

সুৰেনলৈ একেথৰে চাই থাকি কপালৰ সিৰবোৰ থুপ খুৱাই সোণেশ্বৰে কলে, "তোক ইয়ালৈ মই ননা হ'লেই ভাল আছিল।"

"মই তোক কৈছিলো নহয়, মায়ে মোৰ তেজটোপা...."

"চুপ থাক।" ৰাজকন্যা, তোমাৰ পদুম চকুজুৰি, ৰাজকন্যা, হুঁ হুঁ, হু হু, সুৰেনৰ ফালে পিঠি দি সি তাৰ প্ৰিয়গানৰ কলিটো অন্যমনস্ক-ভাৱে গাবলৈ ধৰিলে।

সুৰেনৰ চকু দুটা ছলছলীয়া হ'ল। "মাইলৈ মনত পৰিছে অ'। গাটো জ্বৰ জ্বৰ লাগিছে।"

"তই উঠিব নোৱাৰো নেকি ?"

নোৱাৰো। ঠিকাদাৰটো কেতিয়া আহিব ?"

"ৰাজকন্যা, তোমাৰ পদুম....বহি থাক, বহি থাক। চাদৰখন ল' জুইকুৰা জ্বলাই দিওঁ। ইমান ডাল মানুহ মই পাহাৰৰ তললৈ কেনেকৈ নমাই নিম ? কিবা এটা উপায় কৰিব লাগিবৰ ? বহি থাক।"

"ৰাজকন্যা, তোমাৰ পদুম...." পাহাৰৰ কেঁকুৰিটোত সুৰটো নোহোৱা হৈ গ'ল।

ভৰিত বিষ, অন্তৰত বেদনা আৰু পেটত জ্বালা লৈ সুৰেনে উদাসভাবে পাহাৰটোলৈ চাই থাকিল। জীৱনটো যে আৰু। মাকে বাপেকে তাক দিয়া জীৱনটো! ঠিকাদাৰ মালিকহঁতে খটুৱাই খটুৱাই শেষ কৰা তাৰ জীৱনটো!

তপত শলাই বিন্ধাৰ দৰে ভৰিত ৰমৰমাকৈ পোৰণি, তালুত ধৰি যোৱাকৈ তনহ তনহ কৰা বিষ আৰু এই পৰিত্যক্ত ঠাইখিনিৰ নিঃসঙ্গতাক সাৱটি লৈ জীৱনটোক গালি পাৰি পাৰিও সি কিবা এটা আমেজ অনুভৱ কৰি আছে। কাষৰ বিল্ডিটোৰ ফুলনিৰ পৰা তহা চম্পা আৰু ৰজনীগন্ধাৰ গোন্ধে কিবা যেন ৰাজকন্যা ৰাজকন্যা গোন্ধ এটা তাৰ নাকত ধীৰে ধীৰে ককি দি আছে। বেণ্ডপাৰ্টিৰ সুৰত

লুকাই থকা মন উচাতন কৰা ভাব এটাই তাক ৰিবৰিবকৈ জোকাই আছে। জীৱনটো সিমান বেয়া নহয় হ'ব পায়। সোণৰ সঁফুৰা লৈ ৰাজকন্যা তাৰ জীৱনলৈ এদিন আহিব হয়তো!

কিন্তু নালাগে। অলপ আগতে যে আহিছিল, সেইটো ৰূপত আহিব নালাগে।

কাম প্ৰায় শেষ হোৱাৰ সময়ত মূৰত তুলিবলৈ লওঁতেই প্ৰকাণ্ড শিল চপৰা বাগৰি তাৰ ভৰিত পৰাৰ লগে লগে কাষৰ দালানটোৰ খিৰিকীৰে চাই থকা পাট-গাভৰুজনীয়ে চিঞৰ মাৰি দিছিল। মাকজনী আৰু তাই আয়োদিন আৰু মলম লৈ লৰি আহিছিল। ভৰিৰ পৰা হো-হোকৈ তেজ ওলাইছিল। সি দাঁতকেইটা কামুৰি ধৰিছিল।

সিহঁত আহি ওচৰত থিয় দিছিলহি। ছোৱালীজনীয়ে ছাটি-ফুটি কৰিছিল। মাকজনীয়ে তালৈ আয়োডিনৰ বটলটো আগবঢ়াই দিছিল। সিহঁতে তাৰ ভৰি ধুৱাই তাত মলম লগাব নোৱাৰে। সি জানো সিহঁতৰ পত্নুলি মূৰত কল পুলিৰ তলত থিয় দিয়া ৰাজপুত্ৰ? সিহঁতে ভৰি ধুৱাবলৈ?

সোৱা সিহঁত আকৌ আহিছে। হাতত কিবা আনিছে। কিবা জুতি লগা খোৱা বস্তু আনিছে। সি সেইবোৰ খাব নে শুঙি শুঙি চাৰিওকালে দলিয়াই দিব তামুলী পীৰাত বহি?

তাহাঁতৰ কি গৰজটো? লোকৰ ঠিকা লোকৰ কাম। লোকৰ মানুহ! তথাপি! তাৰ ডিঙিটো শুকাই গৈছে। চাহ এটোপা খাবলৈ বৰ মন গৈছে। সিহঁত ওচৰ চাপি আহিবৰ বাবে সি অধৈৰ্য হৈ পৰিছে। সিহঁতে আৰু অলপ খৰকৈ খোজ কাঢ়িব নোৱাৰে নেকি? কোনে তাহাঁতৰ এই গজগমন চাবলৈ আহিব? সোণেশ্বৰ আহি পোৱাৰ আগতে সিহঁত গুচি গ'লেই ৰক্ষা!

চম্পা ফুলৰ দৰে কোমল, লহপহীয়া হাতখনেৰে পাট-গাভৰু-জনীয়ে খোৱাবস্তুৰ প্লেটখন তাৰ হাতত দি ক'লে, 'খোৱা।'

মাকজনীয়ে চাহৰ গিলাছটো আগবঢ়াই দি ক'লে, "ঠিকাদাৰৰ হাতত তোৰ বাবে টকা দহটা দিছো। বেজী এটা লবি।"

"মোক টকা কিয় দিছে আই? আপোনাৰ কাম জানো মই কৰিছো?"

"পাছত কেতিয়াবা বাৰু কাম কৰি দিবি। আগতে ভাল হৈ লচোন।"

মাক আৰু পাট-গাভৰুজনী সোণেশ্বৰ আহি পোৱাৰ আগতে আঁতৰ হ'ল। সিহঁতে তাক আপ্যায়িত কৰাৰ কথা সি সোণেশ্বৰক নকয়। সিহঁতলৈ সোণেশ্বৰৰ ভাল ভাব নাই। ৰাজকন্যা বুলি গীতটো গোৱাব বাবেই সিহঁতে ঠিকাদাৰক মাতি নি কেবাদিনো সোণেশ্বৰক শাসন কৰাইছে।

ডাঙৰ মানুহৰ মৰম আৰু পুতৌ ঘিন কৰে যদিও এই মৰমখিনি তাৰ ভাল লাগিছে। ভাল লাগিছে পাট-গাভৰুজনীৰ চকুৰ ভয় মিহলি বিহ্বলতা। বেণ্ডপাৰ্টিৰ, পাঁচালীৰ, সাধুকথাৰ ৰাজকন্যাবোৰ চাগে এনেকুৱাই। মৰমীয়াল। তাৰ জীৱনলৈকো এজনী ৰাজকন্যা আহিব। সংসাৰখনৰ মানুহে কিয় বিয়া পাতে? সকলোৱেই কিজানি ৰাজকন্য.ৰ সপোন দেখিয়েই বিয়া পাতে! সিয়ো পাতিব। মাটিখিনি আৰু ক্লেৰিয়নেটটো মুকলি কৰিব পাৰিলেই হয়।

অলপ সময় সি জুইকুৰাৰ কাষত অকলশৰে বহি আছে। পাহাৰৰ কেঁকুৰিটোত আকৌ শুনা গ'ল। "ৰাজকন্যা, তোমাৰ পত্থম চকুযুৰি...." সোণেশ্বৰ আহিছে। লগত আহিছে ৰামচৰণ, ৰাজিন্দৰ, জীৱন আৰু মধুবালা। জটলা চুলিৰ কেৰাহী ক'লা মাদ্ৰাজী বনুৱা তিৰোতাজনীৰ নামটো সলাই সিহঁতে মধুবালা নাম দি লৈছে, তাই সৎ। যন্ত্ৰৰ দৰে খাটে। মতা মানুহৰ সমানে কাম কৰে। মজুৰি এটকা কম পায়।

সিহঁতে আটাইকেইটাই সুৰেনক আগুৰি ধৰিলে। মধুবালাই তাইৰ ফটা ৰুমালখন খুলি শুকান ৰুটি এফাল সুৰেনৰ হাতত দি ক'লে, "খাই ল।"

তাইৰ আদৰৰ টোপোলাটোৰ পৰা উলিয়াই দিয়া আধা ৰুটি-ডোখৰ লবলৈ হাত মেলিও সি বৈ গ'ল। সি সুধিলে, "এই, তোৰ ল'ৰাটোক কি দিবিগৈ, তাৰ বাবেহে তই আধা ৰুটি ৰাখি থৱ?"

"তাক বাৰু ঘৰত বনাই দিম। তই খা।"

"তোক যে সি বাটতে ধৰিব। তেতিয়া?"

মধুবালাই তাইৰ কেঁৰা চকু দুটাৰে সুৰেনৰ ফালে ইমান যঙেৰে পোন্দোৰাকৈ চালে যে সুৰেনে কোন টলকত ৰুটি ডোখৰ তাইৰ হাতৰ পৰা থাপ মাৰি মুখত ভৰালে, সি নিজেই ধৰিব নোৱাৰিলে।

সিহঁত আটাইকেইটাই ধৰি মেলি সুৰেনক পাহাৰৰ তলতে থকা সোণেশ্বৰৰ খেৰী ঘৰ খোটালীলৈ লৈ গ'ল। মধুবালাৰ ল'ৰাৰ ভাগৰ ৰুটিডোখৰ চোবাই চোবাই সুৰেনৰ অশান্তি লাগিল। মধুবালাই ৰাস্তাৰ দাঁতিৰ খেৰী চাহদোকান খনৰ পৰা কুকিচ বিস্কুট এটা কিনি তাইৰ ৰুমালখনত বান্ধি লোৱা দেখিহে সি শান্তি পালে।

সুৰেনে সোণেশ্বৰৰ মলিয়ন তক্তাপোচখনত বহি তাক চাৰিওফালে বেৰি থকা জধলা, লেতেৰা, চিমেণ্ট গুৰি লাগি ফকিৰ যেন হোৱা মানুহকেইটালৈ চাই বেলেগ ধৰণৰ ঘৰুৱা ভাৱ এটা অনুভৱ কৰিলে। মধুবালা'ৰ ল'ৰাৰ মুখৰ বস্তু কাটি তাক খুৱালে। মাকজনী থকা হলেনো আৰু কিটো বেছি কৰিলেহেতেন?

কিছু পৰৰ পিছত আটাইবোৰ ঘৰমুৱা হ'ল। সোণেশ্বৰে সিহঁতক আদবাটৰ পৰাহে ঘূৰাই আনিছিল।

সোণেশ্বৰে লুৰি অনা খৰিবোৰেৰে জুই একুৰা জ্বলাই ভাতৰ চৰুটো তুলিছিলে। জেংখৰি বোৰ ফট্ ফট্ কৈ ফুটিছে। বহল চেপেটা-চেপেট ফিৰিঙতিবোৰলৈ সুৰেনে একেথৰে চাই আছে। সোণেশ্বৰে হাবিৰ পৰা উৱালি অনা ওলকচু এটাৰ বাকলি গুচাইছে। মুখত তাৰ "ৰাজকন্যা" গীতটো। সুৰেনে মনতে হাঁহিলে। ক'ত বনৰীয়া ওলকচুৰ আজ্ঞা আৰু ক'ত ৰাজকন্যাৰ চম্পাফুলীয়া হাত!

বাঁহৰ ছটাইৰ দুৱাৰখন কেৰেকৈ উঠিল। লগে লগে ঠিকাদাৰ

সোমাই আহিল আৰু ক'লে, "হোই, তঁহতি কেতিয়া আহিলি ? তোৰ কাৰণে দৰব আনিছো, হেই বিল্ডিঙৰ জনানাই মোক দৰৰ কিনিবলৈ পইচা দিছিল। হুঁ, ল। তই কৈ দিবি পইচা পাইছো বুলি।'

"বেজী ল'ব লাগিব নেকি ?" সুৰেনে সুধিলে।

"ডাক্তৰে নালাগে বুলিছে।" ঠিকাদাৰে ক'লে।

সুৰেনে ভাবিলে ডাক্তৰে নেদেখাকৈয়ে ক'লেনে ? সি পিল কেইটা হাতত ললে। ছুটামান পেনিচিলিন পিল আৰু ছুটামান বিৰব পিল। দহ টকাৰ দৰব সেয়া নহয়। কিন্তু ঠিকাদাৰৰ লগত সি কাজিয়া কৰিব নোৱাৰে।

সুৰেন বহি থকা চালপীৰাখনৰ কাযতে থকা ভগা মূঢ়াটো জুইৰ ওচৰলৈ টানি ঠিকাদাৰ বহিল। জেপৰ পৰা এসুৰা কাগজ আৰু হাজিৰাৰ বহী এটা উলিয়াই সোণেশ্বৰৰ ফালে আগবঢ়াই দি ক'লে, "হিচাপটো কৰি দিবি। কাইলে তই আধাবেলা ছুটি পাবি।"

সোণেশ্বৰে বহীখন হাতত ললে। ক্লাচ এইটলৈকে পঢ়া সোণেশ্বৰ ঠিকাদাৰৰ মহৰী স্বৰূপ। ঠিকাদাৰ সম্পূৰ্ণ নিৰক্ষৰ। কিন্তু সৰু কালৰে পৰা দালান সজা কাম কৰোঁতে কৰোঁতে কাঠ-লোহা-পকা আটাইবোৰ মিস্ত্ৰিৰ কাম আৰু জোখমাখ ভালদৰে জনা হৈছে।

কেৰাচিনৰ টিপ চাকিটোৰ পোহৰত সোণেশ্বৰে হাজিৰাৰ নামবোৰ পঢ়ি গ'ল। ঠিকাদাৰে ভাতখিনি হাতেৰে লৰাই শলাগি গ'ল।

অঙ্কটো কৰোঁতে সোণেশ্বৰৰ বৰ বেছি সময় নালাগিল।

"মধুবালাৰ পূৰা হিচাপ ধৰিছ নিকি সোমবাৰ দিনা ?"

"ধৰিছো। কিয় ?"

"আধাবেলাৰ নধৰিবি। আধাবেলাৰ কাম কৰা নাই।"

বিচনাত বহি শুনি থকা সুৰেনৰ বুকুখন ধপচকৈ উঠিল। তাৰ মনত পৰিল সোমবাৰৰ দিনটোলৈ। গোটেই দিনটোৱেই তাই কাম কৰিছে; কিন্তু পাছ বেলা তাই যে বৰ দুৰ্বল হৈ পৰিছিল; সেই কথা

তাঁ, মনত আছে। ভবতুপৰৰ ব'দ জাকত ওপৰৰ পৰা তললৈ শিল কঢ়িয়াই কঢ়িয়াই তাইৰ ভাগৰ লাগিছিল। তাই সেইদিনা ঘৰত ভালকৈ খাই অহা নাছিল। এবাৰ শিলটো মূৰত তুলি লৈয়েই তাই বহি পৰিল। শিলটো নমাই থলে আৰু মাটিত খামুচি ধৰি তাই চিঞৰি দিলে, "আৰে কি হৈছে, ঘৰ ঘূৰিছে, গছ ঘূৰিছে, মানুহ ঘূৰিছে।" তাই বহা ঠাইতে বতিয়াই দিলে। সুৰেনে তাৰ মূৰৰ শিলটো থৈ লৰ মাৰি তাইৰ ওচৰলৈ আহি তাইৰ মূৰত পানী এচলু দি ক'লে, "মধুবালা, তই বহি থাক। কাম কৰিব নালাগে। তোৰ মূৰ ঘূৰাইছে।"

মধুবালাই জুটুলা চুলি কোচাৰে ঢাকি ধৰা তাইৰ কেৰাহী ক'লা মুখখন দাঙি কেঁৰা চকুহুটাৰে সুৰেনলৈ এনেহে পোন্দোৱাকৈ চালে যে সুৰেনৰ ভশ লাগি গ'ল। সুৰেনক যেন আক্ৰমণহে কৰিছে, এনে ভাৱত সুধিলে, "আধাবেলাৰ পইচা মৰা যাব? কাম কৰিমেই।"

তাই ততালিকে থিয় হ'ল। থৰক বৰক খোজেৰে শিল এছটা মূৰত লৈ তাই আকৌ নামি গ'ল। কিন্তু এইবাৰ গতি মন্থৰ। আন এটা শিল লবলৈ ঘূৰি আহোঁতে তাইৰ বহুত সময় লাগিছিল।

বহীখন মুৰিয়াই জেপত ভৰাই ঠিকাদাৰ ওলাই গ'ল। "ৰাজকন্যা, তোমাৰ…." গুণগুণাই সোণেশ্বৰে চুৱাৰখন জপাই কেৰাহীখন পাতি তলপ পানী দি ওলকচুকেইটা সিজালে। জেংখৰিৰ ধোঁৱা, শিখা আৰু ফিৰিঙতিবোৰে ইটাৰ উধান কেইটাৰ ফাঁকেৰে কেৰাহীখন সাৱট মাৰি ধৰিলে। বুৰবুৰণি তুলি বনৰীয়া ওলকচু কেইটা উতলিবলৈ ধৰিলে—বগা, কোমল, মৰম লগা, স্নাৰনে ভাবিলে কেৰাহীৰ এই ওলকচু কেইটাই সোণেশ্বৰৰ শৰীৰটোক তাপ আৰু শক্তি যোগাব কাইলৈ লোহা বেকা কৰিবলৈ, হাতুৰী মাৰিবলৈ। অৱশেষে ৰাজকন্যাই তাৰ মনৰ তাপখিনিৰ যোগান ধৰিব।

ওলকচুকেইটা কেৰাহীৰ পৰা নমাই সোণেশ্বৰে তেল ভপতাই নেমুৰ ৰস আৰু জলকীয়া দি ওলকচুখিনি বঢ়াকৈ ভাজিলে।

তুখন থালত সি ভাত বাঢ়িলে। এভাগ সুৰেনলৈ আৰু এভাগ নিজলৈ। ধোঁৱা বলি থকা ভাত ওলকচুৰ ভজাৰে সোণেশ্বৰে চকুৰ পচাৰতে প্ৰায় আধাখিনি খাই শেষ কৰিলে।

সুৰেনে সুধিলে, "ওই ক'ত ৰেল ধৰিবলৈ যাব? ইমান খৰকৈ যে খাইছ?"

সোণেশ্বৰ অলপ থমকি ৰ'ল। "পেটে খজুৱাই আছে নহয়, ওলকচুৱেহে খজুৱতি মাৰিছে।"

সুৰেনৰ বৰকৈ ভোক লগা নাই। ভৰিৰ বিষটো, তাৰ উপৰিও বিল্ডিঙৰ পাট গাভৰুৱে দিয়া জলপানটো, মধুবালাই দিয়া এফাল ৰুটি খাই তাৰ পেটৰ হুতাশন ধোঁৱাই আছে। দপদপকৈ জ্বলি থকা নাই। তথাপি সোণেশ্বৰৰ ৰন্ধন প্ৰকৰণে সোণেশ্বৰকো বেছ তৃপ্তি দিলে। ধোঁৱা ধোঁৱা গোন্ধাই থকা ভাত আৰু কচুভজাই তাক মাকে ৰন্ধা ভাতলৈ মনত পেলাই দিলে। বহুত চিনাকি গোন্ধ আহি একেলগে নাকত সোমাল। বিষটো থকা সত্ত্বেও এই মুহূৰ্তটো তাৰ সুখৰ যেন লাগিল। বন্ধুৱাৰ জীৱনতো সুখ আছে, স্মৃতি আছে, সহানুভূতি আছে, ৰাজকন্যাৰ সপোন আছে। জীৱনটো ভালেই।

বিচনাখনকৈ বহুত ছুটি আৰু চাপৰ আঁঠুৱাখন সোণেশ্বৰে তৰি দিলে। গাত লোৱা কম্বলখন ছুটাই ভগাই ললে। শুই শুই সোণেশ্বৰে কলে, বিয়া কৰাব লাগিব, বুইছ সুৰেন। এইদৰে আৰু কিমান দিন থাকিবি? মানুহ এজনী লগত থাকিলে ভাল লাগিব। তাইৰ ভাগ্যতে সুখো আহিব পাৰে। নহ'লে সুখ পোৱাৰ আৰু কোনো ৰাস্তা নাই।

তাৰ কথা শুনি সুৰেনে অলপ লাজ পাইছিল হ'বলা। কাৰণ সেইবোৰ কথাকে সিয়ো ভাবি থাকে। সুৰেনৰ মনৰ ভাৱটো বুজিহে যেন সোণেশ্বৰে কথা যিনি কৈছে। সি কলে, "মনে মনে থাক, শুই থাক।"

সুৰেনৰ টোপনি অহা নাই। ভৰিৰ বিষটো এতিয়া অসহ্য হৈ

উঠিছে। লোকৰ কাম কৰোতে সি যদি দেহাটো ঘুণীয়া কৰে, তাৰ দায়িত্ব কোনে ল'ব? বেমাৰ পৰি এদিন বহিলে তাক কোনে খুৱাব? জীৱনটোলৈকে ঘুণীয়া হৈ কাম কৰিব নোৱাৰিলে একো? সি আৰু নাভাবিলে।

সোনেশ্বৰৰ টোপনি গভীৰ হৈ অহাৰ লগে লগে সি নাক বজাবলৈ আৰম্ভ কৰি দিছে। সুৰেনৰ আৰু ক'ত শোৱা হ'ব? বেৰৰ জলঙাইদি পুহমহীয়া বতাহজাক যেনিয়েতেনিয়ে সোমাবলৈ ধৰিছে। কম্বলখন আৰু তলৰ এড়ি ছাদৰখনেৰে তাৰ জাৰ গুচা নাই জ্বৰো উঠিছে চাগৈ।

বতাহ বেছি হৈ আহিল। মেঘে গাজিলে। বৰষুণ আহিল। প্ৰথমতে অলপকৈ তাৰ পিছত দপদপকৈ। সুৰেনে সোনেশ্বৰক পিঠিত হেঁচুকি জগাবলৈ চেষ্টা কৰিছে। গাত পানী পৰিছে, মুধচটো ফুটা। বৰষুণ, জাৰ, বতাহ, বিজুলী, গাজনি একোৱেই সোনেশ্বৰৰ টোপনি ভাঙিব পৰা নাই।

অৱশেষত সি সাৰ পালে। সি আঁঠুৱাখন খুলিলে আৰু বিচনাখন কোঁচাই পানী কম পৰা ঠাইত সুৰেনক বহুৱালে আৰু নিজেও জুপুকা লাগি বহিল। বিজুলীৰ ঘন ঘন পোহৰত সুৰেনে সোণেশ্বৰক বৰ বিমৰ্ষ যেন দেখা পালে। টোপনি ভগাৰ বেদনাতকৈয়ো গভীৰ এটা বেদনাই তাক দলি আনিবলৈ ধৰিলে। সি হুমুনিয়াহ চাৰিলে। "বিল্ডিং বনাওঁতে হাত গুচি লোহা হ'ল। তেও মূৰৰ পানী মুওছিল। টোপনি নভগাকে নাথাকিল। ছোৱালী আনি ক'ত ৰাখিবিহি হুঃ? ৰাজকন্যাক?"

সুৰেনৰ বেয়া লাগিল। তাৰ নিজলৈ নহয়, সোনেশ্বৰলৈ। ৰাজকন্যাৰ কথা ভাবি ভাবি সুখেৰে টোপনি যোৱা সোনেশ্বৰৰ সপোনটো দেখা শেষ নৌ হওঁতেই ভাগি গ'লনে? দেহি!

তাৰ মনত পৰিল বিল্ডিঙৰ পাট-গাভৰুজনীলৈ! তাই কোমল শয্যাত সুখেৰে শুই আছে। হ'ক তেও। তাই সুখেৰে শোৱে, সেয়ে

বহুত। কোমল বিচনাত শুলেহে তাইৰ অন্তৰখন চাগে কোমল হ'ব। লোহা খুন্দি থাকিলে তায়ো লোহা হৈ যাব পাৰে। ৰাজকন্যা বিল্ডিঙত সুখেৰে শুই থকাটো এই মুহূৰ্ত্তত সি বৰ পছন্দ কৰিলে। ৰাজকন্যাৰ বিল্ডিঙৰ বাবে সি প্ৰয়োজন হ'লে শৰীৰৰ সকলো শক্তি খৰচ কৰিব। নহ'লে যে সেইবিধ বস্তু পৃথিৱীৰ পৰা হেৰাই যাব!

তাৰ মনত পৰিল গধূলি তাৰ বাবে চাহ লৈ অহা ছোৱালীজনীৰ উৎকণ্ঠিত মুখখনলৈ। তাইৰ ব্যথিত চকুহাললৈ তাৰ দৰে লেতেৰা গুবৰুৱা এটাৰ ঠেং এটা ভগাত তাইৰ কি বেথা! তাইৰ বেথা সকলোলৈকে। আৰু মাকজনী! চকুদুটাত বেথা নাই। মনটো ওন্দোলা। ভাবৰে যেন ভৰ কৰি হেঁচি ৰাখিছে। একোৰে প্ৰতি আগ্ৰহ নাই। পৃথিৱীখন যেন এগছ তুচ্ছ কুটা! ছোৱালীজনীয়ে জোৰ কৰাতহে চাগে তাক চাহ জলপান দিছে। টকা দহটা দিছে (ঘূৰাই দিব লাগিব।) তাৰ মনত এটা সন্দেহ হ'ল। মাকজনীও বাৰু এদিন ৰাজকন্যা আছিল নেকি? এতিয়া হ'বলৈ এৰিলে?

আঁঠুত মূৰ গুজিয়েই সোণেশ্বৰ আকৌ টোপনি গ'ল। সুৰেনে ভাবিবলৈ ধৰিলে, ৰাতি শোঁওতে পিন্ধা দীঘল কোমল চোলাটো পিন্ধি এতিয়া ৰাজকন্যাই খিৰিকীৰে মেঘ আৰু বিজুলীলৈ ভয়ে ভয়ে চাই আছে। তাইৰ হয়তো মনত পৰিছে অথনি ভৰিত দুখ পোৱা মানুহটোলৈ। তাইৰ চকু দুটি চাগে সেমেকি আছে। সি মনতে ক'লে, "ৰাজকন্যা, তুমি সুখেৰে শুই থাকা। আমি মানুহবোৰ সুখেৰে আছো। আমাৰ জীয়াই থকাৰ অভ্যাস আছে। অভ্যাসেৰে পেৰি আমি দুখবোৰৰ পৰা সুখ উলিয়াব জানো। ওখ বিল্ডিঙত শুই থাকিলেও মানুহে সুখবোৰ পেৰি আমাতকৈ বেছি দুখ পায়। তুমি দুখ নেপেৰিবা, ৰাজকন্যা, শুই থাকা।"

অথনি ৰাজকন্যাই দেখুওৱা সহানুভূতিৰ বিনিময়ত ৰাজকন্যাক উদ্দেশি এই কেই আষাৰ কথা কৈ সুৰেন সুখী হ'ল। বহি থকা অৱস্থাতে তাৰ চকু দুটা মুদ খাই আহিল। শান্তিৰে।

দহদিন জিৰণি লোৱাৰ পিছত সুৰেনে আকৌ কামলৈ ঘুৰি অহাৰ দিনাই ৰাজিন্দৰৰ গাত দেউ উঠিছে।

মূৰত মাটিৰ মেটমৰা টুকুৰীটো লৈ অবিৰাম তুশ ফুট উঠা নমা কৰোতে দিনটোৰ শেষৰ ফালে এটা সময়ত ৰাজিন্দৰৰ গাত দেউ উঠে। হাত ভৰি আছাৰি টেট্ৰ ফালি চিঞঁৰি চিঞঁৰি সি গান গাবলৈ ধৰে। তাৰ মাতটো ক্ৰমান্বয়ে ডাঙৰ হৈ গৈ থাকে। সুৰটো দ্ৰুতৰ পৰা অতি দ্ৰুত হৈ গৈ থাকে। বিৰামহীন, ভয়লগা, কৰ্কশ সেই সুৰটোৱে এটা অস্থিৰ উত্তেজনা, অশান্তি আৰু অত্যাচাৰ চাৰিওদিশে বিয়পাই দিয়ে। শুনোতাৰ স্নায়ু দুৰ্বল হৈ আছে। ধৈৰ্য্য শক্তি শূন্য হৈ আছে। অনুমান হয় গীত গোৱা মানুহটোৰ বাক্ যন্ত্ৰটোৰ বাহিৰে বাকী আটাইবিলাক যন্ত্ৰ যেন বিকল হৈ পৰিছে!

ঠিকাদাৰৰ হুমিয়নি, গীত বন্ধ কৰিবলৈ দিয়া আটাইবোৰ ভাবুকি বিফল হৈ পৰে। অৱশেষত তাৰ মূৰৰ পৰা মাটিৰ পাচিটো জোৰ কৰি নমাই পেলোৱা হয়। মূৰৰ পাগটো খুলি তুচলুমান পানী মূৰত দিয়া হয় আৰু কেবাটায়ো ধৰি মেলি গুদামৰ এটা চুকত তাক বহুৱাই শাসন কৰা হয়। গীতটো বন্ধ হোৱাৰ লগে লগে তাৰ মুখখন কেহেৰাজ বটা যেন হয়। চকু দুটা জুইৰ আঙনিৰ দৰে তেতিয়াও বগা হৈ থাকে।

আবেলি পৰত হঠাৎ এক আতঙ্কৰ সৃষ্টি কৰি এটা সুৰে, নে এটা চিৎকাৰ শব্দই, নে এটা আৰ্ত্তনাদে সুৰেনৰ কাণৰ তলি ফালি ছিৰাছিৰ কৰি দিব খুজিলে। ৰাজিন্দৰৰ আকৌ দেউ উঠিছে। আকৌ সেই অসহ্য উৎপীড়ক ভয়ঙ্কৰ গীতটো! সুৰেনে কাণত হাত দিলে। তাৰ ভৰিৰ বিষটো জাঙুৰ খাই উঠিল। ৰাজিন্দৰৰ মূৰত পানী দি তাক কেবাটায়ো একেলগে ধৰি গুদাম ঘৰটোৰ ফালে লৈ যোৱা দেখিবলৈ পালে। কাষৰ বিল্ডিংটোলৈ চাই দেখা পালে, বগা চিৰুৰ পৰ্দাখন কোচাই ৰাজকন্যাই উদাস দৃষ্টিৰে ৰাজিন্দৰৰ ফালে চাই আছে।

হে শ্ৰম! কাণ্ডজ্ঞান শূন্য কৰা হে শ্ৰম! হে ৰাজকন্যা! হে সজল নয়না! হে শান্তিৰ সঁফুৰা!

বিল্ডিং সজা ঠাইডোখৰ, তাৰ বস্তুবোৰ, তাৰ কামবোৰ, তাৰ মানুহবোৰ, তাৰ শব্দবোৰ, তাৰ সুৰবোৰ—আটাইবোৰকে লৈ গঠিত হোৱা এই সৰু আৱৰ্ত্তটোৰ সুৰেন এটা অংশ হৈ পৰিল। দিন, মাহ, আনকি বছৰো আগুৱাই গৈ থাকিল!

এদিন বিল্ডিঙৰ কামৰ অন্ত পৰিল। আটাইবিলাক শব্দ-শ্ৰম-গীত-তেজ-দয়া-পুতৌ-ধন-বিত্ত বুকুত সাৱটি এটা শব্দহীন, উদাসীন বিল্ডিং পাহাৰৰ ওপৰত জিলিকি উঠিল।

বনুৱাবিলাক দিহাদিহি গ'ল। এজনে আনজনক দ্বিতীয়বাৰ লগ পোৱাৰ সম্ভাৱনা কম। সোণেশ্বৰে প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ এজনৰ তলৰ কাম পালে আৰু তেওঁৰ কাম কৰিবলৈ আকৌ পাহাৰৰ এঠাইলৈ গুচি গ'ল।

সুৰেন গাঁৱলৈ ঘূৰি আহিল। মধুবালা, ৰাজিন্দৰ সোণেশ্বৰহঁত আঁতৰি গ'ল, কিন্তু সোণেশ্বৰৰ গানৰ কলিটোৱে তাক দি গ'ল এটা নাম, এটা মন্ত্ৰ—"ৰাজকন্যা।"

সি কিছু মাটি মোকলালে। ক্লেৰিয়নেটটোৱো বন্ধকৰ পৰা মোকলালে। সি বেণ্ডপাৰ্টিত ফুৰিবলৈ ল'লে। নিজৰ গাঁৱত ফুৰিলে সকলোৱে মিলি টকা পাঁচটা, পাৰ এযুৰি, সিধা এটা পায়। দূৰলৈ গ'লে অলপ উপাৰ্জ্জন হয়। ইয়াত ভাগৰ, অৱসাদ নাই। সোণেশ্বৰৰ জীৱনলৈকো এক ৰাজকন্যা আহিল। সোণালী চুলিৰ সোণবৰণীয়া এজনী নেপালী ছোৱালীৰ সতে সোণেশ্বৰে ঘৰ পাতিলে।

সাৰ নোহোৱা মাটি কেইডৰাৰ ওপৰেদি নাঙলৰ মুৰটো গাৰ জোৰেৰে চোঁচৰাই লৈ যাওঁতে বেলিটো মূৰত লৈ সুৰেনে ৰাজিন্দৰৰ সেই ভয়ানক গীতটো শুনিবলৈ পায়। বোকা দি থকাৰ পৰা হঠাৎ মূৰটো ওপৰলৈ তুলিলে পথাৰৰ মাজৰ অকলশৰীয়া শিমলুজোপা ঘূৰি যোৱা যেন লাগে। দূৰৰ বাঁহনি ডৰাও ঘূৰে। মধুবালাৰ

পোন্দোৰা ভয়লগা চকুহুটা সি তেতিয়া দেখিবলৈ পায়। আকাশৰ বগা মেঘৰ চপৰাটোৰ পৰা বগা চিঙ্কৰ পৰ্দাখন আঁতৰাই বিস্তিঙৰ ৰাজকন্যাই উদাস চকুৰে তালৈ চাই থাকে।

মাকে তাৰ বিয়া পাতিছে। সি আপত্তি কৰা নাই। জীৱনৰ যুঁৱলিখন মাকে বাপেকে তাৰ কান্ধত ওলোমাই দিছে। সি দমৰা হওক, বলধ হওক চেৰেলা বুঢ়াই হওক, যুঁৱলিখন টানিবই লাগিব। খোজ-কাঢ়ি গ'লেও সেইখন নেৰায়, চেঁকুৰিলেও নেৰায়। গাঁৱৰ মানুহে কলপুতি পুতিব, ৰভা দিব, বেণ্ড বজাব, ভোজ খাব। তাৰ ঘৰলৈ ৰাজকন্যা আহিব আৰু আহিব ফুলশয্যা নামৰ এটা সুখৰ দিন।

বিয়াৰ বস্তু কিনিবলৈ নগৰলৈ যাওঁতে সুৰেন হঠাতে বজাৰত ঠিকাদাৰৰ মুখামুখী হ'ল।

"হোই সুৰেন, তই এতিয়া ক'ত আছ? কাম কৰিবি নিকি?"

"নকৰো।"

"কিয়?"

"বিয়া পাতিছো।"

"তইঁতি অসমীয়া ল'ৰা চবৰ—"

"কি, তোমালোকৰ বিহাৰী বিলাকে নাপাতা নেকি?" সুৰেন এতিয়া যথেষ্ট সাহসী। সি ঠিকাদাৰৰ তলতীয়া নহয়।

"সকতেই পাতিব লাগে বুজিছ? বিয়া পিছে কোন তাৰিখে পাতিছ?"

সুৰেনে তাৰিখটো ক'লে।

"অ' একেদিনাই মীনাক্ষিৰো বিয়া। মোক মাতিছে।"

"কোন মীনাক্ষি?"

"হেই যে মীনা—বিস্তিঙৰ ছোৱালীটো!"

সুৰেনৰ বুকুত কিবা এটাই ধাচকৈ আঘাত কৰা যেন লাগিল। কোনোবাই যেন তাৰ মুখখন সোপা মাৰি বন্ধ কৰি দিলে। বহুত সময় সি একেথৰে একে ঠাইতে থিয় হৈ থাকিল। ঠিকাদাৰ যেতিয়া

আঁতৰি বহুদূৰ পালেগৈ, তেতিয়াহে তাৰ মনত পৰিল, ঠিকাদাৰক বিয়ালৈ নিমন্ত্ৰণ কৰিবলৈকো সি পাহৰি গ'ল।

জীৱনত মধুৰতম মুহূৰ্ত্তটোৰ বাবে কৰা অপেক্ষাৰ উৎকণ্ঠাক এতিয়া এটা করুণতম বিষাদে ছানি ধৰিলে। সি মনতে ক'লে, "হে ৰাজকন্যা, দুখিতৰ দুখত পমি যোৱা অন্তৰখন লৈ তুমি ওখৰ সেই বিল্ডিংটোৰ খিৰিকীৰ কাষত সদায় যদি একেটা ৰূপতে থাকিলাহেঁতেন। যদি অনাদি-অনন্ত-অচ্যুত হৈ ৰ'লাহেঁতেন।

সুৰেনৰ তাহানিৰ ভবিৰ বিষটো হঠাৎ জাগ্ৰত হৈ উঠিল। সি শুনা পালে ৰাজিন্দৰৰ গীতটো, মধুবালাৰ চাৱনিটো। পৃথিৱীখনে যেন ঘূৰি ঘূৰি চুলি মেলি নাচিবলৈ আৰম্ভ কৰি দিলে, বাউলী হৈ। সুৰেনে খেদ কৰিলে ৰাজকন্যা সচাঁকৈ আৰু ৰাজকন্যা হৈ নাথাকিব? সচাঁকৈয়ে তাইৰ বেথাভৰা চকুদুটা তাইৰ মাকৰ দৰে বেথাহীন হৈ পৰিব? মাকৰ দৰে তাইৰ মনলৈকো কি তাচ্ছিল্য আৰু উদাসীন ভাব আহিব? তাইৰ অন্তৰখন শুকাই মৰুভূমি হ'ব? পৃথিৱীখন ৰাজিন্দৰৰ গীতটোৰ দৰে উৎপীড়ক হ'ব? মধুবালাৰ ঘূৰি থকা গছ-গছনিৰ দৰে ঘূৰ্ণীয়মান হ'ব? পৃথিৱী ৰণচণ্ডী হ'ব?

বিয়াৰ দিন কেইটাৰ বাস্তৱতাত সুৰেনৰ অন্তৰৰ পৰা বিল্ডিংৰ ৰাজকন্যাৰ ছবি মচ খাই গৈছে। তাৰ ঠাইত বহি লৈছেহি অদূৰ গাঁৱৰ একনী লোদোৰ-পোদোৰ ছোৱালী।

জবাকুসুম-অগৰু-হালধিৰ গোন্ধে মাটিৰে লিপা কোঠাটোৰ ভিতৰখন মলমলাই আছে। তাতে বহি উচুপি কান্দি আছে তাৰ কন্যাই। অস্বস্তিৰে সি ওৰণিখন দাঙি ধৰিলে। কম বয়সীয়া ভয়াৰ্ত এখনি কিশোৰী মুখ। গালত চকুপানী দাগ স্পষ্ট। তাই মুখখন আঁতৰাই নিলে। এই দিনটোৰ আঁৰত থকা সকলো কল্পনা, প্ৰস্তুতি, শাওনৰ ঢলৰ দৰে তাৰ সিৰা-উপসিৰাৰ মাজেদি বৈ আহি তাক জগাই তুলিলে। খন্তেকলৈ সি নিজক পাহৰি গ'ল। অলপ সময়ৰ ভিতৰতে সি অনুভৱ কৰিলে সি যেন কিবা এখন খণ্ডযুদ্ধত আৱদ্ধ

হৈ পৰিছে। সি যেন কিবা এটাৰ বাবে হেতা-ওপৰা লগাইছে। সি যেন কাৰোবাৰ কিবা এটা কাঢ়ি আনিব খুজিছে। তাৰ বাবে সি প্ৰচুৰ প্ৰতিৰোধ পাইছে। তাৰ প্ৰতিহত প্ৰতিটো চেষ্টাই তাৰ আক্ৰমণৰ প্ৰবৃত্তিটো প্ৰবল কৰি তুলিছে।

এটা সময়ত ফান্দত পৰা হৰিণীৰ দৰে তাৰ কন্যাই হাৰ মানিলে। ওৰণি খহি পৰা কোমল, মঙহাল কিশোৰী মুখখনত মিনতি কৰিলে দুটি চকুৱে, করুণ, অসহায়! চাটকৈ তাৰ মনলৈ আহিল বিল্ডিংৰ খিৰিকী কাষৰ কিশোৰী ৰাজকন্যাৰ বেথাভৰা চকুহাললৈ। কোমল বয়সীয়া মুখখনলৈ। সেই মুখখনৰ মুখামুখীকৈ উপস্থিত হ'ল আন এখন মুখ—এজন কামোন্মত্ত ৰাজপুত্ৰৰ!

সুৰেনে মুহূৰ্তৰ বাবে তলমূৰ কৰিলে। হায়! এই মুহূৰ্তৰ পৰাই হয়তো ৰাজকন্যা আৰু ৰাজকন্যা হৈ নাথাকিব। তাই কন্যাত্ব ত্যাগ কৰিব লাগিব। তাৰ করুণাৰ তুলনাত কিমান মৃদু এই প্ৰতিৰোধ! সি মনতে মিনতি কৰিলে, "হে ৰাজপুত্ৰ, আৰু খন্তেক বিলম্ব কৰা। আৰু খন্তেকলৈ তাইক ৰাজকন্যা হৈ থাকিবলৈ দিয়া।"

সুৰেনে ওৰণি খহি পৰা চকিতা, ভীতা, তন্দ্ৰালসা তাৰ কন্যাক বিচনাত ভালকৈ শুৱাই দিলে। দুৱাৰখন জপাই সি বাহিৰলৈ ওলাই আহিল।

আহিন মাহৰ শেষ নিশা। বাহিৰত শীতল বতাহ এজাক বলি আছিল। সি হুমুনিয়াহ এৰিলে। কিন্তু সেইটো সুখৰ নে দুখৰ, সি বুজিব নোৱাৰিলে। শুবলৈ ঘূৰি আহি দেখে তাৰ কন্যা গভীৰ টোপনিত ভেতিয়া লালকাল। বিয়াৰ উপবাস, ভাগৰ আৰু কুমাৰী কালৰ লালিমাই তাইৰ মুখখন স্নিগ্ধ কৰি ৰাখিছে।

তাইৰ টোপনি ভগাৰ আশঙ্কা কৰি বিচনাত বাগৰ দিয়াৰ পৰিবৰ্তে সি আকৌ চোতাল পালেহি। জোনকত শেৱালীফুলবোৰ জবজবকৈ সৰি আছে। কেৱল নৈঃশব্দ আৰু সুবাস!

ভাগৰত ৰব নোৱাৰি ফুলজোপাৰ তলতেই সি দীঘল দি শুই পৰিল।

দোকমোকালিতে পাচফালৰ চোতাল সৰাৰ স্পষ্ট মধুৰ শব্দ শুনি শুনি সি সাৰ পালে। ক্লেৰিয়নেটটোৰ সুৰৰ সংগৰতহে যেন সি ভাঁহি ফুৰিছে। চকু দুটা মেলিয়েই সি দেখা পালে শেৱালীফুলে এখন ফুলৰ শয্যা ৰচনা কৰি ফুলেৰে তাক ঢাকি থৈছে।

❑ অসম বাণী; ১৯৭৩ চন।

# সংস্কাৰ

## মামণি ৰয়ছম গোস্বামী

ঘৰৰ সম্মুখত পীতাম্বৰ মহাজন বহি আছিল। বোকাৰে লেটিপেটি হোৱা জোতাযোৰ সি তেতিয়াও খুলি থোৱা নাছিল। এই চামৰাৰ জোতাযোৰৰ প্ৰতি তাৰ একধৰণৰ দুৰ্বলতা আছিল। পীতাম্বৰৰ বয়স ষাঠিৰ ওচৰ চাপিছিল। এসময়ত সি হৃষ্ট-পুষ্ট পাহুৱাল পুৰুষ আছিল। এতিয়া চিন্তা-ভাবনা আৰু এক ধৰণৰ অসন্তুষ্টিৰ কবলত পৰি মানুহটোৰ স্বাস্থ্য পৰি আহিছিল। থুতৰিৰ তলৰ মাংসপেশী তললৈ ওলমি পৰিছিল। মানুহৰ লগত মুৰ তুলি কথা পাতিব নোৱাৰিছিল। দৃষ্টি অহৰহ মাটিত নিবিষ্ট আছিল। যেন মাটিৰ তলত কুৰুকি কুৰুকি এই দৃষ্টিয়ে কিবা বুটলিবৰ চেষ্টা কৰিছিল।

ঘৰৰ সন্মুখত কিছুদিন আগেয়ে কটা চেগুন গছ এজোপাৰ গুৰিটোত বহি পীতাম্বৰে আলিৰ দুয়ো দাঁতিৰ খালত বৰশী বাই থকা ল'ৰা-ছোৱালীবোৰৰ ৰেহ-ৰূপ চাই আছিল। এইকেইদিন একেলে-থাৰিয়ে বৰষুণ হোৱা বাবে গোটেই গাঁওখনেই বোকাময় হৈ পৰিছিল। কেঁচা আলিটোৰ দুয়ো কাষে জাৰ্মান বন, কচু, ভতৰা, পানেৰীলতা, কলমৌ, হেলেচি, নলকচু ইত্যাদি গছ ভৰি পৰিছিল। পাতবেংবোৰে আলিৰ এটা খালৰ পৰা আনটো খাললৈ জঁপিয়াই ফুৰিছিল।

নলকচু এজোপাৰ লগত জোট-পোট লগা বৰশী এডাল টানি থকা লৰা এটালৈ আজি বৰ কৌতূহলেৰে পীতাম্বৰে চাই আছিল। হঠাৎ এটা গলগলীয়া কণ্ঠত পীতাম্বৰৰ ধ্যান ভঙ্গ হ'ল। মুখ তুলি চাই সি দেখিলে কৃষ্ণকান্ত পুৰোহিত আহি তাৰ ওচৰত উপস্থিত হৈছে। কৃষ্ণকান্তই ক'লে,

—কাৰ ঘৰৰ কাৰ মাণিক,
কেনে খেদাই পানীক ;
হাত বাউ দি মাছি আন
চুমা খাওঁ খানিক।

"পীতাম্বৰ তোমাৰ নিজৰ ল'ৰা-ছোৱালীতো নাষেই ; পৰৰ ল'ৰা-ছোৱালীতেই দেখোন মচগুল হৈ আছা? মই এইকালে যাওঁতেও তোমাক এনেদৰে বহি থকা দেখিছিলো—এতিয়া আহোঁতেও একেদৰে বহি থকা দেখিছো! পিছে তোমাৰ মানুহজনীয়ে উঠা-বহা কৰি ফুৰিব পাৰিছেনে?"

"নাই, কত উঠি ফুৰিব পাৰিব। ভৰি-হাত ফুলি ভেন্দাকাৰ হৈ আছে!

"এইবাৰৰ দৈতে কৃবিবাৰ গুৰ হাটীল অহা-যোৱা কৰা হ'ল।"

"ল'ৰা-ছোৱালীও আৰু হোৱাৰ আশা নাই—নহয়নে? তোমাৰ বংশ নৰল। বৰ দুখৰ কথা!"

পীতাম্বৰে হুমুনিয়াহ এটা কাঢ়িলে। কৃষ্ণকান্ত কিছু সময় তাৰ ওচৰত থিয় হৈ থাকিল। পুৰোহিতে আঁঠুৰ ওচৰত ধুতি এখন পিন্ধিছিল। পাগুৰীটো ইমান পুৰণি আছিল যে তাম্ৰ বং শুকবালৈ দিয়া কোমোৰা গুটিৰ দৰে হৈ পৰিছিল। কান্ধত চাদৰো আছিল। কৃষ্ণকান্তৰ সন্মুখৰ দুটা দাঁতহে বাকী আছিল। ফলত গাল দুখন একেবাৰে খাল হৈ গৈছিল। কথা কওঁতে মুখখনে এটা বিচিত্ৰ ভঙ্গী ধাৰণ কৰিছিল। চকু দুটাত অহৰহ এটা ধূৰ্ত চাৱনিয়ে তিৰবিৰাই আছিল। মুৰৰ চুলি পাতল হৈ গৈ মুৰৰ তালু স্পষ্ট কৰি পেলাইছিল। গোঁফাজতে সেওঁতা ফলা বাবে তেওঁৰ ধূৰ্ত চকুযোৰ যেন আৰু স্পষ্ট হৈ উঠিছিল। এইবাৰ তেওঁ পীতাম্বৰৰ কাণৰ ওচৰলৈ হাউলি আহি ফুচফুচাই কোৱাৰ দৰে ক'লে, "পিছে পৰিবাৰৰ কিবা এটা হ'লে বিয়া-বাৰুৰ চিন্তা কৰিছানেকি?"

পীতাম্বৰে কান্ধত লৈ থকা চাদৰে মুখখন মচি কিবা এটা উত্তৰ

দিব খুজিছিল: এনোতে হঠাৎ তাৰ চকু দময়ন্তীৰ ওপৰত পৰিল। অলপতে বিধবা হোৱা দময়ন্তী শম্ভু পুৰোহিতৰ সহধর্মিনী আছিল। তাইৰ স্বভাৱ-চৰিত্র ভাল নাছিল। বিধবা হোৱাৰ পাছত তাই গাঁৱৰ ডেকাবোৰৰ আকর্ষণ কেন্দ্র হৈ পৰিছিল। তাইক দেখি কৃষ্ণকান্তই ক'লে, "কৰ পৰা আহিলি, দময়ন্তী?"

"কৰপৰা আহিম আৰু? দেখা নাই হাতত এইবোৰ এৰীৰ পলু?"

তেতিয়াহ'লে সেই মাৰোৱাৰী সদাগৰজনৰ লগত সলা পিঠা হৈ পৰিছ নহয়নে? সেয়ে কয়—কার্যৰ বুজিবা ভাও, ছাগবো পথালে পাৰ!"

দময়ন্তীয়ে কোনো উত্তৰ নিদিলে, কিন্তু মেখেলাৰ তলৰ পাৰীটোৰ তিতি যোৱা অংশটো এইখিনিতে তাই হাতেৰে চেপি ল'লে। কঁকালৰ পৰা বুকুলৈ তাইৰ ব্লাউজটো কোঁচ খাই উঠি গ'ল। কটা জালি কোমোৰাৰ বুকুৰ দৰে বৰণৰ, হাতৰ মুঠিত লুকাব খোজা দময়ন্তীৰ কঁকালখন পীতাম্বৰ আৰু কৃষ্ণকান্তৰ চকুত পৰিল। পীতাম্বৰে চায়ে থাকিল, কৃষ্ণকান্তই অৱশ্যে চকু আঁতৰাই আনিলে। তাৰ পাছত তাই মেখেলাৰে চপচপ শব্দ কৰি দুয়োৰে চকুৰ আগৰ পৰা আঁতৰ হৈ একপ্রকাৰ কোবাকুবিকৈয়ে গৈ ভিনিআলিত উঠিল।

"শুনিছো মাছ-মাংস চব খায়।"

পীতাম্বৰৰ কথাত হয়ভৰ দি কৃষ্ণকান্তই ক'লে, "এই সদিলা নগৰৰ বামুণমথাৰ তাই নাক-কাণ কাটিছে। একো নেমানে। আগে ছোৱালী দুজনীক মাছ বান্ধি দি নাদৰ পাৰত গৈ গা ধুইছিল। আজিকালি একেলগে বহি খায়।" পীতাম্বৰে ক'লে, "হয়, হয়, মই তাইক বংমলা পোহাৰীক একডুকুলা ধান দি ছুটা খৰিয়াৰ চানা বখা দেখিছো!"

"হায়! হায়!! বাৰী বিধবাই একডুকুলা ধানত ছুটা খৰিয়াৰ চানা খায়!!

"চুপ থাকা, চুপ থাকা পুৰোহিত। বিধবা বামুণীয়ে মাছ খোৱা কথা সদৰি কৰিব নেলাগে। আজিকালি অনেক ঠাইত হৈছে এনে

কথা। দক্ষিণ পাৰ, উত্তৰ পাৰৰ অনেক ঠাইত হৈছে এনে কথা। একো বেয়া হোৱা নাই। সেইবোৰ নিয়ম উঠি যাব লাগে।”

পীতাম্বৰে তেওঁৰ ভৰি আৰু আঁঠুত আহি আমনি কৰি থকা মাখিবোৰ কান্ধৰ চাদৰখনেৰে জোঁকাৰি কিছু সময় দময়ন্তী যোৱালৈ চাই থাকিল। তাৰ পাছত ক'লে, “বাৰু, আজিকালি তোমাৰ যজমানসকলৰ ধ্যান-ধাৰণা কেনেকুৱা ?”

“পীতাম্বৰ মহাজন, তুমি দেখোন চব জানিও আজি নতুনকৈ সোধাৰ দৰে কৰিছা। আমাৰ দুই ভাইৰ কন্দলৰ ফলস্বৰূপে আজি মোৰ এই লাওলোৱা অৱস্থা !”

“বাৰু, তুমি সংস্কৃত পঢ়িব নোৱাৰা বুলি তোমাৰ দাদিয়েৰাই ঢোল পিটি ফুৰিছিল নহয় ! সেইবাবে তোমাৰ আজি এই অৱস্থা ?”

কৃষ্ণকান্ত জাণ্ডুৰ খাই উঠিল।

“আহ, কেইটা বামুণে নৰহৰি ভাগৱতীৰ দৰে শুদ্ধকৈ মন্ত্ৰ মাতিব পাৰেহে, পীতাম্বৰ মহাজন ? টোলত আমি একেলগেই পঢ়িছিলো। সি কুকুৰেহে বেতৰ কোব খাইছিল। মই খোৱা নাছিলো। আজিকালি আমাৰ লাওলোৱাৰ মূলতে হৈছে আমাৰ যজমানসকল। দশ-কৰ্ম জনা বামুণৰ আজি শুকাই মৰিবলগীয়া অৱস্থা হ'ব নেলাগিছিল। মাহেকৰ মূৰত লগুণ এডাল, এযোৰ ধুতি, আৰু ৰূপ পাঁচটকা এটা যজমানৰ ঘৰতে পোৱা গৈছিল। কিন্তু এতিয়া সেই একেই কথা হৈছে—লগুণো ৰাখিব খোজে, বিধি-বিধানো মানিব নোখোজে। সৌ সিদিনাৰ আমাৰ পুৰণা যজমান মহীকান্ত শৰ্মাৰ ল'ৰা দুটাই কামাখ্যাত গৈ লগুণ লৈ আহিল। মাইচানপুৰৰ যজমান সূৰ্য শৰ্মাই পিতাক-মাকৰ দুখন শ্ৰাদ্ধ এখন কৰিয়েই পাতি থলে। বিয়া-বাৰুত ন-পুৰুষৰ শ্ৰাদ্ধখনতো অনেকেই লাহে লাহে পতিত কৰাৰ আৰম্ভ কৰিছে। ভাত চুৱনি, কৰ্ণবেধন, পুহনবিয়া, নামকৰণ, গৃহপ্ৰবেশ, বাসন্তী পূজা, ঘৰত শগুণ পৰাৰ হোম ইত্যাদি ইত্যাদি

এই খগুৰ পৰা উঠিয়েই যাব ধৰিছে। লণ্ঠণ খুলিলেই আগে পৰাচিত হব লাগিছিল। আজিকেইটা বামুণৰ ল'ৰাই গায়ত্ৰী জপে ?"

পীতাম্বৰে মুখেৰে হা-না একো নকৰাকৈ কৃষ্ণকান্তৰ কথা শুনি আছিল যদিও বাৰে বাৰে তাৰ দময়ন্তীৰ কঁকালখনৰ কথা মনত পৰিব ধৰিলে। মেখেলাখন আঁটোতে তাই পিন্ধি থকা পাতল ব্লাউজটো বহুখিনি ওপৰলৈ উঠি গৈছিল। তাইৰ পিঠিখন পাভ মাছৰ দৰে কোমল। আজি যেন জীৱনত প্ৰথমবাৰৰ বাবে সি তেনে এখন পিঠি দেখা পাইছে। এনে নহয় যে পীতাম্বৰে মাইকী মানুহৰপিঠি ছুই পোৱা নাছিল। প্ৰথম পত্নীৰ মৃত্যুৰ পাছত সি দ্বিতীয় বিবাহো কৰিছিল। সন্তানৰ আশাত সি প্ৰথম পত্নীৰ মৃত্যুৰ ছমাহ নৌহওঁতেই দ্বিতীয় বিবাহ কৰাইছিল। কিন্তু তায়ো আছিল চিৰৰুগীয়া। বাত-পিত্তৰ কবলত পৰি পীতাম্বৰ মহাজনৰ দ্বিতীয়া স্ত্ৰীয়ে একেবাৰে বিছনা সাবটি লৈছিল। গুৱাহাটীৰ হস্পিতাললৈ অহা-যোৱা কৰোতে কৰোতে পীতাম্বৰ মহাজনৰ ভৰিৰ জোতাৰ ছ'ল ক্ষয় গৈছিল। শেষলৈ মানুহগৰাকীৰ অস্থি-চৰ্মহে বাকী আছিল। বিছনাত শুই শুই মহাজনৰ ৰেহ-ৰূপ চাই চাই তাই দিন কটাইছিল। সন্তান আশা কৰি কৰি আৰু বংশ ছেদ হোৱাৰ ভয়ত মানুহটো মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ দৰে হৈ পৰিছিল। মানুহে কয় বিছনাত পৰি থকা ঘৈণীয়েক মৰালৈ সি বৰ অধৈৰ্য হৈ বাট চাইছিল। পিছলৈ সি গুৱাহাটীৰ হস্পিতাললৈও অহা-যোৱা কৰিবলৈ এৰি দিছিল। বয়স যিমানেই বাঢ়ি আহিছিল সিমানেই সি বংশকুটুম্বৰ সৈতে পকৱাই পোৱা মানুহৰ দৰে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছিল। এতিয়াও সোৱা তাৰ সম্মুখত বহি কৃষ্ণকান্তই নিজৰ অৱস্থাৰ কথা কৈ আছে। পীতাম্বৰে আধা শুনিছে, আধা শুনা নাই। বিছনাত পৰি থকা মানুহজনীয়ে চকুৰ ইঙ্গিতেৰে 'বান্ধা' এটাক মূঢ়া দি আহিবলৈ কৈছিল। বান্ধাটোৱে কেতিয়ানো কৃষ্ণকান্তক মূঢ়াটো দি থৈ গ'ল এই কথাও পীতাম্বৰে গম নেপালে।

এইবাৰ কৃষ্ণকান্ত বহাৰ পৰা উঠিল। ক'লে, "সত্ৰৰ মানুহে কোৱা-মেলা কৰিছেই, তোমাৰ হেনো কিবা মূৰৰ গণ্ডগোল হৈছে। ল'ৰা-ছোৱালী নোহোৱাকৈ কিবা এই পৃথিৱীখনত মানুহ থকা নাইনে? আৰু দহৈকে ভাবাচোন পীতাম্বৰ! আমাৰ গুৰুসকলেই কৈ যোৱা নাইনে—পুত্ৰ-পৰিবাৰ সকলো অসাৰ! মায়া প্ৰপঞ্চ!!"

পীতাম্বৰে তললৈ মূৰ কৰিলে। কৃষ্ণকান্তই লক্ষ্য কৰিলে তাৰ তাৰ মূৰৰ চুলিবোৰ অকালতেই পকি গৈছে। চকুৰ তলত মকৰা-জালৰ দৰে ৰেখা কিছুমান প্ৰকট হৈ পৰিছে। সাজ-পোচাকৰো কোনো লাগ-বান্ধ নাই। পিন্ধি থকা জোতাযোৰতো বোকাই গিলিপ খাই ধৰিছে।

মানুহটোৰ প্ৰতি কৃষ্ণকান্তৰ পুতৌ হ'ল। এৰা, আগেয়ে এই মজপুত স্বাস্থ্যৰ মানুহটোক বুঢ়া-মেথাই 'গোৰা পল্টন, গোৰা পল্টন' বুলিহে মাতিছিল। টকাপইছা থাকিও তাৰ সুখ নহ'ল। মেটমৰা ভঁৰালৰ ধান খাওঁতা নোহোৱা হ'ল। হঠাৎ কৃষ্ণকান্তই এটা অভাৱনীয় কথা পীতাম্বৰক ক'লে। কথাটো কোৱাৰ সময়ত সি অৱশ্যে চাৰিওফালে চালে। পীতাম্বৰৰ শোৱনি-কোঠাৰ দুৱাৰখন কানি দুৱৰী হৈ থকা নাছিল। সেইখন একেবাৰে মেল খাই আছিল। সি মানুহজনীৰ বিছনাৰ লগত মিলি থকা কঙ্কাল সদৃশ দেহটো দেখা পাইছিল। চকুহুটা ট ট কৈ জ্বলি আছিল। কৃষ্ণকান্তই পীতাম্বৰক কি ক'ব বিচাৰিছে এই কথা জানিবলৈ তাই যেন উত্ৰাৱল হৈ আছে, দূৰৈৰ পৰা অহা দৃষ্টিও যে এনে ধৰণে তীক্ষ্ণ, হৃদয়স্পৰ্শী হ'ব পাৰে এই কথা কৃষ্ণকান্তই আগে-পিছে গম পোৱা নাছিল। তথাপি সি ক'লে —ফুচফুচাই কোৱাৰ দৰেই ক'লে, "মোক যদি অৰ্থ-কড়ি দি অলপ সহায় কৰিব পাৰা মই তোমাৰ আৰু এটা ব্যৱস্থা কৰিব পাৰো।

"আৰু ব্যৱস্থা?

"এইবাৰ ব্যৱস্থা একেবাৰে পাক্কা!"

"মানে?"

“এইবাৰ গৰ্ভৱতী নোহোৱাৰ কোনো কাৰণ নাই। বাৰীৰ বাহঁৰ তলত তাই ‘নষ্ট বস্তু’ চাৰিবাৰ পুতি থৈ আহিছে।”

পীতাম্বৰ মহাজনে আৰ্তনাদ কৰি উঠিল, “বাৰু, তুমি দময়ন্তীৰ কথা কৈছা!”

“হয়! হয়! মই দময়ন্তীৰ কথা কৈছো! আজিকালি আমাৰ বামুণৰ ছোৱালীয়ে একেবাৰে ধলেশ্বৰী নদী পাৰ হৈ নমঃশূদ্ৰৰ সৈতে বিয়াত বহিছেগৈ। মুক্তেশ্বৰ সত্ৰৰ গোসাঁইৰ ল’ৰাই মুছলমানৰ ছোৱালী অনা নাইনে? গান্ধী মহাৰাজে হেনো এই পথ দেখুৱাই গৈছে। সেয়ে মই এটা কথা ভাবিছো।

পীতাম্বৰ মহাজন উত্ৰাৱল হৈ উঠিল।

“কি কথা?”

“তুমি ইচ্ছা কৰিলে দময়ন্তীক নিজৰ কৰি লব পাৰা!”

কথাখিনি কৈ উঠি কৃষ্ণকান্তই আকৌ দুৱাৰৰ পিনে চালে। মানুহজনীৰ চকু মেল খাই আছিল। চকুত যেন দুকুৰা জুইহে জ্বলি আছিল। তাই কৃষ্ণকান্তলৈ চাই আছিল।

পীতাম্বৰে খৰিৰ মুঢ়াটোৰ পৰা উঠি থপহকৈ থিয় হ’ল। এয়া কৃষ্ণকান্তই যেন তাৰ হৃদয়ৰ কথাকেই কবলৈ আৰম্ভ কৰিছে।

পীতাম্বৰে একেবাৰে হাঁফোলা মাৰি গৈ কৃষ্ণকান্তৰ হাত এখন খামুচি ধৰিব খুজিছিল। কৃষ্ণকান্ত কিন্তু পিছুৱাই গ’ল। তেওঁ গা-পা ধুই আহিছে। অধিকাৰৰ ঘৰৰ মুকলীধৰক তেওঁ ধুৱাই যাব লাগিব। কাৰণ গোসাঁই ধুওৱা পূজাৰীয়ে মাটিৰ কেছত পৰি গুৱাহাটীলৈ অহা-যোৱা কৰি থাকিবলগীয়া হৈছে। আনহাতে পানীত উটি যাব খোজা পীতাম্বৰে সন্মুখত যেন এখন বিচিত্ৰ পালতৰা নাওহে দেখা পালে। সি কৃষ্ণকান্তৰ হাততেই ধৰিব নে ভৰিতে ধৰিব একো ঠিক কৰিব নোৱাৰিলে।

“মহাজন! তেতিয়াহ’লে তুমি এই কথা আগৰে পৰা চিন্তা কৰি আছিলা?

হৃদয়ৰ খোলা হাঁহি এটা পীতাম্বৰৰ ওঁঠেৰে বাগৰি গ'ল। কৃষ্ণকান্তই আকৌ এবাৰ ডিঙি মেলি পাটীত পৰি থকা মানুহজনীলৈ চালে। এইবাৰ কৃষ্ণকান্তই তাইৰ চকুদুটা মুদ খাই থকা দেখিলে। কিবা যন্ত্ৰণা পাইছে চাগৈ! গলবস্ত্ৰ হৈ পীতাম্বৰে ক'লে, "বাৰু তুমি এইখিনি উপকাৰ কৰি দিয়া! মই তোমাক বধ দিছো। তাই যে ৰাতি চাকি লৈ নষ্ট কৰা বস্তু পুতিব' যায় এই কথা সত্ৰৰ সকলোৱে জানে! ময়ো জানো। কিন্তু তাই বামুণৰ তিৰী। মই তাইক মূৰত লৈ থাকিম!"

কৃষ্ণকান্তৰ সোলা মুখত এটা ধূৰ্ত হাঁহি বিয়পি পৰিল। "মই মহা-যোৰা কৰিব লাগিব। তাইৰ আপী দুটাক মনাব লাগিব। ভোলাৰ দোকানৰ গজা কিনি নিব লাগিব।"

পীতাম্বৰ মহাজনে ঘপহকৈ উঠি ভিতৰলৈ গ'ল। এইবাৰ বিছনাত পৰি থকা মানুহজনীৰ মুদ খোৱা চকু দুটা মেল খালে। তাই যেন আগেয়ে চকু দুটা এনেয়ে মুদি আছিল এনে ধাৰণা হ'ল। তাইৰ চকুত পৰিল মহাজনে মূঢ়া এটাৰ ওপৰত তুলি থোৱা হাতনি পেৰাটো খুলিছে। কিছু সময়ৰ পাছত তাই দেখিলে মহাজন আকৌ কৃষ্ণকান্ত পুৰোহিতৰ ওচৰত উপস্থিত হৈছে।

"তুমি তেতিয়াহলে সোনকালে খবৰ আনি দিবা!"

কৃষ্ণকান্তই হাত পাতি টকা কুৰিটা ললে। যাবৰ সময়ত তেওঁ এটা ফঁকৰা গাই গ'ল—

আছো বগলী আছো চাই।
ক'ৰ পানী ক'ত যায়।

ইতিমধ্যে এটা সপ্তাহ পাৰ হৈ গ'ল! বৰ আগ্ৰহেৰে পীতাম্বৰ মহাজনে কৃষ্ণকান্ত পুৰোহিতৰ বাবে অপেক্ষা কৰি থাকিল। এই কেইদিনত সি যে দময়ন্তীক ঘৰৰ আগেৰে পাৰ হৈ যোৱা নেদেখিলে এনে নহয়। চিম্‌টি কপাহৰ লঙুণ কৰি দিবলৈ কেইবাবাৰো তাই

অধিকাৰ গোসাঁইৰ ঘৰলৈ অহা-যোৱা কৰিলে। পীতাম্বৰ মহাজনে এতিয়াহে তাইলৈ ভালদৰে লক্ষ্য কৰি আবিষ্কাৰ কৰিলে যে তাইৰ দৰে সুন্দৰী নাৰী আগে-পিছে সি দেখা নাই। শুনা যায় তাইৰ মাক ধনশ্ৰী নদীৰ পাৰৰ বৌতাৰ মানুহ। ধনশ্ৰী নদীৰ পাৰৰ বামুণৰ ছোৱালীমখাৰ দৰে শুৱনি তিৰোতা যেন এই ভাৰতত নাই, এনে ভাব হ'ল পীতাম্বৰ মহাজনৰ। এৰা তাইৰ বাপেক পূৰ্ণানন্দ পুৰোহিতে এবাৰ এহাল হালোৱা গৰু হেৰুৱাইছিল। সেই সময়ত তেওঁৰ নিজাকৈ হাল এখনো আছিল। মাইচানপুৰ, গৰগৰা ইত্যাদিৰ পিনে তেওঁৰ যজমান আছিল অসংখ্য। গৰুহাল বিচাৰি বিচাৰি তেওঁ ধনশ্ৰী নদীৰ পাৰৰ একেবাৰে বৌতাত উপস্থিত হৈছিল। গৰুহাল বিচাৰি ইমান দূৰতেওঁ কিয় যাব লগা হৈছিল সেইকথা আজিলৈকে কোনেও নেজানে। বৌতাৰ ভাগৱতীৰ ছোৱালীৰ লগত তেওঁৰ তেতিয়াই বিয়া ঠিক হৈছিল। আগে-পিছে এই খণ্ডৰ যজমানী বামুণ কেইঘৰে ইমান দূৰৈত গৈ বিয়া কৰোৱা নাছিল।

জেঠৰ মাহ আছিল। নৈ-বিলৰ পানীৰে উপচি পৰিছিল। আলিৰ দুয়ো-পিনৰ মাটুৰি, জাৰ্মান বন ভতৰাৰ গছত আমৈ লতা, পানেৰীলতা ইত্যাদিৰে এনে ধৰণে ছাটি ধৰিছিল যে এই কেঁচা আলিটোৰে অহাযোৱা কৰোতে মানুহৰ নাকে-মুখে এই বনৰীয়া লতাবোৰে স্পৰ্শ কৰাৰ উপক্ৰম হৈছিল। মহাজনৰ ঘৰৰ সন্মুখৰ ৰঙা আলিটো বোকাৰে পোত গৈছিল। কিন্তু এনে অৱস্থাতো পীতাম্বৰ মহাজনে আকৌ আজি দময়ন্তীক দেখা পালে। তাই আঁঠুলৈকে মেখেলা কোঁচাই আলিৰ কাষৰ কলমৌ শাক বুটলি আছে। তাইৰ ছয় বছৰীয়া ছোৱালীজনীয়ে একেবাৰে নাঙঠ হৈ মাকৰ গাত লাগি ফুৰিছে।

নতুনকৈ গজা আমৰ পুলিৰ দৰে সজীৱ হাতভৰি। পিঠিত খহি পৰা চুলিবোৰৰ বৰণ কিছু ৰঙচুৱা, মামৰে ধৰা লোহাৰ কামানৰ বৰণ লোৱা তাইৰ চুলি।

মামৰে ধৰা কামান?

হয়! হয়। এবাৰ নাদ খান্দোতে তেনে ধৰণৰ এটা লোহাৰ কামান

আবিষ্কাৰ হোৱাৰ কথা পীতাম্বৰ মহাজনৰ মনত আছিল। সেইটো মান-সেনাইঁতে পেলাই থৈ যোৱা কামান বুলি সকলোৱে কোৱা-মেলা কৰিছিল। এসময়ত চহৰৰ পৰা অহা ছাত্ৰ কিছুমানে সেইটো উঠাই লৈ গৈছিল।

ঘহি-মচি থওঁতে ৰ'দত জিলিকা লোহাৰ কামান-টো'ৱে যেনে বৰণ লৈছিল আজি এই মুহূৰ্তত পীতাম্বৰ মহাজনৰ দময়ন্তীৰ পিঠিত পৰি থকা চুলিখিনিয়েও একে বৰণ লোৱা যেন ভাব হ'ল ··এৰাসেই ৰঙা আৰু ক'লাৰ চিকমিকনি? লোহা আৰু মামৰৰ চিকমিকনি!

তেওঁ সাহ কৰি দময়ন্তীৰ ওচৰলৈ গৈ ক'লে, "এনেকে বোকা-পানী লেটি থাকিলে অসুখ হয়!"

দময়ন্তীয়ে উভতি চালে। বিস্ময়ৰ ৰেখা কিছুমান বিয়পি পৰিল তাইৰ চকুৱে-মুখে।

আন দিনাৰ দৰে আজিও তাই কোনো উত্তৰ নিদিলে।

আকৌ ক'লে মহাজনে, "মই মোৰ বান্ধাটোৰ হতুৱাই কলমৌ কিয়? ঢেঁকীয়া, খুতুৰা······"

বাক্যটো মহাজনে শেষ কৰিব নোৱাৰিলে। তাই আকৌ উভতি চালে। মহাজনে যেন চকুৰা জুইৰ লগত্যহে মুখামুখি হ'ল। তেওঁ সেই খিনিত আৰু বৈ নাথাকিল। কো-কোৱাই আহি চেগুন গছৰ গুৰি-টোত বহিল। সোৱা বিছনাৰ পৰাই ঘৈণীয়েকে চাই আছে। যেন খোৰোঙত সোমাই থকা পাখি ভঙা ফেঁচাই বাহিৰত উৰি ফুৰা চৰাই কিছুমানহে চাই আছে। ৰাতিপুৱা তাই উঠিছিল। এতিয়া কিন্তু আকৌ তাই বিছনা লৈছে। মূৰটো অচন্ত্ৰাই কৰিছে হেনো। বহুদিনৰ মূৰত তাই উঠিব খুজিছিল। তাইৰ শুকাই কৰ্কশ হৈ যোৱা আঁঠু আৰু হাতৰ গ্ৰন্থিবোৰৰ পৰা কটকট কটকট শব্দ এটা বাহিৰ হৈ আহিছিল। তাৰ পাছতেই মূৰটোঅচন্ত্ৰাই কৰিবলৈ ধৰিলে। আকৌ তাই বিছনাত পৰি বাহিৰলৈ চাবলৈ ধৰিলে। পীতাম্বৰ মহাজনে এটা বৰ কৰ্কশ আৰু অস্বস্তিৰ দৃষ্টিৰে ঘৈণীয়েকলৈ চালে। মুখেৰে সি কোনো কথা উচ্চাৰণ

নকৰিলে। এইখিনি সময়ত তাই এবিধ পনীয়া দৰৱ খোৱাৰ সময় হৈছে। মহাজনৰ দৰৱৰ কথা মনত পৰিল। সি কিন্তু উঠি নগ'ল। কিছু সময় মহাজনে তলমূৰ কৰি নিজৰ জোতাযোৰকে চাই ৰ'ল। এই সত্ৰৰ ভিতৰত মাত্ৰ চাৰিটা মানুহেহে জোতা পিন্ধি ফুৰে। সত্ৰৰ অধিকাৰৰ ল'ৰা ঠুটা, সত্ৰৰ মহৰী বাবু, আৰু সি পীতাম্বৰ মহাজন। পাঞ্জাবীৰ পকেটৰ পৰা কমাল উলিয়াই মহাজনে জোতাযোৰৰ পৰা বোকাবোৰ গুচাবলৈ চেষ্টা কৰি আকৌ আলিলৈ চালে। নাই। কৃষ্ণকান্ত পুৰোহিত অহা নাই। হঠাৎ কেৰ কেৰ, ঘেৰ ঘেৰ শব্দ কৰি গৰু গাড়ী এখন তাৰ পদূলিৰে সোমাই আহিল। বঙৰাৰ আধিয়াৰহঁতে বোকাধান দিব আহিছে। আন দিনা হোৱা হ'লে পীতাম্বৰে উৎসাহেৰে উঠি গৈ ধানৰ টোমবোৰ হিচাপ কৰি চালেহেঁতেন। আজি তেওঁক নিষ্ক্ৰিয় যেন দেখি বান্ধাহঁতেই আগবাঢ়ি গৈ ধৰা-মেলা কৰি ধানৰ টোমবোৰ নমাই ভঁৰালত থলে। এটা সময়ত আধিয়াৰহঁতে চাহ-তামোল খাই ভৰি হাত-ধুই তেওঁৰ পৰা বিদায়ো ল'লে। বিদায় লোৱাৰ সময়ত আধিয়াৰহঁতে আন দিনাৰ দৰে আজিও আক্ষেপ কৰি গ'ল:

"সতি-সন্ততি নাই। এই তিনি-চাৰিটা ভঁৰালৰ ধান কোনে খাব মহাজন? দান-দক্ষিণা কৰা! বুঢ়া হৈ আহিছা—কথাতে কয়

আঁহ লুকাবা বাঁহ লুকাবা—
গাল সোপোৰা ক'ত লুকাবা?"

পীতাম্বৰ মহাজনে কোনো উত্তৰ নিদি বহি থাকিল।

বিছনাত শুই থকা মানুহজনীৰ চকু আকৌ মেল খাইছিল। কিছু আগেয়ে তাই হয়তো পানী খাবলৈ বিচাৰিছিল। পিতলৰ গিলাচ এটাত এগিলাচ পানী তাইৰ বিছনাৰ ওচৰত কোনোবাই থৈ গৈছে। তাইৰ দৰৱ খোৱাৰ সময়ো পাৰ হৈ গৈছিল।

পীতাম্বৰ মহাজনৰ এইবাৰ তাইৰ দৰৱৰ কথা মনত পৰিল। সি উঠিল। জোতাযোৰ খলি কাঁধিৰ এচুকত থলে। তাৰ পাছত ঘৈণীয়েকৰ চালপীৰাৰ পিনে যাব খোজোতেই পদূলিৰ মূখত কৃষ্ণকান্ত

পুৰোহিতৰ মাত শুনা পালে। খুলি থোৱা জোতাযোৰ আকৌ ততা-তৈয়াকৈ পিন্ধি সি পদূলিৰ মুখলৈ কোবাকুবিকৈ আগবাঢ়ি গ'ল।

মহাজনৰ ঘৈণীয়েকৰ ভাপ গৈ থকা চকু দুটা মেল খালে। একেবাৰেই দুৰ্বল দৃষ্টি। এই দৃষ্টিত আগেয়ে থকা জুইকুৰা মুমাই ছাই হৈ গৈছে।

"মহাজন!"

"কোৱা বাপু, কোৱা?"

"পূৰ্ণিমাৰ দিনা ৰাতি তাইৰ ঢেঁখালত তুমি উপস্থিত হবা! কিন্তু শুনা মহাজন", কৃষ্ণকান্তই চাৰিওফালে চালে। তাৰ পাছত মহাজনৰ কাণৰ ওচৰলৈ আহি ফুচফুচাই ক'লে। "মই খবৰ লৈ আহিছো। তাইৰ পেট খালি আছে। আপীটোৱে ভোলাৰ দোকানৰ গজা খাই ক'লে, এইবাৰ চাকি লৈ হেনো ভলুকা বাঁহৰ তলত বেয় বস্তু পুতি থৈ অহা এমাহো হোৱা নাই। ছয় বছৰীয়া আপী একো বুজি নেপায়। তাই গোন্ধ তেলৰ চাকি লৈ মাকক পহৰা দি আছিল। এইবাৰ মাকে হেনো চতৰাগুৰিৰ বামুণৰ ল'ৰাটোৱে দিয়া চিপৰাঙেৰে মাটি খান্দিছিল। এই চতৰাগুৰিৰ বামুণৰ ল'ৰাই চাইকেল মাৰি চাৰিআলিৰ কলেজলৈ পঢ়িব আহিছিল। অৱস্থাপন্ন ঘৰৰ ল'ৰা আছিল। চৰিত্ৰহীন। কলেজলৈ আহো বুলি কিতাপ-পত্ৰ দময়ন্তীৰ ঘৰৰ চাউলৰ ডুলিত লুকুৱাই থয়। কলেজৰ মাচুলৰ টকা দময়ন্তীৰ চুচি-মালতীত খৰচ কৰে। এইবাৰ পুতি থৈ অহা সন্তানটো সেই ছাত্ৰটোৰেই হেনো!" পীতাম্বৰ মানুহজনে মুখেৰে ইস্, আস্ শব্দ কৰিবলৈ ধৰিলে।

কৃষ্ণকান্তই আকৌ ক'লে, "শুনা মহাজন, মই তোমাৰ কথা তাইক ক'লো। তাই জাঙুৰ খাই উঠিল। ক'লে, 'বেটা শূদ্ৰৰীয়া মহাজনৰ ইমান সাহ! সি বেটাই নেজানেনে মই যজমানী বামুণৰ আপী বুলি!' মই কলো, যজমানী বামুণৰ আপী বুলি সকলোৱে জানে। কিন্তু পাপ-পথত নমা হৈছে যেতিয়া বামুণ-শূদ্ৰিৰ কিহৰ? বাকী বামুণৰ আশা কৰোঁতে তোক বিয়া কৰাব আগবাঢ়ি অহা নাই। কুঁহিয়াৰৰ সিঠাৰ

দৰে সিবোৰে চোবাই চোবাই এৰি থৈ যাব। মহাজনে একে-বাৰে পঞ্চায়তৰ আশীৰ্বাদ লৈ হোম পুৰি বিয়া কৰাব। ঘৈণীয়েকৰ আজি যাওঁ, কালি যাওঁ অৱস্থাৰ দৰে হৈ আছে। সুখত ৰাখিব। একেবাৰে মূৰৰ ওপৰত তুলি ৰাখিব। শুনা, পীতাম্বৰ মহাজন, তাই ভিতৰলৈ গৈ ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। কিয় তাই তেনেকৈ কান্দিলে মই একো বুজি নেপালো।

"তাৰ পাছত চাদৰেৰে চকু মচি তাই ক'লে, 'আজিকালি গাটোও ভাল লাগি নাথাকে। কাৰোবাৰ গাত ভেজা দি থাকিব পাৰিলে ভালেই হ'ব।'

"মই কলো, গা কেনেকে ভালে থাকিব। শুনিছো চাৰি-পাঁচ বাৰ 'বেয়া বস্তু' বাৰীৰ পাছত পোতা হৈ গৈছে। পঞ্চায়তে মেল বহুৱাব লাগিলে হাহাকাৰ লাগি যাব, বেমাৰত মুখত পানী দিব অহা মানুহেও কুৰি টকা দণ্ড ভৰিব লাগিব।"

"তাইৰ চকুৰ পানী মাটিত পৰিল। ক'লে, 'একো উপায় নাছিল। পেটৰ ভোকত ছাটি-ফুটি কৰি মৰিছিলো। আগে অধিকাৰিণী পোসাঁনীয়ে চিৰা ভাজিব মাতিছিল। আজিকালি মই চিৰা ভাজিলে হেনো চুৱা যায়। আগে লগুণ কাটিব দিছিল, আজিকালি এই খণ্ডৰ বামুণে লগুণ কাটিব নিদিয়া হৈছে। আধি খাই থাকা মানুহমখাও অসুৰৰ দৰে হৈছে! মোৰ মূৰৰ ওপৰত ছাল নোহোৱাৰ কথা সিহঁতে জানে। বামুণৰ বিধবা বুলিতো আৰু দয়া-মমতা নাই। সাতপখলিৰ মানুহে, ধান দিব এৰিছেই। মই অসুৰহঁতৰ লগত ক'ত যুঁজো? সাত-পখলিৰ দুই পুৰা মাটিৰ পাঁচ মোন ধান আজি পৰ্যন্ত কোনেও দিব অহা নাই। সেই মাটিৰ খাজনা আজি তিনি বছৰেও দিব পৰা নাই এই নীলাম হয় এই নীলাম হয়! এই অৱস্থাত মই আপী দুটা লৈ কৰো কি?"

পীতাম্বৰ মহাজন ইতিমধ্যে অধৈৰ্য হৈ উঠিছিল তেওঁ আটাহ পাৰি উঠিল, "পিছে মোৰ কথা!"

"এয়া তোমাৰ কথালৈ আহিছো শুনা। ক'লে, শূদিৰ মানুহ, অৰ্থাৎ এই চতুৰ্থ বৰ্ণৰ মানুহৰ লগত···শুনা, তাই এই পূৰ্ণিমাৰ দিনা· তোমাক ঢেঁখালতেই লগ ধৰিব ক'লে !!"

পীতাম্বৰ মহাজন আনন্দত আত্মহাৰা হৈ উঠিল। এই সুযোগতে কৃষ্ণকান্ত পুৰোহিতে ক'লে, "এইবাৰ পাঁচ কুৰিমান লাগিব! দময়ন্তীক বোলে মহে খায়। অঁঠুৰা লাগে। আৰু আপী দুটাক ভোলাৰ দোকানৰ গজা!"

খপজপকৈ ভিতৰলৈ উঠি গ'ল পীতাম্বৰ মহাজন। বিছনাত শুই থকা মানুহজনীয়ে চকু মেলি চালে। তাইৰ ঔষধ খোৱাৰ সময় পাৰ হৈ গৈছিল। গিৰিয়েকক হাতনি-পেৰাৰ ওচৰলৈ যোৱা দেখি তাই ভিতৰলৈ চালে। পীতাম্বৰ মহাজনে আটাহ পাৰি উঠিল, "কি তেনেকৈ ট ট কৈ চাই থাক ঐ! কেতিয়াবা চকু দুটা ঘৃকটি উলিয়াই আনিম!"

কৃষ্ণকান্ত পুৰোহিতে চব কথা শুনিলে, চব কথা জানিলে। টকা পাঁচকুৰি লৈ উভতি আহোতে মহাজনৰ কাণৰ কাষলৈ গৈ সি ফুচফুচাই ক'লে, "বেছি প্ৰয়োজন হ'লে এটা কাম কৰিবা···ঘৈণীয়েৰাক কানিৰ বড়ি এটা খুৱাই দিবা! বিছনাত শুই শুই তাই চব স্থিচাপ কৰি আছে কিজানি!" এইদৰে কৈ কৃষ্ণকান্তই ঢেক ঢেককৈ হাঁহিবলৈ ধৰিলে। বিছনাত শুই থকা মানুহজনীয়ে এইবাৰ চকু দুটা মুদি দিলে।

কৃষ্ণকান্তই এইবাৰ আকৌ আগুৱাই আহি ফুচফুচাই ক'লে, "টকা-পইছাৰ প্ৰতি দময়ন্তীৰ বৰ হুতাহ! একেবাৰে বাঘিনীৰ দৰে। শুনা মহাজন, ঢেঁখালতে তুমি তাইৰ হাতত ধৰিব পাৰিবা।"

মহাজনে আকৌ খকমককৈ উভতি চালে। নাই নাই, বিছনাত পৰি থকা মানুহজনীয়ে শুনা নাই। তাই চকু মুদি পৰি আছে। তাইৰ সেই শুকান কপালখনত ঘামৰ কণিকা দুটামান দূৰৈৰ পৰাই চিকমিকাই আছে।

আহাৰ মাহৰ পূৰ্ণিমা। পীতাম্বৰ মহাজমে এড়ীৰ পাঞ্জাবী, আৰু শান্তিপুৰী ধুতি পিন্ধিলে। আশী সূতাৰ চাদৰ এখন কান্ধত পেলাই

ল'লে। বহুদিনৰ মূৰত সি কাঠৰ ফ্ৰেমৰ আইনাখন বাহিৰলৈ আনি নিজৰ মুখখন পৰীক্ষা কৰি চালে। বাতিপুৱাই সি দাড়ি খুৰাইছিল। এতিয়া বাহিৰৰ ৰ'দৰ পোহৰত সি তাৰ মুখত অজস্ৰ ৰেখা দেখা পালে। মুখৰ এইবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰেখা বাহিৰলৈ আইনাখন আনি এনেদৰে চোৱাৰ বাবেহে যেন দেখা পালে—এনে এটা ভাব হ'ল মহাজনৰ। তথাপি তেওঁ যেন নিজৰ মুখখন দেখি সন্তুষ্টই হ'ল। ৰেখাবোৰ যেন এখন জাল হ'ল। আৰু নিজৰ মুখখন সেই জালত এটা মাছ। জালত পৰি থকা মাছ।

এটা সময়ত সি দময়ন্তীৰ ঘৰৰ পিনে আগ বাঢ়িল। চেগুনৰ হাবি এখন পাৰ হৈ শিংৰা নদীৰ দলঙৰ ওচৰত তাইৰ ঘৰ। এইফালে সত্ৰৰ চাৰিঘৰমান মানুহহে আছে। এনেদৰে অকলশৰীয়া ঠাইত থকা বাবেহে যেন দময়ন্তীয়ে এনে ধৰণৰ এটা জীৱন যাপন কৰিব পাৰিছে এনে ভাব হ'ল পীতাম্বৰ মহাজনৰ।

আকাশত কাঠফুলাৰ বৰণলোৱা কিছুমান ডাৱৰ বিচিত্ৰ ভঙ্গীৰে আকাশৰ পূব দিশত পৰিছিল। সেইবোৰক একোটা কামানৰ দৰে দেখা গৈছিল। আৰু সেই চন্দ্ৰমাক? কোনোবাই যেন ছাল বখলিয়াই থোৱা এজনী হৰিণা পহু। তাইৰ ফুটুকা-ফুটুকি ছালখন কামান কেইটাত যেন কোনোবাই মেৰবাই থৈছে! ছাল বখলিয়াই থোৱা হৰিণা পহু? লপথপ লপথপ তাইৰ মাংস ·····চকচকীয়া। জলমলীয়া। আহ্! পীতাম্বৰ মহাজনৰ চকুত এই ছাল বখলিয়াই থোৱা হৰিণাজনী দময়ন্তীলৈ ৰূপান্তৰিত হল। একেবাৰে নগ্ন হৈ থকা দময়ন্তী। সোৱা গাভিনী ছাগলীৰ পেটৰ দৰে তাইৰ স্তনদ্বয়। সুস্বাদু বিজুলী বাঁহৰ গাঁজৰ দৰে তাইৰ শৰীৰৰ ৰং আৰু তাইৰ ওঁঠ? কাটি থোৱা সফৰি-আমৰ দৰে দগমগীয়া তাইৰ ওঁঠ? নাই নাই, বেছি সময় পীতাম্বৰ মহাজনে আকাশলৈ চাই থাকিব নোৱাৰিলে। আজি গোটেইখন নিমাও-মাও হৈ আছে আজি সত্ৰৰ বকুলৰ তলত বছেৰেকীয়া যাত্ৰাৰ দিন। তাই জানি-শুনিয়েই আজি তাক নিমন্ত্ৰণ কৰিছে।

…এজাক শিয়ালে ওচৰৰ কাঁইটীয়া জোপোহা এটাৰ ওচৰত হোৱা দি উঠিল। ঘন ঘনকৈ খোজ পেলাই পীতাম্বৰ মহাজন দময়ন্তীৰ ঢেঁখালৰ পিনে আগবাঢ়িল।

এটা সময়ত জোতা খুলি মহাজন কাথিত বহিল। কৰবাত কঠাল চম্পা ফুল ফুলিছিল। গোন্ধে গোটেইখন মলমলাই আছে। চাউলৰ ডুলি আৰু পকা কাঁঠালৰ দমৰ মাজত থকা চালপীৰা এখনত দময়ন্তীৰ সৰু ছোৱালীজনী শুই আছিল। সাত-আঠ বছৰীয়া ডাঙৰ ছোৱালী-জনীয়ে চিলঠ এখনত টোপনিয়াই টোপনিয়াই স্বৰবৰ্ণসমূহ লেখি আছিল। ফটা মলিয়ন চিম্‌নিৰ লণ্ঠন এটা তাইৰ আগত জ্বলি আছিল। ঢেঁখালৰ বেৰাত আউজি দময়ন্তীয়ে পীতাম্বৰ মহাজনৰ ৰেহ-ৰূপ চাই আছিল। এইবাৰ হাতৰ ইঙ্গিতেৰে দময়ন্তীয়ে মহাজনক ঢেঁখালৰ ওচৰলৈ মাতিলে। তাত বহিবলৈ মূঢ়া এটা পাৰি থোৱা আছিল। চকুৰ ইঙ্গিতেৰে তাই তাক মূঢ়াতে বহিব দিলে। তেল চিকটিৰে ভৰা গছা এডালত এটা সৰু মিঠাতেলৰ চাকি জ্বলি আছিল। চাকিৰ শেঁতা পোহৰত তাইৰ দেহৰ পিনে মূৰ তুলি চাবলৈ পীতাম্বৰ মহাজনৰ ভয় লাগিল। কৰবাত যেন কিবা শেষ হৈ যাব!

এইখন যেন এখন মায়াৰ ৰাজ্য!

তাৰ সম্মুখত থকা এই বামুণৰ বিধবাজনী যেন মানুহ নহয়—ঠিক এনে ভাব হ'ল মহাজনৰ।

"টকা-পইছা কিবা আনিছিলানে?" মহাজনে চকখাই উঠিল। প্ৰথম প্ৰশ্নটো ঠিক এই প্ৰশ্ন হব বুলি সি আশা কৰা নাছিল।

"মোৰ যি আছে সকলো তোমাৰ!" এইবুলি কৈ পীতাম্বৰ মহাজনে এটা শণসূতাৰ মোনা দময়ন্তীৰ পিনে আগবঢ়াই দিলে। তাই সৰু মোনাটো ঢেঁখালৰ খুঁটাত ওলোমাই থোৱা খালৈ এটাত ভৰাই থলে। তাৰ পাছত চাকিটো লৈ তাৰ আগেৰেই গৈ কাথিত উঠিল। লণ্ঠনৰ পোহৰত টোপনিয়াই টোপনিয়াই স্বৰবৰ্ণ লেখি থকা ছোৱালীজনী ভনীয়েকৰ ওচৰলৈ গৈ টোপনি গ'ল। চাউলৰ ডুলি থোৱা কোঠা

এটাত এখন তেনেই চাপৰ চালপীৰা পৰা আছিল। দময়ন্তীৰ স্বামীয়ে সেইখন অধিকাৰ গোসাঁইৰ মৃত ভায়েকৰ শ্ৰাদ্ধত লাভ কৰিছিল।

পীতাম্বৰ মহাজনে দময়ন্তীৰ পিছে পিছে গৈ সেই চালপীৰাত বহিল। এটা সময়ত তাই তেওঁৰ ওচৰলৈ আহিল।

দুটা মাহ পাৰ হৈ গ'ল। এদিন মহাজন উঠি যোৱাৰ পাছত নদীৰ পাৰলৈ গৈ গা ধুই থকা অৱস্থাত কৃষ্ণকান্ত পুৰোহিতে দময়ন্তীক ঠাট্টা কৰি ক'লে, "আগেয়েও দুধনৈ বঙৰাৰ বামুণৰ ল'ৰাবোৰে দেখোন অহা-যোৱা কৰিছিল। সিহঁতে উঠি যোৱাৰ পাছত তইতো এনেদৰে আহি গা ধোৱা নাছিলি, দময়ন্তী?"

দময়ন্তীয়ে কোনো উত্তৰ নিদিলে।

"মহাজন চতুৰ্থ বৰ্ণৰ মানুহ দেখি তই...... !"

দময়ন্তীয়ে কোনো উত্তৰ নিদিলে। কিন্তু হঠাৎ তাই তিতা কাপোৰেৰে কোঁকোৱাই গৈ চুৰনিৰ ওচৰত হুকহুকাই বমি কৰিবলৈ ধৰিলে। কিংকৰ্তব্যবিমূঢ় হৈ কিছু সময় কৃষ্ণকান্ত পুৰোহিত একে ঠাইত থিয় হৈ থাকিল। তাৰ পাছত তেওঁ তাইৰ ওচৰলৈ এখোজ আগুৱাই গৈ ক'লে, "এইটো তেতিয়াহ'লে পীতাম্বৰ মহাজনৰে সন্তান হ'ব?"

তাই কোনো উত্তৰ নিদিলে।

"বৰ ভাল হৈছে! বৰ ভাল হৈছে—বেচেৰা পীতাম্বৰ? পিতৃ হবলৈ কেনেকৈ সি হামৰাও কাঢ়ি মৰিছিল?"

এইবাৰো তাই কোনো উত্তৰ নিদিলে।

"মই তেতিয়াহ'লে পীতাম্বৰক খবৰ দিম। শুন, গান্ধী মহাৰাজাই কৈ গৈছিল এই জাত-পাতৰ বিচাৰমখাই আমাৰ মানুহমখাক 'উঠা বোকা ভকত' কৰি তুলিছে। মহাজনে হোম পুৰি বিয়া কৰাব। বাইজৰ আশীৰ্বাদ লৈ বিয়া কৰাব। শুন দময়ন্তী, বাইজ অতীষ্ঠ হৈছিল। তোৰ কাণ্ড-কাৰখানা দেখি পঞ্চায়ত বহে পঞ্চায়ত বহে এনে অৱস্থা হৈ আছিল। শুন, মই আজি খোলাখুলিকৈ কৈছো তোক। তই বোধ

হয় নেজান, তই বিজুলীবাহৰ তলত পুতি থৈ অহা তিনিমহীয়া সন্তান এটাৰ মাংস-পিণ্ড এটা শিয়ালে টানি আনি গোসাঁই ধুওৱা পুৰোহিতৰ চোতালত পেলাইছিল। তই জাননে পুৰোহিতে কেইধেমু পৰাচিত হব লগা হৈছিল?"

দময়ন্তীয়ে আকৌ এবাৰ খকখকাই বমি কৰিবলৈ ধৰিলে।

"এইবাৰ তই একো গণ্ডগোল নকৰিবি! সকলো জানিও পীতাম্বৰ মহাজনে তোক গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিছে। এইবাৰ উদ্ধাৰ নহ'লে তই একেবাৰে নৰকত পতিত হবি মই মোৰ এই যজ্ঞসূত্ৰত স্পৰ্শ কৰি কৈছো, একেবাৰে পতিত হবি!"

কৃষ্ণকান্ত পুৰোহিতেই পীতাম্বৰ মহাজনক তাৰ জীৱনৰ অটাইতকৈ সুন্দৰ খবৰটো দি ক'লে. "তাই যদি এই সন্তান নষ্ট নকৰে—জানিবা মহাজন তাই বিয়াত বহিব।"

আনদিনাৰ দৰে মহাজনে কাটি পেলোৱা শিলিখা গছজোপাৰ মূঢ়াৰ দৰে হৈ পৰা গুৰিটোত বহি আছিল। ভৰিত বোকাৰে লেটি-পেটি হৈ থকা জোতাযোৰ সি খুলি থোৱা নাছিল।

কৃষ্ণকান্ত পুৰোহিতৰ কথা শুনি সি উত্তেজিত হৈ থকথককৈ কঁপিবলৈ ধৰিলে। সি পিতৃ হ'ব? সি পিতৃ হ'ব? এই কথা সঁচা? এই কথা সঁচা? এই কথা পুৰোহিত বামুণে নিজে কৈছে!!

বহাৰ পৰা উঠিল সি। কিছু সময় চোতালখনত পায়চাৰি কৰি-বলৈ ধৰিলে।

কৃষ্ণকান্তই ক'লে, "একেবাৰে হোকোৰা বান্দৰৰ দৰে অহা-যোৱা কৰিছা দেখোন! মনৰ আনন্দই একেবাৰে হাঁফোলা মাৰি ধৰিছে নহয়নে —আঢৈকুৰি বছৰত পিতৃ হ'ব পৰা সৌভাগ্য ব'ৰ সৌভাগ্য!"

হঠাৎ পীতাম্বৰ মহাজনে কৃষ্ণকান্তৰ ওচৰত আঁঠু কাঢ়ি বহিল। একেবাৰে বিনয় কৰাৰ দৰে গলবস্ত্ৰহৈ সি ক'লে, "বাপু মোৰ আশাত কুঠাৰাঘাত যেন নহয়! মোৰ পিতা-আতা কেনে সিংহ-পুৰুষ আছিল জানা নহয়। বংশৰ প্ৰদীপ নোহোৱা হতভগাৰ মনস্তাপ কেনে সি ভুক্ত-

ভোগীয়েহে জানে ! অকল সেয়ে নহয়, তাই কুহকিনী বামুণৰ আপীয়ে মোৰ জীৱনটো হাতৰ মুঠিত লৈ আছে ।······কি কৰো মই ? কি কৰো মই ?" হাত এখন দাঙি কৃষ্ণকান্তই আশ্বাস দিয়াৰ দৰে ক'লে, "মই মৰাশ পহৰা দিয়া শগুণৰ দৰে পহৰা দি থাকিম ! তুমি ভয় নকৰিবা !" যিজনী বুঢ়ীয়ে গছৰ শিপা সোপাৰে সেইবোৰ অপকৰ্ম কৰে তাইকো সাৱধান কৰি থম । কিন্তু তাৰ বাবেও টকাসিকি প্ৰয়োজন হ'ব ।"

আজি মহাজনৰ হাতনি-পেৰা খোলাৰ প্ৰয়োজন নহ'ল । বাৰীৰ সাতডাল কঁঠাল গছৰ কঁঠালমখা আজি সি একেলগে ওৰপৃত্ৰ পিনৰ বেপাৰী এটাক বেচি দিছিল । পাঞ্জাবীৰ পকেটতে নোটৰ বাণ্ডিল-টোক আনি মহাজনে কৃষ্ণকান্ত পুৰোহিতৰ হাতত তুলি দিলে । কৃষ্ণকান্ত গদ গদ হৈ মহাজনক মূৰত ধৰি আশীৰ্বাদ দিলে ।

এইবাৰ উভতি কোঠাত সোমাব খোজোতে পীতাম্বৰ মহাজন বিছনাত পৰি থকা ঘৈণীয়েকৰ চকুযোৰৰ সৈতে মুখামুখি হ'ল । এটা মৰ্মভেদী চাৱনিয়ে কিছু সময় তাক চক্ খুৱালে স'চা কথা, কিন্তু পিছ মুহূৰ্ততে সি বৰ্বৰ ৰূপ ধাৰণ কৰি আটাহ পাৰি উঠিল, "ঐ হেৰেপা মুঙ্গী, কাঠবাজী কিয় চাই থাক তেনেকৈ ?"

এইবুলি তেওঁ বান্ধাকেইটাক চিঞৰি মাতিবলৈ ধৰিলে, "ধৰ ধৰ, এইৰ বিছনাখন ধৰ ! এইৰ বিছনাখন আমি ঢেঁখালৰ কোঠাটোত পাৰি থওঁ ! ধৰ ! ধৰ !!"

যেনে কথা তেনে কাম । চাৰিটা বান্ধাৰ সৈতে পীতাম্বৰে বিছনাখন মাম্ভুহজনীৰ সৈতে দাঙি ঢেঁখালৰ কাষৰ দুৱাৰ-খিৰিকি নোহোৱা অন্ধকাৰ খুপৰি এটাত থৈ আহিল । দময়ন্তীৰ সৈতে সম্বন্ধ হোৱাৰ পৰা মহাজনে ঘৈণীয়েকৰ চিকিৎসাৰ কথা পাহৰাৰ দৰে হৈছিল । মামুহজনীৰ দেহত অস্থি-চৰ্মহে বাকী আছিল । তাইৰ খোৱা-বোৱাখিনিও বান্ধাইতে ওচৰতে আনি দিবলৈ গাফিলতি কৰিছিল । ভাতৰ লগত পানীৰ গিলাচ দিব পাহৰিছিল । পিয়াহত ডিঙি শুকাই কাঠ হৈ গৈছিল । নাই, মামুহজনীয়ে কিন্তু মুখেৰে কোনো কথা উচ্চাৰণ নকৰিছিল । ডিঙি

শুকাই কাঠ হৈ গ'লেও নাইবা চুৱা বাচন চকুৰ আগত পৰি থাকিলেও তাই মনে মনে আছিল। তাই মানুহে কোৱাৰ দৰে জীয়া মৰাশ হৈ পৰিছিল। এতিয়া এই আন্ধাৰ খুপৰিটোত এনেদৰে পেলাই থৈ যোৱাৰ সময়তো তাই নিশ্চুপ হৈ থাকিল। কিন্তু আচৰিত কথা এয়ে যে এই অন্ধকাৰৰ ভিতৰতো মানুহজনীৰ চকু দুটা জ্বলি থাকিল। মাটিৰ চাকিৰ শেঁতা পোহৰৰ দৰে তাইৰ এই দৃষ্টিৰ পোহৰত তাই যেন সকলো বস্তুৰে এটা নাওঠ ৰূপ দেখা পালে।

সন্তান লাভৰ আনন্দত পীতাম্বৰ মহাজনে সুখ আৰু কল্পনা-ৰাজ্যত বিচৰণ কৰি ফুৰিব ধৰিছে। দময়ন্তীৰ গৰ্ভত স্থিতি লোৱা শিশুটিয়ে যেন জন্মলাভ নকৰোতেই শৈশৱৰ পৰা গৈ তৰুণ যুৱক হ'ল। ধনশ্ৰী নদীৰ পাৰে পাৰে সি পীতাম্বৰৰ হাতত ধৰি ঘুৰি ফুৰিবলৈ ধৰিলে, বংশ পৰম্পৰাৰ যুগ যুগান্তৰৰ এডাল সোণালী ৰচি সি টানি লৈ গ'ল কোনো এক সীমাহীন দিগন্তলৈ, য'ত স্বৰ্গ আৰু মৰ্ত্য এক হৈ আছে, য'ত সকলো ৰং এক হৈ পোহৰৰ পিনে ধাবিত হৈছে!

পীতাম্বৰ এইবাৰ পুৰণা পেৰা এটা বান্ধাবোৰৰ হতুৱাই আটালৰ পৰা পাৰি আনি কোনেও নেদেখাকৈ ভিতৰৰ মজিয়াত খুলিলে। গামোচা এখনেৰে পিতাক বলীৰাম মহাজনৰ কেইটুকুৰামান অস্থি তাত বন্ধা আছিল। আধাপোৰা এই হাড় কেইটুকুৰাৰ লগতে পিতাকে সদায় পিন্ধি থকা সোণৰ মাদলিৰ সৈতে পোৱাল মণি এধাৰি লেটিপেটি হৈ পৰি আছিল। মণিধাৰ মৃত্যুশয্যাত পৰি থকা পিতাকৰ ডিঙিৰ পৰা খোলাৰ সময়ত পিতাকে তাক সেহাই সেহাই কৈছিল, "এই মণি তোৰ পুত্ৰই পিন্ধিব! তাৰ পাছত তাৰ পুত্ৰই, তাৰ পাছত···! সোণালী জখলাৰে সিহঁতে আমাৰ বংশৰ ধ্বজা···!" আৰু কব পৰা নাছিল। হাইজা হৈ ঢুকাইছিল পিতাক। মণিধাৰ উলিয়াই আনি পীতাম্বৰ মহাজনে আকৌ অস্থিবোৰ গামোচাত বান্ধিলে। বান্ধাবোৰে পুৰণা পেৰাটো আনি আকৌ আটালত তুলি থলে।

দিনৰ পাছত দিন বাগৰি যাব ধৰিলে। কিবা এটা খবৰ পাবলৈ

পীতাম্বৰ মহাজন অধীৰ হৈ থাকিল। কোনোবাই কৈছিল, পাঁচ মাহ গৰ্ভত থকা সন্তান নষ্ট কৰা নাথায়। সি অধীৰ আগ্ৰহেৰে সময় বাগৰি যোৱাৰ কথা চিন্তা কৰিলে। প্ৰত্যেকটোদিনেই তাৰ সম্মুখত এখন পৰ্বতৰ দৰে আহি থিয় হ'ল। সি কুহকিনী দময়ন্তীৰ পদধ্বনি যেন অহৰহ শুনাপাবলৈ ধৰিলে। তাই যেন তাৰ কাণৰ ওচৰত আহি গুণগুণাব ধৰিলে।

"হোমৰ যোগাৰ কৰা!"

"মই এতিয়া আৰু বাহিৰ ওলাব নোৱৰা হৈছো! হোম পুৰাৰ যোগাৰ কৰা!"

"উঃ সেইবোৰ শুদিৰ বামুণ গৰিয়া মুছলমান ্চৰ খোলাকটিৰ তাল। মানুহহে লাগে আমাক কাটিলে তেজ ওলোৱা মানুহ!"

"হোমৰ যোগাৰ কৰা মহাজন? দেখা নাই, মোৰ পেটটো কেনেকৈ বাঢ়ি আহিছে!"

...হয়, হয়, তাই যেন ভৰিত জুনুকাহে পিন্ধি থাহে! কণ জুন, কণ জুন! হয় হয়, কল্পনাত দেখা তাইৰ বাঁহগাজ বৰণীয়া ভাৰিখনত যেন তাই জুনুকাহে পিন্ধি থাকে...তাই আহে! তাই মনলৈ সকলো সময়তে আহে। কয়, "মহাজন তোমাৰ লগত শুই উঠাৰ পাছত মই আৰু নাদৰ পাৰলৈ গৈ গা মুধুওঁ! এইবোৰ হিন্দু-মুছলমান-বামুণ আদিৰ খোলাকটিৰ তাল!!"

তিনটা মাহ পাৰ হৈ গল। এতিয়াও অহৰহ পীতাম্বৰ মহাজনে ধনেশ্বৰী নদীৰ পাৰে পাৰে এটা তৰুণ যুৱকৰ কান্ধত হাত থৈ ঘুৰি ফুৰাৰ স্বপ্ন দেখে। দিনতো দেখে, ৰাতিও দেখে।

ভাদ মাহ। আবেলিৰ পৰাই ধুমুহা আৰম্ভ হৈছিল। ঘৈণীয়েকৰ কোঠাৰ দুৱাৰ মাৰিবলৈ গৈ সি দেখিলে আনদিনাৰ দৰে তাই একেদৰে চকু মেলি চাই আছে। আজি তাইৰ চাৱনি ৰাতি ভৰিৰ আগেৰে পাৰ হৈ যোৱা সাপ এডালৰ চিকমিকনিৰ দৰে লাগিল। ধুমুহা বতাহত ঘৰৰ লেম-চাকিবোৰ মুমাই থাকিল। বান্ধাবোৰক চিঞৰি চিঞৰিও মহাজনে নোপোৱা হ'ল।

কাৰো মাত কোনেও নুশুনা হ'ল। হিৰ হিৰ, গিৰ গিৰ কৰি বাৰীৰ পাছৰ গছ কিছুমান বাগৰি পৰিল!

কি গছ পৰিল? হায় হায়, কি গছ পৰিল? আকৌ দূৰৈত ক'ৰবাত যেন বজ্ৰপাত পৰিল। এইবাৰো কিবা গছৰ ওপৰত পৰিল ছাগে। গছ ফালি ছিৰ'-ছিৰ হোৱাৰ শব্দ শুনা গৈছে। মহাজনে খপজপকৈ বাহিৰলৈ ওলাই আহিল। কঁাথিৰ এচুকত সাতডাল নাৰিকল গছৰ নাৰিকল দমাই থোৱা আছিল। বাঙ্কাবোৰে বৰষুণত তিতি তিতি সেইবোৰ ঢেঁখালত থোৱাৰ আয়োজন কৰিছে। বতাহৰ কোবত কিছুমান নাৰিকল বাগৰি গৈ চোতালত ঢপঢপকৈ পৰিব ধৰিলে। কাৰো মাত কোনেও নুশুনা হ'ল। লাহে লাহে বতাহ আৰু মেঘৰ গৰ্জন কমি আহিল। কিন্তু ধাৰাসাৰে বৰষুণ পৰিবলৈ ধৰিলে। এতিয়া কেবল এটাই শব্দ। বৰষুণৰ শব্দ। কোনোবাই মহাজনৰ শোৱা-কোঠাত লণ্ঠন থৈ গ'ল। অপৰিষ্কাৰ চিমনিৰে অহা পোহৰত সি বাহিৰৰ বৰষুণৰ তিৰবিৰণি দেখা পালে। তিতি থোৱা মজিয়াখনত কোনোবাই যেন কুমজেলে কুৰাৰ ছাল এখনহে পাৰি থৈছে এনে ভাব হ'ল তাৰ! কিন্তু এনে এটা অৱস্থাতে মহাজনে ভৱিৰ সেই ৰুণ-জুন ৰুণজুন জুমুকাৰ শব্দ শুনা পালে। এক তৰুণ যুৱকৰ লগত সি ধনেশ্বৰী নদীৰ পাৰে পাৰে ঘুৰি ফুৰাৰ ছবি দেখা পালে। সি সেই যুৱকক বুকুৰ ওচৰলৈ আনি মুৰ গুঁজি চালে···তাইৰ ভৱিৰ ৰুণজুন ৰুণজুন শব্দৰ লগত বাহিৰত মুষলধাৰেৰে পৰা বৰষুণৰ শব্দ যেন এক হৈ গ'ল। বৰণীৰা এখনত বহি মহাজনে বৰষুণৰ কমালৈ অপেক্ষা কৰিলে! আকৌ বাৰে বাৰে সেই ৰুণজুন ৰুণজুন শব্দ তাৰ কাণৰ ওচৰলৈ আহিল।

হঠাৎ বাহিৰত মহাজনক নাম ধৰি মতা শুনিলে। অহৰহ উৎকৰ্ণ হৈ থকা মহাজনে বৰষুণৰ মাজতো এই শব্দ শুনা পালে। লণ্ঠনটো লৈ সি খপজপকৈ বাহিৰলৈ ওলাই গ'ল। বৰষুণৰ মাজতে সি তিতি জুকলি জুপুৰি হৈ অহা কৃষ্ণকান্ত পুৰোহিতক দেখা পালে। বুকু ধপধপাব

ধৰিলে। কিয় আহিল পুৰোহিত? কিয় আহিল তেওঁ এই বৰষুণত তিতি বুৰি? সৌৱা, ফটা ছাতিটোৱে তেওঁক বৰষুণৰ পৰা উদ্ধাৰ কৰিব পৰা নাই। ধুতিখন তেওঁ আঁঠুৰ ওপৰলৈ কোঁচাই লৈছে। একেবাৰে উদং শৰীৰত চাদৰ এখন তিতি লপথপকৈ পৰি আছে। মানুহটো নৰকঙ্কালৰ দৰে দেখা গৈছে। এই নৰ-কঙ্কাল তেওঁৰ ওচৰলৈ আগবাঢ়ি আহিছে। কি খবৰ আনিছে? উঃ, কি খবৰ আনিছে?

লণ্ঠনটো দাঙি ধৰি মহাজনে চিঞৰি উঠিল, "বাপু। এই বাতি? এই বৰষুণত?"

কৃষ্ণকান্ত পুৰোহিতে কোনোপধ্যে আহি কাঁথিত উঠিল। কঁপা কঁপা হাতেৰে থৰক বৰককৈ তেওঁ ছাতিটো জপাই খুঁটা এটাত আঁওজাই থলে। গাত লৈ থকা চাদৰখন চেপি তেওঁ মুখখন মচি ললে। তাৰ পাছত তেওঁ কুঁজাহৈ মহাজনৰ পিনে আঙুলি টোৱাই স্খলিত কণ্ঠেৰে ক'লে, "পীতাম্বৰ, তোমাৰ প্ৰথমজনী তিৰোতা ধুকাওঁতে পুহকৰ লাগিছিল নহয় নে? তিনটা নে চাৰিটা পুহকৰ?"

"মনত নাই? কিন্তু কিয়?"

"তিনিটা পুহকৰ লাগিলে ঘৰৰ চোতালৰ ছুবৰি বনোঅলি-পুৰি শেষহৈ যায়! তোমাৰ তিনিটা পুহকৰ লাগিছিল। চব অলি-পুৰি শেষ হৈ গৈছে!"

"কি হ'ল বাপু? কি হ'ল?"

"তাই নষ্ট কৰি পেলাইছে! শূদিৰীয়াৰ বীজ তাই নকঢ়িয়ায়। তাই শাণ্ডিল্য গোত্ৰীয় বামুণ। তাই নষ্ট কৰি পেলাইছে। তোমাৰ সন্তান তাই নষ্ট কৰি পেলাইছে, পীতাম্বৰ...পীতাম্বৰ...।"

[ধনেশ্বৰীৰ পাৰত ঘুৰি ফুৰা তৰুণ যুৱক পীতাম্বৰ মহাজনৰ হাতৰ পৰা এৰা খাই যেন নদীৰ গভীৰ পানীত বাগৰি পৰিল। কোন পৰিল? কোন পৰিল? পীতাম্বৰ নে তৰুণ যুৱক পৰিল? পীতাম্বৰ মহাজন পৰিলনে তৰুণ যুৱক পৰিল। উঃ, কোন পৰিল?]

এদিন মাজৰাতি হঠাৎ দময়ন্তীয়ে শুনিলে কোনো-বাই বিজুলী বাঁহৰ

জোপোহাৰ তলত মাটি খন্দিছে। 'কোন ? বুলি তাই ডাঙৰ ছোৱালী-জনীক জগাই দিলে। এই ছয় বছৰীয়া ছোৱালীজনী আৰু মাকে কাণ পাতি শুনিলে। হয় হয়, কোনোবাই বিজুলী বাঁহৰ তলত মাটি খান্দিছে' সৌ সিদিনা মাক-জীয়েক দুয়ো যি ঠাইত মাটি খান্দিছিল ঠিক সেই ঠাইৰ পৰাই এই শব্দ আহিছে। মাক-জীয়েক দুয়ো অন্ধকাৰ ৰাতি সেই দিনা চাতামপুৰৰ বামুণৰ ল'ৰাই দিয়া চিপৰাংখনেৰে অনেক সময় ধৰি মাটি খান্দিছিল। জীয়েকে ওচৰতে শিয়ালৰ হোৱা শুনি বাৰে বাৰে কঁপি উঠিছিল। আজি সেই ঠাইতে শব্দ হব লাগিছে—হৰাং—হৰাং! হৰাং! হৰাং!! হুটুৰ! হুটুৰ! হুটুৰ!!....দুয়ো মাক-জীয়েকে হাতত চাকি লৈ খুপি খুপি খিৰিকিৰ ওচৰতে উপস্থিত হ'ল।

হৰাং! হৰাং!! হুটুৰ! হুটুৰ! হুটুৰ!!!

মাক-জীয়েক দুয়ো এটা জ্বলি থকা লণ্ঠন দেখা পালে। লণ্ঠনৰ পোহৰত দুয়ো দেখিলে এটা হৃষ্ট-পুষ্ট মানুহে সেই একেটা গাঁতকে খান্দি আছে যিটো গাঁত মাত্র দুদিন আগেয়ে দময়ন্তীয়ে খান্দিছিল। হয় হয়, সেই একেটা গাঁতকে খান্দি আছে।

দময়ন্তীৰ অন্তৰাত্মা কঁপি উঠিল। সেইটো পীতাম্বৰ মহাজন! হয় হয়, সেইটো পীতাম্বৰ মহাজন। একান্তমনে মহাজনে গাঁতৰ মাটি আঁতৰাব লাগিছে! লণ্ঠনটো বিজুলী বাঁহৰ পুলি এটাৰ ওপৰত বান্ধি থৈ দিছে।

মহাজনে ভয়ংকৰ ৰূপ ধাৰণ কৰিছে। মানসিক ব্যাধিগ্রস্ত ৰোগীৰ দৰে তেওঁ মাটি গুচাব লাগিছে।

দময়ন্তীয়ে ভয়ত থক থককৈ কঁপিবলৈ ধৰিলে। কি কৰে মানুহ-টোৱে। আটাহ পাৰিব নেকি তাই বাৰু? তাইৰ ঘৰত এই কাণ্ড ঘটিছে তাই, আটাহ নাপাৰিবনে?

"মহাজন? মহাজন?"

নাই, কোনো ভ্ৰূক্ষেপ নাই।

হুটুৰ! হুটুৰ! হুটুৰ!!

"মহাজন! মহাজন! কিয় খান্দিছা গাঁত!"

পীতাম্বৰ মহাজনে খিৰিকিৰ পিনে এবাৰ উভতি চালে। কিন্তু কোনো উত্তৰ নিদিলে।

আকৌ হুটুৰ! হুটুৰ!! হুটুৰ!!

হাহাকাৰ কৰি উঠিল দময়ন্তীয়ে।

"মই পুতি থৈছো সঁচা কথা! কিন্তু কি পাবি তাত—মাংসপিণ্ড এটাহে পৰি আছে!"

পীতাম্বৰ মহাজনে মুৰ তুলি চাই ক'লে, "মোৰ সন্তান আছিল—মই মাংসপিণ্ড টুকুৰাকে ছুই চাম। মই মোৰ এই দুখন হাতেৰে মোৰ বংশ-ধৰক ছুই চাম।"

□ প্ৰকাশ: অক্টোবৰ সংখ্যা। ১৯৮৪ চন

# প্ৰতিবিম্ব

**নীলিমা শৰ্মা**

এই বয়সটো বোধহয় অহেতুকভাৱে ঘুৰি ফুৰাৰে বয়স। কমা ঘুৰি ফুৰিছে। সৌজনী ধ্ৰুৱা। দেহ-মুখ উভয়তে তাইৰ ন-যৌৱনৰ ৰাঙলী আভা। মৰলৰ বহল দাপোনখনত নিজক বাৰে বাৰে চাইছে। ৰভাতলীখন এতিয়া বিঙা হৈ আছে। আৰু ছুটামান ঘণ্টাৰ পাছত মানুহবোৰ আহিব। অলেখ হাঁহি আৰু বহুত কথাৰে কেউদিশ মুখৰ হৈ পৰিব। শেতাই এতিয়াই ঠিক কৰি থৈছে, স্বাতী বাইদেউক বেইৰ দাঁতিত ঘুৰাওঁতে আমপাতেৰে তাই দৈ ছটিয়াব। কইনাৰ ভনীয়েক বুলি এদিনীয়া অহঙ্কাৰে.ৰ সিহঁত তিনিওজনী বৰ আত্মসচেতন হৈ পৰিছে। ৰাধাই খিৰিকীৰে ৰভাতলীলৈ চাই ৰ'ল। বৰ পুৰণা বুগাৰ মেখেলা এখন পিন্ধি আছে তাই। চাদৰখন ধোবাই ধোৱা যদিও অ'ত-ত'ত পুৰ্তি নিশাতে দিয়া দৈয়নৰ চেকা লাগি আছে। গা ধুই উঠি বেলেগ চাদৰ এখন পিন্ধা উচিত আছিল। ৰাধাই উভিতটোক অনুচিত বুলি বিবেচনা কৰিলে। তাই বহু সময় তেনেদৰে থিয় হৈ থাকিল। কাষৰ বহল বিছনাখনত জোৰোণত দিয়া পাটৰ বনীয়া সাজটোৰে স্বাতী শুই আছে। টোপনি নোযোৱাকৈ শুই আছে চাগৈ। তাইৰ খোপাৰ গোলাপ কেইপাহৰপৰা এটা মৃদু সুবাস উঠি আহিছে। ৰাধাই স্বাতীলৈ চালে। লনি দেহৰ খাঁজে খাঁজে যেন বহুত স্বপ্ন থুপ খাই আছে। সোণৰ অলংকাৰবোৰ তিৰবিৰাইছে। এয়া স্বাতী কটকী। মনেশ্বৰ কটকীৰ জীয়েক। কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰী। আজি বিয়া। বিছনাৰ ওচৰতে থকা সৰু মেজখনৰ ওপৰত এগিলাচ গাখীৰ স্বাতীৰ বাবে মাকে ঢাকি থৈ গৈছিল।

ৰাধাৰ পিয়াহ লাগিছিল। নিজৰ অজানিতেই তাই গাখীৰ গিলাচ তুলি লৈ খাই দিলে। উকা গিলাচটো মেজত থোৱাৰ লগে লগে ৰাধাই অনুভৱ কৰিলে সেই গিলাচ পানী নাছিল, আছিল গাখীৰ। ৰাধাৰ নিজকে অপৰাধী যেন লাগিল। নিম্ন মধ্যবিত্ত ঘৰ-এখনত এগিলাচ খাটি গাখীৰৰ যোগান ধৰা কিমান কষ্টকৰ সেই কথা ৰাধাৰ জনা আছে। স্বাতীৰ কোমল মুখখনলৈ চাই চাই ৰাধাই ভাবিলে এইজনী ছোৱালীৰ বাবে আজি ঠাণ্ডা পানীও গাখীৰ যেন হ'ব। তাই লৰালৰিকৈ কোঠাৰপৰা ওলাই আহিল। ৰান্ধনীঘৰৰ পৰা ওলাই অহা মাকে মাতিলে, "শুনচোন ৰাধু, তুইনো আজি বিয়াৰ দিনা ভাল কাপোৰ এযোৰ পিন্ধিব নোৱাৰনে?" মানুহে দেখিলে কিবা বুলিব কাৰণে তাই আজি চকুত লগা কাপোৰ পিন্ধিব লাগিব। কাৰবাৰ বিবাহোৎসৱত কোনোবাই ভাল কাপোৰ পিন্ধি চিকুণ হৈ ওলাব লাগিব। ৰাধা ৰভাৰ তললৈ গ'ল। উদং হৈ আছে। বাৰ বজাতে মানুহবোৰ আহিব নেকি? নতুন পাটিটোত বহি মৰলৰ আৰ্চীত নিজকে চালে। তাই স্থূলা হৈ গৈছে। এদলীয়া বেণীডাল আগতকৈ বহুত খীণালে। কেবাটাপ উজাগৰী নিশা চিন্তাৰে আৰু চকুপানীকে কটাবলগীয়া হোৱা বাবেই চকুযোৰত ক'লা দাগ গভীৰকৈ পৰিছে। মুখৰ লাৱণ্য দুশ্চিন্তাৰ বেদনাই মুচি ল'লে। দাপোনৰ সন্মুখত ৰাধাৰ নিজকে বৰ অচিনাকি যেন লাগিল। সেয়া ৰাধা নহয়, সেয়া যেন কোনো স্কুলৰ ড'মেষ্টিক চায়েন্সৰ বিগত-যৌৱনা মাষ্টৰনী। পানী আৰু আমপাত থকা মাটিৰ ঘটটো অলপ বেঁকা হৈ আছিল। ৰাধাই পোণাই থব খোজোতে বাগৰি পৰিল। তাই ঘটটো তুলি থৈ ইপিনে-সিপিনে চালে। কোনেও দেখা নাই মৰলৰ কিছু কাৰুকাৰ্য পানীয়ে ধুই নিলে। কেইদিনমানৰ পৰা তাইৰ কামবোৰত বৰকৈ আউল লাগিছে। কিবা কৰিবলৈ যাওঁতে কিবা হৈছে। স্বাতীয়ে ৰাধাক একেবাৰে বুজিব পৰা নাই। নাই— তাই আৰু এইবোৰ কথা একো নাভাবে। তাই হাঁহিব। হাঁহি

হাঁহি কথা ক'ব। অভিনয় কৰি যাব। জীৱন মানে জানো অভিনয় নহয়? তেন্তে? ৰাধাই গানৰ কলি এটা গুণগুণাবলৈ যত্ন কৰিলে। একো মনত নপৰিল এই তেইশ বছৰীয়া মুখটোত বোধকৰো স্মৃতিশক্তি বোলা বস্তুটোৱেই নাই। স্বাতী শোৱাৰপৰা উঠিল। শূন্য গিলাচটোলৈ চাই ক'লে, "ইয়ে। কোনে খালে?" স্বাতীৰ ফালে পিঠি দি আছিল ৰাধাই। ক'লে, "কিয়, অলপ আগেয়েতো তোকে দেখিছিলোঁ।" "হয়? মই পাহৰিয়ে গ'লো।" স্বাতীয়ে লাজ-বঙাকৈ হাঁহিলে। ৰাধাই কঠুৰাকৈ ক'লে, "পাহৰিবিয়েই তো!" ৰাধাই আলমাৰিৰ পৰা অনিচ্ছাকৃতভাৱে মেখেলা-চাদৰ এযোৰ উলিয়ালে। মন নাছিল যদিও আলফুলকৈ পিন্ধিলে। পাউদাৰখিনি ঘঁহিবলৈ লৈ ৰাধা চমকি উঠিল। পাউদাৰে জানো মুখৰ জেউতি বঢ়াব! তাই যতনেৰে পাউদাৰ ঘঁহিলে। নাইলনৰ ড'নেটেৰে শুৱনীকৈ খোপাটো বান্ধিলে। তাৰ পাছত এক মূহূৰ্তও অপেক্ষা নকৰি স্বাতীৰ খোপাৰ পৰা গোলাপফুল দুপাহ তুলি আনি নিজৰ খোপাত গুজি লৈ ক'লে, "তোৰ বাবে বহুত ফুল ৰ'লাব।" স্বাতীয়ে অবাক হৈ ৰাধালৈ চালে। কিছুদিনৰপৰা স্বাতীয়ে ৰাধাৰ কথাবতৰাবোৰ একেবাৰে বুজিব পৰা নাই। স্বাতীৰ সমুখত ৰাধা এটা দুৰ্বোধ্য সাঁথৰ হৈ পৰিছে। চকু আৰু চেলাউৰিযোৰ আঁকি সৈ ৰাধাই সুধিলে, "লিপষ্টিক আছে?" ৰাধা যেন এইখন ঘৰলৈ নতুনকৈ আহিছে। ক'ত কি আছে একোকে নাজানে। বিস্মিতা স্বাতীৰ কান্দি দিবৰ মন গ'ল।" ৰাধুজনীৰ কি হৈছে বাৰু? ক'লে, "লিপষ্টিক জানো মই কোনোবা কালত ঘঁহিছিলো?" ৰাধা যেন আশ্চৰ্যান্বিত হ'ল, "কিয় আজিকালিৰ ছোৱালীবোৰৰ বাবে ওঁঠত পাতলকৈ লিপষ্টিক লগোৱাটো চুলিত তেল ঘঁহাৰ দৰেই সাধাৰণ কথা। তই দেখোন এই যুগৰে ছোৱালী।" স্বাতীৰ খং উঠিছিল, "মই যদি এই যুগৰ, তই দ্বাপৰ যুগৰ নেকি?" স্বাতী সচেতন হৈ উঠিল। জীৱনৰ

এই অবিস্মৰণীয় দিনটোত তৰ্ক কৰা ভুল হৈছে। কোনোৰা বুঢ়ী মানুহে দেখিলে তাইক মুখ- আগলিকা বুলিব। ৰাংখমত সোমাই মনে মনে তাই অৱশ্যে লিপষ্টিক ঘঁহে। দৰকাৰ নাই, লাগাই সেই দগধা ওঁঠ ডুপাহত বং নোবোলালেও হ'ব। স্বাতীয়ে নিজকে আশ্বাস দিলে, চকু মেলি পৃথিবীখনত স্বাৰ্থপৰতাৰে জয় দেখিছোঁ। ময়ো সেয়ে স্বাৰ্থপৰ হৈ গলোঁ। একজন জয়যুক্ত হবলৈ হ'লে আনজনে পৰাজয় স্বীকাৰ কৰিবই লাগিব। এই সাধাৰণ কথাটো ৰাধাই কিয় বুজা নাই? ৰাধাই মোক ঈৰ্ষা কৰাৰ হয়তো যুক্তি থাকিব পাৰে। কিন্তু সেই যুক্তিৰ কোনো দাম নাই। কঁকাল হেৰাই যোৱা স্থূলাঙ্গী ছোৱালীজনীক মৃন্ময়ে পছন্দ নকৰিলে। নকৰাটো অস্বাভাবিক নহয়। স্বাভাবিক। সেইবাবে বুকুত তুঁহজুইকুৰা জ্বলাই ছটফটাই ফুৰাৰ কোনো যে অৰ্থ নাই সেয়া ৰাধাৰে বুজা উচিত। ৰাধা স্তব্ধ হৈ গ'ল। তাই সময়ৰ ধূলি লাগি বং যোৱা কাগজৰ ফুল নহয় তেন্তে! তাই এটমিক যুগৰে। মনেশ্বৰ কটকীৰ প্ৰথমা ছহিতা। তিনিবাৰকৈ আই. এ. ফেল কৰাৰ পাছত তাই আৰু পৰীক্ষা নিদিলে। লগৰ কেইজনীমান বান্ধৱীয়ে এইবাৰ বিশ্ববিদ্যালয়ত শেষ পৰীক্ষা দি আহিছে। সিহঁতক দেখিলে ৰাধাৰ এক বৰ্ণনাতীত জ্বালাত মৰি যাবৰ মন যায়। নিজকে অচল পইচা যেন লাগে। হঠাতে ৰাধাৰ আৰ্চিখনৰ ওপৰত খুব খং উঠি গ'ল। আৰ্চিৰ নিচিনা বেয়া বস্তু আৰু পৃথিবীতে নাই। নিজক নিজৰ ওচৰত ইমান বেয়াকৈ দেখুৱাই দিয়ে। দাপোনখনক কোনোমতেই ফাঁকি দিব নোৱাৰি। ৰাধাই তুলি থোৱা জালিকটা পৰ্দাখনেৰে আইনাখন ঢাকি দি কোৱাল গতিৰে কোঠাৰপৰা ওলাই আহিল। তাইৰ বহুত কাম আছে। তাই যে......তাই যে কইনাৰ বায়েক! ভনীয়েক বোৱা হলে তায়ো উৰি ফুৰিলেহেঁতেন। মাঘৰ সুকণ্ডাৰে ফাগুনে জুমিছে। ফাগুনে তাইকো উতলা কৰিলেহেঁতেন। কমা ক্ৰহাইতৰ দৰে

এদিনীয়া অহঙ্কাৰেৰে গচকত যঁতৰ ভাঙিহেঁতেন। এই হেঁতেন-বোৰ হেঁতেন বাবেই বৰ যন্ত্ৰণাদায়ক। বাধাৰ বুকু গচকি হুমুনিয়াহ এটা উৰি গ'ল ধীৰে ধীৰে। তাই মজিয়া আঁতাৰ লাগিব এইখন মজিয়া বয়সস্থাসকলৰ বাবে। সিবোৰৰ যিহে আকৌ ভেম! খেনোৰে দৈ নাখায়; এবাঁহে খায়। খেনোৰে সুধিব, 'এয়া গুৰ গেলামালাৰ দোকানত নে মণ্ডলৰ ঘৰত পগোৰা?" বাধাৰ মুখৰ চুলিৰ সমান খং উঠে। উৰহিগছৰ ওৰ বিচৰাবোৰক আমন্ত্ৰণ জনালেও অসুবিধা, নজনালেও দিগদাৰী। কামৰ মাজত বাধা ভুল গ'ল। অলপ আগতে ভাবি থকা কথাবোৰ তাই পাহৰি গ'ল। বাধাই আটাইবোৰ বস্তু থান-থিত লগাই থৈছে। তাই আঙুলিয়াই নিদিলে আনবোৰে কামৰ মোৰকে বিচাৰি নেপায়। ইকালে বাধা, সিকালে বাধা চিঞৰত তাই তাইক হেকৰাই পেলালে। বাধাই সক ল'ৰা-ছোৱালী জাকক খুৰাই-বুৰাই ঘুমুচা পেহীয়ে বিচাৰি ফুৰা মাটিৰ চকটো একাজিৰপৰা নমাইছিল। তাকে চাই পেহীয়ে বাধাৰ মাকক কলে, "বোলোঁ মাজুবৌ, বাধুক দিওঁতেহে তোমাৰ সোঁহাতখন ছিগিব বুইছা। স্বাতীক উলিয়াই দি তুমি এজনীক লোকৰ ঘৰলৈ পঠিয়ালা যেন নেপাবা! তাই এগছ কুটা ডুগছ নকৰাকৈ উঠা। এই লখিমীহে তোমাৰ ঘৰৰ লাইখুটি।" শুৰলৈ আৰম্ভ কৰা বাধাৰ ভাৱবোৰ জিকাৰ খাই উঠিল। বাধুক দিলেহে ঘৰখনৰ সোঁহাতখন ছিগিব। সেইবাবেই এই আয়োজন নেকি? তাইৰ নামত স্বাতীৰ বিয়া। তাই ঘৰৰ আটাইবোৰ কাম কৰে। বাঢ়নিৰে গোহালি সৰাৰ পৰা বৃহস্পতিবাৰৰ লক্ষ্মীপূজালৈকে বাধা নেলাগিলে নহয়। বাধা যেন মনেশ্বৰ কটকীৰ ঘৰৰ এটা মেচিন। অনবৰতে ঘুৰি থাকিব লাগে। তাইৰ প্ৰয়োজনীয়তা আছে কামৰ খাতিৰত। উপভোগৰ ক্ষেত্ৰত তাইৰ প্ৰয়োজন নাই। সেয়েই চহৰত হোৱা কোনো অনুষ্ঠানলৈ যাবলগা হ'লে স্বাতী ক্ৰ যাইতে তাইক লগ নলয়। সিহঁতৰ পোচাকবোৰ কিন্তু তায়েই

ইস্ত্রি কৰি দিব লাগে। তায়ে চাই দিব লাগে, কাক কোন বোৰে শুৱাব। তাই যাবলৈ ওলালে ভ্ৰবাই ক'ব,—"যই আজি ঘৰত থাক না বাইদেউ। আনদিনা যাবি।" আজি অজিকৈ ৰহুতো আজি পাৰ হৈ যায়। ভনীয়েকহঁতৰ অৱজ্ঞাবোৰ তাই নীৰবে মানি লয়। উপাই নেপাই মাকৰ লগত তাই ইঘৰ-সিঘৰলৈ যায়! সবাহলৈ যায়। ভনীয়েকহঁতৰ দৰে তাই পঢ়াশুনাত ভাল নহল বাবে, শুবলাকৈ গীত গাব নেজানে বাবে সিহঁতে তাইক একাষৰীয়া কৰিলে। কিন্তু খাতী, কমা ভ্ৰবাহঁতক পঢ়িবলৈ, সুবিধা দিলে কোনে? ঘৰুৱা দায়িত্ববোৰৰ অধিকাংশ বাধাই কান্ধত তুলি নোলোৱা হ'লে তোমালোকে ইমানখিনি সুবিধা ক'ত পালাহেঁতেন? মই কাপোৰ ব'ম বিবিধ সূতাৰে ফুল বাছি। তোমালোকে লাহতীহঁতে তাকে পিন্ধি বাহিৰত ধুন মাৰিবা। তাৰবাবে মোৰ কোনো খেদ নাই। ভগ্নী বুলি তোমালোকক মই প্ৰচুৰ স্নেহ দিছোঁ। তোমালোকৰ পৰা মই দিয়া মৰমৰ প্ৰতিদান মই বিচৰা নাই। মই মাথোন বিচাৰিছিলোঁ মোৰ চেনেহক তোমালোকে মৰ্যাদা দিয়টো। দিব নোৱাৰিলা। পৃথিবীত চব মানুহেই স্বাৰ্থান্ধ—তোমালোকো। মাও কিজানি। জগতৰ কোনেও নুবুজিলেও মা-দেউতাই অন্ততঃ মোৰ অন্তৰৰ বেদনা বুজা উচিত আছিল। তেওঁলোকে বুজিও নুবুজে। কোনেও নুবুজে। মোৰ কথা যদি কোনেও নুবুজে, মই কেনেকৈ জীয়াই থাকিম? মাহঁতে মোক তেওঁলোকৰ কি বুলি ভাবে? জীয়েক নে বান্দী? ঘৰৰ অতবোৰ কাম কৰি দিলোঁ। অথচ কোনেও মোক তাৰ প্ৰতিদান নিদিলে। মই যে এজনী তেইশ বছৰীয়া ছোৱালী, মোৰ মাজতো যে এখন গাভৰু অন্তৰে উজাগৰে প্ৰতীক্ষা কৰি আছে, সেই কথা মা আৰু দেউতাই মাতৃ আৰু পিতৃ হৈও কিয় উপলব্ধি নকৰিলে? চাৰিজনী যুৱতী ছুহিতাৰ মাজৰ পৰা এজনীক এঘৰলৈ পঠিয়াব পাৰিলেই যেন তেওঁলোকে বহুখিনি স্বস্তি পায়। এটা ভাবৰ পৰা

নিষ্কৃতি পাবৰ কাৰণেই তাইক উপেক্ষা কৰি হলেও স্বাতীৰ বিয়া পাতি পেলালে। শ্বেতা সক হৈ আছে। দেউতাৰ পেন্সন পাবলৈ কেইটামান দিনহে বাকী আছে। চাবিজনীক ক'ৰবাত গতাব পাৰিলেই যেন তেওঁ ৰক্ষা পায়। কিন্তু, কিন্তু স্বাতীৰ এই বিবাহতো কোনোমতে গতোৱাৰ বিবাহ নহয়। পদাৰ্থ বিজ্ঞানৰ অধ্যাপক এজনৰ সৈতে স্বাতীয়ে নতুন জীৱনৰ পাতনি মেলিব। বস্তি, পুণ্যহঁতে স্বাতীক সজাবলৈ আহি জোকাই আছে,—"প্ৰফেচাৰনী, চিঠি-টিঠি দিবি। কিছুদিনৰ পাছত আকৌ চিনি নোপোৱা হবি নেকি?" স্বাতীয়ে লাজ-লাজকৈ কয়, "কি যে কৱ পাই তহঁতে!" ৰাধাক শেলে বিন্ধাদি বিন্ধে। নীৰৱে তাই শুনি থাকে। ৰভাতলী বাইজেৰে ভৰি পৰিছে। ৰাধাই ইপিনে-সিপিনে ভামোলৰ বটা আগবঢ়াই দিলে। মানুহবোৰৰ মাজত অস্পষ্ট গুণগুণনি শুনা গ'ল। তাই যিফালেই যায়, সেইফালেই মানুহবোৰে বহলকৈ চকুযোৰ মেলি তাইলৈ চায়। ৰাধাৰ ভয়ানক ধৰণে অস্বস্তি অনুভূত হ'ল। তাই যেন চিৰিয়াখানাৰ এটা আচৰিত জন্তু। আটায়ে বেঢ়ি বেঢ়ি চাইছে। বুঢ়ী এগৰাকীয়ে আন এগৰাকীক কোৱা ৰাধাই স্পষ্টকৈ শুনিলে, "ডাঙৰ ছোৱালীটিৰ হবলা গতি নালাগিল? সেই গতিকে মাজুটিকে প্ৰফেচাৰক গুছিবলৈ ভলাল। হ'ল বুলি আৰু এনে কাণ্ড কটকীৰ ঘৰতহে দেখিলোঁ।" তাৰ পিছত তাই আশা নকৰা আৰু বহুতো মন্তব্য। কেউপিনে তাইৰ সম্পৰ্কেই আলোচনা হৈছে। ৰাধা মূক হৈ গ'ল। বটা-চটা তাতেই এৰি ৰাধা আহি নিজৰ কোঠা পালেহি। নিজকে তাই কোনোমতেই সম্বৰণ কৰিব নোৱাৰিলে। কোঠাত সোমাই ৰাধাৰ মন তিক্ততাৰে ভৰি পৰিল। স্বাতী, কমাইঁতৰ বান্ধৱীৰে কোঠাটো পূৰ্ণ হৈ আছে। কথা আৰু হাঁহিৰ কোঢ়ালত একো শুনিব নোৱৰাৰ নিচিনা অৱস্থা। এটা উকা কোঠা নাই যলৈ গৈ তাই বাগৰি আহিব খোজা চকুপানী দুটোপাল মছি পেলাব পাৰে। মাকহঁতৰ

শোৱনি কোঠালৈ আহি ৰাধাই দেখিলে, সৰুভনীয়াবোৰৰ কেঁচুৱা কেইটামান অথালিয়ে-পথালিয়ে বিছনা চুখনত শুবাই থোৱা আছে। বিছনা এখনৰ এটা কোণত বহি অম্বামাহীয়ে কেঁচুৱাটোক বুকুৰ মাজত লৈ নিচুকাইছে। দুবছৰীয়া জনীয়ে ভায়েকক মাকে লৈ থকা দেখি পেনপেনাইছে। তিনিবছৰীয়া জনীয়ে বোম পাতিছে। ইটোৰ পাছত সিটোকৈ অকালতে পাঁচোটাৰ মাক হোৱা অম্বামাহীৰ স্বাস্থ্য কোমল বয়সতে জহি গৈছে। সংসাৰৰ বাহিৰে পৃথিবীৰ আন একোৰে খবৰ নৰখা অম্বামাহীয়ে কেঁচুৱাটোৰ মূৰত সোঁ-হাতৰ তলুৱাখন ঘঁহি ঘঁহি কলে,—"বুইছনে ৰাধু ই আৰু, মোৰ হেৰি নেপাই নহয় সেইবাবে বৰ দিগ্ দিয়ে। বটলেৰেহে খুৱাওঁ।" বৈ অহা চবুপানীখিনি ৰাধাই ধোৱাঁই ধৰিছে বুলি মছি লৈ অম্বামাহীলৈ চালে। হোলোঙা চেমিজ এটাৰ ওপৰত দামী ব্লাউজ এটা পিন্ধিছে। মাজৰ বুটাম কেইটা মৰাই নাই। কাজিৰঙা অঁকা পাটৰ কাপোৰযোৰ অধলাকৈ পিন্ধিতে। খোপাত নেট মাৰিছে যদিও তলেৰে পুৰণা টাছেলৰ আগকেইটা ওলাই আছে।—এয়া ৰাধাৰো ভবিষ্যত নেকি? এনে ভবিষ্যত ৰাধাক নেলাগে। এনে ভবিষ্যত পোৱাতকৈ জনমলৈ আবিয়ৈ হৈ থকাই ভাল। সেইবাই আহি ক'লেহি যশোধৰাহঁত আহিছে। ৰাধাক বিচাৰিছে। সম্পূৰ্ণ অনিচ্ছাৰে ৰাধা আহি ৰঙাৰ তল পালেহি। স্কুলত একেলগে পঢ়া যশোধৰা, পূৰ্ণিমাহঁৰ কাষলৈ আহিলে ৰাধাৰ নিজকে বৰ অভাগিনী যেন লাগে। সিঁহতৰ যুগ্ম-জীৱন ৰচনা কৰা দুবছৰমানহে হৈছে। যশোৰ লৰাটো মৰম লগা হৈছে। যশোৰ মুখত তাইৰ পুত্ৰ আৰু গৃহস্থৰ কথা শুনি ৰাধা অতিষ্ঠ হৈ উঠিল। পূৰ্ণিমাই নতুন জীৱনত মাদকতাবোৰ বৰ্ণাই গ'ল। ৰাধাৰ অসহ্য হৈছিল। তাই কামৰ অজুহাত উঠি আহিব খোজোতে যশোৱে ক'লে 'ভনীয়েৰে বৰ ঠগিলে কিন্তু তোক!'—ৰাধা উচপ্ খাই উঠিল। এটাও কথা নকৈ তাই গুচি আহিল। আহি-আহি মাকহঁতৰ

শয়ন-কক্ষ পালেহি। অম্বামাহী ইতিমধ্যে আঁতবি গৈছে। এটা চুকত বাধা বহি পৰিল। দুআঁঠুত মুখ লুকুৱাই তাৰ উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাইৰ জীৱনৰ, যৌৱনৰ কোনো মূল্য নাই। তাই মৰি গ'লে কাৰো একো ক্ষতি ন'হব। মাথো মাকহঁতৰ সোঁহাতখন ছিগিব। ছিগক। তাই মৰি গ'লে কমা, ধ্ৰুবাহঁতে মজাটো পাব। পাওক। মানুহবোৰে পানী তুলি আনিলে হ'ব পায়। সেয়া 'গঙ্গাজল আনিছো···' গাইছে। মাহ-হালধিৰে স্বাতীক এতিয়া নোৱাব। ঘুনুচাপেহীয়ে বাটি দিয়া। মাহ-হালধিৰে প্ৰকৃততে আজি তাইক নোওৱাৰ দিন আছিল। স্বাতীয়ে তাইক সেই অধিকাৰৰপৰা বঞ্চিতা কৰিলে। অতি নিষ্ঠুৰাৰ দৰে স্বাতীয়ে তাইক কাঁইটীয়া বাটটোলৈ ঠেলা মাৰি দিলে। স্বাতীৰ নিচিনা নিদাৰুণা আৰু এই ধৰণীত কোনো নাই। স্বাতীৰ প্ৰতি তাই ইমান দৰদী হ'ব কিয়? স্বাতীৰ আটাইবোৰ নিৰ্মমতা তাই কেলেই বসুমতীৰ দৰে সহ্য কৰিব? তাই যে স্বাতীৰ দৰেই তেজ-মঙহেৰে গঢ়া এজনী যুৱতী ছোৱালী। এশ এজনী গাভৰুৰ দৰে অনেক আশা আৰু আকাঙ্ক্ষা পুহি ৰখা ছোৱালী। তাইৰ চকুৰ আগতে স্বপ্নৰ দৰে কাৰেংটো, ভনী হৈ স্বাতীয়ে ধূলিস্যাৎ কৰি দিয়াটো তাই মানি ল'ব কিয় নিৰ্বিবাদে? তাই প্ৰতিশোধ ল'ব। চৰম প্ৰতিশোধ। উচুপনিবোৰ জোৰেৰে দমাই ৰাটা বহি ৰ'ল। ছুচকুত ভাঁহি উঠিল মৃন্ময় বেজবৰুৱাৰ সুগহীন মুখখন। মৃন্ময় বেজবৰুৱা অধ্যাপক। ছমাহৰ আগৰ কথা বাটাৰ মনত পৰিল।

তেতিয়া বাহিৰত আবেলিৰ এজাক সোণালী ৰ'দ। আগফালৰ বাৰাণ্ডাৰ খটখটীটোত বহি ৰাধাই টেবুলক্লথ এখনত একান্তমনে এমব্ৰয়দাৰী কৰিছিল। মনৰ আকাশখনত ক'লা ডাৱৰবোৰ থুপ খাইছিল। হঠাতে খুব আকস্মিকভাবে ৰাধাৰ মনলৈ আহিল, এইমাত্ৰ যেন কোনোবা এজন আহিব। তাইক যেন ক'ব—'উস্, কণ্ঠ শুকাই গৈছে। এগিলাচ পানী দিয়াঁ।' কেইটামান মুহূৰ্ত্তৰ

পাছতে এখন বিস্না আহি বাধাৰ সমুখত ব'লহি। কঁপি কঁপি এজন মানুহ নামি আছিল। হাতত এটা ডাঙৰ বেগ। সুধিলে, "এইটো মনেশ্বৰ দদাইদেউৰ ঘৰ নহয় জানো?" বাধাই 'হয়, আহক' বুলি ভিতৰলৈ লৈ গ'ল। মাকে চিনি পালে। মানুহজনৰ বাটতে জ্বৰ উঠি আহিছিল। মানুহজনৰ নাম আছিল মৃন্ময় বেজবৰুৱা। মাকৰ আদেশ পাই বাধাই সাধ্যানুযায়ী শুশ্ৰূষা কৰিলে। তিনিদিন আছিল। তিনি দিনতে বাধা একেবাৰে কাষ চাপি গৈছিল। স্বাতীহঁতে সিহঁতৰ স্বভাবসুলভ ছুষ্টালিৰে তাইক জোকাইছিল' 'বাধু, মৃন্ময়দা' ভিনদেউ হ'লে বৰ ভাল হ'ব অ'।' জাগি উঠা পুলকখিনি ঢাকি হৈ বাধাই সিহঁতক বায়েকৰ গাম্ভীৰ্য্যৰে দবিয়াইছিল। যাবৰ দিনা চুপৰীয়াৰ নীৰৱতাৰ মাজত মৃন্ময়ে বাধাৰ চকুত চকু থৈ, বাধাৰ কাহ্নত সেঁাহাতখন থৈ আবেগভৰা স্বৰেৰে কৈছিল, "ইমানদিনে তোমাৰ নিচিনা লখিমী একনীকে বিচাৰি ফুৰিছিলোঁ।...।" তাৰ পিছত ঘৰৰ দায়িত্বশীল অভিভাৱকবোৰে আৰু অপেক্ষা নকৰিলে। আয়োজন চলিল। বাধাৰ অন্তৰত উগুল-থুগুল ভাৱৰাশিয়ে দোলা দিবলৈ ধৰিলে। মনটো শিমলু তুলা যেন হ'ল। আজিৰপৰা প্ৰায় তিনিটা মাহৰ আগতে মৃন্ময় এবাৰ আহিছিল। সম্পূৰ্ণ অপ্ৰত্যাশিতভাৱে ঘোষণা কৰিলে, বাধুক নহয় স্বাতীকহে বিয়া কৰাব। বাধাৰ মূৰত বজ্ৰপাত পৰিল। ঘৰখনৰ মূৰতো। ঘৰখনে প্ৰথমে আপত্তি কৰিছিল। পাছত সেই আপত্তি উঠাই ল'লে। মাকে বেজাৰেৰে বাধাক কৈছিল, "আই দুখ নকৰিবি। যাৰ ভাগ্য য'ত।" বাধাই ভাগ্যক মানি ল'ব নোৱাৰিলে। খণ্ডত তাই দেই-পুৰি মাৰিছিল। বাধাই ভাবিছিল স্বাতীয়ে এই প্ৰস্তাৱত স্বীকৃতি কোনোমতেই নিদিব স্বাতীক নীৰৱ দেখি একাষৰীয়াকৈ মাতি নি বাধাই কৈছিল,—"কথা ৰাখিব নজনা মৃন্ময়ক ভাললৈ এশিকনি দি দে। তই পঢ়াশুনা কৰিছ, দেখিবলৈকো শুৱনি, বহুত ভাল দৰা পাবি।" বাধাক মুক হৈ

যোৱাকৈ আচৰিত কৰি দি স্বাতীয়ে দৃঢ়তাবে ক'লে, "প্ৰথম দৃষ্টিতে মই মৃন্ময়দা'ৰ ভাল পাই পেলালোঁ। তেওঁক অবনাননা কৰিব মই নোৱাৰিম।"—কেঁচুৱা এটাই কান্দি উঠিল। ৰাধাৰ সম্বিত ঘুৰি আহিল। তাই কোঠাটোৰ পৰা ওলাই আহিল। সিহঁতৰ কোঠালিটোত এতিয়া কোনো নাই। সোঁটো স্বাতীৰ জোৰোণত দিয়া ছুটকেছ। ভিতৰত কে'বাসাজো ধুনীয়া কাপোৰ আছে। ৰাধাৰ হাতত চাবি আছিল। খুলিলে। এক চেট অলঙ্কাৰ পিন্ধিলে। এইবোৰ আচলতে তাইৰ বস্তু। স্বাতীৰ কোনো অধিকাৰ নাই। স্বাতীয়ে বিনা-অধিকাৰে তাইৰ সম্পত্তিত হাত দিছে। স্বাতীৰ হাতুত পোক লগা উচিত। ডাঙৰ শৰাই এখনত তেল-সেন্দুৰ আদি আছিল। ৰাধাই ধুনীয়াকৈ বন্ধা খোপাটো খুলি পেলালে। দৰকাৰ নাছিল যদিও জোৰোণত দিয়া জবাকুসুম তেল অলপ সৰহকৈ ঘঁহিলে। খোপাটো আঁটিলকৈ বান্ধিলে। দাপোণত নিজকে বাৰে বাৰে চাবলৈ ধৰিলে। যেন ইয়াৰ পূৰ্বে কোনোদিন কেতিয়াও তাই তাইক দেখা পোৱা নাছিল। কোঠাত কোনোবাই কাৰোবাক বিচাৰি আহি নেপাই পুনৰ ওলাই গ'ল। ৰাধাৰ সেইফালে ভ্ৰূক্ষেপেই নাই। সেন্দুৰৰ ৰূপালী টেমাটো খুলি গোলা সেন্দুৰ খিনিলৈ অপলক নয়নে ৰাধাই বহুত সময় চাই থাকিল। এইবোৰ তাইৰ সেন্দুৰ। তাইক পিন্ধাবলৈকে মৃন্ময়ৰ মাকে এই সেন্দুৰ লৈ আহিছিল। মাজবাটতে স্বাতীয়ে কিয় কাঢ়ি ল'ব? স্বাতী যাখিনী। স্বাতী ডাইনী। স্বাতী আৰু বহুত কিবাকিবি। গোলা সেন্দুৰ অলপ ৰাধাই হাতত বাকি ললে। কোঁট এটা ল'লে। তাৰপাছত খুব আচৰিত ধৰণে গোটেই সেন্দুৰখিনি শিৰত বাকি দিলে। তেজৰঙা সেন্দুৰখিনি কপাললৈ বৈ আহিল। ৰাধাই বৈ অহা সেন্দুৰখিনি হাতেৰে টুকি লৈ ব্লাউজৰ বুটাম দুটা খুলি লৈ বুকুত ঘঁহি দিলে। এয়া তাইৰ বিয়া হৈছে। দৰা আহি পালেহি হবলা। হুলস্থুল শুনা গৈছে। আটাইবোৰ গৈ কলৰ তল পালেগৈ। ৰাধাই

চাৰিওপিনে চালে। এইখিনিত এতিয়া কোনো নাই। মৃন্ময়ক চাগে' মায়ে আদৰিছে। তাই স্বাতীৰ খোপখোপত দিয়া ডাঙৰ ছুটকেছটো চোঁচোৰাই আনিলে। পাছপিনৰ পুখুৰীৰ পাৰ পালেহি। বুকুখন তাইৰ ধপধপাই উঠিল। কোনোবাই দেখিছে? খুব সন্তৰ্পণে কেউপিনে নিৰীক্ষণ কৰি ৰাধাই দলঙত ভৰি দিলে। লাহে লাহে আগুৱাই গ'ল। পুখুৰীৰ ঠিক মাজতে চুটকেছটো পেলাই দিলে। জপংকৈ শব্দ এটা হ'ল। ঢৌবোৰ ক্ৰমান্বয়ে ক্ষীণ হৈ লীন হৈ গ'ল। দলঙৰ একেবাৰে সীমাতে গৈ মূৰে-কপালে হাত দি ৰাধা বহি ৰ'ল। সেন্দুৰবোৰ বৈ আহিছিল। এইবোৰ সেন্দুৰ নহয়। এইবোৰ তেজ। তাইৰ বুকুৰ কেঁচা তেজ। কপালেৰে বৈ আহিছে। কি কৰিব তাই? ৰাধাই একো ভাবি পোৱা নাই। ভাবশক্তি তাইৰ হেৰাই গৈছে। উস্ কিমান যন্ত্ৰণা দিয়া ঈশ্বৰ? মোৰ মূৰত এইকুৰা জুই জ্বলিছে। ৰঙা জুই, জুয়ে মোক কেৱল পুৰিছে। ছাই কৰি দিব পৰা নাই। মোক ছাই হৈ যাবলৈ দিয়া। মই যে মৃন্ময়ৰ বিয়া চাব নোৱাৰোঁ। মই নোৱাৰোঁ চাব হোমাগ্নিৰ কাষত বহি থকা স্বাতী আৰু মৃন্ময়ক। মই কি কৰিম? কপালত ৰাধাই জোৰেৰে ভুকুৱাবলৈ ধৰিলে। মই পাগল হৈ যাম। মই পাগল হৈ গ'লে জগতে হাঁহিব? পৃথিৱী সুখী হ'ব? জোনাক পৰি স্বচ্ছ হৈ থকা পুখুৰীৰ পানীত ৰাধাই মৰিব নজনা ছোৱালী-জনীক ফট্‌ফটীয়াকৈ দেখিলে। সেয়া যে মই। মই ৰাধা। এজনী আপদীয়া ছোৱালী। এটা আবৰ্জনা।

□ গল্প-সংকলন 'অন্তৰ্দৃষ্টি'

# অৰবিন্দ চলিহাহঁতৰ নেমু নদীয়াল ভ্ৰমণৰ অভিজ্ঞতা

## চিত্ৰলতা ফুকন

গাঁও চোৱাৰ বিলাস এটা মিছেছ কবিতাকুঞ্জ চলিহাৰ মনত বহু দিনৰ পৰাই গঢ় লৈ উঠিছিল। কবিতাকুঞ্জই গাঁও দেখা নাই। তেওঁৰ জন্ম হৈছিল এখন সৰু নগৰত আৰু এখন ডাঙৰ নগৰৰ এটা ডাঙৰ কলেজত তেওঁ পঢ়াশুনা কৰিছিল। হোষ্টেলত থকাৰ সময়ত গাঁৱৰ অনেক ধনী মানুহৰ বিলাসী ছোৱালী অৱশ্যে তেওঁ লগ পাইছিল। তেওঁ নিজেও চাহ খেতিয়ক ধনী মাক-দেউতাকৰ একমাত্ৰ কন্যা হিচাবে নিজৰ বিলাসৰ কাৰণে অপৰ্য্যাপ্ত টকা-পইছা খৰচ কৰিবলৈ পাইছিল। পঢ়াশুনা কৰি থকা অৱস্থাতে আন এখন নগৰৰ এটা ধনী পৰিয়ালৰ উদ্যোগী যুৱক অৰবিন্দ চলিহাৰ লগত তেওঁৰ বিয়া হৈছিল। বিয়াৰ ঠিক পাঁচ বছৰ নামৰ পাছতে অৰবিন্দ চলিহা বিধানসভাৰ সদস্য হৈছিল। তাৰ পাছত কবিতাকুঞ্জই নিজেও মহিলা-সমিতি, মইনা-পাৰিজাত আদি অনুষ্ঠানসমূহত জড়িত হৈ পৰিছিল। সেয়েহে অৰবিন্দ চলিহাক তেওঁ ৰাতি-দিন খাটনি ধৰিছিল এই বুলি যে এই অনুষ্ঠান-বিলাকৰ পাতে ফুলে সুশোভিত গা-গছবোৰ নগৰত থাকিলেও মূল শিপাবোৰ গাঁৱতহে আছে। গতিকে তেওঁক গাঁও দেখুৱাবলৈ নিব লাগে। খুব সৰুতে তেওঁ মাক-দেউতাকৰ লগত গাঁৱত থকা ককাকৰ ঘৰলৈ গৈছিল। তেতিয়া তেওঁৰ গাঁও ভাল লগা কিম্বা বেয়া লগা সম্পৰ্কে কোনো ধাৰণাই নাছিল কিন্তু সকলো সময়ত মাকে সঁকিয়াই থকা কথাৰ পৰা তেওঁৰ এটা ধাৰণা স্পষ্ট হৈ উঠিছিল যে গাঁৱৰ লৰা-ছোৱালীবিলাকে সময়ে-অসময়ে যিহকে-তিহকে খায় আৰু লেতেৰা-পেতেৰাকৈ থাকে। স্কুললৈ

যাওঁতে হাতত কলঠকৰাৰ চাবি কিম্বা বস্তা লৈ যায়। উপযুক্ত খোৱা পানীৰ অভাৱত তেওঁলোকক মাকে চেঁচা পানী খাবলৈ নিদিছিল আৰু গা ধুবলৈও নিদিছিল। অসুখ-বিসুখ হোৱাৰ ভয়ত সেই পৰিবেশৰ পৰা সোনকালে আতঁৰাই আনিবলৈ মাক ব্যগ্র হৈ পৰিছিল। শেষবাৰ যাওঁতে কবিতাৰ বয়স আঠ নে নবছৰ আছিল। ককাকৰ শ্ৰাদ্ধ কৰিবলৈ গৈ সেইবাৰ কবিতা মাক-দেউতাকৰ লগত প্ৰায় এক সপ্তাহ থাকিব লগা হৈছিল। তাৰ পাছত আৰু তেওঁৰ গাঁৱলৈ যাবলগা হোৱা নাছিল। কাৰণ দুজনী পেহীয়েকৰ বাহিৰে কবিতাৰ খুড়াক অথবা বৰ-দেউতাক নাছিল। পেহীয়েক দুজনীৰ ইতিমধ্যে বিয়া বাৰু হৈ গৈছিল।

অৰবিন্দ চলিহাই গাড়ীখন চাফু-চিকুণ কৰি তেল ভৰাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দিলে। লক্ষ্য, প্ৰায় পঁচিশ মাইল দূৰৰ কপহীমুখ নেমু নদীয়াল গাঁও। এই নদীকূলীয়া গাওঁখনত ভলুকাদাস নামে তেওঁৰ দলৰ এজন নিতান্ত-অনুগত কৰ্মী আছে। বৰ ভাল মানুহ। নিৰ্বাচনৰ সময়ত তেওঁক জিকাবলৈ উঠিপৰি লাগিছিল। গাঁৱৰ ডেকাবোৰকো বুজাই-বঢ়াই কামত লগাইছিল। গাঁওখনৰ ভিতৰত তেওঁৰে অৱস্থা অলপ ভাল। সমষ্টিটোৰ ভিতৰত আটাইতকৈ পিছপৰা গাওঁ এইখনেই। মানুহখিনিৰ অৱস্থা ভাল নহলেও নিতান্ত সহজ সৰল। এইখন গাঁৱকেই কবিতাকুঞ্জক দেখুৱালে ভাল হব। অৰবিন্দ চলিহাই ভাবিলে, এইখন গাঁৱেই কবিতাৰ আগত অসমৰ গাঁওসমূহৰ প্ৰকৃত ছবি দাঙি ধৰিব পাৰিব। তেওঁলোকে যাত্ৰা আৰম্ভ কৰিলে। লগত ওলাল এবাৰ আৰু বাৰ বছৰীয়া কন্যা ৰেবা আৰু জবা।

সুদীৰ্ঘ ধুলিময় পঁচিশ মাইল বাট অতিক্ৰম কৰি তেওঁলোক উপস্থিত হলগৈ দিখৌ নৈৰ পাৰৰ গাঁওখনত। গাঁৱৰ মূৰতে ড্ৰাইভাৰৰ হাতত গাড়ীখন ৰাখি তেওঁলোকে ভলুকাদাসৰ খবৰ ললে। নিৰ্বাচনৰ সময়ত তেওঁ অৱশ্যে ভলুকাদাসৰ ঘৰত সোমাই

গৈছিল। ৰাতি লৰালৰিকৈ সোমে'ৰা কাৰণে একোকে ততেই ধৰিব পৰা নগল। তদুপৰি নৈৰ পাৰ, এই জুপুৰীবোৰ একে ধৰণৰ। বাট পদূলিবোৰো একে। গাড়ীৰ মাত শুনাৰ লগে লগেই সৰু সৰু লৰা-ছোৱালীবোৰ আহি গাড়ীখন বেঢ়ি ধৰিলেহি। তাৰে কিছুমানে আগৰ পৰা গুৰিলৈকে গোটেই গাড়ীখন হাতেৰে মোহাৰি মোহাৰি মৰম কৰিবলৈ ধৰিলে। লাহে লাহে পদূলিৰ মুখে মুখে তেওঁলোকক চাবলৈ ডেকাগাভৰুৰ একো একোটি জুম হ'ল। সকলোৰে মনত বিস্ময়, তেওঁলোক ইয়ালৈ কিয় আহিছে ? জুপুৰীৰ সমষ্টিৰ এই দুখীয়া গাঁওখনত কাৰো তেনে ধনী আত্মীয়-স্বজন নাই যিসকলে এইদৰে গাড়ী লৈ মিতিৰৰ ঘৰলৈ আহিব পাৰে। জুম পাতি পাতি ৰৈ থকা মানুহবোৰে চালে ভাল লাগি যোৱা এই দৃশ্য পাৰেমানে উপভোগ কৰিলে। ধুতি-পাঞ্জাবী পৰিহিত সুদৰ্শন পুৰুষ অৰবিন্দ চলিহাই ধুতিখন সামান্যভাৱে কোঁচাই সযতনে তেওঁৰ সুদীৰ্ঘ পদযুগল পৰিচালনা কৰি গৈ থাকিল। কবিতাকুঞ্জ চলিহাৰ নীল বৰণীয়া পাটৰ বসন নৈৰ পৰা উঠি অহা শেষ কাতিৰ ফিৰফিৰয়া বতাহত দুলিবলৈ ধৰিলে আৰু লগে লগে জুম পাতি ৰৈ থকা মানুহখিনিৰ লগত কথা পাতিবলৈ ক'লা চশমাযাৰ খুলিব লগা হ'ল। ৰেবা আৰু জবায়ো একে ধৰণৰ সাজ-পোচাককে পিন্ধিছিল। আঁঠুৰ তললৈকে ৰৈ পৰা ৰঙাস্কাৰ্ট, চিল্ক ফ্ৰকৰ ওপৰত ৰঙা চুৱেটাৰ, আঁঠুলৈকে পৰা নাইলনৰ বগা মোজা আৰু ৰঙা জোতা। গাৰ ৰং আৰু সৌন্দৰ্যৰ লগত এইসাজ পোচাকেৰে ছোৱালী দুটিক দুপাহি গোলাপ ফুল যেনহে লাগিছিল। চাই চাই হেঁপাহ নপলোৱা লৰা-ছোৱালীজাকৰ কিছুমান তেওঁলোকৰ পাছে পাছে গৈ থাকিল। মনত কৌতূহল। ক'লৈ যাব এই মানুহখিনি ? অৰবিন্দ চলিহাই ভলুকাদাসৰ ঘৰ অন্বেষণ কৰি গ'ল। একে ধৰণৰ দুকোঠলীয়া টুপ নোহোৱা জুপুৰীবোৰ, একে ধৰণৰ বাট

পদূলিবোৰ। বানপানীয়ে বুৰাই যোৱা বেৰবোৰৰ আধামানলৈকে পানীৰ বগুচুৰা দাগ। বগা মাটিৰে মচা পিৰালীবোৰ ফু মাৰি তাত খাব পৰাকৈ পৰিষ্কাৰ। নৈয়ে খহাই আনিছে গড়া, গড়াৰ নিচেই কাষতে গাঁওখন। জবাই পাছে পাছে আহি থকা ছোৱালীজাকৰ এঘাৰ বছৰীয়া মান ছোৱালী এজনীক সুধিলে,

"তোমাৰ নাম কি?"

"বুধবৰি।"

"পঢ়িছানে?"

তাই কাপোৰেৰে মুখখন ঢাকি খিলখিলাই হাঁহিলে। অন্য এজনীয়ে কলে,

"নকৰ কেলৈ পঢ়িছনে নাই।"

তাই আকৌ খিলখিলাই হাঁহিলে। সিহঁতৰ লগৰে পেচানে এইবাৰ কলে,

"তাই মন গলেহে স্কুললৈ যায়।"

"কেলৈ?" জবাই আশ্চৰ্য প্ৰকাশ কৰিলে।

"মাক ফুৰিবলৈ যায়।" পেচানে কলে।

"মাক সদায় গাওঁ ফুৰিবলৈ যায়নে?"

"সদায় নগলে খুৱাৰ কোনে?"

বেবাই কথাটো তৎক্ষণাৎ বুজি পালে আৰু তাই জবাক ক'লে

"তই কি বুজিছ জবা? তই বুজাৰ দৰে নহয়। গাঁও ফুৰিবলৈ মানে..." এই বুলি কাণখনৰ নিচেই কাষলৈ মুখখন নি তাই জবাক কলে,

"তই কি বুজিছ জবা? বুজা নাই জানো, মাক ভিক্ষা কৰিবলৈহে যায়।"

অৰবিন্দ চলিহাই সিহঁতৰ কথাৰ প্ৰসংগ সলনি কৰিবলৈকে একেজনী ছোৱালীকে সুধিলে,

"বুধবৰি, তোমাৰ ঘৰ কোনটো?"

"ভলুকা ৰবদেউতাৰ ঘৰবপৰা ভালেখিনি আগলৈ।"

"অ হয়নেকি? আমি তেন্তে তোমাৰ লগতে যাম। নহয় জানো?"

কবিতাকুঞ্জ প্ৰকৃতিৰ সৌন্দৰ্য উপভোগ কৰাত ব্যস্ত। দক্ষিণৰ পূৰ্বই দিখৌৰ সুনীল বৰণীয়া পানীত ৰঙ সানিছে, কাষৰ চকচকীয়া বালিত সৰু সৰু ল'ৰা-ছোৱালী কেইটামানে লৰি-ঢাপৰি খেলি আছে। তেওঁৰ এনে লাগিছে যেন স্থান-কাল অওকাণ কৰি তেৰোঁ সিহঁতৰ লগত খেলিবগৈ। অৰবিন্দ আৰু কবিতাকুঞ্জই নদীৰ বুকুৰ অপূৰ্ব দৃশ্য চাই চাই ৰেবা আৰু জবাক ল'ৰা-ছোৱালী-বোৰৰ লগতে এৰি বহুদূৰ আগবাঢ়ি গ'ল। কেঁকুৰি এটাত বৈ তেওঁলোকে ৰেবা আৰু জবাৰ কাৰণে অপেক্ষা কৰি থাকোতে দেখা পালে ৰেবা আৰু জবাই ল'ৰা-ছোৱালীবোৰৰ লগত ইতিমধ্যে বালিত নামি বালিয়েদি আহি আছে। পাৰত উঠোতে দেখা গ'ল তেওঁলোকৰ বগা নাইলনৰ মোজা মুগা বৰণীয়া হৈ পৰিছে। কবিতাকুঞ্জই মুহূৰ্তৰ আগতে তেওঁৰ মনত জাগি উঠা ইচ্ছাৰ কথা পাহৰি চকু ঘোপাকৈ ৰেবা আৰু জবাৰ ফালে চাই গৰ্জি উঠিল, "বেচ মিলি যাব পাৰিবি, ইয়াতে থৈ যাম তেতিয়া হ'লে।"

মনোমোহা সাজ-পোছাকেৰে ছুজনী ধুনীয়া ছোৱালীৰ মাতৃ হিচাপে গৌৰৱৰ আধিকাৰিণী তেওঁ। তেওঁৰ খং দেখি ল'ৰা-ছোৱালীবোৰ আঁতৰি গ'ল। অৰবিন্দই মাত লগালে, "মুখত যি ওলায়, তাকে কব নালাগে, অলপ ভাবি-চিন্তিও চাব লাগে। গাঁও চোৱাৰ হেঁপাহ শেষ হৈয়ে আহিলনেকি? গাঁৱৰ ধূলি-মাটিলৈ ভয় কৰিলে গাঁৱলৈ আহিব লাগে কিয়?"

পত্নীৰ উঠি অহা খংটো দমি গ'ল আৰু লগে লগে কমালখনেৰে ধূলিবোৰ জোকাৰি দিবলৈ গৈ দেখে যে তেওঁৰ হাতত কমালখন নাই। মলিয়ন গামোচাৰে লাজ ঢকা বুধবৰি দৌৰি দৌৰি আহি বাটত পোৱাই থৈ যোৱা কমালখন তেওঁৰ হাতত দিলেহি। অৰবিন্দই

অনুচ্চ কণ্ঠেৰে ক'লে, "ইয়াত থাকিলে কিছু কথা শিকিব পাৰিবা, অন্ততঃ কেইদিনমানৰ কাৰণে থাকি যোৱা।" পত্নীয়ে হুঁ'হি এটাৰে তেওঁৰ ইঙ্গিতিকিং ভৰা কথাখিনি পাতলাই দিলে।

অলপদূৰ গৈ কবিতাকুঞ্জই ক'লে, "শুনিছেনে, ছোৱালীজনী শিকাই-বুজাই ল'লে বৰ ভাল ছোৱালী হব। তাই আমাৰ লগত যাবনে বাৰু? সোধো নেকি?"

"দুখীয়া মানুহৰ ভাল ছোৱালী এজনী দেখিলেই বনকৰা ছোৱালী কৰি নিয়াৰ চিন্তা কৰিলে কেনেকৈ হয় বাৰু?"

"কথাটোহে কৈছোঁ।"

"কথাটো কোৱাই নহয়, এইটো তোমাৰ নিছাত পৰিণত হৈছে।"

"ঘৰ-সংসাৰ কেনেকৈ চলে আপোনাৰ কিবা খবৰ আছেনে? মইহে জানো, বনকৰা ছোৱালীজনী ভাল নহ'লে কিমান কষ্ট হয়!"

"সেই বুলিয়েই জানো আগ-গুৰি একো নজনাকৈ যাকে তাকে বনকৰা ছোৱালী কৰি নিবলৈ চিন্তা কৰিব লাগে?"

হঠাৎ এটা বনৰীয়া চৰাই তেওঁলোকৰ মূৰৰ ওপৰেদি চোঁ মাৰি গৈ বালিত পৰিল আৰু বালি খুচৰি থকা বালিমাহী চৰাইজনী উৰি গৈ গছৰ ডালত পৰিল। তেওঁলোক আটাইৰে দৃষ্টি সেইফালে নিক্ষেপ হ'ল।

ভলুকা দাস আৰু তেওঁৰ পৰিবাৰে তেওঁলোকক আগবঢ়াই নিবলৈ পদূলিলৈকে আগবাঢ়ি আহি সামান্তকৈ হাউলি দুয়ো হাতেৰে প্ৰণাম জনাই তেওঁলোকক স্বাগতম জনালে। টকৌ চোঁচেৰে সাজি থোৱা মিহি চৰাত তেওঁলোকক বহিবলৈ দিয়া হ'ল আৰু লগে লগে চাহ-তামোলৰ যোগাৰ কৰিলে।

চাহ দিবলৈ আহি ভলুকা দাসৰ পত্নীয়ে কৃষ্ণ কৃষ্ণ উচ্চাৰণ কৰি আকৌ দুই হাত মাটিত বহলকৈ মেলি তেওঁলোকক সেৱা জনালে

এজনৰ পাছত এজনকৈ তেওঁলোকক দেখা কৰিবলৈ অহা মানুহেৰে ঘৰ ভৰি পৰিল। সকলোৱে আহি দুয়ো হাত মাটিত বহলকৈ মেলি তেওঁলোকক সেৱা জনাই বহিল। কবিতাই অনুভব কৰিলে, আন্তৰিক সৰলতায়ো কেতিয়াবা আমুৱায়। এনে সৰলতাৰ লগত অৱশ্যে তেওঁৰ পূৰ্ব পৰিচয় নাছিল।

এইবাৰ মানুহখিনিয়ে চোতাললৈ ওলাই গৈ মনে মনে কথা পাতিলে। তেওঁলোকে হয়তো তেওঁক কিবা আবেদন জনাব: অৰবিন্দ চলিহাই ভাবি ললে। মানুহৰ পৰা সুকলা পাই জবাই মাকৰ ফালে চাই সুধিলে, "মা, মানুহবোৰে সেৱা কৰিয়েই থাকিব নেকি ?"

মাকে উত্তৰ দিবলৈ নৌ-পাওঁতেই অৰবিন্দ চলিহাই জবাক বুজাই ক'লে, "সেৱা নহয় আঁকৰীজনী, প্ৰণাম জনাইছে, প্ৰণাম। তোমালোকে জানো ডাঙৰক ওপৰলৈ দুহাত তুলি প্ৰণাম নকৰা ? তেওঁলোকে হাত দুখন তলত ৰাখি মূৰটো দোঁৱাই গাটো সামান্য হাওলাই প্ৰণাম কৰে।"

"তেওঁলোকে আমাৰ দৰে নকৰে কিয় ?"

"তেওঁলোক তোমালোকতকৈ বেছি নম্ৰ যে।"

"তেন্তে তেনেকৈ কৰিলে বেছি নম্ৰতা প্ৰকাশ পায় ?"

"ওঁ, ইয়াৰ মানুহখিনি বৰ সৰল।"

ভলুকাৰ পত্নীয়ে ভিতৰৰ পৰা ওলাই আহি আকৌ কৰযোৰে তেওঁলোকক ভিতৰলৈ আহিবলৈ মিনতি কৰিলে তেওঁলোক ভিতৰলৈ সোমাই গ'ল। পিঠাগুৰি জলপানৰ বাটি আগত দি আকৌ সাষ্টাঙ্গে প্ৰণিপাত জনালে। কবিতাকুঞ্জ চলিহাই ভাবিলে—এই আমনিদায়ক পৰিস্থিতিৰ পৰা সোনকালে বিদায় লোৱাই ভাল। এটা বাটিতে কল দুটাৰে পিঠাগুৰি দুটামান সানি তেওঁ চাৰিটা লাক কৰিলে আৰু সকলোৱে এটা এটা লৈ বাকী বাটিকেইটা আঁতৰাই থলে। জবাৰ লাকটো খাই বৰ ভাল লাগিছিল কিন্তু মাকে ক'লে,

"পিঠাগুৰি বেছিকৈ খালে পেট অসুখ কৰিব, শুবেই নাপাবিগৈ।" জলপান খাই বাহিৰ ওলাই আহি অৰবিন্দই দেখে যে মানুহেৰে ঘৰ ভৰি পৰিল। তেওঁলোকে অৰবিন্দক নামঘৰলৈ যাবলৈ লগ লৈছে, তাত তেওঁলোকে বিধিসন্মতভাৱে ছুটামান প্ৰস্তাৱ গ্ৰহণ কৰিব। অৰবিন্দ অগত্যা যাব লগা হ'ল। তেওঁলোক নামঘৰত ভৰি দিয়াৰ লগে লগে তিৰোতাবিলাকে জাউৰিয়ে জাউৰিয়ে উৰুলি দিলে। অৰবিন্দই হঠাৎ কোন মুহূৰ্তত নামঘৰৰ দুৱাৰমুখত দীঘল হৈ পৰি সেৱা জনালে কবিতাকুঞ্জই তৰ্কিবই নোৱাৰিলে। পুৰুষ-তিৰোতা সকলোৱে লগ লাগি হৰিধ্বনি কৰিলে অৰবিন্দৰ দীৰ্ঘায়ু কামনা কৰি। বেৰা, জবাইঁতে ইজনীয়ে সিজনীৰ মুখলৈ চোৱা-চুই কৰিলে আৰু মাকৰ তন্ময়তা ভাঙি ৰেবাই ক'লে, "মা, এই মানুহবোৰে দেউতাক খুব ভাল পায় নহয়নে? কিন্তু এই মানুহবোৰক দেউতাই কিবা দিব পাৰিছেনে?" বাৰ বছৰীয়া ছোৱালী-জনীৰ মুখত মাকে এইধাৰ কথা শুনিব বুলি আশা কৰা নাছিল। অৱশ্যে আজিকালিৰ ল'ৰা-ছোৱালীয়ে বহুত কথা জানে। পৰিবেশৰ কাৰণে ল'ৰা-ছোৱালীৰ বিকাশ সোনকালে হৈছে। কবিতাকুঞ্জই কি উত্তৰ দিব ভাবি নাপাই ক'লে, "সেইবোৰ কথা দেউতাৰেহে জানে। দেউতাৰক সুধিবি।"

অৰবিন্দৰ সভাপতিত্বত সভা বহিল। প্ৰস্তাৱ মাথোন এটাই: মথাউৰিটো যেনেতেনে হব লাগে; সেয়ে হ'লে খুজি-মাগি খায়ো মানুহখিনিয়ে অলপ শান্তিৰে থাকিব পাৰে। কাতিমাহত কোনো এঘৰ মানুহৰে ভঁড়ালত খুদকণ এটাও নাই; চাৰি মাহ-ছমাহ খাব পৰাকৈ কোনো এঘৰ মানুহৰে ছুভৰামান সৰহীয়া মাটিও নাই। তাতে আকৌ বানপানীৰ তাণ্ডৱ। বাইজে গোটেই কথাখিনি অৰবিন্দ চলিহাক সাৱলীল ভাষাৰে বুজাব পৰা নাই, আভিধানিক শব্দৰ প্ৰয়োগো তেওঁলোকে নাজানে। তাতে তেওঁলোকৰ দৈনন্দিন জীৱনৰ দুখ সহজে গ্ৰহণ কৰিব পৰা অভ্যাস গঢ় লৈ উঠা কাৰণে

সেই দুখৰ মাজত তেওঁলোকে কোনো বৈচিত্ৰ্য বিচাৰি নাপায়। জীৱনৰ স্বাচ্ছন্দ্য সম্পৰ্কে তেওঁলোকৰ জ্ঞান সীমিত। নামঘৰত সভা বহিছে। তেওঁলোকক মাথোন মথাউবিটো লাগে। তাতকৈ তেওঁলোকে একো বিচৰা নাই, বাকীবোৰ পাছ কথা। কবিতা, বেবা আৰু জবাই সভাত একো ৰস পোৱা নাই, তেওঁলোক উঠি যাব খোজে। নৈৰ পাৰে পাৰে ফুৰিবলৈকে ভাল। বুধবৰি আৰু পেচনে বেবা আৰু জবাৰ লগ এৰাই নাই। সিহঁতো পাছে পাছে ফুৰিছে। নামঘৰৰ পৰা ওলায়ে তেওঁলোকে মাইকী মানুহৰ মাজত লগা এখন কাজিয়া শুনিবলৈ পালে। ইজনীয়ে সিজনীক গালি পাৰিছে অশ্লীল ভাষাৰে। মেখেলা কোঁচাই কোঁচাই ইজনীয়ে সিজনীলৈ খেদি খেদি আহিছে, ইজনীয়ে সিজনীক ল'ৰা-ছোৱালীৰ শপত দিছে। কাজিয়াৰ আঁতি-গুৰি একো বুজিব নোৱাৰি বেবাই সুধিলে, "বুধবৰি, কিহৰ কাৰণে কাজিয়া কৰিছে জানানে?" বুধবৰিয়ে আঙুলি টোঁৱাই এজনী মানুহক উদ্দেশ্য কৰি ক'লে, "সেই যে ফটা কাপোৰৰ মাজেদি খোপাটো ওলাই আছে সেই মানুহজনীয়ে সিপাৰৰ গাঁৱৰ কোনোবা এঘৰ মানুহৰ বাৰীৰপৰা কেইটামান আমলখি বুটলি আনি থৈছিল—তাকে মানুহৰ ঘৰত দি এমুঠি চাউল সলাই আনিবলৈ। সিজনী মানুহে বোলে আমলখিকেইটা চুৰ কৰি নিলে আৰু বটলত থকা কেৰাচিন তেলকণো নি বটলত পানী ভৰাই থৈ গ'ল।"

"কেনেকৈ জানিলা সেইজনী মানুহে চুৰ কৰিছে বুলি?"

"মানুহজনী চুৰুণী হয়, গিৰিয়েকটো বিছনাত পৰি থাকে, বেমাৰী। আগতে মাছৰ বেপাৰ কৰিছিল, এতিয়া নাই। ঘৈণীয়েকে চুৰ কৰি নাখাই কেনেকৈ খাব?"

"গাঁৱত কিবা আৰু দুখীয়া মানুহ নাইনে? আটাইবোৰে চুৰ কৰে জানো?" বেবাই সুধিলে।

"আটাইবোৰে চুৰ কৰিব কিয়? তথাপি ইঘৰে সিঘৰৰ লাও,

বেঙেনা দুই-এটা চুৰ নকৰাও নহয়।"

"এৰা, অভাৱেই স্বভাৱ নষ্ট কৰে।" কবিতাকুঞ্জই মন্তব্য কৰিলে। মানুহ দুজনীৰ কাজিয়াই চূড়ান্ত ৰূপ লৈছিল। নদীকুলীয়া গাঁওখনত সন্ধিয়াৰ ব্যস্ততা আৰম্ভ হৈছিল। ল'ৰা-ছোৱালীবোৰে হাত-ভৰি ধুবলৈ, বোৱাৰী- জীয়ৰীবোৰে কাষত কলহ আৰু চাউলৰ খৰাহী লৈ নৈ-ঘাটলৈ নামিছিল। নদীকুলীয়া নেমুগাঁৱৰ এই অপূৰ্ব প্ৰাকৃতিক দৃশ্য উপভোগ কৰি তেওঁলোক আত্মহাৰা হ'ল। এই পাৰে কেৱল বিস্তীৰ্ণ বালিচৰ আৰু সিপাৰে ইকৰা-খাগৰিৰে ভৰা হাবিজংঘল আৰু মাজত সুনীলবৰণীয়া শান্ত জলধাৰা। তেওঁলোকে নৈৰ পাৰে পাৰে গৈ গৈ বুধবৰিৰ ঘৰ পালেগৈ। হিমসনা এছাটি কোমল চেঁচা বতাহ নৈৰ বুকুৰপৰা বৈ আহিছিল।

"বুধবৰি, তোমালোকৰ ঘৰলৈ আমাক নামাতা?" জবাই ক'লে।

"আমাৰ ঘৰতনো কি চাবলৈ আহিবা?" বুধবৰিয়ে কলে।

"কিয়, তোমালোকৰ ঘৰ চাবলৈ যাবলৈ নিদিয়া?"

"আমাৰ ঘৰটো যে ঘৰ নহয়।"

"কিনো?"

"পঁজা, টোকোৰা চৰাইৰ বাহ।"

"টোকোৰা চৰাইবোৰে বাহবোৰ বৰ কষ্ট কৰি সুন্দৰকৈ সাজে, বুজিছা?"

"কিন্তু আমাৰ বাহত টোকোৰা চৰায়ো নাই আৰু মানুহো নাই।"

"কি আছেনো?"

"ভূত বুজিছা, ভূত আছে। তাকে চাব পাবা।"

"সঁচা ভূতনে?"

"ও, সঁচা ভূত।"

জবাই ৰবই নোৱাৰিলে। নৈৰ পাৰৰ পৰা তললৈ নামি গৈ

তাই বুধবৰিৰ লগতে সিহঁতৰ দুৱাৰমুখ পালেগৈ। ইতিমধ্যে সভা ভংগ কৰি অৰবিন্দও তেওঁলোকক বিচাৰি সেইখিনি পালেহি। জৰা গৈ বুধবৰিহঁতৰ ঘৰৰ ভিতৰ পালেগৈ। অগত্যা ৰেবা আৰু মাক পাছে পাছে গ'ল। অৰবিন্দও পদুলি-মুখ পালেগৈ কিন্তু পাছফালৰপৰা ভলুকা দাসে উশাহ নোলোৱাকৈ চিঞৰিবলৈ ধৰিলে, "ছাৰ, ছাৰ, এইফালে আহক নাযাব ছাৰ, নাযাব।" ৰেবাহঁত ভিতৰ সোমালেই। অৰবিন্দই ভাবিলে, কন্যা-পৰিবাৰ যেতিয়া ভিতৰ সোমালেই, তেওঁ নোযোৱাৰ কি অৰ্থ থাকিব পাৰে?

"কিয় যাব নালাগে কোৱা নাই কিয়?" অৰবিন্দই কঠিন মাত্মেৰে ক'লে।

"তাত এটা বলিয়া আছে।" ভলুকাৰ লগে লগে অহা মানুহজনে উত্তৰ দিলে, "সেই যে নীলকণ্ঠ বোলা ডেকা ল'ৰাটো।"

চকু দুটা মুদি সোঁহাতৰ আঙুলিৰে কপালখন থুকি থুকি অৰবিন্দই মনত পেলাবলৈ চেষ্টা কৰি কেই মুহূৰ্তমানৰ পিছত কৈ উঠিল, "আচ্ছা, আচ্ছা, সেই যে চাকৰি বিচাৰি যোৱা ল'ৰাজন?" অৰবিন্দ চলিহা দমি গ'ল। তথাপি উপায় নাই, তেওঁৰ পৰিয়াল গৈ ভিতৰ সোমালেই। তেওঁ দুৱাৰ-দলিত ভৰি দি দোদুল্যমান অৱস্থাত বৈ আছে। ভিতৰৰ পৰা কোনোবাই মাত লগালে, "ছাৰ, ভিতৰলৈ সোমাই আহক, সোমাই আহিবলৈ সংকোচ কৰিছে নেকি? সংকোচ কৰিবলৈ একো নাই আৰু আপোনাক অভ্যৰ্থনা জনাবলৈও মোৰ সামৰ্থ্য নাই। বহক, ভগা চাৰিতে বহক ছাৰ।" কথাত তাচ্ছিল্যৰ ইংগিত। কোনে কৈছে ধৰিব নোৱাৰি, মুখখন দেখা নাই অৰবিন্দই। দুৱাৰ-মুখতে ঘৰটোৰ সোঁমাজত টিন এখনত বাঁহ খৰি কেইছটা চিমিক-চামাককৈ জ্বলি আছে। ঘৰৰ চাৰি চুক ভালকৈ নেদেখি। পাছ দুৱাৰ-মুখত থিয় দি আছে বুধবৰি। মাকে আহি আথে-বেথে অৰবিন্দক বহিবলৈ কৈছে। জুইৰ কাষৰ চৰাখনতে অৰবিন্দ চলিহা বহিল,

মাকে মাটিত লেপেটা কাঢ়ি বহি দুহাত মাটিত মূৰ দৌ'ৱালে। থৈ এয়া আছিল তেওঁৰ আন্তৰিক অভিনন্দন মাকে আৰু কেইছটামান জেওৰা খৰি আনি জাপি দিলে। জুইকুৰা খন্তেকৰ ভিতৰতে দপ-দপকৈ জ্বলি উঠিল। জুইৰ চেৰেঙ-বেৰেঙ পোহৰত অৰবিন্দই দেখিবলৈ পালে বেৰৰ কাষত বাঁহৰ চাং এখনত কম্বল এখন গাত লৈ মানুহ এজন শুই আছে। চলিহাই ভালদৰে নিৰীক্ষণ কৰি চঁক খাই উঠিল। ঠিক মানুহ নহয়, যেন এটা ভূত। ডাঢ়িয়ে,-গোঁফে ভোবোকাৰ, দীঘল লিওলিওঁয়া চুলি, ডাঙৰ ডাঙৰ ৰঙা চকু।

"নিশ্চয় মনত আছে আপোনাৰ ছাৰ, নীলকণ্ঠ নামৰ এটা ল'ৰা কিছুদিন চাকৰিৰ কাৰণে আপোনাৰ ঘৰত আছিলগৈ। ভলুকা দদাইৰ অনুৰোধক্ৰমেই ৰাখিছিল। ময়ে সেই নীলকণ্ঠ। অ' নহয়, মই নীলকণ্ঠ নহয়, মই এটা ভূত, নীলকণ্ঠৰ প্ৰেতাত্মা। এই গাঁৱৰ মানুহে মোক এটা ভূত বুলি কয়, কিছুমানে কয় মই বলিয়া। এৰা, মানুহে ঠিকেই কৈছে— নীলকণ্ঠ মৰি ভূত হৈ গৈছে। মই এটা ভূত।" কবিতাকুঞ্জ অৰবিন্দ চলিহাৰ কাষ চাপি আহিছে, ৰেবা আৰু জবাই মাকক সাবটি ধৰিছে। জবাই মাকক ফুচফুচাই ক'লে, "বুধবৰিয়ে ঠিকেই কৈছিল। ইয়াৰ পৰা সোনাকালে যাওঁ ব'লা না।"

বুধবৰিৰ মাকে ওচৰ চাপি আহি ক'লে, "দেউতা, কি কৰিম। একমাত্ৰ ল'ৰা সেইটো। পিতাক মৰাৰ পৰাই তেনেকুৱা হ'ল। মুখৰ আগত এগাল পালে খাব আৰু শুব, ইমানেই। মুখখনেৰে জানো কি বিৰবিৰাই থাকে সিহে জানে। মানুহে কয়, তাৰ মগজ বেয়া হৈছে, কোনো কোনোৱে কয় ভূত লাগিছে। বেজ, জ্ঞানী নলগাবলৈ নাই। কি কৰিম উপায়ে দেখা নাই।"

"উপায় কি আছে আই। তোমালোকে মোৰ কাৰণে বহুত কৰিলা। পিতাই কষ্টেৰে মেট্ৰিকলৈকে পঢ়ালে। কিন্তু পিতাৰ দোষ আছিল ইমানেই যে মই তেওঁক যি দিব পাৰিলোহেঁতেন

তাতকৈ বহুত বেছি তেওঁ মোৰপৰা আশা কৰিছিল।" নীলকণ্ঠ এইবাৰ থিয় হ'ল আৰু ক'লে "আপোনালোক কিয় আহিছে ইয়ালৈ? গাঁও চাবলৈ? নেমু গাঁৱৰ যাদুঘৰত প্ৰেতাত্মা চাবলৈ আহিছে? চাব, এই প্ৰেতাত্মাই আপোনালোকৰ পুলি-পোখালৈকে খেদিব।"

মাক ওচৰলৈ গৈ তাক অনুনয়-বিনয় কৰিবলৈ ধৰিলে, "বোপাই অ', গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ। অতিথিক ইমান টান কথা নকবি বোপাই।" নীলকণ্ঠই হাতেৰে মাকক আঁতৰাই দি ইফালে-সিফালে নিজৰ গাটো লৰাই কবলৈ ধৰিলে, "তুমিতো নাজানা আই, অৰবিন্দ চলিহাই এদিন মোক ফাটেকত থৈছিল আৰু সেইবাবেই মই মোৰ পিতাক শেষবাৰৰ কাৰণে দেখা নাপালো। অৱশ্যে তেখেতে নিজেই এদিনৰ পিছত মোক মোকলাই আনিছিল। কিমান মৰমিয়াল তেওঁ।" অট্টহাস্য কৰি উঠিল নীলকণ্ঠই, গোটেই ঘৰটো ৰজনজনাই গ'ল, জুইকুৰা হঠাৎ ভমককৈ জ্বলি উঠিল। সোণালী শিখাবোৰ ঘৰটোৰ চুকে-কোণে বিয়পি পৰিল। কাষৰ বাঁহৰ চাঙখনত এখন কম্বল আৰু দুখনমান বস্তা দ'ম হৈ আছে। বুধবৰি দুৱাৰ-মুখত থিয় হৈয়ে আছে, মাকে আমলখি দুটা আনি ৰেবা আৰু জবাক দিছেহি। উজ্জ্বল পোহৰত এইবাৰ নীলকণ্ঠৰ অবয়ব বেছি স্পষ্ট হৈ উঠিছে। ডাড়িয়ে-গোঁফে ভোবোকাৰ যেন এটা ভূতহে। সি ক্ৰমান্বয়ে ওচৰ চাপি আহিল আৰু ৰেবাৰ হাতত ধৰো ধৰোকৈ মৰমেৰে ক'লে, "ৰেবা ভনী, তুমি মোক চিনি পোৱা নাই?"

"পাইছো, পাইছো। আপুনি নীলকণ্ঠ দাদা নহয়?"

"নীলকণ্ঠ নহয়, নীলকণ্ঠৰ প্ৰেতাত্মা।" সি আকৌ অট্টহাস্য কৰিলে। "এইখন গাঁৱতো তোমাৰ নামৰ লগত মিল থকা আৰু তোমাৰ নিচিনাই ধুনীয়া এজনী ছোৱালী আছিল বুজিছা! নাম তাইৰ ৰেৱতী। তাই আৰু এতিয়া এইখন গাঁৱৰ মাণিক হৈ

থকা নাই। চাকৰি এটা পালেই মই তাইক বিয়া কৰোৱাৰ কথা। কিন্তু ....."

জুইৰ পোহৰ লাহে লাহে কমি আহিল, নীলকণ্ঠই তেওঁলোকৰ কাষে পাছ দিলে। বেবাই ইমানপৰে দেউতাকৰ হাতত টানকৈ ধৰি আছিল। লাহে লাহে হাতখন ঢিলাই ক'লে, "আমি ইয়াৰপৰা সোনকালে নাযাওঁ কিয় ?" তেওঁলোক বাৰাণ্ডালৈ ওলাই আহিল। ইতিমধ্যে হাতত লেম্প লৈ কেইজনমান মানুহ আহিছিল। তেওঁ-লোকৰ এজনৰ হাতত এজোঁটা চকচকীয়া বগা লাচিম ভাঙন মাছ। লেম্পৰ পোহৰত মৰা মাছবোৰৰ ঘোলা চকুবোৰে তিৰবিৰাইছিল। হঠাৎ নীলকণ্ঠৰ কান্দোন শুনা গ'ল। এইবাৰ গোটেই পৰি-বেশটোৱেই সলনি হৈ গ'ল। ইজনে সিজনৰ মুখলৈ চালে। এজন ডেকা ল'ৰাই আগবাঢ়ি আহি অৰবিন্দ চলিহাক সুধিলে, "ছাৰ, নীলকণ্ঠ কিয় ফাটেকলৈ যাব লগা হৈছিল ?"

অৰবিন্দ চলিহাই প্ৰসংগ উলিয়াব খোজা নাছিল। তথাপি নেৰানেপেৰাকৈ ধৰিলে ডেকাজনে আৰু ক'লে, "নীলকণ্ঠৰ দেউতাকৰ টান অসুখৰ খবৰটো ময়ে দি আহিছিলোঁ, পিছদিনাই সি অহাৰ কথা আছিল। খবৰ পালো সেইদিনা সি ঘৰলৈ নাহি ফাটেকলৈ গ'ল আৰু তাৰ পিছদিনাই তাৰ পিতাক ঢুকাল।"

"এৰা, নীলকণ্ঠই এটা বেয়া কাম কৰিছিল কিন্তু সেইবুলি তাক ফাটেকত দিয়াটো আমাৰ ভুল হ'ল।" অৰবিন্দ চলিহা ৰাজনীতি কৰা মানুহ, স্থান-কাল-পাত্ৰ চাই তেওঁ দোষ স্বীকাৰ কৰিব জানে।

"বেয়া কাম মানে সি ত্ৰিশ টকা নোকোৱাকৈ গাৰুৰ তলৰ পৰা লৈ ঘৰলৈ আহিব খুজিছিল, কাৰণ তাক আপোনালোকে সেইদিনা আহিবলৈ নিদিছিল। কিয়নো সেইদিনা আপোনালোকে সুগন্ধি চাউল আৰু বৌমাছ কিনি লৈ বনভোজলৈ যাবলৈ প্ৰস্তুত হৈ আছিল। তাৰ হাতত নাছিল এটা কড়িও। তাৰ পিছত, ত্ৰিশ টকা চুৰ কৰা বুলি পুলিচৰ হতুৱাই তাক বাটৰ পৰা ধৰাই নিলে।

সি আপোনালোকৰপৰা বিচাৰিছিল অৱশ্যে দুশ টকাই; কাৰণ, তাৰ পিতাক বিছনাত ছটফটাই আছিল চিকিৎসাৰ অভাৱত।' হুঁপি থকা শুকান বিৰিটোৰ শেষ অৱশিষ্টকণ মাটিত পেলাই ভলুকা দাসে ডেকাজনৰ ওচৰলৈ আহি কাকুতি-মিনতি কৰি ক'লে, "এতিয়া সেইবোৰৰ কি প্ৰয়োজন ?"

"এটা ল'ৰা'ৰ জীৱন ধ্বংস হৈ গৈছে যিবোৰ কাৰণত সেইবোৰৰে প্ৰয়োজন নাই যদি কোনবোৰৰ আছে ? তুমিয়েতো গাঁৱৰ সকলো ভোট তেওঁকে দিবলৈ কৈছিলা। আৰু কৈছিল যে তেওঁ আমাৰ গাঁওখনৰ কাৰণে চিন্তা কৰিব আৰু ডেকা ল'ৰাবোৰৰ কাৰণে যিমান পাৰে কৰিব।" ডেকাজন গৰ্জি উঠিল।

"নীলকণ্ঠই আপোনাৰ ঘৰত ছমাহ গেবাৰি খাটিলে, কাৰণ সি আশা কৰিছিল আপুনি তাক চাকৰি এটাৰ কাৰণে সহায় কৰিব। নীলকণ্ঠ পঢ়া-শুনাত চোকা আছিল ; তথাপি জীৱিকাৰ বাবে সি এটা সাধাৰণ কনিষ্টবলৰ চাকৰিকে বিচাৰিছিল আৰু আপোনাৰ ঘৰত থাকি সি দুটাকৈ ইণ্টাৰভিউ দিছিল। দুয়োটা ইণ্টাৰভিউতে সি ভালকৈ পাছ কৰিছিল। কিন্তু দেউতাকৰ মৃত্যুৰ পিছত সি গৈ যেতিয়া অফিচত খবৰ ক'ৰিলে,—দেখা গ'ল তাৰ ইণ্টাৰভিউৰ কোনো ৰেকৰ্ড অফিচত নাই। এনে অবিচাৰৰ কিবা তুলনা আছে ? কওক ছাৰ, আপুনি উত্তৰ নিদিয়ে কিয় ?"

"অফিচৰ কথা মই নাজানো, তেওঁৰ অন্যায় কৰিবলৈ মই অফিচাৰক একো লগোৱা নাই। অফিচত এইবোৰ সাধাৰণ আৰু গতানুগতিক হৈ পৰিছে। টকা পইচা দি খাতিৰ-বাতিৰ কৰিব নোৱাৰিলে কোনো কামেই নহয়।"

"আপুনি নীলকণ্ঠৰ কিবা এটা কৰি দিবলৈ ভলুকা ককাইৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ নাছিলনে ?"

"এতিয়াও আছো। নীলকণ্ঠক মই কিবা এটা কৰি দিম।"

"কিন্তু নীলকণ্ঠক আপুনি কাটেকত দিয়ালে কিয় ?"

কবিতাকুঞ্জই ইমানপৰে চকু দুটা মুদি তললৈ মূৰ কৰি আছিল। গোটেই ছবিখন তেওঁৰ মানসপটত ভাঁহি উঠিল। পৃথিৱীৰ সমস্ত কাৰুণ্যই ভিৰ কৰি থকা নীলকণ্ঠৰ সেই দুটি যেন চকু নাছিল, যেন বৰ্ষাৰ টোপাল বৰষুণহে। কিন্তু আজি সেই দুটি চকুত তেওঁ দেখা পাইছে দুকুৰা জুই, তাৰ বুকুত জাহ গৈছে যৌৱনৰ স্নিগ্ধতা আৰু জীৱনৰ সকলো মায়া।

অৰবিন্দই এইবাৰ মাত লগালে, "তাৰ বাবে মইহে দায়ী, মই তেওঁক পুলিচত দিবলৈ ধৰকৈ লাগিছিলো। মোক যি কৰে কৰক। এতিয়া মই নীলকণ্ঠক মানুহ কৰিবলৈ যত্ন কৰিম।"

অচিনাকি ডেকাজনে মুখ ঘূৰালে।

"নীলকণ্ঠক মানুহ কৰিবলৈ যত্ন কৰিব? কোনে কৈছে? হঃ হাঃ হাঃ। মিছা কথা।"

নীলকণ্ঠৰ হাঁহিৰ চিঞ্চনীয়ে আকাশ-বতাহ কঁপাই তুলিলে।

"নীলকণ্ঠৰ যিখিনি হেৰাইছে সেইখিনি আপোনালোকে কেতিয়াও দিব নোৱাৰে।" ডেকাজনে দৃঢ়ভাৱে ক'লে।

"কিয়? নোৱাৰিম কিয়?" কবিতাকুঞ্জৰ প্ৰশ্ন।

"ৰেৱতী নামৰ ছোৱালীজনীৰ লগত তাৰ কৈশোৰৰ পৰাই ভাল পোৱা আছিল। চাকৰি এটা ঠিক-ঠাক হ'লেই তাইক বিয়া কৰোৱা কথা, কিন্তু তাইৰ মাক-বাপেকে নীলকণ্ঠক ফাটেক খোৱা গম পাই চোৰ বুলি তালৈ নিদি সিপাৰৰ গাঁও এখনত বলেৰে বিয়া দি দিলে।" এইবাৰ সকলো মানুহেই কবিতাকুঞ্জৰ কাণে চালে আৰু তাৰ পিছত ৰেৱতীৰ বিয়াৰ দিনা গাঁৱত যি পৰিস্থিতি হৈছিল সেই কথা সুঁৱৰি একোটিকৈ হুমুনিয়াহ এৰি তলমূৰ কৰিলে। এইবাৰ নীলকণ্ঠ কেঁা-কেঁাৱাই ভিতৰৰ পৰা ওলাই আহি কবিতাকুঞ্জৰ ওচৰতে ধুপুচকৈ পৰি দি কান্দি কান্দি ক'লে, "কওক, এবাৰলৈ কওকচোন, পাৰিব মোৰ ৰেৱতীক আপুনি আনি দিব? ৰেৱতী ক'ত আছিব? মই যে চোৰ।"

কবিতাকুঞ্জই এইবাৰ আৰু ৰব নোৱাৰিলে। তেওঁ উচুপি উচুপি কান্দি উঠিল, কান্দোনত চকু উখহি গ'ল। কমাল সম্পূৰ্ণ তিতি যো'ৱাত কমালেৰে চকুপানী মচিব নোৱৰা হ'ল। ৰেবা আৰু জবায়ো কান্দিছে। অৰবিন্দই আন্ধাৰত মুখ লুকুৱাই বাৰাণ্ডাত থিয় দি আছে। নীলকণ্ঠ হঠাৎ থিয় হ'ল আৰু নিৰ্ভীক ভাৱৰীয়াৰ দৰে চকু ঘোপাকৈ মূৰ জোঁকাৰি জোঁকাৰি কৈ গ'ল, "হত্যাকাৰীৰ চকুত চকুপানী? নীলকণ্ঠই সেই হত্যাকাৰীক ক্ষমা কৰিলেও তেওঁৰ প্ৰেতাত্মাই⋯।"

সেই নিৰ্ভীক ডেকাজন ইতিমধ্যেই তাৰ পৰা অন্তৰ্হিত হ'ল।

এনেতে ড্ৰাইভাৰজনে মালিক আৰু পৰিয়ালবৰ্গক বিচাৰি বিচাৰি সেইখিনি আহি পাই ক'লে, "ছাৰ, গাড়ীখন যিখিনি ঠাইত থোৱা হৈছিল তাতে এটা প্ৰকাণ্ড ফাঁট মেলিছে, সম্ভৱতঃ গড়া নৈৰ বুকুলৈ খহি পৰিব। সোনকালে কৰক ছাৰ, গাড়ীখন ষ্টাৰ্ট নিদিয়াকৈয়ে পাছলৈ ঠেলি নিব লাগিব অলপ দূৰলৈ। বহুত মানুহৰ প্ৰয়োজন হ'ব।"

অৰবিন্দ চলিহাই কৈ আগতে গাঁৱৰ মানুহবোৰ গাড়ী ঠেলিবলৈ ওলাল ড্ৰাইভাৰৰ লগত। তেওঁলোক বিদায় লবলৈ ভিতৰলৈ সোমাই গ'ল। নীলকণ্ঠৰ মাকে আঁচলেৰে চকুপানী মচি মচি সুমাই যাব খোজা জুইকুৰাত খৰি জাপি দিছে, বুধবৰিয়ে দুৱাৰ-মুখত থিয় দি হাত দুখনেৰে গাটো সাবটি জাৰ গুচাবলৈ চেষ্টা কৰিছে।

"বুধবৰি, আমি যাওঁ।" ৰেবা আৰু জবাই মাত লগালে। বুধবৰিয়ে হাঁহি হাঁহি মূৰ জোঁকাৰিলে। বিশ টকীয়া নোট এখন বুধবৰিৰ ফালে আগবঢ়াই দি কবিতাকুঞ্জই ক'লে, "বুধবৰি, এয়া লচোন, চোলা এটা কিনি লবি।" কথাষাৰ কাণত পৰাৰ লগে লগে বুধবৰি পাছ হুঁহকি হুঁহকি বাঁহনি ঘৰত সোমালগৈ, মাতি মাতি তাইক আৰু তেওঁ ওচৰলৈ আনিব নোৱাৰিলে। অশ্ৰুজল পোহৰত তেওঁলোকে আৰু দেখিলে কম্বল এখনৰ ওপৰত বস্তা এটা

জাপি লৈ নীলকণ্ঠই বাঁহৰ চাঙখনত শুবলৈ আয়োজন কৰিছে। দুহাত মাটিত থৈ অনুচ্চ কোমল সুৰত নীলকণ্ঠৰ মাকে ক'লে, "ঈশ্বৰীসকল, দায়-দোষ মৰিষণ কৰে যেন।" কবিতাকুঞ্জই বিদায় সম্ভাষণ জনাব খুজি কেঁকুৰিলে। তেওঁ আক একো কব নোৱাৰিলে। নৈৰ বুকুৰ পৰা এজাক চেঁচা বতাহ বৈ আহিল, তেওঁলোকৰ মুখত মাত নাই, যেন কথাবোৰ কোনোবাই বন্ধ কৰি দিলে। এহাতে মাছজোঁটা আক এহাতে লেম্পটোৰে বাট দেখুৱাই জলুকা দাস আগে আগে গৈ আছে আক পাছে পাছে কুঁৱলী ফালি ফালি তেওঁ-লোকো গৈ আছে,—যেন কুঁৱলী নহয়, সমস্ত দুমুনিয়াহ মিলি যেন নদী-প্ৰান্তৰ আচ্ছন্ন কৰি পেলাইছে। দেহ আক মনৰ শক্তি হেৰুৱাই অৰবিন্দ আক কবিতাকুঞ্জৰ এনে লাগিছে যেন শৰীৰৰ বহুতো জীয়া অংশ মৃত হৈ গৈছে, যেন অনেক যুগ, অনেক পথ অতিক্ৰমণত তেওঁলোক অবৰ্ণনীয়ভাৱে ক্লান্ত।

---

☐ প্ৰকাশ। জুন ১৯৮১ চন

# উত্তৰণ

## অণিমা দত্ত ( ভঁৰালী )

মোৰ নাম লোপামুদ্ৰা। এইটো নামনো মোক মা-দেউতাই কিয় দিবলৈ পালে ? পুৰণি কালত লোপামুদ্ৰা নামৰ এক কন্যা আছিল, যাৰ ৰূপে নাৰীৰ ৰূপৰ অভিমান লোপ কৰিছিল আৰু স্ৰষ্টাৰ সৃষ্টিক মুদ্ৰিত অৰ্থাৎ চিহ্নিত কৰিছিল। সেইকথা মই কিতাপত পঢ়িছো। তেনেকুৱা ৰূপতো মোৰ নাই। তেন্তে কিয় এই নাম ? মাক-দেউতাকবোৰে একো নভবাকৈয়ে জধেমধে নামবোৰ দি দিয়ে চাগে। নহলে মাজু বাই-দেউৰ নাম গাৰ্গী হ'ল কিয় ? বাইদেৱে দেখোন মেট্ৰিক টোকে পাছ কৰিব নোৱাৰিলে। মানুহে কেতিয়াবা মাক সোধে "ছোৱালীজনী ইমান সৰুতে বিয়া দি দিলা কিয় ?" মায়ে আচল কথা নকয়। ভাল ল'ৰা পালে বাবে বিয়া দি দিলে বুলিহে কয়। পঢ়াশুনাত বেয়া আছিল বাবেহে আচলতে বাইদেউক বিয়া দিলে। মই নজনা নহয়। মই পিছে পঢ়াশুনাত বেয়া নহওঁ। অৱশ্যে অনীতাহঁতৰ দৰে ক্লাছত সদায়ে প্ৰথম হৈ নাথাকো। এতিয়াও সময় আছে। এইবাৰ নবম মানলৈ উঠিছোহে। ফাইনেলত ভাল ৰিজাল্ট কৰিবলৈ এতিয়াৰ পৰাই যত্ন কৰিব লাগিব। পিছে মোৰ দেখোন পঢ়াত মনেই নবহে। কবিতা লেখিহে ভাল লাগে। মই বাৰু ডাঙৰ হ'লে নামজলা মহিলা কবি হুমগৈ নেকি ? আৰু এটা কথাইও যে মোক পাগল কৰিলে। কি কৰিম বাৰু ? কিন্তু মই যে তেনেই সৰু ছোৱালী। মা-দেউতাই জানিলে খাব।

লোপামুদ্ৰাই আৰ্চীত নিজৰ মুখখন চালে। নিজকে চাই তাইৰ ভাল লাগিল। দেখিবলৈ তাই নিশ্চয় অতিপাত ধুনীয়া নহয়। কিন্তু সকলোৱে তাইক মৰম লগা বুলিয়েই কয়। ক্লাছৰ লতিকা, অজন্তাহঁতে কয়, তাইৰ চকুহুটা হেনো বৰ কৰুণ। নিজৰ চকুহুটাৰ ওপৰেদি লোপাই

আলফুলকৈ হাতখন বুলাই দিলে। তাৰ পিছত তাই আকৌ একেথৰে আৰ্চ্চীৰ ছোৱালী জনীলৈ চাই ৰল আৰু মনৰ ভিতৰত আওৰালে,—মোৰ নাম লোপামুদ্ৰা ফুকন। নবম মানত পঢ়োঁ। সকলোৱে মোক সৰু ছোৱালী বুলি কয়। মই পিছে জানো মই ডাঙৰ হৈছো। মই মনে মনে, লাহে লাহে, ডাঙৰ হৈ আহিছো। মোৰ মাজত এজনী শিল্পী লুকাই আছে। তাই নাচিব নাজানে, গান গাব নাজানে, কিন্তু কবিতা ৰচিব জানে। তাই সুন্দৰকৈ ইংৰাজী কবিতা অসমীয়ালৈ অনুবাদ কৰি বহীত লেখি থব জানে। আৰু সেই সৰু সৰু কবিতাবোৰে তাইক মতলীয়া কৰি তোলে। তেতিয়া তাই সেইবোৰ লেখি থয়।

—যেতিয়া মৰিম মই, মোৰ বাবে তুমি, নাগাবা শোকৰ গীতি প্ৰাণ-বন্ধু মোৰ, সুৰুবা গোলাপ লতা মুৰ শিতানত নতুবা বকুল বৃক্ষ দিবলৈ জুৰ। ইংৰাজীত থকা 'শেডি চাইপ্ৰেছ ট্ৰি'ৰ ঠাইত তাই বকুল বৃক্ষ' শব্দটো ভৰাই দিয়ে। "হোৱেন আই এম ডেড মাই ডিয়েৰেষ্ট, চিং ন চেড চং ফৰ মি ; প্লেণ্ট দাও ন ৰ'জেছ এট মাই হেড নৰ শেডি চাই-প্ৰেছ ট্ৰি।" ইংৰাজীত বোধকৰো তেনে ধৰণে আছিল। কাৰ কবিতা তাই নাজানে। মাথো বৰ ভাল লাগে। তাই আৰু লেখে,—মোৰ গাৰ ওপৰত সেউজীয়া ঘাঁহবোৰ, নিয়ৰে ধুৱাই থোৱা-গজিবলৈ দিবা, যদি তুমি ইচ্ছা কৰা সুঁৱৰিবা মোক, যদি ইচ্ছা নাই তেনে পাহৰি পেলাবা। —ইংৰাজীত আছিল, "বি দা গ্ৰীন গ্ৰাছ এবাভ মি, উইথ শ্লাৱাৰছ এণ্ড ডিউ ড্ৰপ ৱেট, এণ্ড ইফ দাও উইল্ট ৰিমেমবাৰ এণ্ড ইফ দাও উইল্ট ফৰগেট।" মোক কোনে মনত ৰাখিব বাৰু ? কোনে! লোপা আৰ্চ্চী-খনৰ কাষৰ পৰা আঁতৰি আহিল। এতিয়া আবেলি। লতিকাই তাইক সিহঁতৰ ঘৰত বেডমিণ্টন খেলিবলৈ মাতিছিল। তাই নাযায়। তাইৰ মনলৈ এতিয়া আৰু কিছুমান সৰু সৰু কবিতাৰ ঢৌ আহিছে। সেইবোৰ তাই লেখি পেলাবই লাগিব। নইলে পিছত ঢৌ মাৰ গ'লে মনৰ পাৰত শুকান বালি সোপাহে পৰি থাকিব।

বাহিৰত কোনোবাই তাইৰ কথা পতা শুনি লোপাই কাণ থিয়

কৰিলে। হয়, তাইৰে কথা। মাকে দেউতাকক কৈছে "জানো তাই কোঠাত সোমাই কি কৰি আছে। আবেলি পৰত অলপ ওলাই মেলি যাব লাগে।" দেউতাকে উত্তৰত একো নকলে। পিন্ধি থকা বগা ফ্ৰকটোৰ ওপৰত নীলা চুৱেটাৰটো পিন্ধি লোপা ওলাই আহিল। মাকৰ কোলাত লোপাৰ এবছৰীয়া ভতিজাক ৰাজু। নবৌয়েক ৰঞ্জনাই বাৰান্দাৰ মূঢ়া এটাতে বহি উল গুঠি আছিল। দেউতাকে ফুলৰ টাবত পানী দিবলৈ লগোৱা ল'ৰাটোৰ কাম তদাৰক কৰি আছিল। মাকে লোপাৰ ভৰিৰ পৰা মূৰলৈকে চালে।

"গধূলি পৰত কিনো কৰি আছ ভিতৰত? লতিকাহঁতৰ লগত ফুৰিবলৈকে যাব পাৰিলি হেঁতেন।"

যাবতো পাৰিলেই হেঁতেন। কিন্তু লতিকাহঁতৰ ঘৰলৈ পাৰিলে নোযোৱাকৈ থাকিবলৈহে তাই ঠিক কৰিছে। তাইৰ মনত এতিয়া কিহৰ ৰাগী, মাকে কি বুজিব। নবৌয়েকহঁতেই বুজি নাপায়। সকলোৰে মাথো একে কথা, "লোপা তেনেই সৰু ছোৱালী।"

"মোৰ আজি বহুত পাঢ়িবলৈ আছে। ফুৰিবলৈ গ'লে মনটো 'ডাইভাৰটেদ' হৈ যায় বাবে নগ'লো।" তাইৰ মুখত 'ডাইভাৰটেদ' শব্দটো শুনি ৰঞ্জনাই মিচিককৈ হাঁহিলে।

"ৰাজুক মোক দিয়া মা। মই তাক লৈ অলপ পদূলিমূৰলৈ যাওঁ।" মাকে ৰাজুক কোলাৰ পৰা নমাই দিলে। তাৰ হাতত ধৰি এখোজ দুখোজকৈ লোপা বাহিৰলৈ ওলাই গ'ল। গধূলিৰ চেঁচা বতাহজাকে লোপাৰ চুলিবোৰ চুই গ'ল। পদূলিৰ আমলখি জোপাৰ তলতে থিয় হৈ তাই দূৰলৈ চাই পঠিয়ালে। আলিবাটেদি ব্যস্ততাৰে অহাযোৱা কৰা মানুহ বোৰলৈ চাই চাই লোপা এনেয়ে ৰৈ থাকিল। তাৰ পিছত এটা মুহূৰ্ত্তত আলিবাটেদি পাৰ হৈ যোৱা অনেক মানুহৰ মুখৰ মাজত এখন মুখ দেখি লোপাৰ গাত বিদ্যুতৰ শিহৰণ লাগিল। লোপাৰ অনুভৱ হ'ল সেই মুহূৰ্ত্তত পৃথিৱীত যেন তাইৰ কোনো অস্তিত্বই নাই। তাই হেৰাই গৈছে। তাই শেষ হৈ গৈছে। আজিৰ পৰা এসপ্তাহৰ আগতে

স্থানীয় কলেজ খনৰ আলোচনা চক্ৰ এটাত সাহিত্যৰ আলোচনা শুনিবলৈ লতিকাৰ পেহীয়েকৰ জীয়েক নীৰা বাইদেউৰ লগত যোৱাৰ দিনাৰেপৰা মনৰ মাজত কাৰোবাৰ স্মৃতি সাঁচি লৈ লোপামুদ্ৰা নামৰ ছোৱালীজনী বিয়াকুল হৈ মৰি গৈছে। লোপা শুছি আছিল। কোনেও তাইক মাতিবলৈ নৌ-পাওঁতেই লোপা লৰালৰিকৈ উভতি আহিল ঘৰলৈ। সন্ধিয়াৰ পাতল আন্ধাৰ নামিল। বাৰীৰ চাপৰ চজিনা জোপাৰ পৰা সৰু সৰু ফুল দুই এপাহ বতাহত সৰি তলৰ বননিত পৰিল। জীবনানন্দৰ কবিতাত থকা নীলাভ আকাশ জোৰা চজিনাফুলৰ শুকুলা ছবিখন লোপাৰ মনলৈ উৰি আহিল। সৰুৰে পৰা চিনাকি চজিনাজোপা সেইবাবেই আজিকালি তাইৰ ভাল লাগে। কালি তাই স্কুলৰ লাইব্ৰেৰীৰ পৰা জীৱনানন্দৰ কবিতাৰ কিতাপখন আনিছে। দেউতাকে তাইৰ পঢ়ামেজৰ ওপৰত কিতাপখন দেখি কলে, "তই জীবনানন্দৰ কবিতাও পঢ়িব পৰা হ'লি নেকি লোপা ?" তাই দেউতাকলৈ চাই হাঁহিলে, দেউতাৰো যে কথা! তাই দেখোন দুবছৰ মানৰ আগৰে পৰাই 'পথেৰ পাচালী', 'ত্ৰিযামা' আদি কিতাপ পঢ়ি আছে। আনকি 'গীতাঞ্জলিও। "মই কবিতা লেখিবলৈ চেষ্টা কৰি আছো দেউতা, পাৰিমনে কিজানি।"

"কোনবোৰ কবিতা ? সেই ছন্দ-ফন্দ নোহোৱাবোৰ নেকি অ' ? নালাগে নালাগে আই। সেই সোপা লেখি ফালিব নালাগে। লেখ যদি আমাৰ আগৰ ছন্দ মিলোৱাবোৰকে লিখিবি।"

লোপা নিৰুৎসাহ হ'ল। অকনমান পৰ মনে মনে থাকি তাই আকৌ ক'লে, "সেইবোৰতো মই বহুত লেখিছো দেউতা, এতিয়া এই নতুন ধৰণবোৰ পাৰি নেকি চাওঁ।" "বহুত লেখিছ ?" দেউতাক আচৰিত হ'ল।

"ওঁ দেউতা। মই ইংৰাজী কবিতা এটাও লেখিছো জানা। শুনিবা ? নাম দিছো 'দি লাভ্‌লি মনচুন।'—মনচুন ইজ এ লাভ্‌লি চিজন হুইচ ব্ৰিংছ ডিভাইন মাৰ্থ; উইথ ক্লাৱাৰছ এণ্ড বাৰ্দছ, টু দি বিউটিফুল আৰ্থ।—কবিতাটো আমাৰ স্কুলৰ বছৰেকীয়া সাহিত্য প্ৰতিযোগিতাত দিছো।"

"অ' মাই লিট্‌ল সৰোজিনী নাইডু"। দেউতাকে উল্লাসতে চিঞৰ মাৰি দিলে। মাক কাষৰ কোঠাটোৰ পৰা দৌৰি আহিল। "কি হ'ল, চিঞৰিছে কেলেই?"

"তোমাৰ জীয়েৰ কবি হ'ল। সেইবাবে অভিনন্দন জনাইছো।"

দেউতাকৰ ধেমেলীয়া কথা শুনি মাকে হাঁহিলে। "ডাঙৰ লৰা-ছোৱালী কেইটা হ'ল শুকান। এই দেখোন কাব্যৰসেৰে জিপজিপিয়া।" দেউতাকে আকৌ ক'লে। লোপাৰ ক'বৰ মন গৈছিল,—এয়া কি, মই ইংৰাজী কবিতা অসমীয়ালৈ অনুবাদো কৰিছো, ধুনীয়া ভাষাৰে। এবাৰ যদি গাই দিওঁ, যেতিয়া মৰিম মই মোৰ বাবে তুমি, নাই নাই এইবোৰ মৰাজীয়াৰ কথা দেউতাই ভাল নাপাব। মাৰতো খঙেই উঠিব। থাকক বহীৰ পাততে। মোৰ সেইবোৰ সপোন। মোৰ বুকুৰ সপোন সোপা নিমাত হৈ ৰ'ব।'

চজিনা গছৰ ফুলবোৰৰ বগা ৰং লাহে লাহে আন্ধাৰে সামৰি ল'লে। ৰাজুৰ হাতত ধৰি লোপা ঘৰলৈ আহিল। নবৌৱেকৰ হাতত তাক গটাই দি তাই হাত ভৰি ধুলে। গোসাঁই ঘৰত চাকি লগালে। ঘৰৰ লাইটবোৰ জ্বলাই দি ধুনা দিলে। তাৰ পিছত ৰান্ধনী ঘৰলৈ গৈ গাখীৰৰ চছপেনটো জুইত দি তপতাই একাপ গাখীৰ দেউতাকক দিলে আৰু একাপ নিজে খালে। গধূলি এই কামখিনি কৰা আৰু একাপ গাখীৰ খোৱাটো তাইৰ ধৰাবন্ধা নিয়ম। ইয়াৰ পিছত তাই আৰু ৰান্ধনীঘৰলৈ আহিব নালাগে। একেবাৰে ভাত খাবৰ পৰলৈকে তাই মুকলি। এইখিনি সময় তাইৰ অতি আপোন। স্কুলৰ পঢ়াখিনি পঢ়ি লৈ তাই নিজৰ কোঠাত বাকীখিনি সময় কেনেকৈ কটায় তাকে চাবলৈ কোনো নাহে। নবৌৱেকতো এতিয়া অতিপাত ব্যস্ত। দাদা আহিব। তেওঁক চাহ জলপান দিয়া, ৰাজুৰ বাতিৰ খোৱা ঠিক কৰা, শাহুৱেকক পাচলি কাটি-কুটি দিয়া এইবোৰ কামৰ পৰা তেওঁৰ আহৰি নাই। দেউতাক এতিয়া লতিকাৰ দেউতাকৰ লগত নৈৰ পাৰৰ ফালে নাইবা নামঘৰৰ ফালে ওলাই যাব। মাক বন্ধা-বঢ়াত ব্যস্ত। আবেলিতে ওলাই যোৱা মাজুদাদা আৰু সৰু দাদাতো ন বজাৰ

আগতে কোনোদিনে ঘৰলৈ নাহেই। লোপাই কিবা এটা সুৰ গুণগুনাই নিজৰ কোঠালৈ গ'ল। সৰস্বতীৰ ছবিখনৰ আগত এডাল ধূপ জ্বলাই দিলে। আৰু প্ৰতিদিনৰ দৰে আজিও মুখৰ ভিতৰতে ভোৰভোৰাই ক'লে, লোকে বোলে সৰস্বতী, আমি বোলো আই, যিখিনি পাহৰো দিবা সোঁৱৰাই। সৰস্বতী আয়ে অনীতা আৰু অজন্তাকহে ভাল পায় নেকি সিহঁত দুজনীহে সদায় পৰীক্ষাত প্ৰথম, দ্বিতীয় হৈ থাকে, মইতো কোনো-বাৰেই নহ'লো। নহ'লো, কোনো কথা নাই। কবিতা লেখিব পাৰিছোতো। চোকা ছোৱালীতো বহুতেই থাকে। কবিতা লেখিব কেইজনীয়ে পাৰে ? চোকা ছোৱালীকো মানুহে চিনি নাপাব পাৰে। ভাল কবিতা লেখা জনক কিন্তু সকলোৱে পায়। ভাল কবিতা লেখি আলোচনা চক্ৰত পঢ়া বিলাকক ? সকলোৱেই চিনি পায়। সকলো মুগ্ধ হয়। মই ? মই কিমান মুগ্ধ। লোপাৰ দুচকু তিৰ বিৰাই উঠিল। পঢ়ামেজৰ খাপটো খুলি লোপাই এখন বহী উলিয়াই আনিলে। 'কবিতাৰ বহী' বুলি ওপৰত ফুলকাটি লেখি থোৱা বহীখন তাই লুটিয়ালে এনেয়ে। আৰু এখিলা পাত উলিয়াই বহুত পৰ থৰ হৈ পাতখনলৈ চাই ৰ'ল। তাৰ পিছত লেখিলে, আমাৰ পৃথিৱী, সি এখন কামনাৰ সৰগ, নাই তাত বাস্তৱৰ কঠোৰ পৰশ। এলবাৰ্জ পাহাৰত আমাৰ সপোনে নাচে, ডাল হ্ৰদৰ বুকুত আমাৰ কল্পনাই হাঁহে, সিহঁত আমাৰ আপোন। আমি ভাল পাও সৰসীৰ নীলা ঢৌ, এপাহ বনৰীয়া ডেফোডিল আৰু হাচনাহানাৰ এটি মৃদু সুবাস, যত আমি প্ৰাণ বিচাৰি পাওঁ :—

এলবাৰ্জ পাহাৰ বা ক'ত ? নামটো হঠাতে মনলৈ আহিল, লেখি পেলালো। চুইজাৰলেণ্ডত নেকি ? দেউতাৰ আলমাৰীত থকা ছবিত্ৰাৱলী-খন চাব লাগিব। ডেফোডিলবোৰতো বিলাতৰ ফুল, হাচনাহানাৰ লগত মিলটো ভাল নহল নেকি। হাচনাহানা নামটো ৰাখিবই লাগিব, লতিকাহঁতৰ পদুলি মুৰতে আছে। সেই সুন্দৰ গোন্ধটো মই বৰ ভাল পাওঁ। আৰু কোনোবায়ো ভাল পায় নিশ্চয়। ৰব সুন্দৰ হাচনাহানাৰ গোন্ধ। লোপাই কলমটো বন্ধ কৰি থ'লে। লেখিবলৈ আজি মুঠেই মন

যোৱা নাই। বাৰে বাৰে তাইৰ কেৱল গাবলৈ মন গৈছে—"যদি তুমি ইচ্ছা কৰা সুঁৱৰিবা মোক, যদি ইচ্ছা নাই তেন্তে পাহৰি পেলাবা।" কোনে তাইক সুঁৱৰিব? অভিমান কৰি কাক ক'ব তাইক পাহৰি পেলাবলৈ? কোনেওতো তাইক বুজি নাপালে। তায়ে বা আগবাঢ়ি বুজায় কেনেকৈ? তাই যে তেনেই সৰু ছোৱালী। মাত্র নবমমানত পঢ়ে। তেনেই সৰু। লোপাৰ চকুত পানীৰ বিন্দু এটা জলমলাই উঠিল। ভাগৰুৱাৰ দৰে কিতাপতে মূৰটো থৈ তাই শুই থাকিল।

পিছদিনা স্কুলত লতিকাই তাইক সিঁহতৰ ঘৰলৈ মাতিলে। লতিকাৰ জন্মদিন। গোটেই কেইজনী বান্ধৱী চাহ একাপ খাবলৈ যাব। লোপাই হাঁহি সম্মতি দিলে। আজি তাইৰ মনটো বৰ ভাল লাগি আছে। প্রথম কাৰণ হ'ল, আজি পুৱা সিহঁতৰ ঘৰলৈ ডিগবৈৰ পৰা নবৌৱেক ৰঞ্জনাৰ ককায়েক আহিছে। তেওঁৰ হাততে ৰঞ্জনাৰ মাকে লোপালৈ এজোৰ ফুলাম মুগাৰ মেখেলা চাদৰ পঠাই দিছে। আৰু ডিগবৈতে থকা ডাঙৰ বায়েকে তাইলৈ এখন ধুনীয়া 'ডায়েৰী' পঠাই দিছে। জীৱনৰ মনোৰম দিনবোৰৰ কথা বাছি বাছি তাই তাতে লেখি থব। পিছত ডাঙৰ হ'লে কলেজ পালেগৈ পঢ়ি চাবলৈ বঢ়িয়া হ'ব। ডাঙৰ হ'লে? তাই তেন্তে এতিয়াও সৰুৱেই হৈ আছে? মনলৈ আজকালি তেনেহ'লে অবুজ ভাৱ একোটাহঁত আহিবলৈ লৈছে কিয়? লতিকা, অনীতা হঁতৰ মনত তেনে ভাৱৰ দোলনি লাগে জানো, সুধিবতো নোৱাৰি।

আবেলি লোপাই মূৰ ফণীয়াই আছিল। তাইৰ কোঠাৰ দুৱাৰ মুখতে বহি মাকে কিবা এখন পুৰণি কিতাপ পঢ়ি আছিল। কেঁকোৰা চুলিৰ মুঠাটোত অলপ দূৰে দূৰে গোলকৈ কটা মিহি ৰবৰ একোডাল ভৰাই গাঁঠি বান্ধি চুলিখিনি লোপাই সজাই ল'লে। মুখত অকমান পাউদাৰ সানি মাকৰ ওচৰত থিয় হ'লহি।

"লতিকাহঁতৰ তালৈ যাবি নহয়? যা ওলাই লগে। নবৌৱেৰে নতুনকৈ ছিলোৱা স্কার্ট টোকে পিন্ধ।" মাকে ক'লে।

"মাহীয়েৰে পাঠোৱা মেখেলা-চাদৰ যোৰকে পিন্ধোনে মা?"

"পিন্ধিবৰ মন গৈছে যদি পিন্ধ।" তাৰ পিছত তেওঁ নিজকে কোৱাৰ দৰে ক'লে, "মেখেলা চাদৰেৰে তোক বৰ এজনী দেখিব। ঃ বয়স চাই যিমানহে বাঢ়িছ।" মাকে পঢ়ি থকা কিতাপ খনৰ পাত লুটিয়ালে। "তুমি কি পঢ়িছা মা ?"

"উপনিষদৰ গল্প।"

"এটা কোৱা না।" লোপাই মাকৰ কাষতে আঠু কাঢ়ি বহি ল'লে।

"মই মৈত্রেয়ীৰ কাহিনীটো পাঢ়িছিলো।"

"মৈত্রেয়ী কোন মা ?"

"এগৰাকী জ্ঞানৱতী আৰ্য্য নাৰী।"

"মোক তেওঁৰ কথা কোৱা মা।" লোপাই হেঁপাহেৰে ক'লে।"

"মৈত্রেয়ী যাজ্ঞবল্ক্য ঋষিৰ পত্নী আছিল। ঋষিয়ে বানপ্রস্থৰ সময়ত সকলো সা সম্পত্তি তেওঁৰ পত্নী মৈত্রেয়ী আৰু কাত্যায়নীক দি যাব খোজাত কাত্যায়নীয়ে বং পালে। মৈত্রেয়ী কিন্তু সুখী নহ'ল। তেওঁ বাৰে বাৰে ঋষিক সুধিলে, যিবোৰ বস্তুৰ পৰা তেওঁৰ অমৃত লাভ নহয়, সেইবোৰেৰে তেওঁ কি কৰিব ? তেওঁক অমৃতহে লাগে। অমৃত অৰ্থৰে তেওঁ জীৱনৰ পৰম-তত্ত্বক বুজাইছিল। অৱশেষত তেওঁৰ কাতৰ অনুবোধ এৰাব নোৱাৰি ঋষিয়ে তেওঁক আধ্যাত্মিক পৰমতত্ত্বৰ জ্ঞান দিলে। তেতিয়াহে মৈত্রেয়ী সুখী হ'ল। এই বিদুষী, ব্রহ্মবাদিনী নাৰীয়ে উপনিষদ পুৰাণৰ পাত নিজৰ নামেৰে পোহৰাই থৈছে।"

মাকৰ কথাবোৰ লোপাই স্তব্ধ হৈ শুনিলে। আৰু তাৰ পিছত ক'লে। জগতৰ বস্তু বিলাকে মানুহক আচল সুখ দিব নোৱাৰে নেকি মা ?"

"নোৱাৰে আই, সেই বিলাক সদায় নাথাকে।" লোপাৰ মুখত যেন কোনোবাই এখন গাম্ভীর্য্যৰ ক'লা আৱৰণ টানি দিলে। লোপা অন্যমনস্কা হ'ল। "ঠিকেই ? সেই বিলাক সদায় নাথাকে।" লোপাই সক মাতেৰে কৈ উঠি শুহি গ'ল। সোনকালে কাপোৰ পিন্ধি ওলাবলৈ

মাকে তাইক চিঞৰি সঁকিয়াই দিলে। আৰু সোনকালে লতিকাহঁতৰ ঘৰৰ পৰা উভতি আহিবলৈ ক'লে।

ফুলাম মেখেলা চাদৰেৰে ৰূপহীজনী হৈ লোপা লতিকাহঁতৰ ঘৰ পালেগৈ। অনীতা, অজন্তা আটাইবোৰ তাতে আছে। নীৰা বাইদেৱো। নীৰা বাইদেউ যে কি ধুনীয়া। যেন এটা তৰাহে। নীলা শাৰীখনেৰে সৈতে জিলিকি থকা নীৰা বাইদেউক দেখি লোপাৰ মনলৈ তৰাৰ উপমা-টোহে আহিল। গোটেইবোৰে লগ লাগি চাহ জলপান খালে। কথা পাতিলে। লোপাৰ ধুনীয়া সাজটো আটায়ে প্ৰশংসা কৰিলে। নীৰাই ধেমালিৰ সুৰত ক'লে। অকমানি ছোৱালীজনী জীয়ৰী সাজি আহিছা।" কথাষাৰ লোপাৰ মুঠেই ভাল নালাগিল। তাই যেন সদায় সৰুৱেই। ডাঙৰৰ লেখত নপৰিবই। কলেজ পাবলৈ দুবছৰহে বাকী তেও। তথাপিও কিবা এটা অজান আশাত, অজান পুলকত লোপাৰ মনটো বৈ বৈ কঁপি উঠিল। তাইৰ এই পুলকিত মনটোৰ খবৰ মনে বিচৰাজনে আজি লবনে, অকনমান সহাঁৰি দিবনে? তাই যে আজি বৰ আশা কৰি আহিছে। ইয়াৰ পিছত তাই লতিকাহঁতৰ ঘৰলৈ আৰু নাহিবও পাৰে।

গধূলিৰ বিষন্ন ছায়া লাহে লাহে নামিল। লোপাৰ মনৰ আকাশো সেই ছায়াই আবৰি ধৰিলেহি। লতিকাৰ মোমায়েকৰ পুতেক ককায়েক মানসকৃষ্ণই অৰ্থাৎ কলেজৰ মেধাবী ছাত্ৰ আৰু উদীয়মান কবি মানস কৃষ্ণ বৰুৱাই দূৰৰ পৰা মিচিকিয়াই হাঁহি নীৰাক চিঞৰি ক'লে, "এই ফুকলীয়া ছোৱালী জাকৰ লগত তোমাৰ কিহৰ ইমান মেলহে? যোৱা যদি ব'লা, থৈ আঁহোগৈ। নহলে থাকা, মই যাওঁ।" নীৰা বহাৰ পৰা উঠিল। "ৰবা, এৰি থৈ নাযাবা। মোৰ খং তোলাই এই ধুনীয়া গধূলিটোৰ আনন্দধ্বনি মাটি নকৰিবা।" তাৰ পিছত ছোৱালী কেইজনীলৈ চাই ক'লে, "তোমালোকে গল্প কৰা দেই। মই থকা বাবে চাগে কত ধৰণৰ গল্প পাতিব পৰা নাই।" "আমাৰ তেনে গল্প নায়েই।

সেইবোৰ তোমালোকৰহে।” লতিকাই হাঁহি মুখ ভেঙুচাই নীৰাক ক'লে।

“নহয় মানস দাদা? আৰু ক'ম নেকি?”

মানস আৰু নীৰাই ইতিমধ্যে হাঁহি হাঁহি চোতালৰ বননিত ভৰি দিছিলগৈ।

লতিকাহঁতৰ পত্নুলিৰ হাচনাহানাৰ চিনাকি সুবাস বতাহত উৰি আহিল। লোপাৰ কণ্ঠ ৰুদ্ধ হ'ল। খোলা খিৰিকীৰে আকাশৰ শূন্যলৈ তাই চাই ৰ'ল। আৰু তাৰ পিছত সৰু মাতেৰে লতিকাক ক'লে “মই যাওঁ বুজিছ। মায়ে সোনকালে যাবলৈ কৈছে। গধূলি গোঁসাই ঘৰত মইহে চাকি দিওঁ।”

লোপা ঘৰলৈ গুছি আহিল। মেখেলা চাদৰযোৰ খুলি বিছনাত দলি মাৰি থৈ দিলে। বগা কপাহী ফ্ৰকটো পিন্ধি চুলিখিনি আজুৰি খুলি লোপা তাইৰ পঢ়ামেজৰ কাষৰ আৰ্চীখনৰ সমুখত থিয় হলহি। আৰু নিথৰ হৈ আৰ্চীৰ ছোৱালীজনীলৈ চাই ৰ'ল।—মোৰ নাম লোপামুদ্ৰা ফুকন। মই সৰু ছোৱালী। লাহে লাহে ডাঙৰ হ'ম। কেৱল বয়সেৰেই নহয়, জ্ঞানেৰেও। মই আজিৰ পৰা সুস্থ হ'ম। কবিতা লেখিম। কিন্তু কবিতাৰ ঢৌত উটি ভাঁহি নাযাওঁ। মই জীৱনৰ উচ্চতম জ্ঞান আহৰণ কৰিম। মই মৈত্ৰেয়ী হ'ম। সৰু সৰু বস্তুৱে, সৰু সৰু অভিলাসে যি অমৃত নিদিয়ে, সেই অমৃত মই জ্ঞানেৰে বিচাৰি আনিম, মই আনিমেই।—হুচকু বাষ্পাকুল হৈ পৰাৰ কাৰণে আৰ্চীৰ ছোৱালীজনী লোপাৰ দৃষ্টিপথত লাহে লাহে অস্পষ্ট হৈ গ'ল।

---

☐ ৰচনা ১৭৮১।

# লখিমী

## ফুল বৰা

ঘৰৰ ভিতৰৰ পৰা ওলাই আহি মহেন্দ্ৰ বাৰাণ্ডাখনতে ক্ষন্তেক ৰ'ল। কাষতে থিয় হলহি পখিলা। মনটো তাইৰ যেন মুকলি নহয়। আগে-পিছে আহিলে তাইক দেখোন ৰঙমনেই থকা দেখে। ইয়ালৈ মহেন্দ্ৰ কেৱ্লাবাৰো আহিছে। আনকিবাৰৰ দৰে মহেন্দ্ৰই পখিলাৰ মুখত পোহৰৰ লেশমানো দেখা নাই। তললৈ মূৰ কৰি তাই ভালেমানপৰ একেধৰণেই থাকিল। চকুহুটাও একো একোবাৰ সেমেকি উঠা মহেন্দ্ৰৰ চকুত নপৰাকৈ থকা নাই। মহেন্দ্ৰই তাইৰ মুৰটোত হাতফুৰাই কলে—

আই অ' মন মাৰি নাথাকিবি আমি নিলগত আছো। সুখে দুখে এইখন ঘৰহে পাবি। কপালত কিবা ভাল হ'ব লগা থাকিলে হ'ব। ভুগিব লগা থাকিলে ভুগিবি। লোকৰ ঘৰত এইদৰে থৈ মই জানো সুখ পাইছো হঁ?

শেষৰ কথা কেইষাৰ কণ্ঠতে মহেন্দ্ৰৰ মাতটো কঁপি উঠিল। জনম দিয়া জীয়াৰী। তাইৰ কিবা দুখ হলে সি কেনেকৈ সহিব পাৰে? আগনিশা শোৱাবিচনাখন ঠিক কৰি দিওঁতে পখিলাই কওঁ নকওঁকৈ কোৱা কথা কেইষাৰ মহেন্দ্ৰৰ কাণত বাজিয়ে আছে। মনটোৱে একো বাৰ স্থিৰতা হেৰুৱাই পেলাব খোজে। পিছ পাকত কিবা ভাবি মহেন্দ্ৰ সহজ হৈ পৰে এবাৰ বাৰাণ্ডাৰ পৰা নামি ঘৰটোৰ চৌহদটো মহেন্দ্ৰই এনেয়ে এবাৰ চাই ল'লে। তামোলে, পাণে, নাৰিকলে কেওদিশ শুৱনি হৈ আছে। পখিলাৰ জানো...........।

মহেন্দ্ৰই কান্ধত ওলোমাই লোৱা টোপোলাটো হাতেৰে পিটিকি চালে। বিস্কুট, মিঠাই পুৰণি আধ পুৰণি কাপোৰ দুডোখৰমান মোনাটোত

কোনোমতেহে আঁটিছে। ঘৰৰ বুঢ়ী গৰাকীও এটা সময়ত বাহিৰলৈ ওলাই আহিল। হাতত পুৰণি চাদৰ এখন। পখিলাৰ হাতত দি বুঢ়ীয়ে ক'লে—

হেঁ। এইখন পিতায়েৰৰ মোনাটোতে ভৰাই দে। মাৰলৈ দিবা। আদপুৰণি চাদৰ দুদিনমান ল'ব পাৰিব।

চাদৰখন মোনাত ভৰাই মহেন্দ্ৰই ভাবিলে এবা, মাকে ভালেই পাব। দুখন কাপে'ৰ গাত আঁৰিবলৈ টনাটনি। ঘৰত থাকিলে মেথনি মাৰিয়ে চলে। বাজলৈ গ'লেহে গাত কিবা এডোখৰ মেৰিয়াই যায়। বৈ-কাটি 'ল'বলৈকো সূতা-নেতা পালেহে। কেতিয়াবাহে এজুটি লগায় মানুহজনীৰ আজিকালি গা-মূৰো ভালে নথকা হ'ল। খাওঁতাও কেবাটাও হ'ল গোঁসায়ে দিছেহে, মেটমৰা বোজা বৰলৈ শকতি দিয়া নাই। ঠেংগজা দুটাক দুঘৰত থৈহে এতিয়ালৈ ভত পাইছো। মাহেকৰ পাওনাখিনি ছমাহৰ মূৰত আনোগে। যাতে ধান দুমোণকে কিনিব পাৰো।

বুঢ়ীগৰাকী ভিতৰলৈ সোমাই গ'ল। মহেন্দ্ৰই থিয়াথি কৰি থাকি চুকতে থকা ভগা মুঢ়াটোতে বহিলহি। মালিকে হাতখৰচ বুলি টকা কেইটামান দিও বুলিছে। দিয়া থোৱাত হাতধৰা নাই মানুহঘৰে। ঘৰখনত মানুহ বুলিবলৈ মাক আৰু পুতেকহে। পুতেকে দুবাৰো দুঠাইৰ পৰা ছোৱালী আনিছিল। আনিলে কি হ'ব? যাৰ কপালত যেনে লেখন আছে। বছৰটো ঘূৰিবলৈকে নাপায়। কিবা দায় দোষ লাগি দুদিন শোৱাপাটি লৈয়ে ঢুকায়। কিবা বিকৃচিনা লাগিয়ে সেইজনে ঘৰ কৰাৰ কথা আৰু ভৰা নাছিল।

পখিলাই যোৱা নিশা কি কথাবাৰ ক'লে বাৰু? নখটো চিকুটি চিকুটি পখিলা ভালেমান পৰ বাৰাণ্ডাতে থিয় হৈ ৰ'ল। ওখই পাখই লচপচীয়া জনী হৈ পৰিছে তাই। কইনাকাল পোৱা কেইমাহমানহে হৈছে। মাকজনীয়ে নেপালে, ইয়াতে বুঢ়ীগৰাকীয়ে নিয়মটো কৰি থলে হেনো।

সিবেলি পইচাকেইটা নিবলৈ আহোতে দুদিনমানলৈ পখিলাকো

নিব খুজিছিল মহেন্দ্ৰই। চাহটোপা মুখত লৈ মহেন্দ্ৰই বুঢ়ীগৰাকীক কওঁ নকওঁকৈ কৈছিল—

তুদিনমানলৈ তাইক নিওঁ বুলিছো। মাইকীৰ চিত নহয় আই। চাবলৈ বিচাৰিছে। আজি লৈ যাওঁ, পৰহি ময়ে থৈ যামহি।

মহেন্দ্ৰই কথা কেইষাৰ কৈ বুঢ়ীৰ মুখলৈকে ভেবা লাগি চাই ৰ'ল। অলপ সময় মনে মনে থাকি বুঢ়ীয়ে ক'বলৈ ধৰিলে—

বুজিছা, এইখন ঘৰত এদিন কি নাছিল? তুখনকে গাড়ী, গৰু গাই হাঁহ কুকুৰাৰে নদনবদন আছিল। বাপেক হানি হওঁতে তাৰ বয়স দহবছৰ মানহে। পঢ়িশুলি মাটিবাৰী সোপাকে চলাই খাইছিল। মোৰ কৰ্ত্তব্য মই কৰিছিলো। তৰ সংসাৰখন সম্পূৰ্ণ নহলগৈ। মনৰ বেজাৰতে মদ-ভাঙ খাবলৈ ল'লে। জুৱা খেলিবলৈ ললে। মাজে মধ্যে ৰাতি ঘৰ নচপা হ'ল। আহিলেও মোৰ ছাঁটোকে সি নসহা হ'ল বুজিছা? মাটিবাৰি সোপাকে বেচিলে। এতিয়া থকা ভেটিটোহে ৰৈছেলৈ। লগ সঙেই তাক বেয়া কৰিলে। এই পখিলা অহাৰ পৰা তাৰ অতপালি অলপ শাম কাটিছে। ঘৰ চাপোঁতে কিবা অকণ ধৰি আছে। এই চন্তালে। যাঠী বছৰ হ'ল আৰু। কোনোমতে পাৰ হ'ব পাৰিলেই হয় আৰু।

বুঢ়ীগৰাকীৰ কথা কেইষাৰ শুনি মহেন্দ্ৰৰ বেয়া লাগিল। কণাৰ লাখুটি হৈ পখিলা আছেহি। থাওক। মহেন্দ্ৰই বিস্কুট তুটামান, চাহ-পাত, চেনি অকণ টোপোলা বান্ধি ঘৰমুৱা হ'ল সেইদিনা।

যোৱা নিশা পখিলাই তাক এবাৰ কৈছিল :

আয়ে মোক তোৰ লগত যাওঁ বুলি কবলৈ হাক দিছে। খোৱা বোৱা সুখকণ এৰি গ'লে হেনো বেয়া পাব। তাতে মই থকাৰ পৰা পিতেক হেনো ভাল হৈছে।

ঘৰৰ মালিক ওলাই আহি মহেন্দ্ৰৰ হাতত টকা একুৰি গুজি দিলে।

এতিয়া এইখিনিকে নিয়া। আকৌ আহিলে এইদৰে দুই এটকা নিবাহি।

হ'ব হ'ব। ভাল তেনে আহোঁ।

হাতদুটা ওপৰলৈ তুলি নমস্কাৰ এটা জনাই মহেন্দ্ৰ আলিবাটও উঠিলগৈ। আমনজিমনকৈ থকা পখিলালৈ দুবাৰমান উভতি চালে।

"তইঁতে মোৰ কাৰণে আৰু নাভাবিবি পিতাই। মই ইয়াতেই ৰ'ব লাগিব উভতি যোৱাৰ কোনো উপায় নাই আৰু পিতাই।"

কালি কোৱা পখিলাৰ এই কেইটা কথা মহেন্দ্ৰৰ কাণত ঠহৰ ঠহৰকৈ বাজি থাকিল। ব্যস্ত ৰাজআলিটোৰ গাড়ী—মটৰৰ শব্দতকৈ পখিলাৰ মাতটো ডাঙৰ হৈ কাণদুখনত খুন্দিয়াবলৈ ধৰিলে। পখিলাইও টকা এশ মহেন্দ্ৰৰ হাতত দিছিল। এইবোৰ হোনো তাইক মালিকে সময়ে সময়ে দিয়া টকা। গোটাই থৈছে। পখিলাই কোৱামতে ঘৰ-খনৰ ধন বয়বস্তুৰ ভঁড়াল হেনো তাইৰ হাততে। কিন্তু কথাবোৰ আও পকীয়া হৈ আহিছে দেখোন।

প্ৰথম দিনা থ'বলৈ আহোঁতে মালিকজনে তাক কৈছিল—

থাওক দিয়া তাই ইয়াতে। বুজন হলে, কামবন শিকিলে লৰা এটা চাই উলিয়াই দিম। তুমি চিন্তা নকৰিবা।

কথাবোৰ ভাবি ভাবি মহেন্দ্ৰ এটা সময়ত বাছস্টেচন পালেগৈ। বাছত উঠি হাতৰ মোনাটো এবাৰ পিটিকি চালে। ধুতিৰ খোচনাত থকা টকাশও চাই ল'লে। মহেন্দ্ৰৰ মনত পৰিল—পখিলাক কোঁচত লৈ বুঢ়ীমাকে চুমা দুটামান খাই কৈছিল—

এইজনী লখিমী আহিছে। ধনে—ধানে তোৰ ঘৰ উপচি পৰিব। তেতিয়ালৈ কত জীয়াই থাকিম চাগে। কুশল হওক মোৰ আইজনীৰ।

এইকালে পইচা দিব............

কণ্ডাক্টৰৰ মাতত মহেন্দ্ৰই চক খোৱাদি খালে। জেপৰপৰা টকা তিনিটা বিনা দ্বিধাই উলিয়াই দিলে মহেন্দ্ৰই। আনকালে কণ্ডাক্টৰক

টকা এটা টিপতে দি এইছোৱা বাট অহা-যোৱা কৰে। এইবাৰহে পূৰা টকা উলিয়াই দিছে।

বাছখনত দাঁতিৰ ফালে বহি লৈ মহেন্দ্ৰই বহুত কথা ভাবি গ'ল। অসংলগ্ন কথাবোৰৰ মাজত পখিলাৰ কথাষাৰ তেতিয়াও কাণত বাজি থাকিল। তাইৰ বাৰু এইখন ঘৰলৈ উভতি অহাৰ বাট সঁচাকৈয়ে বন্ধ হ'ল নেকি?

□ 'সাতসৰী' আলোচনীত প্ৰকাশিত। ১৯৮১

# জয়ন্ত ! তোমাৰ বাতৰিৰে

**মিলতি হাজৰিকা**

এয়া মেলি থোৱা খিৰিকীখনেৰে ডাৱৰে ঢকা জোনটোৰ পোহৰি পোহৰি আভাবোৰ সোমাই মোৰ মনটোক আৰু উতলা কৰি দিছে। জোনৰ দেখ-নেদেখ পোহৰবোৰ অবাধ্য হৈ আঁঠুৱাৰ মাজেদি সৰকি আহি ভাগৰি পৰি অলপ আগতে টোপনি যোৱা সুব্ৰতৰ মুখখন মই দেখা কৰি তুলিছে। সুব্ৰতৰ তপত উশাহবোৰ মোৰ গালে-মুখে সিঁচৰতি হৈ পৰিছে। সুব্ৰতৰ ডেকা তেজৰ কেঁচা উমটোৱে মোৰ বুকুৰ ভিতৰখন লোভ লগাকৈ উতলা কৰি তুলিছে—সেই উমতে টোপনি যাব পৰাকৈ। এয়া যি কোনো নাৰীয়ে প্ৰেমত পৰিব পৰাকৈ ৰূপ-যৌৱন থকা আৰু থাকিব লগা বৈভৱৰ অধিকাৰী সুব্ৰত নিৰ্ভয়ে শুই আছে মোৰ উন্মুক্ত দুবাহুৰ মাজত। মই জানো, সুব্ৰতৰ প্ৰতি অন্যায় কৰা মোৰ পাপ হব। সুব্ৰত মোৰ স্বামী। মই নিজ ইচ্ছাৰে সুব্ৰতক বিয়া কৰাইছো ভৱিষ্যত জীৱনটোত সুখী হব পাৰিম বুলি।

তথাপিতো, সুব্ৰতক মোৰ নিচেই কাষত পাই, সুব্ৰতৰ উশাহবোৰ মোৰ গালে-মুখে লগাকৈ ওচৰত পাই আৰু চিৰদিনৰ কাৰণে মোৰ কৰি লৈয়ো, জয়ন্ত, আজি অক'মান সময়ৰ কাৰণে হলেও মোৰ তোমাৰ কথা মনত পৰিছে। নিস্তব্ধ কোঠালীটোত সুব্ৰত আৰু মই অকলে। সুব্ৰত মোৰ বুকুৰ উম লৈ টোপনিত লালকাল আৰু মই দেখ-নেদেখ জোনাকৰ পোহৰত, বাহিৰত শূন্যৰ বাহিৰে একো নেদেখা আকাশখনলৈ চাই চাই তোমাৰ কথা সুঁৱৰিছো এবাৰৰ কাৰণে হলেও। বাহিৰত ৰাতি গভীৰ হৈ অহাৰ লগে লগে পোক-পৰুৱাবোৰৰ মাতৰ বাহিৰে একো শুনা পৃথিবীখনত মই সাৰে থাকি ভবাৰ বাহিৰেতো আৰু একো উপায় নাই।

জয়ন্ত! মই খুব ভালকৈ বুজিছো, সুব্ৰতক মোৰ বুকুৰ মাজত লৈ নিৰ্ভয়ে টোপনি যাবলৈ দি মই সাবে থাকি তোমাৰ কথা ভবাটো খুব অন্যায়। সুব্ৰতইতো ভাবিব নোৱাৰে তেওঁক মোৰ বুকুৰ উমত টোপনি যাবলৈ দি মই সাৰে থাকি তোমাৰ কথা চিন্তা কৰিছো বুলি। কিন্তু মোৰ চিন্তা আৰু অন্তৰৰ কোমল অনুভূতিবোৰে তোমাক এতিয়া স্পৰ্শ কৰিব নোৱৰাকৈ তুমি দূৰত বৈ গ'লা। গতিকে মোৰ ভাববোৰেও যেতিয়া তোমাৰ স্মৃতিক সুঁৱৰি চোৱাৰ বাহিৰে তোমাকে ঢুকি নেপায়গৈ, তেন্তে অন্ততঃ এবাৰৰ কাৰণে, হয়তো শেষবাৰৰ কাৰণে, তোমাৰ কথা ভবাত মোৰ দোষ নাই নিশ্চয়! কিন্তু মোৰ যে সুব্ৰত নিচেই কাষতে আছে!

অ ৰ'বা! সুব্ৰত দেখোন গাটো লৰাই মোৰ গাত জাৰ লগাই আঁতৰি গ'ল। মোৰ মনটোৰ কথাবোৰ বুজি পাইছে নেকি বাৰু? নাই সুব্ৰতই বাগৰ সলাইছে। তাৰপাছত শুনা জয়ন্ত! সুব্ৰতকতো মই নিজৰ কৰি লোৱা বহুত দিন হোৱা নাই। কেঁচা হালধিৰ ৰংবোৰ হয়তো বিচাৰিলে এতিয়াও মোৰ দেহাত লুকাই থকা, মই চকুৰে ঢুকি নোপোৱা ঠাইবোৰত পাবা। (ইস! অজন্তা, মায়াশ্ৰী, চন্দ্ৰলেখাহঁতে নাকে-মুখে জোৰ কৰি ঘঁহি দিওঁতে চুলিত লাগি থকা মাহ-হালধিবোৰ যে মই আহি সুব্ৰতহঁতৰ ঘৰতহে একবাৰ পাৰিছিলোঁ!) সুব্ৰতৰ পৰিচয় মোৰ কাৰণে এতিয়াও নতুন হৈ আছে। কিন্তু ভাবি চোৱা জয়ন্ত! মোৰ অতীত জীৱনৰ কুমাৰী মনটোৰ আটাইবোৰ ৰঙতে তুমি আছিলা। খুব বিশ্বাস কৰি আৰু কুমাৰী মনটোৰে কাৰোবাক আপোন কৰাৰ আটাই-বোৰ উৎসাহেৰে তোমাৰ কাষত মই ধৰা দিছিলোঁ, মোৰ জীৱনৰ প্ৰথম পুৰুষ তুমি আছিলা। তোমাৰ পৰাই পৃথিৱীখনক নতুনকৈ চাবলৈ শিকিছিলোঁ আৰু পৃথিৱীৰ আটাইবোৰ বস্তুকে ধুনীয়া দেখিছিলোঁ। কলেজলৈ যাওঁতে তোমাৰ বাহিৰে বাটৰ কাষত ছোৱালীৰ আসৈ পাবলৈ বৈ থকা ল'ৰাবোৰ মোৰ চকুত নপৰা হৈ গৈছিল। সেই কাৰণেই এদিন কলেজলৈ যোৱা দেখি হুওঁতে হয়তো কালৈকো নোচোৱাকৈ মুলাগাভৰুৰ

পৰে খোজ দি যাওঁতে কোনোবা পাণ-দোকানত বহি মুখৰ ৰজুমতি মাৰি ভিতৰৰ মানুহটোক শান্ত কৰা ল'ৰাই কৈছিল—"আও ইমান গহীন পাই, ভয়েই লাগে। কি কাৰ চাপিবি জোতাৰ কোবহে খাব লাগিব।" সেইদিনা মনটো আনন্দত নাচি উঠিছিল। অন্ততঃ তোমাৰ কথা ভবাত বাধা দিব নোৱাৰে বুলি।

মনত পৰে জয়ন্ত! তুমি যে মোলৈ প্ৰথম চিঠিখন লিখিছিলা সেউজীয়া চিয়াঁহীৰে? প্ৰকৃতিৰ যিটো ৰং সেইটো ৰঙেৰে। ৰাতি মোক মাত লগাবলৈ আহি তোমাৰ হাতত থকা ইংৰাজী সাহিত্যৰ বহীখন ঘুৰাই দিছিলা। মইতো জনা নাছিলোঁ তোমাৰ মনৰ ছুৰবিডৰাত মোৰ মৰমৰ আঁচোৰ পৰিছিল বুলি। তুমি গ'লাগৈ। কিন্তু পুৱা উঠি বহীখন কিতাপ থোৱা মেজৰ বহীবোৰৰ মাজৰপৰা টানি আনি কি প্ৰশ্নৰ উত্তৰ লিখিলানো চাবলৈ লৈ মই বহীখনৰ মাজৰ পাতখিলাত—"বন্ধু! কাইলৈ মই গৰমৰ বন্ধৰ বাবে ঘৰলৈ যামগৈ। কিন্তু ঘৰত গৈতো শান্তি নেপাম। মোৰ মনটো অবাধ্য হৈ বাৰে বাৰে তোমাৰ ওচৰলৈ যাবলৈ বিচাৰিছে। যদি মোৰ মনটো বুজিবলৈ চেষ্টা কৰা আৰু তোমাৰ মন-টোৰেও অনুমতি দিয়ে তেনেহলে চিঠি দিবা। মোৰ মৰমবোৰ তোমাৰ বাবেই—জয়ন্ত"—বুলি লিখা তোমাৰ চিঠিখন পঢ়াৰ পিছত মোৰ মনটোৰ অৱস্থা কেনেকুৱা হৈছিল তোমাক হয়তো নকলেও হব। মোৰ বুকুখন বাৰে বাৰে উঠা-নমা কৰিছিল, হাতভৰিবোৰ অৱশ অৱশ লাগিছিল আৰু কাণ দুখনে কাম নকৰা যেন লাগিছিল। কিন্তু ঘৰৰ মানুহৰ আগত ধৰা পৰি যোৱাৰ ভয়ত চিঠিখন লৈ আঁতৰি পৰিছিলোঁ। পিছ-দিন গা ধুবলৈ গৈ দেখিলোঁ—বুকুৰ মাজত ভৰাই থোৱা চিঠিখনৰ আখৰবোৰ ধৰিব নোৱাৰাকৈ বহি গৈছিল মোৰ বুকুত। তেতিয়াই তুমি মোৰ মনটোৰো অধিকাৰী হৈছিলা।

কি হ'লনো সুব্ৰতৰ! ডিঙিৰপৰা বেয়াকৈ মাত এটা ওলাইছে দেখোন। উশাহ লোৱাত কষ্ট পোৱাকৈ ডিঙিটো মোটোকা মাৰি শুইছে। ৰ'বা জয়ন্ত! অক'মান ৰ'বা। সুব্ৰতৰ ডিঙিটো পোনাই দিও।

ও—এতিয়া, তাৰপিছত কথাবোৰ কি হৈছিল মনত পৰিছে। কলেজীয়া জীৱনৰ আটাইবোৰ ৰঙেই তোমাক আৰু মোক ওচৰ চপাই নিছিল। পেটে পেটে কিন্তু ভয় লাগিছিল মাইঁতে গম পালে মনত কিমানেই যে আঘাত নেপাব বুলি। সেই কাৰণেই তুমি মোক আপোন কৰি বিচৰাৰ পাচত আমাৰ অন্তৰৰ দুৰ্বলতাবোৰ মাৰ ওচৰত বা ঘৰৰ কাৰোবাৰ ওচৰত ধৰা পৰি যায় বুলি তোমাক আমাৰ ঘৰলৈকে অহাটো মানা কৰি দিছিলোঁ। যদিও তোমাক আঁতৰাই মোৰ মনটোক দমাই ৰাখিবলৈ মই যথেষ্ট কষ্ট কৰিব লগা হৈছিল। সকলো সহ্য কৰিছিলোঁ বিজয়-মাধব বৰুৱাৰ একমাত্ৰ কন্যা হিচাপে—তেওঁলোকৰ মুৰত কিছুমান বেদনাৰ বোজা চপাই দি মোক ঘৰৰপৰা সোনকালে আঁতৰাই পঠিয়াবৰ ব্যৱস্থা নকৰিবৰ বাবে। সেই কাৰণে কেতিয়াবা মাইঁতৰ লগত আবেলি ফুলনিত বহি কথা পাতি থাকোঁতে হঠাৎ যদি তোমাক আলিবাটত দেখিছিলোঁ, মোৰ মনটোৰ আটাইবোৰ কথাৰ আঁতেই হেৰাই গৈছিল। কোৱা কথাবোৰ পাহৰি গৈছিলোঁ আৰু সহজ হবলৈ যত্ন কৰি কিবা অস্বাভাৱিক হৈ পৰিছিলোঁ। কিন্তু মাইঁতে গম ধৰিব নোৱাৰাকৈ নিজক সংযত কৰিবলৈকো শিকিছিলোঁ আৰু পৃথিৱীখনৰ বহুত কথাকেই মই তোমাৰ কাৰণে শিকিব লগা হৈছিল।

কিন্তু জয়ন্ত! তুমি ইমান কাপুৰুষ বুলি মই পঢ়িবলৈ গুচি যোৱাৰ পাচতো ভাবিব পৰা নাছিলোঁ। তোমাৰ মাৰ হঠাৎ মৃত্যু হোৱা কাৰণে তোমাৰ ডিগ্ৰী পৰীক্ষা দিয়া নহ'ল আৰু সিয়েই তোমাৰ জীৱনৰ সোঁতটো সলনি কৰি পেলালে। তেতিয়াই তোমাৰ আৰু মোৰ মাজত শিক্ষাৰ ব্যৱধানটো আহি পৰে। কিন্তু কি জানা! ভগৱানে মানুহক আটাই-বোৰ চহকী কৰি নিদিয়ে। ক'ৰবাত অক'মান খুঁত থয় যাতে সৃষ্টিকাৰী ভগৱানতকৈও মানুহে নিজকে শ্ৰেষ্ঠ বুলিব নোৱাৰে। জানো, তুমি ঘৰখনত সৰু নহলেও তোমাতকৈ আঠ বছৰৰ সৰু সুশান্তৰ জন্মৰ আগলৈকে মুমলীয়া ল'ৰা এটাৰ সকলোবোৰ আদৰকে পাই খুব অভিমানী হৈ পৰিছিলা। কিন্তু তোমাৰ অভিমানী মনটোৰ আঁৰত যে

কাপুৰুষ মন এটা লুকাই আছিল জনা নাছিলোঁ। 'যেতিয়া তোমাৰ বন্ধু প্ৰতিমে মোৰ আগত তুমি কিমান সাহসী তাৰ কথা কৈ, লাজ দিব খোজোঁতে অক'মান ঘটনাটোৰ কথা বৰ্ণনা কৰি কৈছিল যে এবাৰ কাজিয়া লাগোঁতে ভুটামান ল'ৰা গোট খাই তোমালোক কেইটাক ধৰোতে তুমি বোলে ভয়তে কান্দি দিছিলা আৰু সেইদিনা ৰাতি তুমি তোমাৰ মাৰ লগত শুইছিলা? সেইবোৰ বাৰু সাধাৰণ কথা। কিন্তু কিয় তোমাৰ কাপুৰুষ মনটোৱে মোৰ সকলোবোৰ কথাকে সহজভাৱে লব নোৱাৰিলে? মোক তো তুমি চাৰিটা বছৰকৈ কাষত পালা? তেন্তে, এজনী ছোৱালীৰ বিষয়ে জানিবলৈ তোমাৰ চাৰিটা বছৰেই যথেষ্ট নহ'ল? মোক চাৰিটাকৈ বছৰ কাষত পায়ো জানিবলৈ বাকী থাকিল কি? নহলে লোকৰ সজা কিছুমান কথাত ভোল গৈ কিয় মোৰ আশাবোৰ নষ্ট কৰি দিলা?

আজি তোমাৰ কথা ইমানকৈ কিয় মনত পৰিছে জানো। আজিৰ জোনটোৱেও তোমাৰ কথাটো মনত পেলাইছে। মই পঢ়িবলৈ গুচি যোৱাৰ পাচত তুমি কৈছিলা মোক চাবলৈ বহুত দিন মোৰপৰা আঁতৰি থাকিবা। সেইদিনা তোমাক ইমান ধুনীয়া দেখিছিলোঁ। পাটৰ পাঞ্জাবীটো আৰু ফিৰ্‌ফিৰিয়া ধুতিখনে তোমাক মোৰ বন্ধু মহলত আৰু বেছি কৌতূহলী কৰি তুলিছিল। মোৰ ৰুমমেটৰ বাহিৰে তোমাৰ প্ৰকৃত পৰিচয় কোনেও নেজানিছিল। সেয়েহে মোক লগ পাবলৈ অহা ধুনীয়া ল'ৰাটোৰ লগত মই কথা পাতি থকা অৱস্থাত লেখা, শিখা, ইপ্সিতা, শলিতাহঁতৰ মাজত টান-আঁজোৰা লাগিছিল। তুমি মোক চিলঙলৈ যাবলৈ লগ লৈছিলা। মই কিন্তু মান্তি হোৱা নাছিলোঁ। মানুহৰ চকুত পৰি যোৱা কাম কৰাত মোৰ সদায় আপত্তি। তোমাৰ প্ৰতি মোৰ বন্ধু স্মিতাৰ খুব বেছি আগ্ৰহ হৈছিল। তুমি মোক চিলঙলৈ লগ ধৰাৰ আগতে আমি তিনিজনীয়ে যোৱাটো ঠিক কৰিছিলোঁ। সেই কাৰণে পিছদিনা তোমাৰ লগতে স্মিতা আৰু মোৰ ৰুম-মেট কাবেৰিক পঠালোঁ চিলঙলৈ, মই বৈ গলোঁ। বাচ-ষ্টেচনত কিন্তু তোমালোকক

আগবঢ়াবলৈ গৈ মই স্মিতাৰ আগত অলপ ধৰা পৰিছিলো নেকি? তোমাক যে স্মিতাৰ লগত কিমান জোকাইছিলোঁ?

উস! সুব্ৰতই দেখোন খুব জোৰেৰে মোক ওচৰলৈ চপাই নিছে! কি তেন্তে জয়ন্ত! মই সুব্ৰতৰ কাষৰপৰা বহুত আঁতৰি গৈছোঁ নেকি তোমাৰ কাষলৈ? কেতিয়াও হব নোৱাৰে। এয়া কেৱল স্মৃতি ৰোমন্থনহে। মোৰ মনটো মাথোন তোমাৰ ওচৰলৈ গৈছে। মই দেখোন গোটেই মানুহজনী সুব্ৰতৰ উম পোৱাকৈ গাৰ কাষতে! আজি ৰাতিটোৰ কাৰণে তোমাৰ কথা ভবাত ভগৱানেও নিশ্চয় মোক দোষাৰোপ নকৰে। আৰু এওঁতো কবই নোৱাৰে। সুব্ৰতৰ প্ৰতি অন্যায় কৰাটো যে মোৰ পাপ হব সেইটো মই জানো। সুব্ৰত যে মোৰ স্বামী। মই নিজ ইচ্ছাৰে সুব্ৰতক বিয়া কৰাইছো তোমাৰ ওপৰত প্ৰতিশোধ লবৰ বাবেই। কিন্তু তাতকৈ বহুত আগতেই তুমি নিৰ্মালিক আপোন কৰি ললা।

তুমি বাৰু ইমান সোনকালে মোৰ সপোনবোৰ কিয় নাইকিয়া কৰি দিলা? মইতো তোমাৰ একো দোষ কৰা নাছিলোঁ? মোৰ তোমালৈ লিখা চিঠিবোৰ কিয় তোমালোকৰ কলেজৰ মুখত থকা পাণ-দোকানৰ দোকানীয়ে পাণ-তামোল বন্ধা কাগজ কৰিবলৈ পালে? অনুৰাধাই মোক যেতিয়া কৈছিল—সিহঁতৰ নবৌয়েকে ঘৰলৈ আলহী অহাৰ কাৰণে গোটা তামোল নথকাত তামোল-পাণ কিনাই অনাই আলহীক দিছিল। তেতিয়া তামোল-পাণ বান্ধি অনা কাগজখনত তোমালৈ লিখা মোৰ আটাইবোৰ কথাই স্পষ্ট হৈ পৰিছিল। যিহেতু অনুৰাধাই নবৌয়েকক এদিন কৈছিল তোমাৰ আৰু মোৰ মাজৰ সম্বন্ধটোৰ কথা আৰু অনুৰাধাৰ কাৰণে মোৰ আনৰ লগত নিমিলা আখৰবোৰ অচিনাকি নাছিল। কলেজত কবি-সাহিত্যিক হিচাপে খ্যাতি থকা তোমাক প্ৰায় সকলোৱে জানিছিল অমায়িক ছাত্ৰ বুলি। কিন্তু সেইবোৰ মানুহেতো জনা নাছিল তুমিয়েই এজনী ছোৱালীৰ জীৱনটো কামুৰি খালা বুলি!

জয়ন্ত! তুমি নিশ্চয় জানা যে মন গলে আৰু লগতে অলপ সম্পত্তি

থাকিলে পৃথিবীৰ যি কোনো এজনী ছোৱালীকে বিয়া কৰাই স্ত্ৰী কৰিব পাৰি, কিন্তু লগ পোৱা আটাইবোৰ ছোৱালীকে প্ৰেয়সী কৰিব নোৱাৰি। জীৱনৰ সৰ্বস্ব দি ভাল পাব নোৱাৰি। তুমি নিৰ্মালিক লৈ কিমান সুখী হৈছা নেজানো। কিন্তু মই যে সুব্ৰতক লৈ সুখী হবলৈ যত্ন কৰিছো আৰু এদিন তোমাক একেবাৰে পাহৰি সুব্ৰতক লৈ সুখী হব পাৰিম মোৰ মনটো দৃঢ় এই বিষয়ত। মই যে সুখী হবই লাগিব সুব্ৰতৰ লগত। কাৰণ সুখী হবৰ কাৰণেই সুব্ৰতক বিয়া কৰাইছোঁ।

কোনো ক'লে জয়ন্ত! তোমাৰ আগত ইমান মিছা কথা এটা? ক'তা মই তো তোমাৰ বাহিৰে আন কাৰো কথাই চিন্তা কৰা নাছিলোঁ। কিন্তু মই জানিছিলোঁ যে তোমাক চিৰদিনৰ কাৰণে পাবলৈ হলে ঘৰত কিমান যুদ্ধ কৰিব লাগিব। তোমাৰ কাৰণে মই ঘৰৰ লগত যুদ্ধ কৰিবলৈকো সাজু আছিলোঁ। কিন্তু তুমি এইবোৰ কি কৰি পেলালা? মোকতো তুমি এবাৰো সুধি নেচালা লোকৰ মুখত শুনা কথাবোৰ কিমান সঁচা? তোমাৰ ইমানকণো সাহ নহ'লনে যে মোৰ চকুত আগত থিয় হৈ মোৰ মুখৰপৰা লোকৰ মুখত শুনা কথাবোৰৰ সত্যতা বিচাৰ কৰিবলৈ? মোক যদি তুমি নিজে আহি সাহ কৰি সুধিলাহেতেন তেনেহলে মই অকণো বেয়া নেপালোঁহেতেন। যিহেতু সেইবোৰ কথাৰপৰা মই বহুত আঁতৰত আছিলোঁ তোমাৰ বাবেই।

তুমি হয়তো নেজানা, মই পঢ়িবলৈ অহাৰ বহুত আগৰেপৰা মোৰ সম্বন্ধীয় মামা এটাই খানাপাৰা ফাৰ্মত কাম কৰিছিল। সিয়েই মই পঢ়িবলৈ অহাৰ পিছত মাজে-সময়ে আহি মোৰ খা-খবৰ কৰি থাকে আৰু কেতিয়াবা মনটো বেয়া যেন দেখিলে মোক ফুৰাবলৈ লৈ যায়, চিনেমা দেখুৱায় আৰু পিছত হোস্টেলত থৈ যায়হি। আমাৰ সমাজখনৰ চকু এহাল ল'ৰা-ছোৱালী ফুৰাৰ ওপৰতহে পৰে, কিন্তু সেইকাল ল'ৰা-ছোৱালী ভিতৰত যে বাহিৰৰ জগতখনৰ পৰচৰ্চা কৰা সুখবোৰে আলোচনা কৰিব নোৱৰাকৈ কিবা সম্বন্ধ থাকিব পাৰে সেইটো কেতিয়াও ভাবি নেচায়। হোস্টেলত থকা ছোৱালীবোৰৰ মাক-বাপেকবোৰ যে নিজ

নিজ ঘৰত জীয়াই থাকে আৰু ছোৱালীহঁতৰ খা-খবৰ ৰাখে—সেইটো কথা হয়তো মানুহবোৰে ভাবিব নোৱাৰে। হোস্টেলত থাকিলেই ছোৱালী বেয়া হৈ নেযায়। গতিকে তুমিও পঢ়া-শুনা জনা ল'ৰা এটাই লোকৰ মুখত শুনা কথা এটাতে হয়ভৰ দি ইমান ডাঙৰ কামটো কৰা উচিত নাছিল। আমাৰ মনবোৰৰো দাম আছে জয়ন্ত! দুখ-বেদনাবোৰ অন্তৰত দকৈয়ে উপলব্ধি কৰিব পাৰোঁ। কিন্তু নেভাবিবা জয়ন্ত! তোমালোকেই কেৱল প্ৰতিশোধ লব জানা। নিৰ্মালিক বিয়া কৰালা মোৰ কোনো আক্ষেপ নাই। মোক ভাল পালা বুলিয়েই যে মোক বিয়া কৰাব লাগিব তাৰ কোনো মানে নাই। কিন্তু মোৰ দুখটো ক'ত জানা? মোৰ দুখটো হ'ল যে মোৰ বিষয়ে তোমাক কোনোবাই কিবা কোৱাৰ পিছত তোমাৰ সেই কথাবোৰ মোক সুধিব পৰাকৈ সাহ নহ'ল কিয়? অন্ততঃ তুমি মোক এই বিষয়ে সুধি চাব লাগিছিল। তুমি ইমান কাপুৰুষ জয়ন্ত! ভালেই হ'ল মোৰ তোমাৰ লগত বিয়া নহ'ল। ছোৱালী ছোৱালী ল'ৰাবোৰ আৰু কাপুৰুষ পুৰুষবোৰ মোৰ মুঠেই ভাল নেলাগে।

ইস্! বহুত ৰাতি হ'ল। দূৰৰ কাচাৰী-ঘৰৰ কাঁহত দুটা বজাৰ কোব পৰিছে। আৰু অক'মান ৰ'বা জয়ন্ত! মোৰো চকু দুটা অৱশ হৈ আহিছে। অক'মান শুই নললে কাইলৈ সুব্ৰতৰ আগত ধৰা পৰি যাব লাগিব। ইমান ধুনীয়াকৈ মোক আমনি নকৰাকৈ অক'মান শিশু এটাৰ দৰে শুই আছে সুব্ৰতটো! সেই কাৰণেই মই তোমাৰ কথা ভাবিব পাৰিছো। হয়তো সুব্ৰতয়ো আজি মোক তোমাৰ কথা ভাবিবলৈ সুবিধা দিছে।

নিৰ্মালিক বিয়া কৰালা মোৰ কোনো আপত্তি নাই কিন্তু মোৰ ৰুম-মেট কাবেৰীলৈ কি কাৰণে চিঠিখন দিছিলা? মোক আওপাকে জনাব খুজিছিলা তোমাৰ বিয়াৰ কথা আৰু মোৰ ওপৰত কিমান প্ৰতিশোধ লৈছা তাকে? কিয় মোলৈকে এখন দেখোন বিয়াৰ চিঠি দিব পাৰিলাহেঁতেন? কাবেৰীও আচৰিত হৈছিল তোমাৰ কাণ্ড দেখি।

তোমাক পাই পৃথিবীখনৰ মানুহক পাহৰি আছিলোঁ। আৰু তোমাৰ বিয়াৰ খবৰ লোৱাৰ পিছৰপৰা পৃথিবীখনক ভাল পাবলৈ যত্ন কৰিছিলোঁ। আৰু সেই কাৰণেই সুব্ৰতক একে কথাত বিয়া কৰিবলৈ মান্তি হৈছিলোঁ।

তোমাৰ লগত মোৰ বিয়া ন'হল ভালেই হ'ল জয়ন্ত! কাৰণ তোমাৰ কাপুৰুষ মনটোৰ লগত এই কোনো দিনে সুখী হব নোৱাৰিলোঁহেতেন। সেই কাৰণেই সুব্ৰতক বিয়া কৰাইছোঁ পুৰুষ পুৰুষ মন এটাক কাষত পাম বুলি। এতিয়া সুব্ৰতক সুখী আৰু লগতে ময়ো সুখী হোৱাৰ চিন্তাই মোৰ ভৱিষ্যৎটো আগুৰি আছে। আজিৰ দিনটোৰ পিছত আৰু কোনো দিন তোমাৰ কথা মনলৈ নানো বুলি ভাবিছোঁ, তুমি মোৰ জীৱনৰ প্ৰথম পুৰুষ আৰু কুমাৰী মনটোৰ আটাইবোৰ ৰঙতে তোমাক পাইছিলোঁ কাৰণে আজি সুব্ৰতৰ কাষত থাকি শেষবাৰলৈ তোমাক সুঁৱৰি চালোঁ—সুব্ৰতৰ নিশ্বাস গালে-মুখে লৈ তোমাৰ কথা ভাবিলে কেনেকুৱা লাগে আৰু একেলগে দুজন পুৰুষক ভাল পাব পাৰি নে নোৱাৰি।

☐ 'মমতাৰ বাতৰি' গল্প-সংকলন। ১৯৭৪।

# আদৰৰ-ধন

## বাসন্তী বৰুৱা

নাৱঁৰপৰা নামি যদুনাথে ইফালে-সিফালে চালে। ক'তো বাচ দেখোন নাই। আজিকালি টাউনৰপৰা মানুহ অনা-নিয়া কৰিবলৈ চৰকাৰী বাচ চলে বুলি শুনিছিল। দুই একে কোৱা-কুই কৰিছে বাটটোৰ অ'ত ত'ত ছিগিছে সেয়েহে এমাহমান বাচ এইফালে অহাই নাই। গতিকে টাউনলৈকে এই ছমাইল বাট খোজকঢ়াৰ বাহিৰে গত্যন্তৰ নাই। চাইকেল লগত অনাবিলাকে চাইকেলেৰেই টাউনলৈ বাট পোণাইছে। যদুনাথহঁত নাৱত থাকোঁতেই ডাঙৰ এজাক বৰষুণ পৰিছিল। সেই বৰষুণজাকে বাটটো পিছলাই থৈছে। ৰদ বা বৰষুণ তেতিয়া নাছিল যদিও যদুনাথে হাতত লৈ অহা ছাতিটো এখন হাতেৰে মেলি আনখন হাতেৰে পিন্ধি অহা ধুতি-খন চম্ভালি খোজ আগবঢ়ালে। কিছুবছৰৰ আগলৈকে যদুনাথৰ বাবে ছমাইল পথ খোজকাঢ়ি যোৱাটো ভাতৰ লগত পানী খোৱাৰ নিচিনা কথা আছিল। কিন্তু এতিয়া আৰু যদুনাথৰ সেই শক্তি নাই। বয়সো বাঢ়ি আহিছে। তাৰ উপৰি মনটোকো কিবা পোৱা নোপোৱাৰ বেদনাই হেঁচা মাৰি ধৰি আছে। আজি কিমান-দিন যদুনাথ এই পাৰলৈ অহা নাই। আহোঁ বুলি ভাবিলেই আহিবপৰা হলে অৱশ্যে কোনো কথা নাছিল। উজনিৰ লুইতৰ উত্তৰ-পাৰ আৰু দক্ষিণপাৰ নহৈ যেন উত্তৰমেৰু আৰু দক্ষিণমেৰু। খৰালিতো অহাৰ কথা ভাবিবই নোৱাৰি। আঁঠদহমাইলৰ দীঘলীয়া চৰত জনপৰিবহণৰ বিশজনীয়া ভেনেটত এবাৰ যদুনাথে তাৰ তিনিগুণ যাত্ৰীৰে যাত্ৰা কৰি যি তিতা-কেঁহা অভিজ্ঞতা লাভ কৰিছিল তাৰ কথা মনত পৰিলে যদুনাথৰ এতিয়াও গাটো শিঙৰি উঠে। বাম পানীত ঘণ্টাৰ পিছত ঘণ্টা নাও লাগি ধৰাৰ শাস্তি আছেই। তথাপিও

জানো মানুহ ইপাৰ-সিপাৰ নোহোৱাকৈ আছে। ইপাৰৰ গাঁৱৰ-ধান এইপাৰলৈ আহিছে, এইপাৰৰ পাণ-তামোল, গুৰ, ম'হ সেই-পাৰলৈ গৈছে। এনেকুৱা কিবা এটা কাৰণ থাকিলে অৱশ্যে যদুনাথবো ঘনাই ঘনাই ইপাৰ-সিপাৰ কৰি থাকিবলগীয়া হ'লহেঁতেন। এইপাৰত তাৰ এজন ভায়েক আছে—এখন সৰু গুমটি দি কোনোমতে পৰিয়ালসহ পেট প্ৰবৰ্তাইছে। মাটি বুলিবলৈ ঘৰৰ ভেটিটোৰ বাদে এচিকটাও নাই। ভায়েক শ্ৰীনাথ অৱশ্যে তাৰ সহোদৰ ভাই নহয়। দেউতাকে দুজনী বিয়া কৰাইছিল। শ্ৰীনাথ সৰুজনীৰ ভাগৰ। দুই সতিনীৰ এটি এটিকৈ দুটিয়েই সন্তান আছিল যদুনাথ আৰু শ্ৰীনাথ। দুয়োটাৰে মাক এতিয়া পৰলোকত। দেউতাকৰ মৃত্যু তাৰো আগতেই হৈছিল। দুই সতিনীৰ মাজত থকা খিয়লা-খিয়লি কুচুট-কপটতাৰ মাজতে যদুনাথ আৰু শ্ৰীনাথ মানুহ হৈছিল। সেয়েহে অলপ খুটি খাবপৰা হোৱাৰ পিছতে যদুনাথ দক্ষিণ পাৰলৈ শ্ৰীনাথৰ ওচৰৰপৰা আঁতৰি আহিল। বুদ্ধি অলপ থকাৰ বাবে এজন মাৰোৱাৰী মহাজনৰ ঘৰত প্ৰথমে গোমস্তা সোমাই পিছত নিজাকৈ ব্যৱসায় চলাবলৈ ললে। প্ৰথমে সৰু সুৰাকৈ আৰম্ভ কৰি এতিয়া ক্ৰমান্বয়ে ব্যৱসায় বঢ়াই নিছে। দক্ষিণ পাৰতে বিয়াও কৰালে, ভায়েক শ্ৰীনাথ উত্তৰপাৰতে বাপেকৰ ভেটিতে থাকি গ'ল। মানুহৰ ঘৰত খৰিডাল ফালি, গৰুৰপাল ৰখি ৰখি যেতিয়া সি ডেকা হ'ল তেতিয়া কিছুদিন গাঁৱৰ মানুহৰ আধিলৈ খেতি কৰি দিন অতিবাহিত কৰিলে। বিয়া-বাৰুও কৰালে। লৰা-ছোৱালী তাৰ কেইবাটাও হ'ল বুলি যদুনাথে গম পাইছে। এতিয়া শ্ৰীনাথে বোলে সৰুকৈ এখন গুমটি দি সৰু-সুৰা বস্তু বেচে। ইমানকেইটা ল'ৰা-ছোৱালীক সি বাৰু গুমটিখনেৰেই খুৱাব পাৰিছেনে? অকনমান সহানুভূতিৰে যদুনাথৰ বুকুখন হঠাৎ গধুৰ লাগি গ'ল। সেয়া ক্ষন্তেকলৈহে। তাৰ পাছতে তাৰ মনটো পুনৰ স্বাৰ্থসিদ্ধিৰ দোমোজাই তল-ওপৰ লগালে। জীৱনৰ প্ৰতি

পদে পদে সম্মুখীন হ'বলগীয়া হোৱা সংগ্ৰামৰ সৈতে খুঁজি খুঁজি যদুনাথে এতিয়া সদায় নিজৰ স্বাৰ্থটোকেহে সকলোতকৈ আগ স্থান দিবলৈ শিকা হ'ল। সি যি আশা কৰি এইহেনটো দিন খৰচ কৰি শ্ৰীনাথৰ ওচৰলৈ আহিছে সেয়া অবাবতে নাযায়গৈতো। হে ভগবান! মোৰ ইচ্ছা পূৰণ কৰিবা প্ৰভু। নেদেখা জনলৈ যদুনাথে মনতে সকাতৰে প্ৰাৰ্থনা জনালে। অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ কথা ভাবি ভাবি যদুনাথ কেতিয়ানো এই ব্যস্ততাপূৰ্ণ চাৰি আলিটো পালেহি সি কবই নোৱাৰিলে। আগতে এইডোখৰ ঠাইত একো দোকান-পোহাৰ নাছিল। এতিয়া কেইবাখনো সৰু-ডাঙৰ দোকান বহিল। দুখনমান চাহৰ দোকানো যদুনাথৰ চকুত পৰিল। চাহৰ দোকান চকুত পৰাৰ লগে লগে যদুনাথৰ ডিঙিটো শুকাই যোৱা যেন লাগিল। গৰুৰা এটাৰে একাপ চাহ খাই দিয়াত যদুনাথৰ ভাগৰ কেনিবা পলাল। আৰু বেচি দূৰ নাই। আৰু আধাঘণ্টাৰ বাট খোজকাঢ়িলেই টাউন পোৱাগৈ যাব। সিহঁতৰ ঘৰ টাউনৰ কাষতে। বেলি পৰিবলৈ আৰু কমেও দুঘণ্টা আছে। দিনে পোহৰে গৈ পোৱাই উত্তম ভাবি যদুনাথে খোজটো অলপ বেগাই দিবলৈ ধৰিলে।

বহুতদিনৰ মূৰত নিজৰ জন্মৰ ঠাইখনত সোমাই বাটপথৰ মানুহৰ গাত আধুনিকতাৰ বতাহ লগাৰ চিন দেখিবলৈ পালে যদিও ঘৰদুৱাৰবোৰত কিন্তু তাৰ কোন প্ৰতিবিম্ব প্ৰতিফলিত হোৱা যদুনাথে দেখিবলৈ নাপালে। আধুনিক পোচাক পিন্ধি উঠিঅহা জুম জুম লৰাই চিগাৰেট হুপি হুপি হাঁহি-খিকিন্দালি কৰি চাৰিকড়ীয়া নদীৰ পকী দলঙৰ ওপৰত বতাহ খাবলৈ গজেন্দ্ৰগমনেৰে আগবাঢ়িছে। সিহঁতৰ শতকৰা নিৰানব্বৈটাই হয়তো নিবনুৱা। সিহঁতৰ এটাকো যদুনাথে চিনি নাপায়। বাটত লগপোৱা বয়সিয়াল দুই এজন দেখি ভাৱ চিনো চিনো লাগিল যদিও তেওঁলোকৰ বাবে সি আজি তেনেই অচিনাকি। সি হয়তো বৰ বুঢ়া হৈ গ'ল।

ভায়েক শ্ৰীনাথৰ জৰাজীৰ্ণ খেৰ বাঁহৰ ঘৰটো চিনি উলিয়াবলৈ যদুনাথৰ অকণো পলম নাল গিল। নগুলাদাল খুলি যদুনাথ ঘৰৰ চোতালকৈ সোমাই গ'ল। শ্ৰীনাথৰ ঘৈণীয়েকে আলিৰ ফালে পিঠি দি ডলা এখনত চাউল বাছি আছে। শেহতীয়া নাঙঠ লৰাটোৱে ওচৰতে বহি মাটিৰপৰা মুড়ি এটা-দুটা লৈ মুখত দি আছে। চোতালৰ এমূৰৰ বঁহৰ ডাৰত শ্ৰীনাথৰ ঘৈণীয়েকৰ ভুঁইৰোৱা মদকৰা তিতা মেখেলা এখন ওলমি আছে। শ্ৰীনাথৰ ঘৈণীয়েকে হয়তো কাৰোবাৰ ভুঁই ৰুই এইমাত্ৰ আহি গধূলিৰ সাজৰ যোগাৰত লাগিছেহি। ঘৰৰ বেৰৰ অ'ৰ-ত'ৰ লিপামাটি খহি পৰিছে। বাৰীৰ একাষত থকা পুৰণা বুঢ়া কঠালজোপা নাই। ঘৰখন তেনেই নিমাত। হাবিময় বাৰীখন নিস্তব্ধতা আৰু আন্ধাৰে লাহে লাহে আবৰি আনিছে। যদুনাথে গলখেকাৰি এটা মাৰিলে। লগে লগে শ্ৰীনাথৰ ঘৈণীয়েকৰ হাত এখনে যন্ত্ৰৰদৰে মূৰৰ ফালে গৈ আঁচলটো মূৰত পেলাই ললে। চাদৰৰ যিখন কাপোৰে খোপাটো ঢাকি পেলালে তাতে এটা তাপলি জিলিকি পৰিল। ব্লাউজ নিপিন্ধা গাটো চাদৰখনৰে টানিটুনি ঢাকি বোৱাৰীয়েকে মূৰটো ঘূৰাই যদুনাথলৈ চালে। একমুহূৰ্ত্ত চিনি নাপাই চাই থাকিল—পিচ মুহূৰ্ত্তত ৰবজনাক যদুনাথক চিনি পাই ভিতৰলৈ গৈ সৰু বেঞ্চ এখন আনি আথেবেথে বহিবলৈ দিলে। ইমান বছৰৰ মূৰত ৰবজনাক যদুনাথ অহাৰ বাবে মুখত আনন্দৰ আভা ফুটি উঠিল। হলেই জানিবা বেলেগ মাকৰ পুতেক দেউতাক একেজনেই যেতিয়া তেওঁৰ সম্বন্ধ এটা আছে। ককাই-ভাই—আহযাহ থকাটো ভাল। কেতিয়াবা ইটো-সিটোৰ সহায় হ'ব। লৰালৰিকৈ চাউলৰ-ডলাখন সামৰি বোৱাৰীয়েকে ভিতৰৰপৰা পানী এলোটা গামোচা এখনৰে সৈতে আনি ৰবজনাকলৈ থুলি চোতালৰ এমূৰত থলেগৈ। ভৰিহাত ধুই ধুই ৰবজনাকে শ্ৰীনাথৰ খবৰ ললে, ল'ৰা-ছোৱালী-কেইটা ঘৰত দেখা নাই কিয় সুধিলে। ভাগুৰলৰা মাণিকো চাগে বৰ এটা হ'ল—বোৱাৰীয়েকৰ

চকুলৈ নোচোৱাকৈ যত্নাথে সুধিলে।

লোকৰ গৰু ৰখিবপৰাকৈ ডাঙৰ হৈছে আৰু।

কিয় পঢ়াশুনা কৰিবলৈ দিয়া নাই নেকি ?

পাঠশালা পাছ কৰাৰ পাছত আৰু ইস্কুললৈ পঠোৱা নাই। কিতাপপত্ৰ, ইউনিফৰ্ম এইবিলাকৰ খৰচ আমি কেনেকে যোগাম ?

আঙুলিৰ ফাঁকত লাগি থকা বোকাবোৰ হাতৰ আঙুলিৰে ঘঁহি-ঘঁহি যত্নাথে কলে : ইস্ ইস্ বৰ বেয়া কথা হৈছে ; তাৰ পাছৰ ছোৱালীকেইজনী—কি নাম আছিল ?

ৰূপা আৰু ৰজনী।

অঁ সিহঁতো চাগে ডাঙৰেই হৈছে।

নাই, ৰূপা এইবাৰ চতুৰ্থ মানত আৰু ৰজনী তৃতীয় মান পাইছেগৈ। ৰূপাজনী আকৌ পঢ়াতো ভাল। এইবাৰ প্ৰথম হৈ প্ৰমোচন পাইছে।

মুখখন আৰু হাত দুখন গামোচাৰে মছি-মছি এইবাৰ যত্নাথে কলে : বৰ ভাল কথা। ঈশ্বৰে ইহঁতৰ মঙ্গল কৰক। এইটি হ'বপায় আটাইতকৈ সৰুটি ? লৰাটোলৈ হাতমেলি তেওঁ তাক মাতিলে : আহা বোপাই আহা, মোৰ কোলালৈ আহা, মই তোমাৰ ৰবদেউতাৰ হওঁ নহয় ?—কথা কৈ কৈ তেওঁ মাটিত বহি মূৰি চোবাই থকা সৰু লৰাটোক কোলালৈ দাঙি ললে।

ইস্ ইস্ তাক নলব, গোটেই গাটোতে মাটি লাগি আছে কাপোৰকানিত লাগিব।

একো নহয় আই। বয়সত বোৱাৰীয়েক যত্নাথতকৈ কুৰি-বছৰমানৰ সৰু সেয়েহে তাইক আই বুলিয়েই সম্বোধন কৰিলে।

ইহঁত দেৱতাৰ লগৰ ইহঁতক ঘিণ কৰিব নাপায় নহয় আই।

বোৱাৰীয়েকৰ মনটো বেদনাৰে ভৰি পৰিল—এইহেন মৰমিয়াল মানুহটোকো ভগবানে সন্তানৰপৰা বঞ্চিত কৰিব লাগেনে ?

তাক নমাওক আপুনি চাহকে এটোপা খাই লওক। ভিতৰৰ

পৰা কাঁহৰ বাটি এটাত ফিকাচাহ এবাটি আনি যদুনাথৰ সন্মুখত বোৱাৰীয়েকে থলেহি।

চাহৰ বাটি দাঙি যদুনাথে মুখত দিছেহে এনেতে ৰূপা আৰু ৰজনীয়ে ককালত ভিতা গামোচা একোখন পিন্ধি হাতত আকৈ একোখন লৈ হাঁহি হাঁহি চোতালত থিয় দিলেহি। পথাৰত আকৈ বাই আজি মাছ বহুখিনি পালো বুলি কবলৈ লৈ ৰূপা বৈ গ'ল। ক'ৰ অচিনাকি মানুহ এইজন।

এইকেইজনীয়েই ৰূপা আৰু ৰজনী। চাও ওচৰলৈ আহ, এইয়া ৰৰদেউতাৰহে। সেই যে আমি কওঁ—ৰৰদেউতা?

এৰা ইহঁত তেনেই সৰুহে থাকোঁতেই এবাৰ আহিছিলো হ'ব পায় —কেনেকৈনো চিনি পাবিহঁত? আহযাহ থাকিলেহে।

যেন নিজৰ ওপৰতে যদুনাথে খং কৰিলে।

ৰূপা আৰু ৰজনী চুচুক-চামাককৈ চোতালৰপৰা আঁতৰি পিছফালৰ খালটো পালেগৈ। দুয়োজনীয়ে ভালকৈ গা-পা ধুই ৰৰদেউতাকৰ ওচৰ চাপিল। ৰূপাই তামোল কাটি দিলে, ৰজনীয়ে সৰু লৰাটো কোলাত তুলি ললে। যদুনাথে ৰূপালৈ চালে। ৰূপা বৰ্ণী-স্বাস্থ্যৱতী, বয়স নবছৰমান। ৰজনী নামেৰে মিলা, ক'লী অৱশ্যে মুখখন গঢ়িত। ৰৰলৰা মাণিকৰ কাল্পনিক চেহেৰা এটা মনতে ভাবি যদুনাথ মানিকৰ অপেক্ষাত বৈ থাকিল।

ইতিমধ্যে গধূলি হৈ আহিছে। শ্ৰীনাথে গুমটিখন সদায় সোনকালে বন্ধ কৰে। সৰু নগৰ, মানুহৰ আহ-যাহ ফুট গধূলিতে পাতল হৈ পৰে। শ্ৰীনাথে গুমটিখন সামৰি এবিধৈ আহিব নোৱৰা বস্তুখিনি টোপোলা বান্ধি সদায় ঘৰলৈ লৈ আনে।

শ্ৰীনাথে ককায়েক যদুনাথ অহাৰ কথা কল্পনাতো ভাবিৰপৰা নাছিল। ককায়েকক দেখি শ্ৰীনাথ উচপ খাই উঠিল: ককাইদেউ।

এৰা অ', মই যদুনাথ। আজি ইহঁতলৈ বৰকৈ মনত পৰিল। বোৱাৰীয়েৰক ক'লো-বোলো এবাৰ গৈয়ে আহোগৈ।

বৌও আহিছে নেকি ?

নাই অহা। কেনেকৈ আহিব—বেমাৰী মানুহ। তাতে সতি সন্ততি—এটা নোহাৱাৰ দুখে বৌয়েৰক খুলি খুলি খাইছে।

এৰা। শ্ৰীনাথে এটা হুমুনিয়াহ কাঢ়িলে। ইতিমধ্যে বাহিৰে বাহিৰে গা-পা ধুই বাৰবছৰীয়া মাণিক ঘৰৰ ভিতৰ পালেহি। মাণিকৰ স্বাস্থ্যপাতি ভাল। দেখিবলৈকো ধুনীয়া—দিনটো অনাই-বনাই গৰুবখি ফুৰে বুলি তাক দেখিলে ধৰিবকে নোৱাৰি। কঁকালত এখন গামোচা। কানুহঁতৰ দমবাটো বিচাৰি ফুৰোতেই যে তাৰ অতবেলি হ'ল সি তাকে মাকৰ আগত কলে।

* যদুনাথে পলক নেপেলোৱাকৈ মাণিকলৈ কিছুসময় চাই থাকিল। তাৰপাছও শ্ৰীনাথক কলে: ইমান সুন্দৰ চেহেৰাৰ লৰাটোকো তহঁতে স্কুল একৰাই দি আনৰ গৰুবখীয়া পাতিছ ? এই কথাই কথা নহয়—ইহঁত ডাঙৰহালক মই এইবাৰ মোৰ লগত লৈ যাম। আমাৰ তাতে স্কুলত নাম লগাই দিম। ৰূপাজনী ইমান শুৱনী তহঁতে চাগে তাইকো পাঠশালা পাছকৰাৰ পাছত স্কুল একৰাই দিবি। পঢ়াই-শুনাই ডাঙৰ কৰি চাই থাকিবিচোন তাইক মই কিমান ভালত বিয়া দিম। শ্ৰীনাথে ককায়েকৰ কথা শুনি মনে মনে ভাবিলে—হয়তো ককাইদেৱে আমি উপযাচি তেওঁক ইমানদিনে লৰা-ছোৱালী এহাল তুলিবলৈ দিম বুলি ভাবি আছিল। শেষত তেওঁ নিজেই কবলৈ বাধ্য হৈছে। হয়তো নিঃসন্তান ককাইদেৱে অভিমান কৰিয়েই ইমানদিন আমাৰ খবৰ কৰিবলৈ অহা নাছিল। নিজকে দোষী দোষী লাগিল শ্ৰীনাথৰ।

পঢ়িবলৈ পোৱাৰ কথা শুনি মাণিকৰ মন আনন্দেৰে নধৰা হ'ল। ৰূপাই প্ৰথমে নায়াও নথও কৰিছিল যদিও মাকৰ বুজনীত মান্তি হ'ল। মাকে সিহঁতে গমনোপোৱাকৈ আঁচলেৰে চকুপানী টুকিলে। খুৱাব পিন্ধাব পৰাহলে এইহেন লৰা-ছোৱালী হালক সিহঁতে আনৰ হাতত গতালেহেতেননে আজি ?

পিছদিনা ববদেউতাকৰ লগত মাণিক আৰু ৰূপা কেৰীত উঠি দক্ষিণ পাৰলৈ গুচি আহে। আহি পোৱাৰ দিনাই ববদেউতাকে সিহঁত হালক ববমাকৰ হাতত গতাই দিলে। ববমাকক দেখি মাণিক আৰু ৰূপা আচৰিত হয়—ইমান শকত মানুহো পৃথিৱীত থাকেনে? ববমাকৰ বেমাৰ বুলি ববদেউতাকে কৈছিল—কি বেমাৰ নো? খোৱা-বোৱা দেখোন ঠিকেই কৰে। বেমাৰেই যদি মাছ-মাংস গাখীৰবোৰনো হজম কৰে কেনেকৈ? ৰূপাই সিহঁতৰ ববমাকৰ পিঠিত চুকালে আৰু পেট আৰু বুকুৰ মাজত চুকালে চাবি টোপালা বিৰাট মাংস ওলমি পৰা দেখিছে। বেমাৰ চাগে সেয়াই। সিহঁতৰ মাকৰ তেনেকুৱা মাংসৰ টোপোলা নাই বাবে বেমাৰো নাই।

মাকে ববমাকে সিহঁতক মাকৰদৰে মৰম কৰিব বুলি কৈ পঠাইছিল। ক'তা ববমাকে দেখোন দৰকাৰি কথাকেইটাৰ বাদে সিহঁতৰ লগত কথা এষাৰকে নাপাতে। শুবলৈকো ওচৰৰ এটা বেলেগ সৰু কোঠাতহে দিয়ে। সেইটো কোঠাতযে লাইটোও নাই। কোঠাটো ইমান ঘোপমৰা খিৰিকি এখনো নাই—দিনতে অন্ধাৰ। ৰাতি চুয়োটাৰ ইমান ভয় লাগে। দিনত সেইটো কোঠাত অৱশ্যে সিহঁতে সোমাবলৈকে নাপায়। দিনটো চুয়োটাই নানান কামত ব্যস্ত থাকিব লাগে। ববদেউতাকে সিহঁতক স্কুলত নাম লগাই দিম দিম বুলি কৈ আছে দিয়াহে নাই। ববদেউতাকে আজিকালি মাণিকৰ হতুৱাই গোহালীৰ বৰ বৰ জাৰ্চি গাই চুজনীৰ আলপৈচান ধৰোৱাইছে। প্ৰথমে গাইকেইজনী দেখি মাণিকৰ কৌতূহলৰ সীমা নাছিল। তাইহঁতে খায়ো ইমান। চৰিবলৈ এৰি নিদিয়ে। ইৰি-ইৰিকৈ ওকান ধানখেৰ কাটি চাপৰ, ভুঁহ, কালজিৰা, মচুৰ, মাটিমাহ তৰহে তৰহে মিলাই চুইজনীৰ বাবে বৰ বৰ চুকেৰাহি দানা আজিকালি মানিকেই বনাব লাগে। খাবই, গাখীবোতো কম নিদিয়ে। তাইহঁতৰ ওহাৰ কেইখনো একেটো বৰ বৰ খবাহিব

সমান। গাখীবখিনি অৱশ্যে বেপাৰীয়ে লৈ যায়। কেতিয়াবা ৰবদেউতাকৰ ব্যৱসায়ৰ কামত কেনিও যাবলগীয়া নাথাকিলে মাণিকক লৈ গাৱঁৰ ওচৰৰ পথাৰ পায়গৈ। মাণিকৰ হতুৱাই ধাননিৰ মাজে মাজে লহপহকৈ বাঢ়ি অহা ঘাঁহবোৰ কটাই বস্তাত ভঁাতে মানে ভৰাই তাৰ হতুৱাই কঢ়ুৱাই আনে। এইবোৰ কৰি থাকোঁতে মাণিকৰ মাজে মাজে মাক আৰু দেউতাকলৈ মনত পৰে। এইবোৰ কাম কৰিবলৈতো সিহঁতৰ মাক দেউতাকে সিহঁতক ইয়ালৈ পঠোৱা নাছিল।

ৰূপায়ে প্ৰথমতে ঘৰৰপৰা অহাৰ পিছত মন মাৰি অ'ত থিয় ত'ত থিয় দি আছিল। এতিয়া ৰবমাকে তাইক কামত লগাই দি ঘৰলৈ মনত নেপেলোৱাকৈ থৈছে। ঘৰদুৱাৰ মচাইছে, কাপোৰকানি ধুৱাইছে। তাইক ভাত ৰান্ধিবলৈকো শিকাইছে। তেল লাগি থকা কেৰাহিখন ছাইবে ধোৱাৰ পিছত ভীম পাওডাৰ দি ধাই-ধুই দিলে কিমান চিক্‌চিকিয়া চাফা হৈ পৰে সেয়া শিকাই দিছে। আজিকালি ৰবমাকে বিচনাত শুই দুপৰীয়া প্ৰায়ে ৰূপাৰ হতুৱাই তেওঁৰ কোমল ভৰি পিতিকাই মধ্যবিত্তীয়া আৰাম কৰিবলৈকো ধৰা হৈছে।

ৰূপাই কেতিয়াবা তাইৰ কামৰ ফাঁকতে দুৱাৰ মুখত থিয় হৈ স্কুললৈ অহা-যোৱা কৰা লৰা-ছোৱালীবোৰ চাই হুমুনিয়াহ কাঢ়ে। তাইৰ বহুতদিন স্কুল ক্ষতি হ'ল। তাইৰ লগৰ ছোৱালীবোৰ চাগৈ তাইতকৈ বহুত আগবাঢ়ি গ'ল। তাই ইমানদিন স্কুল ক্ষতিকৰাৰ পিছতো পঢ়ি বৃত্তি পাবনে বাৰু? তাঁহাতৰ স্কুলৰ মাষ্টৰণী বাইদেৱে তাই বৃত্তি পাবই লাগিব বুলি কৈছিল। ৰবদেউতাকেনো সিহঁতক কেতিয়াকৈ স্কুলত নাম লগাই দিব? এদিন ৰবদেউতাকক মাণিকে মনত পেলাই দিওঁতে ৰবদেউতাক খঙত জাপ মাৰি উঠিল। তইঁতে ইয়াত খাবলৈকে পোৱা নাইনে পিন্ধিবলৈকে পোৱা নাই স্কুল স্কুল কৰি যে আছ? দিম নহয় লগায়, স্কুলখনতো কৰবালৈ উৰামাৰি

নাযায়। স্কুলখন নাযায়, সময়বোৰ যে উৰামাৰি গুচি যাব সেইটো কথা মাণিক আৰু ৰূপাই বুজি পায়।

সিহঁত ইয়ালৈ অহা তুমাহেই হবৰ হ'ল। এই তুমাহত মাণিকৰ বাওঁহাতৰ আঙুলিত কেইবাটাও কটা দাগ পৰিল। ৰূপাৰ ভৰি আৰু হাতৰ আঙুলিৰ ফাকে ফাকে পানীয়ে খাই ঘা কৰিছে। ৰূপাই ৰাতি নিৰবে উচুপি উচুপি কান্দে।

মাণিক ককাইদেউ আমি কিবা কৰি ঘৰলৈ গুচি যাব নোৱাৰোনে ?

ৰবদেউতাই নপঠালে কেনেকৈ যাবি ?

ৰবদেউতা নে ৰবদৈত্য। তই থাকিলে থাকিবি। মই কিন্তু যামগৈয়ে। ৰূপাৰ খং উঠাৰ লগে লগে তাইৰ চকুপানীখিনি শুকাই গ'ল।

বাৰু মাণিক ককাইদেউ, আজি মাইকত মানুহ এটাই চিঞৰি কোৱা শুনিছিলো কালিলৈ বোলে শিশু দিবস। আমাৰ স্কুলতযে এটা এটা মর্টন আৰু এটা এটা কমলা খাবলৈ দিয়ে সেইদিনা ? আৰু পাউডাৰ গাখীৰেৰে বনোৱা একাপ একাপ গাখীৰো যে দিয়ে। এইবাৰতো আমি সেইখিনিৰ ভাগো হেৰুৱালো।

জানো শুনা যেন লাগিছিল—কিবা খেলধেমালি মিটিং আদিও হ'ব বোলে। এতিয়া শুই থাক ৰাতিপুৱা সোনকালে সাৰ পাব লাগিব।

ৰবদেউতা ৰবমাই আমাকো যাবলৈ দিবনে বাৰু ?

জানো !

অলপ পিছতে মাণিক আৰু ৰূপাৰ ভাগৰুৱা অকনি অকনি দেহা কেইটা টোপনিত লাল কাল দি নিথৰ হৈ পৰিল। পিছদিনা সাৰ-পাই মাণিক আৰু ৰূপাই এটা বেলেগ মানুহৰ মাত বাহিৰত শুনিবলৈ পালে।

ৰবদেউতাকে কৈছে : এমাহৰ ছুটীলৈ তুমাই কিয় কৰিব লাগে

ৰাহাহুৰ ? এই দুমাহ মোৰ কিমান কষ্ট গ'ল। আজিকালি কাম-কৰা মানুহ বিচাৰি পোৱাও কিমান টান তই নাজাননে ? তই নথকাত ঘৰৰ ভাইটোৰ লৰা-ছোৱালীহাল আনিছে কোনোমতে কামবোৰ চম্ভালিব পাৰিছোঁ। তইঁতক লৈ আৰু বৰ দিগদাৰ।

হ'ব বাবু, মই আহিলো যেতিয়া তেতিয়া আৰু একো দিগদাৰী নহ'ব।

বিচনাতে ৰূপা আৰু মাণিকে আত্মীয় বৰদেউতাকৰ প্ৰকৃত পৰিচয় পালে। কিহৰ বাবে কষ্টেকৰ বাবে বৰদেউতাকৰ হিয়াত চেনেহ উথলি উঠি সিহঁতক ইয়ালৈ দুমাহৰ আগতে আনিছিল সেইটো বুজিবলৈ আৰু সিহঁতৰ পলম নালাগিল। এতিয়া আৰু বৰদেউতাকৰ বাবে সিহঁতৰ প্ৰয়োজন নিশ্চয় নাই।

এই মুহূৰ্তত বৰদেউতাক বাহিৰলৈ যাওঁতে আৰু বৰমাক গাধোৱা ঘৰত সোমাওঁতে মাণিক আৰু ৰূপাই কোনেও গম নোপোৱাকৈ সন্তৰ্পণে ঘৰৰপৰা আলিবাটলৈ ওলাই আহিল।

তেতিয়া খেলপথাৰৰ পৰা কোনোৱা নেতাৰ কণ্ঠৰ শিশুৰ নিৰাপত্তা, শিশুৰ শাৰীৰিক আৰু মানসিক পৰিপুষ্টি সাধন, শিশুৰ ভৱিষ্যত গঠন আদি সুন্দৰ সুন্দৰ শব্দৰ এটা শুৱলা বক্তৃতা ভাঁহি আহি সিহঁতৰ কাণত প্ৰবেশ কৰিছিলহি। আৰু অলপ পাছতে চাগে তাত থকা প্ৰত্যেকটো শিশুৱে গাইপতি এটা এটা মৰ্টন আৰু এটা এটা কমলা খাবলৈ পাব। কি ঠিক ভাগ্য ভাল থাকিলেএগিলাচকৈ গাখীৰো পাব পাৰে।

বক্তৃতাৰ ফালে পিঠি দি ৰূপা-মাণিক এই দুটি শিশুৱে সজাৰপৰা মুকলিহোৱা দুটি চৰাইৰ দৰে দুখীয়া মাক দেউতাকৰ বুকুত পুনৰ্বাৰ আশ্ৰয় বিচাৰি উত্ৰাৱল হৈ ফেৰীঘাটলৈ বেগাবেগিকৈ খোজ আগবঢ়াই দিলে—সকলোৰে অলক্ষিতে।

---

□ ৰচনাকাল ১৯৮১ চন।

# বাট বহুদূৰ

## প্ৰণতি গোস্বামী

স্নেহলতাৰ প্ৰথম কুকুৰাৰ ডাকতেই টোপনি ভাগিছিল। কিন্তু তাই তেতিয়াই নুঠিল। চকু দুটা মুদি টোপনি আনিবলৈ যত্ন কৰিলে তাই। পুনৰ যেতিয়া সাৰ পালে, তেতিয়া বেৰৰ জলঙাৰে হালধীয়া পোহৰবোৰ ভিতৰ সোমাই আহিছে। তাই জাপ মাৰি উঠি বহিল।

ভনীয়েক বিৰমাই কলহত নৈৰপৰা পানী আনি থৈছিল, তাই বেগৰপৰা অকণমান পেষ্ট উলিয়াই দাঁত ঘঁহি ঘঁহি কলহৰপৰা পানী লৈ বাহিৰলৈ ওলাই গ'ল। চাঙৰ ওপৰৰপৰাই পানী ঢালি মুখ ধুলে। বিৰমাই চৌকাত জুই জ্বলাইছে।

'চাহ অকণমান কৰিব পাৰিবিনে বিৰমা, চাহপাত আছেনে নাই বাৰু ?

'আছে।—কৈ বিৰমাই লেতেৰা টেমা এটা জোকাৰি চালে।

বিৰমাই চাহ বাকে মানে স্নেহলতাই ঘৰৰ বস্তুবোৰ চিজিল লগাবৰ যত্ন কৰিলে। পিন্ধা কাপোৰ-কানি, বিছনাৰ কাপোৰ, বন্ধাবঢ়াৰ আচবাব—এইবোৰ একোৱেই তাইৰ মনোমত স্থানত নাছিল। সেয়ে তাই প্ৰথমেই বিছনাৰ কাপোৰখিনিকে জাপি একাষৰীয়াকৈ থলে। তাৰ পাছত অ'ত ত'ত ওলমি থকা, পৰি থকা, পিন্ধা কাপোৰবোৰ জাপিলে।

স্নেহলতাই আহোঁতে বিস্কুটৰ পেকেট এটা আনিছিল, সেইটো খুলি চাহৰ লগত দুয়ো দুখনকৈ খাবলৈ ল'লে।

চাহ খাওঁতে বিৰমাই পিন্ধা মেখেলাখন আৰু ব্লাউজটোত চকু পৰিল স্নেহলতাৰ। মেখেলাখন মলিয়ন, ব্লাউজটো ফুলাম। তাইৰ

বয়সৰ ছোৱালীয়ে সাধাৰণতে গাঁৱত এইটো পোছাকেই পিন্ধে। অৱশ্যে বাহিৰলৈ ওলাই গ'লে মিপাগৰ ছোৱালীৰ দৰে চাদৰ-মেখেলা বা শাড়ী পিন্ধি যায়।

'নতুনকৈ কি কি কাপোৰ বলি?' স্নেহলতাই ভনীয়েকক সুধিলে।

বিৰমাই উৎসাহেৰে উঠি গৈ কাঠৰ বাকচ এটা খুলিলে। তাৰপৰা এখন এখনকৈ কাপোৰ দেখুৱালে। ফুলাম চাদৰ-মেখেলা, এগে, বিবিৰে বাকচ ভৰ্তি।

'তই বহুত কাপোৰ বলি। মইহে অভ্যাস নহৈ নহৈ নোৱৰাই হল্লানেকি ঠিক নাই।'

'ইহ তইযে আকৌ ইমানখিনি পঢ়িলি। এই বাই। আৰু কাপোৰ আছে চাবিনেকি?'

'আৰু আছে? চাওঁ?'

বিৰমাই এইবাৰ আন এজাপ দেখুৱালে—এই যোৰত তিনিকুৰি পৰিল। যোৱাবাৰ খেতি উঠাৰ পাছত ল'লো। এইখন শাড়ীও ললো। এই দুটা ব্লাউজ।'

স্নেহলতাই প্ৰতিখন কাপোৰেই হাতেৰে লিৰিকি বিদাৰি চালে। কাপোৰৰ ৰং আৰু ডিজাইবোৰ তাইৰ সিমান পছন্দ নহ'ল যদিও তাই ফুটাই একো নক'লে। এইবোৰকে দেখুৱাবলৈ পায়েই বিৰমাই কিমান গৌৰৱ অনুভৱ কৰিছে। গোটেই বছৰ পথাৰত পৰিশ্ৰম কৰি আজৰি সময়ত দুযোৰ এযোৰ কাপোৰ লয়, নাচে, বিহুপাতে, টাউনত দল পাতি চিনেমা চাবলৈ যায়—এয়ে সিহঁতৰ গাঁৱৰ ডেকা-গাভৰুৰ বছৰটোৰ কষ্টৰ সাৰ্থকতা। তাই জানে। গতিকে স্নেহলতাই বিৰমাই দেখুউৱা কাপোৰখিনি ভালেই লাগিছে বুলি ক'লে। অৱশ্যে ঘৰত বোৱা চাদৰ-মেখেলা আৰু ৰং-বিৰঙৰ এগেবিবিবোৰ তাইৰ সঁচাকৈ ভাল লাগিছে।

কাপোৰবোৰ ভাঁজে ভাঁজে জাপি বাকচত সুমুৱাই বিৰমাই

ক'লে, 'তই যোৱা বছৰ নাছিলি। খবৰ পোৱা নাছিলি জানো?'

'পাইছিলোঁ, কেনেকৈ আহোঁ—পৰীক্ষাৰ সময় দদাইদেৱে আহিবলৈ নিদিলে। খুব ভাল লাগিছিল ছাগৈ নহয়নে?'

'লাগিছিলতো। সাতখন গাঁৱৰ বাইজে একেলগে বিহু পাতিছিলো। এশ গাহৰি মাৰি ভোজ খাইছিল। কিমান ভাল লাগিছিল, কিমান নাচিলোঁ।'—বিৰমাৰ কথাত উলাহ।

যোৱা বছৰ গাঁৱত নবাছিগা বিহু পাতিছিল, স্নেহলতা সকথাকোঁতে দেখিছিল নবা ছিগা বিহু। তাই সকতে ভাবিছিলে গাভৰু হ'লে তাই বিহু পাতিলে বৰ ধুনীয়াকৈ নাচিব। কিন্তু তাই ডাঙৰ হোৱাৰ লগতে গাঁৱৰপৰা আঁতৰি আহিবলগা হ'ল। তাইৰ সেই সপোন মাৰ গ'ল, আৰু তাৰ সলনি উদয় হ'ল এটা নতুন সপোনৰ। সেই সপোনৰ বাস্তৱ-ভূমিকাত তাই ৰূপ পালে এজনী আটকধুনীয়া চহৰীয়া গাভৰুৰ। তাত ঐ নিতমে মন বলিয়া নকৰে, ঢোলৰ মাতে দেহাত ছন্দ নোতোলে। তাইৰ পৰিচয় মিছিং গাভৰু নহয়। তাইৰ পৰিচয় এজনী ৰূপহী স্নেহলতা—স্নেহলতা কমান। চৰকাৰৰ উচ্চ চাকৰিয়াল, এজন সম্বন্ধীয়া দদায়েকৰ অনুগ্ৰহে তাইক গাঁৱৰ আন ছোৱালীৰপৰা এইখিনি পাৰ্থক্য দিলে।

মাকে নৈত গা ধুই আহিছিল। স্নেহলতা ঘৰৰ বাহিৰলৈ ওলাই যাওঁতে চাঙৰ ওপৰলৈ উঠি অহা মাকৰ সৈতে ভেটাভেটি হ'ল।

'তই এতিয়াহে উঠিছ নেকি?'

'অকণমান সময় হ'ল, গা ধুলি?'

'ওঁ।'—মাক ভিতৰলৈ সোমাই গ'ল।

মাঘ মাহৰ পুৱা। ব'দটো চাঙৰ ওপৰত বঢ়িয়াকৈ পৰিছে। বেলিৰ ফালে পিঠিটো দি তাই চাঙত বহি পৰিল। ভনীয়েকে ভিতৰত কিবা বন্ধা-বঢ়া কৰিছে হ'বলা। তললৈ পানী পেলাইছে। তাত হাঁহকেইটামানে খেপখেপাইছে। কি যে লেতেৰা।

স্নেহলতাই জন্মৰপৰা কৈশোৰলৈকে বাস কৰা পৰিবেশটোকে এই মুহূৰ্ত্তত বেয়া লাগিল। তাই খাপ খাবলৈ যেন টান পাইছে, তাই অসুবিধা পাইছে। গা ধুবলৈ অসুবিধা, খোৱা পানীৰ অসুবিধা—কেউফালে অসুবিধা।

সেইদিনা স্নেহলতা বাটেদি গৈ আছিল এনেয়ে। তাইৰ হাতত ধৰি তাইৰ সৰু ভায়েকটো, বহুত দিনৰ মূৰত তাই গাঁওখন চাইছিল ভালকৈ। মুকলি পথাৰখন চাইছিল। ধানৰ নৰাবোৰত আবেলিৰ ৰ'দ পৰিছিল। মাজে মাজে মাহনি আৰু সৰিয়হৰ খেতি। গাঁৱৰ দুই এজনী মাইকী মানুহে চাপৰি চাপৰি মাহ তুলিছে। মাজে মাজে দুই এটা উদঙীয়া গৰু; কাষে কাষে একোটো বগলী।

কেতেকীহঁতৰ চোতালত কেতেকী আৰু বিহুলীয়ে উৰালত কিবা খুন্দিছে। স্নেহলতাক দেখি খুন্দিবলৈ এৰি চাই ৰ'ল দুয়োজনীয়ে। কিন্তু এজনীয়েও নামাতিলে। স্নেহলতাইহে মাত লগালে—

'কেতেকী!'

'বাই কেনি যাব?'

'এনেয়ে ওলাই আহিলো। ভালনে?'

'ভাল।'

স্নেহলতা নৰ'ল। ভায়েকৰ লগত ইটো-সিটো কথা পাতি গৈ থাকিল এনেতে বনাং বুঢ়া বিপৰীত ফালৰপৰা আহি সিহঁতৰ মুখামুখি হ'ল। বনাং বুঢ়াৰ বয়স ভালেখিনি হৈছে। ছাল সোতোৰা-সোতোৰ পৰিছে, চকু ঢেলা হৈছে, চুলিতো বাদেই চকুৰ চেলাউবিও পকিছে। স্নেহলতাক দেখি চকুৰ ওচৰত হাতখন দি জুপি জুপি চাই মাত লগালে, 'তই মণিৰামৰ ছোৱালী নহয়নে?'

'হয়।'

'কেতিয়া আহিলি?'

'দুদিনমান হৈছে। ভালে আছে?'

'আমাৰনো ভাল-বেয়া কি আইজনী—আছোঁ আৰু। মহামাৰী হৈ গ'ল নহয় বাৰিষা গাঁৱত।'

'অঁ শুনিছোঁ।'

'এবা। মানুহৰ বেমাৰ হ'ল, গৰু-মহৰ বেমাৰ হ'ল। মোৰ ম'হ এটা মৰিল। নাতি এটাও মৰিল। ঘৰে ঘৰে বেমাৰ হৈ কিবা এটা নহয় কিবা এটা হ'ল। বাৰু যা, মই কমলাগুৰ ঘৰৰপৰা আহোঁ।'

ভায়ো উলটিবলৈ বুলি হাতৰপৰা এৰাই যোৱা ভায়েকৰ হাতখন ধৰিবলৈ বুলি হাত আগবঢ়াই দেখে ওচৰত ভায়েক নাই। ইফালে-সিফালে চাই দেখে কিছু দূৰত সৰু ছোৱালী এজনীৰ লগত কথা পাতি আছে সি।

'তই থিতাতে সেইখিনি পালিগৈ? আহ ঘৰলৈ যাওঁ। সেইজনী কাৰ ছোৱালী?

'মুহিধৰৰ।'

মুহিধৰৰ ছোৱালী-ইমানজনী হ'লনে? স্নেহলতাই চালে, বংটো বগা আৰু স্বাস্থ্যবান হ'লেও মুখত অসংখ্য আইৰ দাগ, পিঠিত এটা কেঁচুৱা তাইৰ।

'এই তোৰ নাম কি?'

'কনেঙা।'

'এইটো তোৰ ভায়েৰ নেকি?'

'ওঁ।'

স্নেহলতা উভতিল। এই মুহিধৰটো একালত মহা ধুৰন্ধৰ আছিল। সিপাৰৰ জেংৰাই গাঁৱৰপৰা এজনী ধুনীয়া মাইকী সি পলুৱাই অনা ক'ব পাৰে। এই কথাত লাগি গাঁৱত যেল চপা কথাও স্নেহলতাৰ মনত পৰে। অৱশ্যে তেতিয়া তাই সৰু আছিল।

'কনেঙাৰ বোপায়ে নতুন মাইকী আনিলে নহয়।' বাটত ভায়েকে ক'লে।

'কেলেই আগৰজনী ?'

'আগৰজনী মৰিল,' ভায়েকে কথাষাৰ যেনেকৈ ক'লে যেন তেনেই সাধাৰণ কথাহে।

গধূলি স্নেহলতাই মাকক ক'লে, 'আজি বনাং বুঢ়াক লগ পালোঁ।'

'বুঢ়াই তোৰ কথা সদায় সোধে।'

'কি সোধে ?'

'সোধে, আৰু কিমানদিন পঢ়িব লাগিব, পঢ়ি কি চাকৰি কৰিব, দৰমহা কিমান পাব—এইবোৰ। বুঢ়াৰ তোলৈ বৰ মৰম।'

'হয়নেকি ?' স্নেহলতাই হাঁহিলে, বুঢ়াৰ চেহেৰাটো মনত পেলালে। তাইলৈ মৰম থকা মানুহবোৰকো ভাল পায়। সেই কাৰণে তাই শুই শুই ভাবিলে, এদিন বনাং বুঢ়াৰ ঘৰলৈ যাব লাগিব।

এদিন নহয়, পিছদিনাই গ'ল স্নেহলতা। বুঢ়াৰ বৰ আনন্দ— 'তই পঢ়াশুনা কৰা টাউনত থকা মানুহ। ক'ত বহিবলৈ দিওঁ— বুলি বোৱাৰীয়েকক চিঞৰিলে খৰখৰকৈ। তাইহে মানা কৰিলে, 'নাই নাই টাত, ইমান লৰালৰি কিহৰ, বহিম নহয়। গাঁৱৰে ছোৱালী—একে মানুহ ইমান হুলস্থুল কৰিব লাগিছে কিয় ? দুদিনমান যেনিবা দূৰত ভাল জেগাত থাকি আহিলো ইমানেই।'

বুঢ়াই অবাক হৈ তাইলৈ চালে।—'তই বিয়ে পঢ়িলি নহয় '

'ও।'

'এৰা বহুত পঢ়িলি।

'কিমাননো বহুত ? আজিকালি বি. এ পঢ়া একোৱেই নহয়। আৰু কিমান আছে পঢ়িবলৈ।'

'হওক, আমাৰ গাঁৱত কেইটা আছে ? ছোৱালীবাদেই ল'ৰানো কেইটা আছে ? কেইটামানে হাইস্কুলৰ দুশ্ৰেণীমান পঢ়িয়েই ডাঙৰ মানুহ হৈ গ'ল। নন্দীৰাম, মনেশ্বৰে মেট্ৰিকটো তিনিবাৰ দিও পাছ

কৰিব নোৱাৰিলে। কিন্তু সিহঁতে চেহাৰৰ নিচিনা পোছাক কৰে ?
তই বৰ ভাল ছোৱালী। পিচে তই কেতিয়াকৈ যাবি ?'

'কলৈ ? দদাইদেউৰ তালৈ ?

'নহয় চাকৰিলৈ।'

চাকৰিলৈ। তাইৰ নিচিনা সাধাৰণকৈ পাছ কৰা ছোৱালীয়ে ক'ত চাকৰি কৰিব, কি কৰিব ? তাইতো কোনো চাকৰিৰ কথা ভবা নাই।

'চাকৰি ক'ত পাম টাত ?

'কিয় টাউনত ?'

'টাউনত চাকৰি নাই টাত।'

'টাউনত চাকৰি নাই ? তেনেহ'লে কিয় পঢ়িলি ইমানকৈ টকা খৰচ কৰি ?

বহু পুৰণি কথাৰে অভিজ্ঞ, গাঁওখনৰ সন্মানীয় ব্যক্তি বনাং বুঢ়াৰ মুখমণ্ডলত চকু থৈ তাই সৰুকৈ ক'লে, 'টাত, নতুন কথা শিকিবলৈ—জ্ঞান বঢ়াবলৈ।'

বনাং বুঢ়াই শেঁতা পৰা চকুযোৰ বহলকৈ মেলি তাইলৈ চালে। তেনেতে কাষৰ ঐ মানৰ ঘৰৰ চাঙৰ ওপৰত বহি ওকনী চাই থকা মানৰ জীয়েক আৰু ঘৈণীয়েকে চেকচেকাই হাঁহি উঠিল। বনাং আৰু স্নেহলতাই সিহঁতৰ ঘৰৰ ফালে চালে।

'কি হল ঐ ?'

'কি হ'ব আৰু শুনচোন।'

বনাঙে কিবা এটা ভোৰভোৰাই উঠিল।

'কি হ'ল ?' স্নেহলতাই সুধিলে।

'সেইটোৰে আপং খাই বকি আছে দিনটো।'

ঐ মানে মদ বেছি খোৱাৰ কথা স্নেহলতাই আগৰেপৰাই জানে। উৎপাত্ত খায়। খাই কেতিয়াবা দিনটো ঘৰতে বকি পৰি থাকে। মদ নোখোৱা সময়তো তাৰ মুখখন বগা হৈ থাকে, চকু দুটা জ্বলা

আণ্ঠাৰ দৰে হৈ থাকে। তাৰ পোছাক স্নেহলতাই মনত পেলাব পৰাৰ পৰা একেটাই—কৰঙনলৈকে কোঁচাই থোৱা চুৰীয়া, গৰম দিনেই হওক বা জাৰৰ দিনেই হওক শুদা গাত এটা হাতখঁৰা কোট আৰু মূৰত মস্ত পাগুৰি। বাহিৰলৈ ওলাই গ'লে কান্ধত দীঘল দাখন পেলাই লয়। মানুহটো এনেয়ে তেজে-মঙহে শুৱনি। সি খালি অলপ ফুটনি মাৰি ফুৰে।

'তই তেনে'হলে গাঁৱতে থাকিবি ?'

স্নেহলতাই বুঢ়ালৈ চালে, বুঢ়াৰ চকু-মুখত যেন এটা সন্তুষ্টিৰ ভাব প্ৰকাশ পাইছে।

'কিয় সুধিলে টাত ?'

'নহয় গাঁৱতে পঢ়া-শুনা কৰা মানুহ থাকিলে গাঁওখন ভাল লাগে। বেচাৰামৰ পুতেকে পঢ়িশুনি ডিব্ৰুগড়তে চাকৰি কৰি মাইকী লৈ আছেগৈ—গাঁৱৰ মানুহ চিনিকে নোপোৱা হ'ল। সেই কাৰণে কৈছো লিখা-পঢ়া জনা মানুহ থাকিলে ছাপ্লাইলৈ টিনপাতৰ দৰ্খাস্তখন বানপানীয়ে ঘৰ ভঙাৰ সহায় বিচৰা দৰ্খাস্তখন লিখাবলৈ আন মানুহৰ ওচৰ চাপিব নালাগে।'

স্নেহলতা যেতিয়া বুঢ়াক মাত লগাই যাবলৈ উঠে, তেতিয়া বুঢ়াও উঠিল, 'ব'ল তোক আগবঢ়াই থওঁগৈ।'

তাইহে মানা কৰিলে, 'নালাগে টাত, আপুনি বুঢ়া মানুহ—এইকণ কষ্ট কৰিব নালাগে।'

জখলাৰ এখোপ নামি অহা বনাং বুঢ়াই কিবা এটা ক'ব খুজি বৈ গ'ল। কিছু দূৰৰপৰা উলটি চাওঁতেও তাই দেখিছিল বুঢ়াৰ সেই একে ভংগী—জখলাৰ খোপত এখন ভৰি আৰু চাণ্ডত এখন ভৰি দি তাইলৈ চাই আছে।

তাই ঘৰলৈ উভতি যাওঁতে হীৰামতী, কেতেকীহঁতে মূৰত আৰু কাৰত পানীভৰা কলহ লৈ ঘৰলৈ উভতিছে। নৈৰ পাৰে পাৰে এটা দ'বাই মহ'ৰ পিঠিত উঠি বাঁহীত ঐনিতমৰ সুৰ বজাই আহি আছে।

কণেঙাই নাম গাই ভায়েকক নিচুকাইছে। স্নেহলতাক দেখি তাই নাম গোৱা বন্ধ কৰি তাইৰ কালে চালে। স্নেহলতাই কিন্তু তাইৰ ফালে নাচালে বা নামাতিলে। তাইৰ খোজৰ গতি খৰ। কাৰণ বনাংটাতৰ ঘৰত বহুত বেলি হ'ল।

প্ৰথম কিছুদিন স্নেহলতাক চাবলৈ, স্নেহলতাৰ বিষয়ে জানিবলৈ সকলোৱে যিমান আগ্ৰহ কৰিছিল পাছলৈ যেন সেই আগ্ৰহ নাইকিয়া হৈ গ'ল। সকলো ব্যস্ত পথাৰৰ কামত, ঘৰৰ কামত, মাত্ৰ তাইৰহে কাম নাই। ভনীয়েক বিৰমা বৰ কামিলা ছোৱালী। স্নেহলতালৈ একো কামেই নথয়। নৈলৈ যাবলৈ ওলালে হাতৰপৰা কলহ কাঢ়ি নিয়ে। ধান খুন্দিবলৈ ধৰিলে উৰালৰ মাৰি লুকাই থয়। মাহ সৰিয়হ তুলিবলৈ যাবাৰ কথা ক'লে কয়—'তই নালাগে যাব, অউ আৰু মই যাম, তই ঘৰ ৰখিবি।'

অকল সেয়ে নহয়, গুটি সিচাঁ বিহুৰ দিনা তাই কঁকালত বিৰি মেৰিয়াই গৈছিল যদিও কোনেও নক'লে আহ নাচহি বুলি; নিজৰে৷ উপযাচি নাচিবলৈ বেয়া লাগিল। তাতে নচা ছোৱালীবোৰ তাইতকৈ বয়সত সৰু। দুই-এজনীহে তাইৰ লগৰ ছোৱালী আছে। দেবীৰাম, বাবুচাহাব, মদনহঁতে ঢোল বজাইছে। ওচৰত থিয় হৈ থকা তাইলৈ একোবাৰ চায়; কিন্তু কোনেও নকয়—তই নানাচ নেকি বুলি। অথচ এইটো দেবীৰামেই তাহানি এদিন নদীৰ পাৰৰ বিৰিণাৰ জোপাৰ আঁৰত তাইক কৈছিল—এৰা তেতিয়া কি কৈছিল এতিয়া তাইৰ মনত নাই কিন্তু তাইৰ মূৰৰ পৰা ভৰিলৈকে বাগৰি যোৱা বিজুলীৰ সোঁতটো। তাইৰ গাত তেতিয়া আছিল চুটিকৈ পিন্ধা এখন মেখেলা আৰু এটা হাতকটা চুটি ব্লাউজ। সেই দেবীৰামেই আজিকালি তাইক মাতিবলৈ সংকোচ কৰে।

তাইৰ এই নতুন ৰূপ গাঁওখনৰ এটা অপ্ৰয়োজনীয় অংগ যেন লাগিল। তাই এজনী অপ্ৰয়োজনীয় ছোৱালী—কথাষাৰ ভাবি তাইৰ মনত কোনোবাখিনিত আঘাত লাগিল। আৰু কি ভাবি

ক'ব নোৱাৰি কলহ এটা কাষত লৈ তাই নৈৰ ফালে ওলাই গ'লে। আচলতে তেতিয়া দুপৰ হৈয়ে আছিল। গধূলিহে নৈৰ ঘাটত ছোৱালীৰ ভিৰ হয়। তাই কেইবাটাও ঘাট পাৰ হৈ নৈৰ পাৰে পাৰে গৈ থাকিল। কমলাগুৰ ঘৈণীয়েকে পাত এচলাত কাপোৰ আছাৰি আছিল। তাইক নেদেখিলে, তায়ো নেদেখা ভাও জুৰিলে। দূৰৰ ঘাট এটাৰ ওচৰৰ গড়াত তাই কলহটো নমাই বহি পৰিল আৰু আঠুৰ মাজত মূৰটো গুজি দিলে, নৈৰ পানীত তাইৰ আৰু কলহটোৰ ছাঁকেইটা পৰি থাকিল। আঠুত মূৰ সুমুৱাই তাই কিছু সময় কান্দিলে।

তাই কি বিচাৰিছিল? তাই কি বিচাৰিছে? তাই কি পাইছে?

কলহৰ তলীখন লাগি নৈৰ শান্ত পানীত এটা সৰু হেন্দোলনি উঠিল। তাই চাই থকা নিজৰ প্ৰতিবিম্বটো থানবান হৈ গ'ল।

তাই এদিন সৰু হৈ আছিল। পথাৰত, শুকান নবাৰ মাজত চৰি থকা ম'হৰ জাকবোৰলৈকো ভয় নকৰি দৌৰি ফুৰিছিল। ওখ গড়াৰপৰা জঁাপ মাৰি নৈত হেঁপাহৰ জোখাৰে সাঁতুৰিছিল নবাছিগা বিহুত নাচিম বুলি সপোন দেখিছিল—সেই ছোৱালীজনী ক'ত হেৰাল? সেই ছোৱালীজনীৰ ডাঙৰ মানুহ হোৱাৰ দুৰ্মতি কেনেকৈ হ'ল?

কলহটো কাষত লৈ স্নেহলতা পাৰলৈ উঠি আহিল। বতৰটো বৰ ভাল নহয়। গধূলিলৈ বৰষুণ হ'ব পাৰে। পশ্চিমফালে মাটি আৰু আকাশৰ সীমাত ক'লা ডাৱৰ এচটা দেখা গৈছে।

স্নেহলতাই ঘৰলৈ খোজ ল'লে। আকাশত পানীপিয়া চৰাই এজনী উৰি ফুৰিছে অকলে অকলে।

তেনেহ'লে তাইৰ লক্ষ্যৰ শেষ ইয়াতে? স্নেহলতাই ভাবিলে।

সঁচাকৈয়ে গোটেই ৰাতি বৰষুণ হ'ল। নেৰা-নেপেৰা বৰষুণ। ৰাতি পুৱাৰৰ সময়লৈ বৰষুণ এৰিলে। বৰষুণ এৰিলে যদিও অ'ত

তত পানীবোৰ ডোঙা বান্ধি থাকিল। গৰু-ম'হ গাহৰি, কুকুৰ (মানুহ ?) ৰ শুকান বিষ্ঠা মিহলি হৈ থকা বাট পথবোৰ পিছল হ'ল আৰু ঠায়ে ঠায়ে বোকাবে থেপথেপীয়া হ'ল।

বাতিপুৱা বেলিটো ওলাই অহাৰ লগে লগে পথাৰৰ নৰাৰপৰা, খেৰৰ চালৰপৰা ধোঁৱা ওলাবলৈ ধৰিলে আৰু অলপ পাছত সেই-বোৰত ৰ'দ পৰিল। স্নেহলতাৰ ভাল লাগিল। বতৰ ডাৱৰীয়া হ'লে মনটোও সেমেকা সেমেকা লাগে। তাই চৰিয়া এটাত কিছুমান কাপোৰ, চাবোন এডোখৰ আৰু কাপোৰ ধোৱা পাত এচলা লৈ নৈলৈ গ'ল।

কাপোৰখিনি ধুই পাৰত থৈ তাই গা ধুবৰ বাবে কাপোৰ খুলি অৱশিষ্ট মেখেলাখনেৰে বুকুত মেঠনি মাৰি লৈ নৈলৈ নামি গ'ল। এবুকু পানীত নামি মেলা চুলিখিনি আওদালিলে।

দূৰত কেইটামান নঙঠা ল'ৰাই গড়াৰ পৰা পানীলৈ জঁপিয়াই সাঁতুৰিছে।

শীতকাল গৈ বসন্তকাল পাইছিলহি যদিও জাৰ একেবাৰে যোৱা নাছিল, তথাপি ওচৰত গছ-গছনি নথকা বাবে নৈত ৰদ পৰি আছিল আৰু তাইৰ নৈত তেনেকৈ নামি গা ধুবলৈ ভাল লাগিছিল।

এদিন তাই এনেকৈ মুকলিত কাপোৰ সলাই গা ধুবলৈ সংকোচ কৰিছিল। আৰু আজি তাই ভাবিছে—এয়াই আমাৰ স্বভাৱ। নদীৰ এই শান্ত স্ৰোতধাৰাই আমাৰ জীৱনৰ গতি ; পানীৰ এই শীতলতাতেই আমাৰ প্ৰাণৰ শান্তিৰ জুৰণি।

নদীৰ পাৰৰপৰা কেতেকী, হীৰামতী, সত্যবতীহঁতে কাপোৰ ধুই উলটি গৈছে। সিহঁতৰ হাঁহিৰ খিলখিলনিত স্নেহলতাই সিহঁতলৈ চালে। তাইৰ খং উঠিল। তাইৰ সিহঁতক সুধিবৰ মন গল—তহঁতে কিয় হাঁহিছ ? আনন্দ কৰিবলৈ তহঁতৰ কি আছে ? খেতি কৰিছ পানীয়ে উটাই নিছে, গৰু-মহ বেমাৰত মৰিছে, মানুহ মহামাৰীত মৰিছে, খাবলৈ নাপাই-টকা ধাৰ কৰি

লোকৰ ঘৰত হাঁহিবোৰা সোমাইছে—ইমানবোৰ হোৱা সত্ত্বেও তইঁতে হাঁহিছ কিহৰ আনন্দত। ভাবিলেহে, মুখুধিলে। গতিকে তাই বহু দূৰলৈকে শুনি যাব লগা হ'ল।

তুপৰ। পথাৰৰ মাজ। কিছুদূৰত কেইখনমান য়াগ।' সকতে কিয় এতিয়াও তাইৰ এই ফালেদি অকলে যাবলৈ ভয় লাগে, আজি কিন্তু লগা নাই।

য়াগ'ৰ থিচেই কাষেদি যোৱা পথকৰা বাটেদি যাওঁতে তাই দেখিলে এখন য়াগ'ৰ জেওৰাখনতে ধৰি বৈ আছে—কনেঙা। পিঠিত ভায়েকটো।

'কনেঙা!' তাই মাত দিলে। কনেচাই চঁক খোৱাদি খালে।

'তই ইয়াত কি কৰিছহি অকলে অকলে? তোৰ ভয় লগা নাই?

'বাই! ইয়াতে মোৰ অউ আছে।'

'কি?'

'হয় বাই। গাঁৱৰ মানুহবোৰে আমাৰ অউক ইয়াতে শুৱাই থৈ গ'ল। মোৰ কেতিয়াবা চাবলৈ মন যায়।'

'বল, ঘৰলৈ বল, ইয়াত আৰু অউক কত পাবি—মাটি হৈ গ'ল, মাহীয়েই তোৰ নতুন অউ। ব'ল মাহীয়ে মৰম কৰিব।'

'ওঁহো নকৰে।'

'কৰিব। নকৰিলে বাউৰে কৰিব, গাঁৱৰ মানুহে কৰিব, মই কৰিম'—

'তই কৰিবি?' জেওৰাখনৰ ওচৰৰ পৰা আঁতৰি স্নেহলতাৰ সন্মুখত বৈ স্নেহলতাৰ চকুলৈ চালে তাই। এই চাৱনিৰ আকৃতি তাই বুজিলে। সেয়ে কথাষাৰ পাতলাই দিবৰ বাবে হাঁহি এটা মাৰি ক'লে, 'কিয় নকৰিম?'

কনেঙাক সিহঁতৰ ঘৰৰ ওচৰত বিদায় দি তাই খোজকেইটা খৰ কৰিলে। ভোক লাগিছিল তাইৰ।

ঘৰ সোমাওঁতেই বিৰমাই চিঠি এখন তাইৰ সন্মুখত দাঙি ধৰিলে। ডাকঘৰৰ ষ্টাম্প মৰা চিঠিখন দেখি তাই উলাহতে জাপ মাৰি দিলে 'চিঠি। পিয়ন আহে জানো ইয়ালৈ।'

'নন্দীৰাম ডাকঘৰলৈ গৈছিল। তাতে পাই আনি দি গৈছে।'

এৰা, এইখন গাঁৱলৈ তেনেকৈ চিঠি-পত্ৰ নাহে। আহিলেও দুই-এখন চিঠিৰ লগত পিয়নে কষ্ট কৰি নমৰে।

তাই খুলি, চালে, ৰমণী টাইডে লিখিছে। ইউনিভাৰচিটিৰ পৰা লিখিছে। ইয়াৰ আগতে দিয়া চিঠিৰ উত্তৰ কিয় দিয়া নাই সুধিছে। ইয়াৰ আগতে চিঠি দিছিল যদিও স্নেহলতাইতো পোৱা নাই। এইখন কোন তাৰিখৰ? যোৱা মাহৰ সোতৰ তাৰিখৰ। আজি এই মাহৰ এঘাৰ। বেছি লিখা নাই। বৰ্ত্তমান স্নেহলতাই কি কৰি আছে সুধিছে। মেল-মিটিং-ষ্ট্ৰাইক কত লাগি নিজৰ পঢ়া-শুনা বিশেষ হোৱা নাই বুলি লিখিছে। আৰু লিখিছে লগৰ চুৰেন গোহাঁই ইউনিভাৰচিটিৰ জেনেৰেল ছেক্ৰেটাৰি উঠিছে।

চিঠিত একো বিশেষ সুখবৰ অহা নাই, তথাপি ভাল লাগিল তাইৰ মনটো।

ইয়াৰ পাছত কেইদিনমান পাৰ হৈ গ'ল। দৈনন্দিন কামখিনি কৰি তাই ঘৰতে সোমাই আছে বুলিব লাগে। খুব পুৱাতে মাত্ৰ তাই নৈলৈ গা ধুবলৈ যায়। দিনটো ঘৰতে থাকে। মনটো বেয়া লাগি নাথাকে যদিও ফৰকাল হৈও নাথাকে। কিবা হতাশ ভাব এটা আছে। তাই যেন অসন্তুষ্ট। কিহৰ বাবে এই অসন্তুষ্টি তাই তাকো নাজানে। গাঁৱৰ আন ছোৱালীবোৰৰ দৰে হাঁহি স্ফূৰ্তিত নিজকে বিলাই দিব নোৱাৰি বৰ অকলশৰীয়া যেন লাগে। আৰু তেতিয়া গাঁৱৰ ছোৱালীবোৰক বৰ সুখী যেন লাগে। ইহঁতৰ জীৱনবোৰেই ভাল—কেৱল হাঁহিবৰ বাবে কেৱল জীয়াই থাকিবৰ বাবে। তাই ভুল কৰিলে। প্ৰকাণ্ড ভুল। সম্পাতি নামৰ তাহানি স্কুলৰ সাধুকথাত পঢ়া চৰাইজনীৰ নিচিনাকৈ। সূৰ্য্যৰ ওচৰলৈ

উৰি যাওঁতে বেচেৰী চৰাইজনীৰ পাখি দুখনকে পুৰিলে।

সেইদিনা গধূলি। স্নেহলতাহঁতৰ চোতালত কনেঙাই মাত দিলে—'বাৱ।'

'কি হল কনেঙা?'

'বয়াৰ' জ্বৰ বাই।

'কেতিয়াৰ পৰা?'

'কালি ৰাতিৰ পৰা।'

স্নেহলতা চাঙৰ পৰা নামি আহি কনেঙাৰ ভায়েকৰ কপালখন ছুই চালে।

'কিবা খাইছেনে নাই?'

'নাই খোৱা। ভাত দিছিলেঁা, নেখালে।'

'দৰব খুৱাইছনে নাই?'

'কি দৰব?' কনেঙাই স্নেহলতালৈ চালে। তেনেতে স্নেহতলাৰ মাকভনীয়েক আৰু ওচৰৰ কাপুৰৰ বুঢ়ীমাকজনী আহি তাইক বেৰি ধৰিলেছি। লৰাটোৰ চকু-মুখ পৰীক্ষা কৰি কিবা দৰবৰ দিহা দি কেনেকৈ খুৱাব লাগে কৈ দিহাদিহি গুচি গ'ল। স্নেহলতায়ো তাক তেনেকৈ বতাহত লৈ ফুৰাবলৈ মানা কৰি ঘৰলৈ নি কাপোৰকানি ভালকৈ দি ৰাখিবলৈ ক'লে।

'ইমান আমনি কৰে? মাত খোকাখুকি হৈ পৰা কনেঙাই হাতৰ তলুৱাৰে চকু দুটা মোহাৰি পেলালে।

'মাহীয়েৰে নাচায় জানো?

'মাহীৰো এটা কেঁচুৱা আছে।'

যাওঁ-নাযাওঁকৈ কণেঙা গুচি গ'ল। গধূলিৰ কানিমুনি আন্ধাৰৰ মাজত পথৰুৱা বাটত কনেঙা আৰু তাইৰ পিঠিত থকা ভায়েকটো হেৰাই যোৱাৰ পাছতহে স্নেহলতা ভিতৰ সোমাই আহিল। বেচেৰী কণেঙালৈ তাইৰ এটা অহেতুক মৰম সোমাই গ'ল যেন। তাইৰ বুকুখন যেন ক্ৰমে বিশাল হৈ মাতৃহীনা

কনেঙাক অঁকোৱালি ধৰিব।

নিজৰ অনুভূতিত নিজেই আচৰিত হ'ল স্নেহলতা। এইকন মাতৃত্ব তাই কৰপৰা পালে ?

পাছদিনা পুৱা তাই মুহিধৰৰ ঘৰ ওলালগৈ। বাহিৰত চাঙৰ ওপৰত কনেঙাই ভায়েকক কোলাত লৈ বহি আছে। স্নেহলতাক দেখি তাই শেঁতা হাঁহি এটা মাৰি উঠিব খুজিছিল। স্নেহলতাই মানা কৰিলে—'বহ, বহি থাক। সি দুখ পাব পাৰে। কেনে আছে তাৰ গা ?'

'ভাল পোৱা নাই বাই।'

স্নেহলতাই কপালত চুই চালে, গৰম।

দুৱাৰ মুখত কনেঙাৰ মাহীমাকে ভুমুকিয়াই—চালেহি। স্নেহলতাৰ চকুৰে চকুৰে পৰিল। কিছু সময়ৰ পাছত মানুহজনী সোমাই গ'ল।

'ইয়াক ডাক্তৰক দেখুৱাব লাগিছিল।'

'ডাক্তৰ ?'

'ওঁ, ডাক্তৰে চাই মেলি ঔষধ দিলেহে...'

'ডাক্তৰ যে টাউনতহে আছে।

কালিলৈ বাতিপুৱা তোৰ বোপায়ে লৈ যাব নোৱাৰিবনে ইয়াক ডাক্তৰৰ ওচৰলৈ ?'

'বাউ ৰাতিপুৱা হাল বাবলৈ যাব লাগে।'

'তেনেহ'লে তই নিব পাৰিবি ?'

'মই অকলে কেনেকৈ যাম ?'

সঁচা, ন-দহ বছৰীয়া ছোৱালী এজনীৰ কাৰণে এইটো অসম্ভৱো।

'ময়ো ওলাওঁ বাৰু তেনেহ'লে।'

'বাই !' কনেঙাৰ মাতত কৃতজ্ঞতাৰ।

'ঠিক ; কালিলৈ পুৱাতে ওলাবি। গাড়ী ধৰিবগৈ লাগিব। পাৰিবি ?'

'ওলাব লাগিব।'

'তোৰ ফ্ৰক চোলা আছে।

'এটা আছে।'

'ওলাবি তেনে, মই ওলাই আহিম। চৰকাৰী ডাক্টৰে চাওঁতে পইচা নলয়, বাছৰ পইচা বাক ময়ে দিম।'

পাছদিনা নিচেই পুৱাতে সাজি-কাচি ওলাই আঁহোতে বাটত লগ পালে বনাং বুঢ়াই—'অকল গিকানে?'

তাই ভাঙি পাতি ক'লে।

'তইঁত ছুজনী অকলে যাবি?'

'কিয়?'

'ডেকা এটা লগত লৈ ওলাব লাগিছিল।'

'মোৰ লগত ডেকা ল'ৰা নগ'লেও হ'ব টাত।'

'যা যা তেনে। গাড়ী ধৰিব লাগিব। দেৰি হব নহ'লে।'

কনেঙাই ৰঙা ফ্ৰক এটা পিন্ধি মূৰ ফনীয়াই গুলপীয়া ফিটা মাৰি সাজু হৈ আছিল। এখন চাদৰেৰে পিঠিত ভায়েকক বান্ধি লৈছে। কনেঙাৰ মুখখন সেমেকা যদিও টাউনত ফুৰিবলৈ যাবলৈ ওলোৱাৰ বাবে শিশু সুলভ উলাহো ধৰিব পাৰিছে স্নেহলতাই।

'তই ওলাই আছ?'

'হয়।'

'ব'ল ব'ল তেনে, বৰৰ সময় নাই।'

স্নেহলতাই এনেয়ে ল'ৰাটোৰ জ্বৰ পৰীক্ষা কৰি চালে হাতৰ তলুৱাৰে। অকনো কমা নাই। উশাহ লওঁতে ঘেৰঘেৰাইছে। চকুযোৰ অলসভাৱে জপাই হৈছে। ওঠৰ কাষেদি লালটি বাগৰি আহিছে। ছুয়ো খোজ ললে, আগে আগে কনেঙা, পিছে পিছে স্নেহলতা।

'কালি বাই ই মোক শুবলৈকে নিদিলে, ইমান আমনি কৰিলে। বমিও কৰিলে ছবাৰ।'

'হয়নেকি ? এবা অ' ডাক্তৰ এজনৰ ওচৰলৈ যাবলৈকো বহুত দূৰ হয়, গ'লেও হস্পিতেলও ডাক্তৰৰ ওচৰত যিহে ভিৰ মানুহৰ, বৈ বৈ শেষত বাছ নোপোৱাৰ ভয়ত গুচি আহিব লগা নহ'লেই ৰক্ষা।'

'মাইকী মানুহ ডাক্তৰ নহয় বাই ?'

'কিয় নহয়, হয়।'

'তেনেহলে বাই, তয়ো ডাক্তৰহে হ'ব লাগিছিল।' স্নেহলতাই হাঁহিলে।

গাওঁখন পাৰ হৈ সিহঁতে নৈখন পালে। নৈত এজন মানুহে কেইজনমান মানুহ লৈ নাও এখন এৰিব খুজিছিল। সিহঁতে দূৰৰপৰা দেখিলে। স্নেহলতাই কনেঙাৰ ৰৰলৈ কৰলৈ ক'লে।

কনেঙাই চিঞৰিলে, 'ঐ ডুশত তুপত।'

নাৱৰীয়া ৰ'ল সিহঁত পাৰ হ'ল। তাৰ পাছত মিপাংৰ গাঁৱৰ মাজেৰে সিহঁত কোবাকুবিকৈ আগবাঢ়িল।

অৱশেষত গাঁৱৰ মাজেদি যোৱা চৰকাৰী আলিৰ বাছ ষ্টপ বুলি লিখি টিন এটুকুৰা মাৰি থোৱা গছ-জোপাৰ তলত ৰ'লগৈ সিহঁত দুজনী। স্নেহলতাই দেখিলে সক ষ্টেপজটোত বাছৰ অপেক্ষাত অনেক মানুহ থিয়াথিয়ি কৰি ফুৰিছে।

বাছ আহিলত সিহঁত দুজনী হেঁচা-ঠেলাৰ মাজত কোনোমতে উঠিল। উঠিলহে, ঠাই নাই। স্নেহলতাৰ বাবে কণ্ডাক্টৰে ঠাই অকণ উলিয়াই দিলে যেনে তেনে। কিন্তু কনেঙা সক ছোৱালী বুলি থিয় হৈ যাব লগা হ'ল। স্নেহলতাইহে জৰীয়া ল'ৰাটোৰ সৈতে কষ্ট পাব বুলি কাষতে বহুৱাই ললে।

মন্থৰ গতিত গাড়ী আগবাঢ়িল। স্নেহলতাহঁত য'লৈ যাব অৰ্থাৎ হস্পিটেল যত আছে সেই নতুন চহৰ খনলৈ এই ষ্টেপজটোৰ পৰা মাত্ৰ চাৰিমাইল বাট। স্নেহলতাৰ বাবে এইকন বাটো ৰৰ আমনিদায়ক হ'ল। হেঁচা-ঠেলাত মূৰ, হাত ভৰি লৰাৰ উপায়

নাই ; কিলান দূৰ পাইছোঁহি চাবৰ সুবিধা নাই।

এটা সময়ত তাইক আৰু কনেঙাক নমাই থৈ বাছখন আগবাঢ়ি গ'ল। ডাক্তৰ হস্পিটেললৈ আঠ বজাত আহে। তেতিয়া আঠ বাজিবলৈ পাঁচ মিনিট বাকী। তাই পিন্ধা কাপোৰখিনি ঠিক কৰি কনেঙাক কলে, 'তাক মোলৈ দে।'

কনেঙাৰ পিঠিত লৰাটোৰ ডিঙিটো আলমোকাটা খাই ওলমি আছিল। স্নেহলতাই কাপোৰখন খুলি লৰাটোক দাঙি নিজৰ কোলালৈ আনিব খুজি বৈ গ'ল। গাটো গধুৰ আৰু শিল যেন চেঁচা। তাই চিঞৰি দিব খুজিছিল। কিন্তু নিচিঞৰিলে। ল'ৰাটোক কোলালৈ নি কনেঙাৰ মুখখন চালে। কনেঙাই তেতিয়া লৰাটোক বান্ধি লোৱা চাদৰখন জাপিছে।

স্নেহলতাৰ বুকুখন ঢপঢপাবলৈ ধৰিলে।

'কনেঙা।

'ওঁ ?'

স্নেহলতাই ক'ব নোৱাৰিলে। সাহ নহ'ল।

'মই পাহৰিছিলোৱেই, আজি হস্পিটেল বন্ধ।' স্নেহলতাৰ নিজৰেই মাতটো অচিনাকি যেন লাগিল। কনেঙাই স্নেহলতাৰ মুখলৈ চালে—'আগতে নকলি কিয় ?'

'নহয়, মই পাহৰিছিলো।'

'তেনেহ'লে কি কৰিবি ?'

'ঘূৰি যাওঁ বল।

কনেঙাৰ মুখখন করুণ হৈ পৰিল।

'ডাক্তৰক মাতি আনিলেও মুখুলিবনে চাগে।'

'বন্ধৰ দিনাখন কিয় খুলিব আকৌ।'

তেতিয়াই ঘূৰি যোৱাৰ বাবে বাছ নাই। গধূলিহে আছে বাছ। গতিকে সিহঁত দুজনী খোজ কাঢ়িয়ে উলটিল। ল'ৰাটো স্নেহলতাৰ কোলাত।

চুপৰ হৈছিল। হতাশা আৰু ভাগৰে চুয়োজনীকে আগুৰি ধৰিছিল। কনেঙাৰ ভোকো লাগিছিল। স্নেহলতাই ভোক লগাৰ কথা ভাবিবইপৰা নাছিল। তাই মাত্র ভাবি গৈছিল—কনেঙাক তাই কেনেকৈ কব কথাষাৰ।

চুয়োজনীৰ খোজবোৰ অসংযত হৈ পৰিছিল ক্রমাত। নৈৰ পাৰ পাওঁতে বেলিতো সিহঁতৰ মূৰৰ ওপৰত। ঘাটত কাবোবাৰ সৰু নাও এখন বান্ধি থোৱা আছে। কোনো মানুহ নাই ওচৰে পাঁজৰে।

স্নেহলতাই ইফালে সিফালে চাই কাকো নেদেখি ঘাটলৈ নামি গৈ নাৱত উঠিল। পিছে পিছে কনেঙাও গৈ নাৱত উঠিল। সৰু নাওখন হেন্দোলনি খাই কঁপি উঠিল।

'তাক মই লওঁ দে, তই নাও বাবি।'

স্নেহলতাই কনেঙাৰ কথালৈ কাণ নিদি কনেঙাৰ হাতত থকা চাদৰখন নাৱতে পাৰি ল'ৰাটো তাত শুৱাই দিলে। কথাত কনেঙা আচৰিত হ'ল।

'সি চুখ পাব।'

'নাপায়।'

'ওঁহ পাব। কান্দিব।'

'নাপায় কনেঙা। এতিয়া আৰু সি চুখ নাপায়; নেকান্দেও।' কৈ স্নেহলতাই কনেঙাৰ মূৰত হাত ফুৰাই দিলে। এই কথাত কনেঙাই অবাক হৈ তাইলৈ চালে।

স্নেহলতাই ল'ৰাটোৰ গাত দিয়া কাপোৰ খনেৰে তাৰ গাটো ঢাকি দিলে। তাৰ পাছত নাৱৰপৰা নামি গৈ নাৱৰ ৰছী খুলি দি আহি পুনৰ নাৱত উঠিল।

কনেঙাই আকাশ কপোঁৱা এটা চিঞৰ মাৰি নাৱতে ধুপকৈ বহি মুখখন ঢাকি ধৰিলে।

স্নেহলতাৰ মুখত ভাষা নাই। নাৱৰ টিঙত বহি লৈ বঠা মাৰি-বাবলৈ ধৰিলে। গালেদি বাগৰি অহা চকুপানীখিনিয়ে ধুঁৰিৰ ওচৰত বাট হেৰুৱালে। ওপৰ ওঁঠ-খনেৰে তল ওঁঠ-খন হেঁচি ধৰিলে।

---

ৰচনা: ১৯৭৩। 'আমাৰ প্রতিনিধি'ত প্রকাশিত।

# চিকাৰ

## দীপালী ডেকা

দুৱাৰ খন খুলি দিয়াৰ পছতহে হৰিৰ হিচাপ হ'ল, বেলি বহুত হৈছে। জুলাই মাহৰ তীব্ৰ বেলিৰ সোহৰে তাৰ চকু দুটতে ছাটি মাটি ধৰাত চকু মেলিবলৈ বৰ অসুবিধা-বোধ কৰা সত্বেও হৰিয়ে দুৱাৰ মুখত ৰৈ থকা কটুলৈ চাই কলে, "যোৱা ৰাতি দৰ দেৰীকৈ শুইছো অ'। চালা দাৰামজাৰ্দা ৰমজানে মেডিকেলত নি দুই বজাই দিয়ালে। আহ তই বহহি···কটুক বহিবলৈ কৈ হৰিয়ে মাটিৰ কলহটোত মুখ ধুবলৈ পানী বিচাৰি নেপাই মুখৰ ভিতৰতে কলে, ৰাতি পুৱাই শুদা কলহত হাত পৰিল চালা। আজিও দিনটোলৈ হৈছে অ'ক"। "এতিয়া আৰু ৰাতিপুৱা হৈ থকা নাই বুজিছ, দহ বাজে। দুপতীয়া। চাহাৰী ভাষাত তোৰ গুড আফটাৰ নুন কৰ পৰা হৈছে..." এই বুলি কৈ কটুৱে বগাদাঁত দুটা উলিয়াই এনেকৈ হাঁহিলে যে হৰিৰ দেখি অলপ বিৰক্তেয়ে লাগিল। বিৰক্ত হৈয়ে কলে, "ৰ অলপ মই তেতিয়া হলে ললিতাহঁতৰ ঘৰৰ পৰাই অলপ পানী লৈ আহো। ফৎকৰে আহিম তই নাযাবি।"

তোৰ যৎটো হৈছে দে। গাৰ্ল ফ্ৰেণ্ডৰ ঘৰত চালাম দিবলৈ পালে তই এই বেলা নাহ। আজি কিন্তু তই যেনেতেনে এতিয়াই যাব লাগে,···মেডিকেলত।"

কটুৰ কথাতো হৰিয়ে বুজি পাইছে। চালাম দিবলৈ নহলেও পানী একলহৰ কাৰণে সি ললিতাৰ ঘৰত যাব লাগিব। তেতিয়া ৰমেশ্বৰ চকিদাৰৰ জীয়েকক সি এনেয়েও দেখিব। দেখিলে সি ললিতাক নেমাতে অৰ্থাৎ আনদিনাৰ দৰে মুখ চুপতি মাৰিবলৈ নেপাৰও পাৰে। এতিয়া তাই মহিলা সমিতিৰ অফিচত উল গোঠা শিকিবলৈ হয়তো যাবলৈ খৰধৰ লগাইছে। বিড়ি এটা জ্বলাই

লৈ হৰিয়ে ললিতাহঁতৰ পাছফালে থকা কেচঁা নাদটোৰ পাৰত বলগৈ। ইফালে সিফালে চাই দেখিলে, কোনো নাই। সি ভাবিলে ঘৰখন দেখোন বৰ নিজান। ললিতাৰ মাক বা গল কলৈ? আৰু ৰমেশ্বৰ চকিদাৰে নাইট ডিউটি কৰি ছাগে বাহিৰে বাহিৰে কাছাৰি বজাৰত শাকপাচলি বিচাৰি ঘুৰিছে।

বিড়িটো খাই দাঁত কেইটা মাজি উঠি পানী একলহ লৈ ওলাই আহোতেই দুৱাৰ মুখত বৈ থকা দেখিলে ললিতাক। সি যে আহিছে, ললিতাই যেন এই কথা জানে।

—"তোক কলহটো লৈ পানী আনিলে একেবাৰে ভাল নেদেখি…"

"—তাকে হৰলা তই ইমান পৰে চোৰৰ দৰে চাই আছিলি। মাত এষাৰ দিলে মহাৰাণীৰ কি জগৰ লাগে?"

"—জগৰ বহুত। মহাৰাণীৰ কথা মুশুনা লৰাক কোনে মাতিব? মহাৰাণীৰ কিবা মূল্য আছেনে?"

কলহটো মাটিত থৈ হতভম্ব হৈ হৰিয়ে ললিতালৈ চাই কলে, "এই ব্ৰহ্মপুৰাতে মই জগৰ আৰম্ভ কৰিলোৱেই। মই জানো তোৰ কথা মুশুনাকৈ আছো ললিতাত মাত্ৰ কালি কটুৰে এটা মানুহৰ কাৰণে লৈ গৈছিল। বৰ বেয়া লাগে বুজিছ মানুহটোৰ কাৰণে। দুটা সৰু সৰু লৰাছোৱালী আৰু ঘৈণীয়েক। আৰু কোনো নাই সিয়েই পৰিয়ালৰ একমাত্ৰ উপাৰ্জক। মানুহটো মৰি গলে পৰিয়ালটোৰ কথা ভাবচোন কি হব? হয় মানুহজনীয়ে ভিক্ষা খুজিব লাগিব নহয় বেশ্যা হব লাগিব। এই দুয়োটা প্ৰথাকেই মানুহে বেছি ঘিণ কৰে; অথচ ঘিণ কৰিলেও কোনেও সাহায্য নকৰে…আৰু মোৰো সহায় হয় দেখোন…টকা এশমান পাওঁ…"

"তোৰ টকা ঘটাৰ পথ এইটোৱেই হলগৈ নেকি? তই মৰিলে পাছে মোক কোনে চাব?" মাতটো খোকাখুকি হৈ অহা ললিতাক হৰিয়ে ওচৰলৈ গৈ কলে, "মহাৰাণীৰ আজি কুল নাই

নেকি ?" তাৰ পাছত লাহে লাহে সুধিলে, "ঘৰত কোনো নাই নেকি ?" ললিতাই নাই বুলি কোৱাত হাত খনত ধৰি ভিতৰলৈ হাঁহি হাঁহি নি কলে, "গুড মর্নিং মেডাম আছি চিলাই স্কুললৈ যোৱা নহল কিয় ?" ললিতাই হাতখন একবাৰলৈ যত্ন কৰি কলে, "স্ত্রী শক্তি জাগৰণ সপ্তাহৰ মিটিং আছে বাবে নগলো। পাছে মহাপুৰুষৰ শেষ ৰাতি লৈ নাইট ডিউটি নকৰিলে নচলেনে ?"

হৰিয়ে এটা অশ্লীল শব্দ কৰ খুজি বৈ কলে, "তোৰ লগত বিয়াৰ পাছত নকৰে। আৰু ··" তাৰ পাছত সি অলপ শব্দ কৰি হাঁহিলে, ললিতাৰ আগত ইমান ধুনীয়াকৈ ফাঁকি দি সাজি কোৱা গল্পখিনিৰ কাৰণে।

আচলতে যোৱাৰাতি সি দুট লৰাছোৱালী থকা দুখীয়া কোনো পিতৃৰকাৰণে তেজ দিয়া নাছিল দিছিল ভেটিখোৱা চৰকাৰী বিষয়া লাখপতি বিদুৰ হাজৰিকাৰ পত্নীৰ কাৰণে। বেচেৰাই ঘৈণীয়েকক বচাবলৈ ইমান আগ্রহান্বিত যে হৰিক নি যেতিয়া ৰমজানে উপস্থিত কৰিছিলগৈ প্রায় কান্দি কান্দি কোৱাৰ নিচিনাকৈয়ে বিদুৰ হাজৰিকাই কৈছিল, "তোমাক যি টকা-পইচা লাগে লবা মাত্র তেজ দিয়া···" তাৰ পাছত ৰমজানৰ লগত দৰদাম চলিল। বিদুৰ হাজৰিকাই মুখেৰে কলেও ঘৈণীয়েক মৰিলেও মুক্তহস্তে টকা দিয়া ভকত নহয়েই, তথাপিও আৰ্থিক অৱস্থা স্বচ্ছল বুলি জানিলে ৰমজান হঁতে দুপইচা বেছিকৈ পাবলৈ আশাকৰি অলপ লুটি বাগৰ দি চায়। পাছে পইচা থকা মানুহবোৰ বেছি চিকটাও বোলে। বিদুৰ হাজৰিকাও তাৰ ব্যতিক্রম হব কিয় ? তেওঁ বৰ করুণ সুৰেৰে অভিনয় কৰাদি কৰি কলে, "এতিয়া লগত ইমান খিনিয়েই আছিল। পুৰালৈ আনিলে দিম বুলিছো দিমেই। কলৈ পলামহে মই···!" তাৰ পাছত ৰমজানে হাত পাতি সুৰ-সুৰকৈ পইচাখিনি লৈ আহি হৰিক কলে, "দেখিলি! বেটাক প্রেমিক হিচাপে চাহজাহান যেনেই লাগিছে কিন্তু তাৰ যে বিফিউজী

কলোনিত ছুটা লবাছোৱালীবে এজনী উপপত্নী আছে, অভিনয় দেখি অনুমান কৰিব নোৱাৰি নহয়নে? মৰিব ধৰা বৈৰেণীয়েক জনীৰ প্ৰেম আকৌ কাৰ লগত জানিছ?" তাৰ পাছত ৰমজানে হৰিৰ কাণে কাণে এনেকুৱা এজন দেশপ্ৰেমিকৰ নাম কলে যে হৰিৰ বিশ্বাস কৰিব লৈকো টান লাগিল। সচাঁনে? তেনেহলে এই শ্ৰেণীৰ দেশ প্ৰেমিকে অকল দেশৰ চিন্তাতে ব্যাকুল নহৈ পৰস্ত্ৰীৰ চিন্তাতো মূৰ ঘমায়। হৰিয়ে ৰমজানৰ হাতৰ মুঠিত থকা টকা কেইটালৈ লুভীয়া দৃষ্টিৰে চাই কলে, "বেটাই অলপতে বাচিয়া নে কৰবাৰ পৰা হাৱা খাই আহিছেগৈ সিহঁতৰ দেশৰ চৰকাৰে বোলে আজিকালি আমাৰ দেশৰ পুৰণা লিডাৰ কেইটাক বুঢ়া বয়সত নি ক্ৰেমলিনত তীৰ্থ কৰাই অনায়গৈ—"

"তাই কিন্তু খবৰ ৰাখ দেই—"

"মইতো কলেজত এটা বছৰ পঢ়িছিলো"

"আৰু নপঢ়িলি কিয়?"

"আইৰ বুদ্ধি নথকৰে বাবে, নতুবা কৰ পাৰ পিতাইৰ টকা ঘটাৰ উপায় নোহোৱা বাবে—"

"নিজৰ মাক বাপেকক কোনেও তেনেকৈ নকয়—"

"নকয়, মই কিন্তু কৈছো। বিদূৰ হাজৰিকাক ওপৰলৈ তোলাত তাৰ মাইকীজনীৰে সকলোতকৈ ডাঙৰ বৰঙণি আছে।

" তোৰ দেখিছো, নিজৰ ওপৰতে বৰ খং—" হৰিয়ে হাঁহিলে। হয় নিজৰ ওপৰত তাৰ খং নোহোৱা নহয়। প্ৰথম খং গাঁৱৰ যোত্ৰহীন পৰিয়ালত জন্ম পোৱাৰ বাবে, দ্বিতীয়তে পঢ়াত সি মজলীয়া শ্ৰেণীৰ আছিল আৰু এটা পুৰুষ হৈ সি এটা জীৱিকাৰ পথ মোকলাব নোৱৰাৰ বাবে।

প্ৰথমে সি গাঁৱত থাকোতে ভাবিছিল যিকোনো উপায়েৰে সি যদি গুৱাহাটী নগৰলৈ আহি লব পাৰে তেনে কিবা এটা কৰি লব পাৰিব। তেতিয়া তাৰ গুৱাহাটী আৰু দিছপুৰখন বৰ সহজ যেন

লাগিছিল। গুৱাহাটী তাৰ ঘৰৰ পৰানো কিমান দূৰত? নিজৰেই ঠাই সিহঁতৰ গাঁৱৰ দুঘৰমান মানুহে পাহাৰীয়া চৰকাৰী মাটিত গুৱাহাটীতে ঘৰোসাজিছে গাঁৱৰ পৰা আহি প্ৰথমে সিহঁতৰ লগতেই আছিলহি। কিন্তু সিহঁতৰো অৱস্থা বেয়া। উপায় নাপাই ললিতাহঁতৰ ওচৰতে মাহে কুৰি টকাত কোঠা এটা ললে। ললিতা হঁতৰ ঘৰটো পাহাৰৰ পৰা অলপ তলত। আৰু সেই সূত্ৰেই সিহঁতৰ লগত তাৰ চিনাকি। হৰিয়ে তেতিয়া বৰ কষ্টকৈ চলিছিল ঘৰৰ পৰা ধান বেচি অনা পইচা কেইটা প্ৰায় শেষ হৈ আহিছে যদিও কিবা এটা পোৱাৰ আশাত হাতদীঘল মানুহবোৰৰ ঘৰে ঘৰে সি ঘূৰিও আছে। চিটি বাছত উঠিবলৈ পইচা-পাই নাই বুলি দূৰলৈ গলেও খোজ কাঢ়িয়েই গৈছে আৰু ঠিক তেনে এটা দিনতে এই পাহাৰৰ নামনিত চিকাৰ বিচাৰি থকা অৱস্থাতে কটুৱে তাক আৱিষ্কাৰ কৰিলে। আচলতে কটুৰ এইবোৰ ঠাইত অহাযোৱা বহুত দিনৰ অভ্যাস।

এইবোৰ অঞ্চলত বাস কৰা মানুহবোৰৰ আৰ্থিক অৱস্থা বৰ শোচনীয়া। গতিকে তেওঁলোকৰ গাৰ তেজৰ দাম বেটৰ দাবিতকৈ কম হয়। আৰু তেতিয়াই সিহঁতক কটু আৰু ৰমজানহঁতৰ নিচিনা তেজৰ ঠিকদাৰ বোৰে আগবঢ়াই লৈ যায় হস্পিতাল অভিমুখে। আৰু তেজ দিওতা বোৰে একো নোপোৱাতকৈ, একো নকৰাকৈ হাতলৈ অহা পইচাখিনিৰে দুদিনমানৰ অভাৱ পূৰায়।

কটু আৰু ৰমজানৰ আলিবাটেদি যোৱা তেজ গোৰা মানুহ বোৰ দেখিলে মনতো লক লকাই উঠে। তেতিয়া সিহঁতৰ চিকাৰলৈ মনত পৰে।

আজিকালি হৰিৰো এনে তেজ গোৰা মানুহ দেখিলে হিংসা লাগে। নিজৰ ৰক্তহীন দেহটোলৈ চাই ভাৱে এনে তেজগোৰা দেহা এটা তাৰ তেতিয়াও থকা হলে আৰু দুটা মান পইচাৰ মুখ দেখা পালেহেতেন।

অৱশ্যে সাধাৰণ জ্ঞানেৰে তাৰ নিজৰ দেহটোলৈ মায়াও হয়। এনেকৈ তেজ দিওতে দিওতে হঠাৎ যদি তাৰ কিবা এটা হৈ যায়? হৰিৰ লগতে ছমাহৰ আগতে তেজ দিবলৈ অহা দয়াল নামৰ মানুহটোৰ কথা নাই বতৰা নাই হঠাৎ এফাল গাৰ অংশ মৰি আহিল, এতিয়া সি শয্যাশায়ী। ঘৰৰ অভাৱ আৰু লোকক ৰক্ষা কৰিবলৈ অহা দয়ালক এতিয়া ৰক্ষা কৰোঁতাও কোনো নাই, বচাওঁতাও নাই আৰু চামচুল নামৰ সেই বৰ্ডিয়াল লৰাটোৰ কি বেমাৰ হল কোনেও নাজানে, সি মৰি থাকিল। হৰিয়ে ভাবিলে সি মৰিবই। ইমান ওচৰা-ওচৰিকৈ তেজ দিবলৈ তাক কোনে কৈছিল?

অৱশ্যে কটু হঁতৰ নিচিনা মূলধন নলগাকৈ তেজৰ ব্যৱসায়ৰ দালালি কৰাবোৰে কয়, ভয় নাই, কিহৰ ভয়? লোকৰ কাৰণে তেজ দিব পৰাটো দেশপ্ৰেমৰ লক্ষণ।

কটু হঁতৰ তেনে কথা শুনি হৰিয়ে ভাবে, তেনেকৈ নকলে যে সিহঁতৰ ব্যৱসায় নিটিকে। ফাওতে মৰা কমিছন খিনি, জানো হেকৰ ব নালাগিব অৱশ্যে ললিতাই তেজ দিয়া কথাটোত বৰ ভাল নাপায়। তাই চকুৰ পানী দেখুৱায়। তেজ নহলে যে কি গতি হব পাৰে ক্লাচ ফাইভলৈকে পঢ়া ললিতাই নাজানিব কিয়?

মাজে মাজে তাই হৰিৰ শেঁতামুখ দেখি জিকাৰ খাই উঠে। তাই ভাবে, হৰিয়ে তাইক ফাঁকি নিদিয়েতো। কিমান সপোন তাইৰ জমাৰ ঘৰত ওফন্ডি আছে, মাজে মাজে হৰিৰ আগত কঁহিয়াই দেখুৱায়। তাইৰ কথাবোৰ শুনি হৰিৰ ভালেই লাগে। ললিতাৰ নিবিনা ছোৱালী এজনীক চাকৰি এটৰ পালে জীৱন সঙ্গিনী কৰি লোৱাত আপত্তি নাই। সি তাইক ধৈৰ্য্যৰে অপেক্ষা কৰিবলৈ কৈছে।

কিন্তু যোৱা ৰাতি সি আকৌ তেজ বেচিবলৈ গৈ টকাও লৈ আহিল, কিন্তু এইবাৰ তাৰ যেন বৰ ভাগৰ লাগিছিল। একো এটা মুখত নিদিয়াকৈ সি বিচনাত পৰিছিল।

...ৰাতিপুৱা কটুৱে জগাই দিথাৰ পাছত মুখখন ধুই সি ললিতাৰ ওচৰৰ পৰা আহোতে অলপ পলম হোৱাত কটুৱে হৰিলৈ এটা অৰ্থপূৰ্ণ চাৱনিৰে চাই হাঁহি কৈছিল, "তই কিন্তু জীয়াই থাকিলে জিন্দেগীটো আচ্ছাছে ভোগ কৰিব পাৰিলি হেতেন। কিন্তু......"

"কিন্তু কি?......" হৰিয়ে কটুৰ মুখৰ ওপৰতে সুধিলে। কটুৱে যেন হঠাৎ নকবলগীয়া কথা এটাহে কৈছে। তেনে সুৰত অলপ থতমত খাই কলে, "কিন্তু মানে, একো 'নহয় অ'......মাত্ৰ কালি... তই তেজ দি অহাৰ পাছত ডাক্তৰ চাহাবে সুধিছিল, "এইটো সেই ছুমাহৰ আগতে তেজ দিয়া লৰাটো নহয়নে?" আমি হয় বুলি কোৱাত ডাক্তৰে কলে, লৰাটোৰ গাত আৰু কিজানি তেজ নায়েই... সি বৰ সাৱধানে চলিব লাগিব...নহলে...নহলে..." "—নহলে মই মৰিম, নহয়নে?" কন্দাৰ সুৰেৰে হৰিয়ে কটুলৈ চাই যেন কলে। হৰিৰ মাতটো যেন ভাগি গৈছে। সি যেন শেষ হৈ আহিছে।

"—নমৰ, গাখীৰ কণী, মাছ মাংস, লিভাৰ, আঙুৰ টনিক এইবোৰ খালে নমৰ—" কটুৰ কথাবোৰ হৰিৰ কাণত টিঙটিঙাই বাজি উঠিল, গাখীৰ...কণী...মাছ...মাংস...... ।

হৰি বিছনাখনত বহি পৰিল। কালি পোৱা টকাকেইটা আজিয়েই সি ঘৰলৈ পঠাব পাগে। ধান বেচি গোটাই অনা টকা কেইটাৰ পৰিবৰ্ত্তে যদি এই টকা কেইটা নপঠায় তাৰ মাক পিতাক, ভায়েক ভনীয়েকহঁত লঘোণে-ভোকে থাকিব লাগিব হৰিৰ চুচকুত ভাঁহি উঠিল, পানীয়ে উটুৱাই নিয়া গাঁৱৰ সিহঁতৰ জৰাজীৰ্ণ ঘৰখনলৈ। কিন্তু ঘৰলৈ মনত পৰিলেও, সেই মুহূৰ্ত্তত তাৰ কৰিবলৈ একো নাই। মনত অলপ বল বান্ধি ভাবিলে, কটুৱে কোৱা কথাখিনি সঁচা হলেও তাৰ অন্তৰালত অলপ ঈৰ্ষা আছে। সেই ঈৰ্ষা হল ৰমজান আৰু কটু দুয়ো একে তেজৰ বেপাৰ কৰা দালাল। দেখাত নহলেও, ভিতৰি দুয়োৰো মাজত এটা প্ৰতিযোগিতাৰ ভাৱ আছে। সেই প্ৰতিযোগিতাৰ সমুখীন হৈ চিকাৰৰ বলি হয় হৰিৰ

দৰে মানুহবোৰ। টকাৰ কাৰণে হৰিৰ দৰে বেকাৰবোৰে যিকোনো কাম সহজেই কৰিব পাৰে।

কটুৰ ঈৰ্ষাৰ কাৰণ হল, অগাপিছাকৈ, অতি কম সময়ৰ ভিতৰত হৰি হুবাৰ বমজানৰ চিকাৰ হৈছে। নহলে এই চিকাৰ কটুৱে পালেহেতেন। কটুৰ কিছু লাভ হেবাল। সেইখিনিৰ হোৰ তুলিবলৈকে কটুৰ আগমন। কটুৱে যাবলৈ উঠি বিজ্ঞৰ দৰে কলে, "যেই সেই মানুহে কোৱাৰ লগে লগেই তেজ দি নিদিবি বুজিছ, মৰিবি। স্বাস্থ্যটো ভাল কৰি লব খোজ যদি আগতে মোৰ মতে চলিবি। আগলৈ তই তেজ দিব পাৰনে নোৱাৰ তোৰ স্বাস্থ্য চাইহে মই দিয়া নিদিয়াৰ কথা কম।" হৰিৰ শেষ তেজটোপালৈ লুভীয়া শগুনৰ দৰে চাই যেন কটুৰ লোভ লাগিল, হলেও তাৰ মাতটোত অলপ কোমলতা আছিল। যেন সি চিকাৰী নহৈ কোনোবা আত্মীয়হে। দৰদ দেখুৱাই কথা কলেও হৰিয়ে কটুৰ কথা সুবুজা, নহয়। তথাপিও কটুৰ অভিনয়খিনি তাৰ ভাল লাগিল যে আন নহলেও এই মহানগৰত একনৰ ওচৰত হৰিৰ দৰে এটা গাঁৱলীয়া লৰাৰ বৰ দৰ আছে। বহুত বছৰৰ মূৰত তাৰ জন্মৰ সাৰ্থকতা উপলব্ধি কৰিবলৈ গৈ মূৰটো জ্বলি উঠা যেন লাগিল, ভাবিলে কি দৰকাৰ এনেকৈ জীয়াই থকাৰ। কোনে জানিব কাৰ তেজ লৈ কোন জীয়াই থাকিল? নে মৰিল? এই লওঁতা আৰু দিওঁতাৰ মাজৰ সেতুদাল হল মাত্ৰ কেইটামান টকা। তাৰ পাছত সকলো শেষ।

হৰিয়ে কটুৰ ফালে চাই কলে, "মই গুৱাহাটী এৰি আজিয়েই গুচি যাম। কেতিয়া আহো, কব নোৱাৰো, গাঁৱত গৈ কি কৰিম তাকো কব নোৱাৰো। মুঠতে অলপ দিন তইঁতে মোক নিবিচাৰিবি। এতিয়া তই যা। মোক অলপ শুবলৈ দে…"

হৰিৰ কথাবোৰ কটুৰ কেনেবা লাগিল। লাহে লাহে সি তাৰ ঝুপুৰিটোৰ পৰা ওলাই আহিল। ওলাই আহোতে চকুত পৰিল

২২

বাঁহৰ চাঙ এখনৰ ওপৰত দুটামান বস্তাৰ ওপৰত পৰি থকা এটা চঞ্চল আশাবাদী ডেকাৰ শেষ হৈ যোৱা ভগ্নস্তূপ। এই ভগ্নস্তূপৰ মাজতে বন্দী হৈ আছে সেই যুবকৰ স্বপ্নসৌধ।

কটুৰ বেছি সময় তাত থাকিবৰ মত নগল। আৰু নতুন চিকাৰৰ আশাত সি আগবাঢ়িল মাছখোৱা মটৰ ষ্টেণ্ড অভিমুখে। সেই মানুহৰ অৱশ্য তাৰ বৰ চিনাকি।

---

☐ অসমবাণীৰ বিহু-সংখ্যাত প্ৰকাশিত।

# অভিসাৰিকা

যমুনা শৰ্মা চৌধুৰী

যোৱা নিশা অগ্নিশেখৰ দত্তৰ মৃত্যু হ'ল।

অগ্নিশেখৰ দত্তৰ পুতেক কৌশিক দত্ত আৰু বোৱাৰীয়েক জেনাচিচ্ এইমাত্ৰ সুদূৰ দিল্লীৰপৰা আহি পাইছে। শীতৰ মিঠা ৰ'দজাক অগ্নিশেখৰৰ প্ৰকাণ্ড লাইব্ৰেৰীত সোমাবলৈ নৌপাওঁতেই বনজুইৰ দৰে কথাটো চাৰিওফালে বিয়পি পৰিল। লানি নিছিগা মানুহৰ সোঁত, বিভিন্ন মানুহৰ বিভিন্ন ধৰণৰ মন্তব্যৰে ঠাইখনিৰ পাতল বতাহজাকক গধুৰ কৰি তুলিলে। অগ্নিশেখৰ দত্তৰ দুমহলীয়া ঘৰটোৰ তলৰ মহলা লোকে-লোকাৰণ্য হৈ পৰিল। কাৰণ অগ্নিশেখৰ দত্তৰ মৃত দেহটো তলৰ কোঠাতে থোৱা হৈছিল। সেই কোঠাটোৰ ওচৰৰ কোঠাটোত ক'লা সাজ পৰিহিতা শোকৰ মূৰ্ত্তি জেনাচিচে ভাগৰ পলুৱাইছিল। কিন্তু আচৰিত কথা অগ্নিশেখৰ দত্তৰ পৰিয়ালৰ একমাত্ৰ পুতেক-বোৱাৰীয়েকৰ বাহিৰে আন কোনেও খবৰ লবলৈ নাহিল। ইয়াৰ পিচত যেন এটা ইতিহাস লুকাই আছে। আচৰিত যেন লাগিলেও এইটোও সঁচা যে, অগ্নিশেখৰ দত্তৰ মৃত্যুৰ খবৰ ল'বলৈ ঠিক ইমানখিনি মানুহ গোট খোৱা নাই। তেওঁলোকে যে কৌশিকৰ সুন্দৰী বিদেশী পত্নীক চাবলৈ আহিছে ঠিক যেন সেয়াও নহয়। অৱশ্যে অগ্নিশেখৰ দত্তৰ ঘৰত জেনাচিচ্‌ৰ এয়া প্ৰথম পদক্ষেপ। ওচৰ চুবুৰীয়াই অগ্নিশেখৰ দত্তৰ বিদেশী বোৱাৰীৰ কথা শুনিছিল। চাবলৈকো ইচ্ছুক আছিল। কিন্তু এনেকুৱা এটা পৰিবেশত তেওঁলোকে পাহৰি গ'ল অগ্নিশেখৰ দত্তৰ মৃত্যুৰ কথা। পুবফালৰ কোঠাটোত থকা অগ্নিশেখৰ দত্তৰ মৃতদেহটো চাবলৈও তেওঁলোকৰ যেন সময় নাই। পাহৰি গ'ল—শোকৰ ক'লা সাজ পৰিহিতা বিদেশী মডেল জেনাচিচ্ কথা। তেওঁলোকে চাবলৈ আহিছে কৌশিক দত্তই

দেউতাকে কবি বৈ যোৱা 'উইলখন' কিদৰে গ্ৰহণ কৰে। ৰশ্মিৰেখা নামৰ অজ্ঞাত কুলশীল ছোৱালীজনীৰ কৰ্তৃত্বক কৌশিক দত্তই কিদৰে লয়।

ৰশ্মিৰেখা আকৌ এবাৰ খুব বেয়াকৈ পৰাজিত হ'ল।

জীৱনৰ প্ৰতিটো পদক্ষেপতেই পৰাজিত হৈ অহা ৰশ্মিৰেখাৰ বাবে এই পৰাজয় একো নতুন কথা নহয়। ইয়াত একো নতুনত্ব নাই। কিন্তু এই পৰাজয় ঠিক এনে এটা পৰিস্থিতিত হ'ব বুলি তাই আশা কৰা নাছিল। অগ্নিশেখৰ দত্তৰ মৃত্যুৰ লগে লগে তাই যে আকৌ 'সমালোচনাৰ পাত্ৰ' হ'ব লাগিব সেয়া ৰশ্মিৰেখাই কেতিয়াও ভবা নাছিল। অকল কৌশিকেই কিয় সকলোৱে জানে আইনৰ দৃষ্টিত, সমাজৰ দৃষ্টিত ৰশ্মিৰেখা অগ্নিশেখৰ দত্তৰ কোনো নহয়। সমাজৰ দৃষ্টিত, আনকি কৌশিকৰ দৃষ্টিতো তাই এজনী অভিসাৰিকা মাত্ৰ। সেই অভিসাৰিকাই অগ্নিশেখৰ দত্তৰ ঘৰত আশ্ৰয় লোৱা, সম্পত্তিৰ উত্তৰাধিকাৰী হোৱাটো যে নীতিবিৰুদ্ধ কথা।

সকলো মানুহেই সুখেৰে এক স্বাভাৱিক জীৱন যাপন কৰিবলৈ বিচাৰে। অপবাদৰ ভয়তেই এদিন ৰশ্মিৰেখাই আন দহজনী নাৰীৰ দৰে অগ্নিশেখৰ দত্তৰ ঘৰত এটা স্বাভাৱিক জীৱন যাপন কৰিবলৈ সঙ্কল্পবদ্ধ হৈছিল। কিন্তু আন দহজনী নাৰী আৰু ৰশ্মিৰেখাৰ মাজত যথেষ্ট পাৰ্থক্য আছিল। সেই স্বাভাৱিক জীৱন যাপন কৰাৰ বিনিময়ত ৰশ্মিৰেখা নামৰ ছোৱালীজনীয়ে নিজৰ কুমাৰী মনৰ সকলো ইচ্ছা, আকাঙ্ক্ষাক নিজেই সমাধিস্থ কৰিছিল। ক'তা? তাৰ বাবেতো তাই এদিনো আক্ষেপ কৰিবলগীয়া হোৱা নাই? স্বামী, সন্তান ঘৰ লৈতো তাই কোনোদিনে ব্যস্ত হোৱা নাই। কিন্তু হঠাৎ এয়া কি কৈ গ'ল? অগ্নিশেখৰ দত্তৰ মৃত্যু হ'ল। 'পোষ্ট-মৰ্টেম'ৰ ৰিপৰ্ট মতে অগ্নিশেখৰ দত্তৰ মৃত্যু স্বাভাৱিক। ইয়াত হত্যা বা আত্মহত্যাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। কিন্তু

অগ্নিশেখৰ দত্তৰ পুত্ৰ হিচাপে কৌশিক দত্তক তাইতো কেতিয়াও চিনি পোৱা নাছিল। আনকি অগ্নিশেখৰ দত্তৰ মুখতো ভুলক্ৰমেও তাই কৌশিক দত্তৰ নাম শুনা নাছিল। বশ্মিৰেখাই কেৱল চিনি পাইছিল, কৌশিকক। বশ্মিৰেখাৰ বুকুখন ভয়ত দুকদুককৈ কঁপি উঠিল। তাইৰ ভয় লাগিল কৌশিকলৈ। শৰীৰৰ দৰদাম কৰা এই মানুহবোৰলৈ বশ্মিৰেখাৰ সদায় ভয় লাগে আৰু কৌশিকক চিনি পাবলৈতো তাইৰ আৰু বাকী নাই। কৌশিকক তাই কেতিয়াবাই ভালদৰে চিনি পাইছে।

আৰু কৌশিক দত্তই এতিয়াও ভাবি পোৱা নাই তেওঁ জেনাচিচক বিয়া কৰালেই বুলি কুঁৱলী আৰু ঋতুৰ সমস্ত দায়িত্বৰ বাবে বশ্মিৰেখা নামৰ জাতকুলহীন ছোৱালীজনীক সম্পত্তিৰ উত্তৰাধিকাৰী পাতি থৈ যাব নেকি? যিজন অগ্নিশেখৰ দত্তই জেনাচিচক বোৱাৰী ৰূপে আদৰি ল'ব নোৱাৰিলে সেই একেজন মানুহেই বশ্মিৰেখাক কি হিচাপে ঘৰত আশ্ৰয় দিলে সেয়া কৌশিকে ভাবি উলিয়াব নোৱাৰিলে। বিচিত্ৰ মানুহৰ মন। আৰু কেতিয়া তাই বেখাৰপৰা বশ্মিৰেখা হৈ অগ্নিশেখৰ দত্তৰ প্ৰগাঢ় বিশ্বাসৰ বান্ধোনৰ মাজত সোমাই পৰিল? কোনো সংকোচ বোধ নকৰাকৈয়ে তাই ষাঠিবছৰীয়া অগ্নিশেখৰ দত্তৰ দহবছৰীয়া কুঁৱলী আৰু চৈধ্যবছৰীয়া ঋতুৰ অভিভাৱক হৈ পৰিল।

কেতিয়াবা কোনোবা এটা অকলশৰীয়া মুহূৰ্ত্তত যেতিয়া অগ্নিশেখৰ দত্তই বশ্মিৰেখাক বনলতা বুলি ভুল কৰি তাইৰ হাতখন নিজৰ কঁপি থকা হাতৰ মাজত লয় তেতিয়া বশ্মিৰেখাই সেই অসুস্থ বৃদ্ধৰ আকুলতাক উপেক্ষা কৰিব নোৱাৰে। তাই ওচৰ চাপি যায়। এখন হাতেৰে অগ্নিশেখৰ দত্তৰ বুকুখন লাহে লাহে পিহি দিয়ে। অলপ সময়ৰ বাবে তেওঁ শান্ত হৈ যায়। ঘনঘনকৈ লোৱা উশাহ-নিশাহবোৰ এটা সময়ত বশ্মিৰেখাৰ কাণত অস্পষ্ট হৈ যায়। তাৰ ঠিক কিছুসময়ৰ পিচত অগ্নিশেখৰ দত্তৰ মৰা মাছৰ দৰে ঘোলা

নিষ্প্ৰভ চকুৰ কোটৰেদি চকুলো ওলাই আহে। ৰশ্মিৰেখাৰ হাতখন এৰি দি ভেওঁ বেৰত আঁৰি থোৱা ৰাধা-কৃষ্ণৰ যুগল মূৰ্ত্তিৰ কেলে-ণ্ডাৰখনলৈ একেথৰে চাই ৰয়। ৰশ্মিৰেখা বিচলিত হৈ উঠে। অগ্নিশেখৰ দত্তৰ দৰে সাহসী, নিৰ্ভীক মানুহ এজন যে কেতিয়াবা ইমান দুৰ্বল হৈ পৰে সেয়া তাই ভাবি আচৰিত হয়। ৰশ্মিৰেখাই জানে অগ্নিশেখৰ দত্তৰ বনলতালৈ খুব ঘনকৈ মনত পৰে! কিন্তু তাইতো বনলতা হ'ব নোৱাৰে। প্ৰয়োজন হ'লে তাই পত্নী, মাতৃ সকলো হ'ব পাৰে। কিন্তু যি গৰাকী মানুহক তাই কোনোদিনে দেখা নাই, চিনিপোৱা নাই, সেই গৰাকীতো তাই হ'ব নোৱাৰে। তাই ৰশ্মিৰেখা। বনলতা কেনেকৈ হ'ব?

কুঁৱলী আৰু ঋতুৰ স্কুল ইউনিফৰ্মৰ ফিটা, মোজা বিচাৰি দিয়াৰ পৰা, সিহঁতহালৰ স্কুলৰ টিফিন কৰি দিয়ালৈকে অগ্নিশেখৰ দত্তৰ সংসাৰৰ সৰু-সুৰা যাৱতীয় কামবোৰ কৰি ভাল লগাৰ দৰে পিচলৈ অগ্নিশেখৰ দত্তৰ দৈনন্দিন সৰু-সুৰা কামবোৰো ৰশ্মিৰেখাই কৰি ভাল পোৱা হ'ল। এইখিনিয়েইতো তাই বিচাৰিছিল। ইয়াতকৈ বেচি তাইৰ দৰে ছোৱালী এজনীয়ে কেনেকৈ আশা কৰিব।

আবেলি সময়ত অগ্নিশেখৰ দত্তক নিজ হাতেৰে ডাঠ কফী একাপ কৰি দিয়া, ফুৰিবলৈ যোৱাৰ সময়ত গাত ইভনিং কোটটো সুমুৱাই দিয়া, হাতৰ লাখুটিডাল নিৰ্দ্দিষ্ট কোণৰপৰা আনি হাতৰ মুঠিত ধৰাই দিয়া, তামোল খুন্দি সৰু টেমা এটাত ভৰাই দিয়া, এই সৰু-সুৰা কামবোৰ কৰি তাইৰ আমনি নলগা হৈছিল। ৰাতি ভাত খাই উঠাৰ পিচত নিৰ্দ্দিষ্ট ঔষধ পালি যতনাই দিয়া, ফ্লাস্কত দুবাৰ খাবৰ জোখাৰে গৰম কফী থৈ দিয়া, কলমটোত চিয়াঁহী ভৰাই থোৱা, পালেঙৰ আঠুৱা পেলাই দি কম পোহৰৰ লাইটটো জ্বলাই থোৱা আদি কামবোৰ ৰশ্মিৰেখাৰ পিচলৈ মুখস্থ হৈ গৈছিল। ঘৰৰ কামকৰা মানুহজনীয়ে ৰশ্মিৰেখাক এইবোৰ কাম কৰিবলৈ বাধা দিছিল। কাৰণ, এইবোৰ হেনো তাইৰ কাম। আগৰ আই-

দেউৰ অসুখৰ পিছৰ পৰাই তাই দেউতাৰ এই কামবোৰ কৰি আহিছে। কিন্তু ৰশ্মিৰেখাই তাইৰ হকা-বাধালৈ মন কৰা নাছিল। এইবোৰ কাম তাই নিজৰ বুলিয়েই ধৰি হৈছিল। কিন্তু ৰশ্মিৰেখাই মন কৰিছিল, অগ্নিশেখৰ দত্তই তেওঁৰ এই কামবোৰ কৰাৰপৰা ৰশ্মিৰেখাক কেতিয়াও বিৰত থাকিবলৈ কোৱা নাই। অগ্নিশেখৰ দত্তই হয়তো ভালেই পাইছিল। সংসাৰৰ কামত ব্যস্ত হৈ অতীত-টোক পাহৰি যাওঁক বুলি ভাবিয়েই নেকি ৰশ্মিৰেখাক কেতিয়াও এই বিষয়ে কোনো প্ৰশ্ন কৰা নাছিল। আৰু ৰশ্মিৰেখাই এইবোৰ কাম কৰি ভালেই পাইছিল। অতীতটোক পাহৰি যাবলৈ তাই এইবোৰ কামত ব্যস্ত হৈ থকা নাছিল, বৰ্তমানৰ লগত নিজকে খাপ খুৱাবলৈহে তাই যত্ন কৰিছিল। সেয়েহে ৰাতিপুৱা বাগানত সোমাই অগ্নিশেখৰ দত্তৰ লগত চিজন ফ্লাৱাৰ আৰু অৰ্কিডবোৰৰ যত্ন লোৱাটোও তাইৰ দৈনন্দিন কৰ্ত্তব্যৰ ভিতৰতে পৰিছিল। এই শান্ত, সুস্থ বাতাৱৰণৰ মাজত থাকি ৰশ্মিৰেখাই পাহৰি যায় তাইৰ ক্লেদাক্ত জীৱনৰ কথা। যিটো জীৱনত তাই কেৱল শুনি আহিছে গিলাচ বটলৰ খুনখুননি, কামনাৰ তপ্ত নিশ্বাস, আৰু যত তাই দেখি আহিছে মাতৃ নামৰ অযোগ্য এগৰাকী নাৰী আৰু তাইৰ বিধবা ছোৱালীজনীৰ ৰাতিৰ অদ্ভুত ৰতিবিলাস। বৰ জঘন্য সেই জীৱন। পঢ়াৰ তাইৰ একান্ত ইচ্ছা আছিল। কিন্তু নোৱাৰিলে। হাইস্কুলত পঢ়িছিল কেইবছৰমান। এৰি দিলে তাই নিজেই। সমাজৰ কটু সমালোচনাবোৰ শুনি তাই অতীষ্ঠ হৈ উঠিল। সেই জীৱনৰপৰা তাই মুক্তি বিচাৰিছিল। আত্মহত্যা কৰাৰ কথাও ৰশ্মিৰেখাই ভাবিছিল। কিন্তু নোৱাৰিলে। সেই সময়ত ৰশ্মিৰেখাই পৃথিৱীৰ সকলো বস্তুকে ৰঙীন দেখিবলৈ আৰম্ভ কৰিছিল। সেই জীৱনৰপৰা মুক্তি পোৱাৰ এটা ক্ষীণ আশা দেখিছিল। তাইৰ জীৱনৰ লগত আন এজনৰ জীৱন যেন জড়িত হৈ আছিল। সেয়া তাইৰ কৌশিক। সিহঁতৰ ঘৰলৈ মাজে সময়ে অহা কৌশিকক তাইৰ পিচলৈ বৰ আপোন

যেন লগা হৈছিল। কৌশিকৰ বাহুৰ মাজত সোমাই তাই মুক্তিৰ সপোন দেখিখিল। কিন্তু তাই এবাৰো ভাবি চোৱা নাছিল, এই মুক্তিৰ সপোনৰ মাজতেই তাইও দেখোন মাক-বায়েকৰ দৰে কলংকিতা হৈ গ'ল। জীৱনৰ প্ৰতিটো পদক্ষেপতেই এই মুক্তিৰ পিছত লৰি ফুৰোতেই তাই ভাগৰি গৈছিল। অগ্নিশেখৰ দত্তই তাইক মুক্তি দিছিল। এজন দেৱতা হৈ অগ্নিশেখৰ দত্তই তাইৰ জীৱনত আহি দেখা দিলে। তেওঁৰ ওচৰত ৰশ্মিৰেখা কৃতজ্ঞ। ইয়ালৈ আহি তাই কেৱল দেখিবলৈ পাইছিল চাৰিওফালে কেৱল শান্তি আৰু শান্তি। হাহি আৰু আনন্দ।

কিন্তু এই হাঁহি আৰু আনন্দৰ মাজত হঠাৎ ৰশ্মিৰেখাই আজি অনুভৱ কৰিলে তাই যেন আকৌ সেই ক্লেদাক্ত জীৱনৰ গৰ্ভত ক্ৰমে সোমাই পৰিছে। কিন্তু কেনেকৈ ?

কৌশিক দত্ত অগ্নিশেখৰ দত্তৰ ডাঙৰ ল'ৰা। কুঁৱলী আৰু ঋতুৰ ককায়েক। কৌশিকে তাইৰ অতীতটোক জানে। কৌশিকৰ লগতে তাই ক'ত নিশা অতিবাহিত কৰিছে সেয়া জানো কৌশিকে মনত ৰখা নাই ? ৰাখিছে। নিশ্চয় ৰাখিছে। নাৰাখিলেও 'উইল' খনে নিশ্চয় সকলো কথা মনত পেলাই দিছে। কৌশিক দত্ত আৰু ইমানবোৰ মানুহৰ মাজত আজি তাইৰ পূৰ্ব্ব পৰিচয়ৰ পুনৰাবৃত্তি নহ'ব জানো ? হ'ব। নিশ্চয় হ'ব ? কিন্তু এয়া যে ৰশ্মিৰেখাৰ বাবে বৰ অসহ্য। যিবোৰ মানুহৰ আগত তাই ইমানদিনে মূৰ তুলি থিয় হ'ব পাৰিছিল সেই মানুহবোৰৰ ওচৰত তাই আজি লাঞ্ছিতা হ'ব। দ্ৰৌপদীও কৌৰৱ ৰাজ সভাত লাঞ্ছিতা হৈছিল। কিন্তু সেইসময়ত একমাত্ৰ শ্ৰীকৃষ্ণইহে উদ্ধাৰ কৰিছিল। কিন্তু তাইক বাৰু কোনে ৰক্ষা কৰিব ?

বাহিৰৰ হুলস্থূলবোৰ ৰশ্মিৰেখাৰ কাণত এইবাৰ বেছি স্পষ্টকৈ পৰিল। ৰশ্মিৰেখা সচকিত হৈ উঠিল। কিবা এক অজান আশংকাত তাইৰ বুকুখন কঁপি উঠিল। আজি তাইৰ অগ্নি পৰীক্ষা। এবা

অগ্নিপৰীক্ষাই। এই পৰীক্ষাত জানো তাই উত্তীৰ্ণ হ'ব পাৰিব ? ৰামচন্দ্ৰই সীতাৰ সতীত্ব সন্দেহ কৰি অগ্নিপৰীক্ষা কৰাইছিল। সেই পৰীক্ষাত উত্তীৰ্ণ হৈও দেখোন সীতাৰ দৰে সতী সাধ্বী নাৰী এগৰাকীয়ে অপবাদৰপৰা হাত সাৰিব নোৱাৰিলে। স্বয়ং স্বামীয়ে বনবাসলৈ পঠিয়ালে। কিন্তু ইয়াত দেখোন তাইৰ কোনো আপোনজন নাই। আৰু তাই ? কলংকময় পৰিবেশত তাইৰ জন্ম। তাই জানো সেই পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিব ?

ওপৰ মহলাৰপৰাই ৰশ্মিৰেখাই তলৰ মানুহবোৰলৈ চাই পঠিয়ালে। ওপৰৰপৰা সেই মানুহবোৰ ৰশ্মিৰেখাৰ খুব সৰু যেন লাগি গ'ল। এজনৰো মুখ তাই স্পষ্টভাৱে ধৰিব নোৱাৰিলে। দুই-এজনে তাইলৈ চাই কিবা মন্তব্য কৰা যেন তাইৰ ভাব হ'ল। কিন্তু ৰশ্মিৰেখাই একোকে নুশুনিলে। হয়তো উচ্চতাৰ বাবে। এদিন অগ্নিশেখৰ দত্তৰ বাবেই সেই কুৎসিত মন্তব্য কৰা মানুহবোৰৰ মাজত তাই মূৰ তুলি থিয় হ'ব পাৰিছিল। তাইতো কোনো পাপ কৰা নাই। আৰু যিজনৰ ওপৰত অগ্নিশেখৰ দত্তৰ দৰে মানুহৰ ছত্ৰছায়া থাকে সেইজনৰ আকৌ ভয় কিহৰ ? কিন্তু অগ্নিশেখৰ দত্তৰ মৃত্যুয়ে ৰশ্মিৰেখাৰ জীৱনৰ সকলো কথাই ওলট-পালট কৰি দিলে।

সৌৱা, কৌশিক। অশোকফুল গছজোপাৰ তলত চিন্তামগ্ন ভাবে থিয় হৈ আছে। কৌশিক আগৰ দৰেই আছে। তাইক মিঠা মিঠা কথাৰে সপোন দেখুওৱা সেই তেতিয়াৰ কৌশিক আৰু আজিৰ কৌশিকৰ মাজত তাই কোনো পাৰ্থক্য নেদেখিলে। কৌশিকক দেখি ৰাশ্মিৰেখাৰ আজি কিন্তু হাঁহি উঠি গ'ল। টকা-পইচা নাথাকিলে মানুহ কিমান অসহায় হৈ পৰে-সেয়া কৌশিকক দেখি ৰশ্মিৰেখাই আজি প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিলে। এইজন কৌশিকৰ ওচৰতে তাই সামাজিক স্বীকৃতি হিচাপে সীমান্ত-সেন্দুৰো হ'বলৈ বিচাৰিছিল।

ৰশ্মিৰেখাৰ পৰাজয় হৈছিল। অকল পৰাজয়ে নহয় সেয়া আছিল

তাইৰ নাৰীত্বৰ অবমাননা। সেই সময়ত তাই লগ পাইছিল দেৱতা সদৃশ পুৰুষ অগ্নিশেখৰ দত্তক। সমাজত মৰ্য্যাদা দিয়াৰ উদ্দেশ্যেৰে ৰশ্মিৰেখাক তেওঁ ইয়ালৈ লৈ আহিছিল যদিও তেওঁৰ এটা কথাত ৰশ্মিৰেখাই মান্তি হ'ব নোৱাৰিলে। তাইৰ সাতাইশ বছৰীয়া যৌৱনটোৰ আশা-আকাংক্ষাবোৰ বিসৰ্জন দি এজন বৃদ্ধৰ নামত স্ত্ৰী হৈ জীৱন সাঙোৰাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। সেয়েই ৰশ্মিৰেখা বনলতা দত্ত হ'ব নোৱাৰিলে।

কিন্তু আজি যে সেই বিষয়ে হেজাৰজনে হেজাৰটা প্ৰশ্ন কৰিব সেয়া তাই কৌশিকক দেখা মাত্ৰেই উপলব্ধি কৰিছিল। ৰশ্মিৰেখা অগ্নিশেখৰ দত্তৰতো কোনো নহয়। কি সূত্ৰত ৰশ্মিৰেখা সকলো সম্পত্তিৰ মালিক হ'ল। অগ্নিশেখৰ দত্তৰ মৃত্যুৰ অন্তৰালত কিবা ৰহস্য লুকাই থকা নাইতো?

নহয়, নহয়। অগ্নিশেখৰ দত্তক তাই হত্যা কৰা নাই। তেওঁৰ স্বাভাৱিক মৃত্যু বুলি পোষ্টমৰ্টেমৰ ৰিপোৰ্টে প্ৰমাণ কৰিছে। ৰশ্মিৰেখা উত্তেজিত হৈ পৰিল। সেই এটা প্ৰশ্নৰ উত্তৰেৰে জানো তাই এই বিক্ষুব্ধ মানুহবোৰক, কৌশিকক সন্তোষ দিব পাৰিব? এই জীৱনৰ পৰা আকৌ আগৰ জীৱনলৈ ঘূৰি যোৱাটোও যে ৰশ্মিৰেখাৰ বাবে অসম্ভৱ। অকল সেয়াই জানো? কুঁৱলী আৰু ঋতুক নিৰাশ্ৰয় কৰি তাই জানো শুচি যাব পাৰিব? অগ্নিশেখৰ দত্তৰ শেষ কথা অৱহেলা কৰি তেওঁৰ বিশ্বাসক জানো তাই কুঠাৰঘাত কৰিব পাৰিব?

ৰশ্মিৰেখাৰ মনটো খেলিমেলি লাগি গ'ল। মূৰটো তাইৰ গৰম হৈ উঠিল। নিজৰ কোঠাত সোমাই তাই দুৱাৰখন জোৰেৰে বন্ধ কৰি দিলে। 'লাইফ চাইজ'ৰ আয়নাখনৰ সমুখত থিয় হৈ ৰশ্মিৰেখাই এবাৰ নিজকে চাই ল'লে। ড্ৰেছিং টেবুলৰ ওপৰত থকা প্ৰসাধনৰ বটলবোৰৰ ওপৰেদি তাই এবাৰ চকু ফুৰাই গ'ল। কিন্তু তাই বিচৰা বস্তু সেইবোৰৰ মাজত বিচাৰি নাপালে। তুহিনা, মেক্সফেকটৰ, হোৱাইটেক্স, এলচা আনাক্ৰেন্স, লেকটোৰেলামিনৰ

বটলবোৰ এটা এটাকৈ তাই খিৰিকীৰে বাহিৰলৈ দলিয়াই দিলে। ৰশ্মিৰেখাৰ আৰু এইবোৰৰ প্ৰয়োজন নাই। ড্ৰেছিং টেবুলৰ শেষৰ ড্ৰয়াৰটো খুলি তাৰপৰা কাগজৰ সৰু টোপোলা এটা উলিয়াই আনিলে। তাৰ পিচত একো নভবা-নিচিন্তাকৈ ৰঙা আবিৰেৰে উকা সেওঁতাটোত দীঘলীয়াকৈ ৰেখা এডাল টানি দিলে। কপালত ঘূৰণীয়াকৈ ফোট এটাও লব নাপাহৰিলে। অস্তাচলত যাব যোৱা বেলিটোৰ দৰে ৰশ্মিৰেখাৰ মুখখন জিলিকি উঠিল। দুৱাৰখন লাহেকৈ খুলি ৰশ্মিৰেখাই লাহে লাহে তললৈ নামি আহি অগ্নিশেখৰ দত্তৰ মৃতদেহ ৰখা কোঠাটোৰ ওচৰ পালে। ৰশ্মিৰেখাই মন কৰিলে মানুহবোৰে যেন তাইলৈ এক অদ্ভুত জিজ্ঞাসু দৃষ্টিৰে চাইছে। চাওক। আজি তাইক সকলোৱে চাওক। ৰশ্মিৰেখাৰ কোনো আপত্তি নাই। অগ্নিশেখৰ দত্তক ঢাকি থোৱা বগা কাপোৰখন ৰশ্মিৰেখাৰ চকুৰ আগত জিলিকি উঠিল।

সকলোকে আচৰিত কৰি ৰশ্মিৰেখাই অগ্নিশেখৰ দত্তক ভৰি দুখনত মূৰটো লগাই সেৱা কৰিলে। এইজনেই ৰশ্মিৰেখাৰ পৰম গুৰু, পৰম ঈশ্বৰ। তাই যে ইমানদিনে চিনিবকে পৰা নাছিল। তাৰ পিচত আকৌ সেই কৌতূহলী মানুহবোৰৰ মাজেৰে লাহে লাহে ৰশ্মিৰেখা ওপৰলৈ উঠি গল। দেউতাকৰ মূৰৰ শিতানৰ ওচৰত বৈ থকা কৌশিকৰ লগতে বাহিৰৰ বাকী মানুহখিনিয়েও দেখিলে ৰশ্মিৰেখাৰ কপালৰ আৰু শিৰৰ আটাইখিনি ৰঙা সেন্দুৰ অগ্নিশেখৰ দত্তৰ ভৰিতে লাগি ৰৈছে। ৰশ্মিৰেখাৰ কপালৰ সেন্দুৰখিনি ইমান ৰঙা। আনে নেদেখিলেও কৌশিকে খুব স্পষ্টকৈয়ে দেখিলে দেউতাকৰ ভৰিত কেইটোপালমান কেঁচা চকুপানী। সেই চকুপানীৰে সেন্দুৰখিনি দেউতাকৰ ভৰিতে বিয়লি গৈছে।

---

☐ 'অসমবাণী'। ১৯৭৮ চন।

# ব'হাগ

**অৰূপা পটঙ্গীয়া কলিতা**

ৰংমনৰ পূৰঠ কলাফুলৰ চেপাত লুংলুঙীয়া বাটটোৰ আধাপোৰা দুবৰিখিনি জঁয় পৰি গৈছে; কাষৰে-পাজৰে ছাইৰ দমৰ মাজৰ পৰা মূৰ উলিয়াই থকা নিলাজীবনকেইদাল জাপ খাই পৰিছে, গছৰ দালত পৰি থকা চৰাইকিটা ভুকুং ভুকুংকৈ উৰা মাৰিছে। ৰংমন তলমূৰকৈ গুজুং গুজুংকৈ গৈ আছে। ৰাতিৰ বৰষুণৰ নাহৰ পাতখিলাত কেনেবাকৈ বৈ যোৱা পানীৰ টোপাল এটা আহি ৰংমনৰ উদং বুকুখনত নোমখিনিৰ মাজত টুপকৈ পৰি গল। পানীৰ টোপালটোৰ চেঁচা পৰশত ৰংমন জিকাৰ খাই উঠিল। তাৰ বুকুৰ মাজত এইজনী সোণতৰা, তাৰ বুকুত সোমাই উচুপিছে। সি মূৰ তুলি চালে, নাহৰৰ ৰঙা কুঁহিপাতৰ মাজত এথোপা ৰঙীন কপৌ ফুল। ৰংমনৰ বুকুৰ ভিতৰত গুম্‌গুমাই বাজি উঠিল ঢোল-পেঁপা গগণাৰ সুৰ, গাৰ কাষতে গিৰিপ-গিৰিপকৈ নাচি উঠিল নাচনীৰ লাহী ভৰিৰ ছন্দ—সোণতৰাৰ তেজ ফুটো-ফুটো কৰা ৰঙা গেৰোৱাৰ ছন্দ—সেউজ পথাৰৰ ছন্দ।

পাহাৰৰ গাতে আউজি থকা বিশাল সেউজ পথাৰ। কেতিয়াবা এজাক বগলীৰে শুধ বগা, কেতিয়াবা বনগুটিৰে বেঙুনীয়া কেতিয়াবা পানীৰে কজলা—বৰ্ণাঢ্য এই সেউজ। ফুলে—বগা, হালধীয়া, নীলা—যেন এজাক গাভৰুৰ কপালৰ ফোঁট। কাষত থকা হাবিৰ পৰা আহে কেতেকীৰ উগ্ৰ ঘ্ৰাণ, কপৌৰ বিং, শিমলুমদাৰ ৰঙেৰে উপচি পৰে। এই ফুলৰ ৰং কত গাভৰুৰ শিৰৰ ৰঙা সেন্দুৰ হৈছে, কত সুন্দৰৰ গোপন ক্ষতৰ পৰ নিগৰা তেজৰ ৰঙো হৈছে।

এই ৰঙৰ পোহাৰ লৈ বহাগত নামি আহে এসোপা জীৱন্ত ৰং।

শিমলু মদাৰৰ ৰং। শিমলু মদাৰতকৈ ৰঙা হৈ জিলিকে বিহুৱা ডেকাৰ গামোছাৰ ফুল, বগলী জাকতকৈয়ো বগা হৈ জিলিকে বিহু ৰলীয়া গাভৰুৰ দালিম গুটিয়া দাঁত, মেঘতকৈয়ো গম্ভীৰ হৈ বাজে ঢোলৰ শব্দ, কেতেকীতকৈয়ো মিঠা হৈ উৰে ডেকা-গাভৰুৰ দেহাৰ কেঁচা গোন্ধ, ফুটফুটিয়া ফুলবোৰতকৈয়ো উজ্জ্বল হৈ ফুলি উঠে এজাক ডেকা-গাভৰু।

বড়ো ডেকা বকুলৰ চিকুণৰ সুৰ।

চাওতালী গাভৰু ৰুকমীৰ লাহী ককালৰ ছন্দ।

ৰংমন কাইৰ শিঙৰ পেপাত গাভৰুৰ বুকু বিণ্ডা কৰা সুৰ।

বঙালী লৰা সমৰৰ গগণাৰ গা বাই-জাই কৰা মাত।

ৰহিম উদ্দিনৰ কণ্ঠত যৌৱনৰ তৃষ্ণা।

বৰ বৰ্ণাঢ্য এই বহাগ। সেউজ পথাৰত সাতদিন সাতৰাতি এই বিহু চলে।

সেউজ পথাৰক এদালি মালাৰ দৰে আবৰি থোৱা নীলা পাহাৰ কেইটাৰ পৰা হুংমিলা, আমফু, জ'ৰ'হুঁতো জাকপাতি নামি আহে।

সাতদিন-সাতৰাতি ধৰি সেউজ পথাৰৰ বিহুৰ ৰং-ধেমালি নীলা পাহাৰটোত গৈয়ো খুন্দা মাৰে, হুংমিলাহঁতৰ নিপোটল কলাফুলত গগণা, ঢোল পেপাৰ মাতে নাচোনৰ ৰলীয়া ছন্দ তোলে।

নীলা পাহাৰৰ পৰা অপেচৰী নমাদি নামি অহা গাভৰু কেইজনী সেউজ পথাৰৰ ফুটফুটিয়া গাভৰু জাকৰ লগত মিলি যায়।

বিহু নাচনীৰ জুমটোৰ মাজত জ'ৰা পখিলা উৰাদি উৰে।

ডেকাহঁতে নাম ধৰে, "পৰ্ব্বতৰ নাগিনী........।"

মিজো গাভৰুৰ লগত সেউতীয়ে বাঁহ নৃত্য কৰে।

সেউজ পথাৰৰ বতাহ উত্তপ্ত হয় বিহু-ৰলীয়া এজাক গাভৰুৰ বুকুৰ উষ্ণতাৰে।

বিহু ভগাৰ পিছলৈকে মেলা চলি থাকে। দলদোপ-হেন্দোলদোপ মেলা।

চাবি অনাৰ টিকেট লৈ ৰংমনে পানীৰ বাল্‌টিত বল ভৰাই কাঠ পেখিল এদাল পায়।

চকৰীত উঠোতে ভয়ত কঁপি উঠা কমলাক বিজয়ে পুৰুষ পুৰুষ ভাবেৰে ধমকি মাৰি তাইৰ কোমল হাতখন চেপি ধৰে।

যুতি আৰু নিৰঞ্জনৰ মনৰ কথাই ভাষা পায় সেউজ-পথাৰৰ চুকৰ নাহৰ জোপাৰ ছায়াত।

ফুলমতী আইতাই জেলেপী খাওঁতে নিৰবে চকুপানী পেলায়। জেলেপীৰ পাকে পাকে ককাৰ সুঠাম-দেহৰ স্মৃতি।

বৰ বৰ্ণাঢ্য এই বহাগ। এই বহাগত উৰি ফুৰা শিমলু মদাৰৰ পাপৰিবোৰে মানুহ জাকক বাৰে বাৰে আমনি কৰে। কোনেও জানিব নিবিচাৰে কোনজোপা গছৰ পৰা কোনটো পাপৰি উৰিছে। ফুলৰ শৰাইত হাত ভৰাই সকলোৰে আঁজলি কেৱল পূৰ্ণ হয় ৰং আৰু ৰঙেৰে।

সেউজ পথাৰৰ বন জলকা লগাই ঘুৰি ফুৰা মানুহ জাকেও জানিও নিবিচাৰে কোন ক'ৰ পৰা আহিছে। সকলোৰে ৰঙা তেজত টগবগ কৰি থাকে শিমলু মদাৰৰ ৰং, কপৌ-কেতেকীৰ গোন্ধ।

"মোৰ বাছাধন........" নাৰীৰ কণ্ঠৰ বিননিয়ে ৰংমনৰ মনৰ মাজৰ পৰা সেউজ পথাৰৰ ছন্দ খেদি দিলে। সেয়া সমৰৰ মাকৰ মাত।

হাতত গগণাটো লৈ সমৰৰ মা বহি আছে। আধাপোৰা ঘৰটো এতিয়া ভেকুৰি গৈছে।

কদম ছাটা চুলিৰে বিধবা সমৰৰ মাৰ সোতোৰা-সোতোৰি মুখৰ ছালখনো যেন ভেকুৰি গৈছে।

আজি তিনিমাহৰ আগতে জ্বলা সৰ্বনাশীয়া জুইকুৰাত সমৰৰ সুঠাম দেহ পুৰি ছাই হৈ গল, এৰি গল তাৰ প্ৰিয় গগনাটো আৰু আধাপোৰা জুপুৰীটো। আধাপোৰা হিয়া এখন লৈ সমৰৰ মা জীয়াই আছে বিনাবলৈ "মোৰ বাছাধন ৰে.....।"

মন গল মানসীৰ শীৰ্ণ দেহাটো সি সাবটি ধৰিব, ক'ব.... "মাসী।

সময় নাই কি হল মই আছো নহয়।" কিবা এটাই যেন তাৰ ডিঙিটো চেপি ধৰিলে।....

সেইদিনা! সুভাষ কলনীত জুই। এজাক উন্মত্ত জন্তুৰ হতচেতন উল্লাস, আৰ্ত্ত কণ্ঠস্বৰ। বান্ধি অনা টোমৰ হাঁহ যেন গাঁৱৰ মানুহখিনি।....

জন্তুৰ দৰে দপ্‌দপাই থকা তাক কিজানি মাসীয়ে সেইদিনা দেখিছিলে!

"হায়ৰে মোৰ বাছাধন....।" মাসীয়ে বিনাই আছে। বহাগ আহিছে। বহাগৰ বতাহে মাসীৰ আধাপোৰা বুকুত গগণাৰ সুৰ আনিছে।

ৰংমন খৰ-খোজেৰে তাৰ পৰা আঁতৰি যাবলৈ ধৰোতেই গম পালে এজন ডেকা তাক দেখি খৰ-ধৰকৈ ৰব-গছৰ গুৰিয়েদি আঁতৰি গলগৈ।

সে চিনি পালে সেইটো ৰহিমউদ্দিন। ৰংমনৰ মন গল তাক চকু টিপি সুধিবলৈ........"যুতিয়ে তোক বিহুৰ গামোছা দিলেনে?" যোৱা বহাগত ৰহিমৰ গীতৰ সুৰে মেৰপাক লৈছিলে যুতিমালাৰ খামুছীয়া ককালৰ আশে-পাশে।

কিন্তু ৰহিম কিয় আঁতৰি গল? তাৰমানে! তাৰ বুকুখন সিৰিকৈকে উঠিল। দীঘলডৰীৰ ওচৰত মিঞাৰ তেজ বৈছিল। মুছলমান মানুহক পছা মাৰি জীৱ-জন্তুৰ দৰে মাৰিছিল। মানুহখিনি বাঘে খেদা পহুৰ দৰে দিহিঙে-দিপাঙে দৌৰিছিল। পহুৰ শিঙেৰে বাঘ মৰাৰ উদাহৰণ নাই কিন্তু পহুৰ দুৰ্বল শিঙেৰে হিংস্ৰ বাঘক ভয় খুৱাই এখোজ হলেও থমক নিয়াব পাৰে। ভয়াতুৰ মানুহ জাকেও ৰংমনহঁতৰ দলটোক মিত্‌দা লৈ খেদি আহিছিল—তেজ, তেজ আৰু তেজেৰে দীঘলডৰী ৰঙা হৈছিল।

ৰংমনে তাৰ হাতখন চালে। এইখন হাতেৰে সি মানুহ মৰা নাই, কিন্তু তলুৱাত তেজৰ চিটিকনিৰ দাগ আছে।

ৰহিমে এই চিটিকনিৰ গোন্ধ পাইছা নাই। এই গোন্ধ বাৰু সি যুতিমালাৰ হাতত পাব নেকি?

ৰংমনৰ মূৰটো ঘূৰোৱা যেন লাগিল। সি ধপচাকৈ ধূলিয়া কঠিয়া এডৰাৰ কাষতে বহি পৰিল।

কঠিয়া ডৰাৰ মাজত নীৰবে বন নিৰাই আছে নেপালী গাভৰু নিৰুৱে। বড়ো ছোৱালীৰ দৰে তাই বুকুত মেখনি মাৰি লৈছে। মেখেলাখনৰ ৰং কঠিয়া ডৰাৰ দৰেই। নিৰুৰ দেউতাক মনবাহাদুৰৰ তেজগোৰা মুখৰফালে চাই এদিন বড়ো ছোৱালী শেৱালী সেউজ-পথাৰৰ বিছুৰ পৰাই গুছি গৈছিল এখন ঘৰ পাতিবলৈ।

ৰংমনে একেথৰে নিৰুক চাই থাকিল।

নিৰু আৰু সোণতৰাই একেলগে গাত ৰঙা বিহা লৈছিল। নিৰুৱে লগ পালেই সোণতৰাৰ কথা কয়।

কিন্তু আজি নিৰুৱে তাক নেদেখা ভাও ধৰিছে। তাৰ ফালে পিঠি দি থকা নিৰুৰ বগা গাটোত ৰদ পৰি জিলিকিছে ক'লা চমকা-চমক দাগ। কিহৰ দাগ? কাৰোবাৰ দাঁত? কাৰোবাৰ চাবুক?

মন বাহাদুৰহঁত বোলে বিদেশী। সিহঁতেতো তাকেই কৈছিল। বিদেশীক নিজৰ মাতৃভূমিৰ পৰা আঁতৰাব লাগে। গতিকে নিৰুৰ বগা নিমজ পিঠিত দাগ, ক'লা চমকা চমক দাগ।

ৰংমনৰ চকুৰ আগৰ পৰা সকলো হেৰাই গল—সমৰৰ মা, ৰহিম, নিৰু,—কেবল জিলিকি থাকিল এডৰা কঠিয়া। কঠিয়াবোৰ তুলিব লাগিব। বোকা কৰি থোৱা মাটিত লাহী কঠিয়াবোৰ সজাল হৈ উঠিব, ধানৰ সীহেৰে দোবোল খাই পৰিব সেউজীয়া গছবোৰ।

বহল পথাৰখনত সকলোৱে কাম কৰি থাকিব। সমৰৰ মা, বলো, নিৰু, ৰহিম সকলোৱেই কাম কৰি আছে, কিন্তু কোনেও কাকো মতা নাই। পিঠিয়া-পিঠি কৰি একেখন পথাৰৰ বোকাৰে শৰীৰ মটিয়া বৰণ কৰি লোৱা মানুহখিনিৰ বুকুত বিষ।

কেনেকৈ সেউজ পথাৰৰ বুকুৰ মাজলৈ নীলা বিষ আহিল কোনেও গমকে নাপালে।

সঁচাকথা, সেউজ পথাৰৰ আশে-পাশে থকা মানুহজাক বৰ খঙাল। জীৱনৰ সন্তাপবোৰে মানুহজাকক খঙাল কৰি তুলিছে।

মৌজাদাৰ দেউতাৰ বৰপুত্ৰই ট্ৰেক্টৰ দি খেতি কৰিম বুলি পুৰুষে পুৰুষে আধি খাই থকা মাটি কাঢ়িবলৈ যাওঁতে আধিয়াৰবোৰৰ কি খঙ! "এনেও মৰিম, তেনেও মৰিম" বুলি গদাকাইটিয়েতো মৌজাদাৰৰ বৰপুত্ৰৰ গালৈ মেছি-দা মাৰি পঠিয়াইছিল।

ৰিজাৰ্ভ ভাঙি কৰা সৰিয়হ খেতিডৰা হাতীয়ে ভাঙোতে বলোৰামে গুণ্ডা হাতীৰ লগত যুঁজিবলৈ ওলাইছিল।

মণ্ডলৰ পুতেকে গা-ভাৰী কৰি এৰি দিয়া কপুৱে মেলত নিজৰ পেটৰ পোৱালিক অস্বীকাৰ কৰা খগেনক ব'ইজৰ আগতে হাতত কামুৰি দিছিল।

এই সন্তাপী জীৱবোৰৰ খংবোৰ এদালি ইকৰাৰ দৰে, এহাতেৰে মুছৰি পেলাব পাৰি।

গদাকাইটি এতিয়া জেলত।

বলোৰামে হাতীয়ে গছকা লেঙেৰা ঠেংখন লৈ ভিক্ষা কৰি ফুৰে।

কপুৱে চিপজৰী ললে।

সিহঁতমধ্য আছি মানুহবোৰৰ ইকৰাহেন কিৰ্ কিৰিয়া খংবোৰৰ সুযোগ ললে।

সিহঁত আহি গাঁওবোৰ খিত্ খিতাই ঘুৰি জঁকৰা খঙাল মানুহ জাকৰ খঙাল মনবোৰ আৰু জ্বলাই দিলে।

মানুহবোৰে পোৱালী-হেৰুৱা বাঘিনীৰ খং মুৰত লৈ হাড়ক মাটি কৰি তেজক পানী কৰি কাম কৰি পেটৰ ভাতমুঠি উলিয়াব নোৱাৰাৰ কাৰণ বিচাৰি আছিল।

সিহঁত পকা ধাননিলৈ কাকতীফৰিং অহা'দি আহিল, আহি মৰাশত শগুণ পৰাদি পৰিল।

মৌজাদাৰ দেউতাৰ ঘৰত মিটিং বহিল। মৌজাদাৰৰ চহৰত পঢ়ি থকা সৰু পুতেকৰ লগৰ লৰাবোৰে কথা ক'লে। ৰংমনইতে বুজিলে

বঙালী মানুহখিনিৰ বাবেই দয়ালু মৌজাদাৰ দেউতাই অসমীয়া মানুহখিনিক মাটি দিব পৰা নাই।

"সিহঁতক খেদ, তইঁতৰ জয়-জয় ময়-ময় অৱস্থা হব।" মৌজাদাৰৰ সুন্দৰ মুখত এক মিঠা ভবিষ্যতৰ প্ৰতিশ্ৰুতি।

চহৰৰ জনাবুজা লৰাজাকে বুজালে—"বিদেশৰ পৰা আহি দেশ ভৰি যোৱা মানুহবোৰৰ বাবেই আমাৰ এই অৱস্থা। সিহঁত গলেই আমাৰ অতীতৰ সোণৰ অসম ঘুৰি আহিব।"

মৌজাদাৰৰ টোলৰ বামুণ ৰান্ধনীৰ হাতৰ চেনী দিয়া চাহ আৰু নগৰৰ মিঠাই খাই চহৰৰ লৰাজাকক মুকুথক জ্ঞান দিয়াৰ বাবে ধইন ধইন বুলিলে।

আৰু চহৰৰ ল'ৰা মানে কিবা ঘটিৰাম বাতিৰামৰ ল'ৰা নে! একেবাৰে জাকত জিলিকা ডাক্তৰ, হাকিম, উকীলৰ ল'ৰা!

মানুহ জাকৰ সন্তাপী জীৱবোৰ শাঁত পৰিল। এই লেটেকা গৰু গাহৰীৰ দৰে জীৱনটোৰ পৰা সিহঁতক পৰিত্ৰাণ লাগে।

মণ্ডল, মৌজাদাৰ, ঠিকাদাৰ সকলোৱে মানুহজাকক বুজালে, দুয়োহাত উজাৰি সহায় কৰিলে। দীঘলডৰীৰ মিঞাবোৰ, নেপালী খুটিৰ নেপালী মানুহ খিনি, বঙালী মখা—এইবোৰ খেদি দিলে সিহঁতে খেতি কৰি থকা, দেহাৰ সমস্ত দি খেতিৰ উপযোগী কৰি তোলা মাটিবোৰ আমাৰ হ'ব, ধনে-ধানে শাকে-মাছে দেশ উভনদী হ'ব।

বংমনহঁতৰ দৰে পাৰ এটাও মাৰি খাব নোৱৰা ডেকাবোৰৰ হাতত তেজ লাগিল। নিছাৰ দৰে সিহঁতৰ চকুত জিলমিল কৰি থাকিল এক নতুন জীৱনৰ সপোন।

সুভাষ কলনীত জুই লাগিল।

দীঘলডৰীত তেজৰ গোন্ধ ভৰি গল। মানুহৰ তেজৰ গোন্ধ।

কাকতীফৰিংজাকৰ পাখিৰ আন্ধাৰে মানুহবোৰৰ মন ছানি পেলালে। সিহঁতৰ পাখিৰ মাজেদি বাহিৰৰ মুক্ত বতাহ, বেলিৰ

পোহৰ একো সোমাব নোৱৰা হ'ল। মানুহৰ মনবোৰত টোপ-টোপকৈ জমা হল বিষ—মৰা তেজৰ দৰে নীলা বিষ।

আন্ধাৰে আবৰা মন, নীলা বিষেৰে লেট খাই থকা মগজু, নিছাৰে আচ্ছন্ন হৈ থকা চকুৰে মৌজাদাৰ, মণ্ডলৰ চহৰীয়া লবাইঁতে দেখুৱাই দিয়া ৰাস্তাৰে মানুহজাক আগবাঢ়ি গল। সুখ বিছাৰি নিৰাপত্তা বিছাৰি মানুহবোৰে তেজৰ গোন্ধ, মৰাশৰ বিভৎস দৃশ্য মগজুলৈ বুটলি আনিলে।

মৰা তেজৰ গোন্ধ পোৱা নাকে আৰু বতাহৰ পৰা সঁজাল ধৰা ধানৰ গোন্ধ বুকুলৈ আনিব পৰা নাই।

মৰাশৰ দৃশ্যই চকুৰ মণিৰ পৰা কাঢ়ি নিছে কপৌ ফুলৰ ৰং।

আৰ্তনাদৰ শব্দই তল পেলাই দিছে সেউজ পথাৰৰ মন উতলা কৰা ছন্দ।

নিছা ভঙা মানুহৰ দৰে সিহঁতজাকে এতিয়া এঙামুৰি দি উঠিছে। জুই, ধোঁৱা আৰু তেজৰ চিটিকণিৰে ৰঙা হোৱা চকুবোৰ মচি মানুহবোৰে এবাৰ ভাবিছে সিহঁতে কি পালে।

আধাপোৰা নেপালী বস্তী, প্ৰায় ধ্বংস হোৱা দীঘলডৰীৰ পাৰৰ অস্থায়ী জুপুৰীবোৰ, সুভাবকগনিৰ ভগা-ছিগা ঘৰবোৰ, সেউজ পথাৰৰ আশে-পাশে থকা হালি পৰা ঘৰবোৰ—এই ধ্বংসস্তুপৰ মাজৰ পৰা ঠিকাদাৰ, মণ্ডল আৰু মৌজদাৰে গোটাই লৈছে দৌলতৰ পাহাৰ। সোণৰ বৰণ মাটি, গৰু, ফচল সকলোবোৰ সোমাইছে তেলাল মানুহখিনিৰ বৰ পেটত।

কোনেও গম নোপোৱাকৈ এনেকৈয়ে বিষ চুঁচৰি আহি সেউজ পথাৰত সোমাল।

"মানুহবোৰে গৰল পিলে"—বংমনে বিৰ্বিৰাই উঠিল। নিকৰ ফালে সি আৰু নাচালে। সিহঁতে আৰু ইটোৰ মুখলৈ সিটোৱে চাব নোৱাৰিব, একেখন পথাৰতে সিহঁতে পিঠিয়া পিঠি কৰি কাম কৰিব লাগিব, সেউজ পথাৰৰ ৰঙীন বহাগ হেৰাই যাব।

বংমেন লংলুঙীয়া বাটটো পাৰ হৈ মুখামুখি হ'লগৈ বিশাল সেউজ পথাৰৰ বিশাল গভীৰ নীৰৱতাৰ ওচৰত।

ব'হাগ আকৌ আহিছে। শিমলু ফুলিছে, মদাৰ ফুলিছে। উগ্ৰ গোন্ধ বিলাই কেতেকীৰ কোমল পাহিয়ে বতাহ বলিয়া কৰিছে।

বংমনৰ বুকুত নাহৰৰ কুঁহিপাতৰ পৰা খহি পৰা পানী টোপালৰ চেঁচা স্পৰ্শ এতিয়াও আছে।

বিহুলৈ আৰু দুদিন বাকী, সেউজ পথাৰখন উদং। কেৱল বতাহৰ এক উত্তাল সোঁ-সোঁৱনি। বিভা পথাৰখনলৈ আৰু বংমনে চাই থাকিব নোৱাৰিলে। সমৰৰ গগণাৰ সুৰ আৰু ইয়াত নাবাজে, বতাহৰ এটা সৰু ঢৌ হৈও সমৰ আৰু ইয়ালৈ নাহে।

সমৰৰ আত্মাই যেন বতাহত কৈ গ'ল……'সেউজ পথাৰৰ ব'হাগ আৰু সুন্দৰ হ'লহেঁতেন, সিহঁতে নিদিলে ……।'

'নিদিলে….নিদিলে….নিদিলে….' —বতাহত ভাগি ভাগি উটি গ'ল সমৰৰ অশৰীৰী কণ্ঠ।

হয়তো বকুলৰ চিফুঙৰ সুৰ আৰু ইয়াত নাবাজে। কোনে জানে ৰহিম, ৰুকমী, নিৰুহঁতো চাগৈ ইয়ালৈ নাহিব।

নীলা পাহাৰকিটাত খুন্দা মৰা বিহুৰ ছন্দ শেষ হৈ যাব। অপেচৰী নমাদি নামিবলৈ জৰাহঁতক কোনে মাতিব?

তেনেহলে সেউজ পথাৰত বিহু কোনে পাতিব?

এয়া কি হৈ গ'ল! কোনেও তো এই বিভা ব'হাগ বিচৰা নাছিল!

বংমনে সঁচাকৈয়ে মাটিত বহি আঁঠুত মূৰ সুমাই উচুপি উঠিল।

সেউজ পথাৰৰ ব'হাগ বৰ বিভা, বৰ উকা হৈ গ'ল।

---

☐ 'সাম্প্ৰতিক সাময়িকী'ত প্ৰকাশিত। ১৯৮১ চন।

# ৰাজনীতি নুবুজা মানুহ

## পূৰৱী বৰমুদৈ

অৱশেষত সকলোৰে মনলৈ শান্তি আনি খুব কম সময়ৰ ভিতৰতে মালতীৰ এটা কেঁচুৱা জন্ম হ'ল।

এটা অকনমানি মানুহ। তুলপীয়া ৰঙৰ তেনেই অকনমানি মানুহ। জন্ম হৈয়েই সি উশাহ ল'লে, কান্দিলে, ওঁঠ ফুলালে। বুকুত মূৰটো সুমুৱাই লওঁতে সি উচপিচ কৰিলে। ইয়ে সিয়ে দিয়া এদ'ম কাপোৰৰ মাজৰ পৰা তুলপীয়া ৰঙৰ অকনমানি মানুহটোৰ মুখখনে ভুমুকি মাৰিলে। সুন্দৰ মুখ—মৰমলগা মুখ। চালেই দুখ, ভাগৰ, বিষাদ, কষ্ট সকলো পাহৰি যাব পৰা নিষ্পাপ কোমল মুখ।

ল'ৰাটো দেখিবলৈ কেনেকুৱা হ'ব মানুহবোৰে জল্পনা-কল্পনা কৰিলে। কোনোবাই ক'লে, সাইলাখ বাপেকৰ চেহেৰা, কোনোবাই ক'লে, মাকৰ নিচিনা হ'ব। কোনোবাই—মানে, বুঢ়ী মানুহ দুজনীমানে মৰি যোৱা ককাকৰ মুখখন ল'ৰাটোৰ মুখত দেখা পালে। বহুতে বহুত ক'লে। মালতীয়ে কিন্তু ল'ৰাটোৰ চকুত দুকুৰা জুই দেখিলে। সেই জুইৰ পোহৰত দগ্ধ হোৱা ঘৰ-দুৱাৰ দেখিলে। এতিয়ালৈকে বিচাৰি নোপোৱা গিৰিয়েকক দেখা পালে। হেৰোৱাই যোৱা গৰুকেইজনী, হালোৱা গৰু দুটা, ছাগলীকেইজনী, হাঁহ-পাৰ, পুৰি ছাই হোৱা শালৰ আধা বোৱা ৰঙা শেলৰ গামোছাকেইখন, শোৱা কোঠাৰ বহল বিছনাখন, পাকঘৰৰ ভাত ৰন্ধা চৌকা, আগফাল, পাছফাল, গোঁসাইঘৰটো দেখা পালে।

সেই সময়ত তাইৰ গাৰ গতি-গোত্ৰ বেয়া আছিল। অকল গাৰ গতি-গোত্ৰই নহয়, মনৰ অৱস্থাও ভাল নাছিল। জীয়াই থাকিলেনো হ'ব কি, মৰি গ'লেই ভাল—এনে আছিল তাইৰ মনৰ ভাব। শাহুৱেকে কিন্তু তাইক কুকুৰা পোৱালিক মাকে আৰৰি-সামৰি ৰখাদি আৰৰি-সামৰি ৰাখিলে। নিজৰ সমস্ত দুখ পাহৰিও তাইক সান্ত্বনা

দিলে, নিজে হুবাওবাবে কান্দিলে, আৰু তাই কান্দোতে 'নেকান্দিবি" বুলিও ক'লে। তাইৰ নিজৰ মাক-বাপেক, ভায়েক-ককায়েক বুলিবলৈ কোনো নাই। দূৰ সম্পৰ্কীয় মাহীয়েক এজনীৰ ঘৰত কাম-বন কৰি লেকেচা-থেকেচা, গঞ্জনা খাই ডাঙৰ হোৱা ছোৱালী। দুখ কি বুজে, কষ্ট কি সহ্য কৰিব পাৰে, কিন্তু শাহুৱেকৰ মৰমৰ বুকুৰ ছায়াত থাকি তাইৰ এনে লাগিল—দুখ থাকিলে জিৰাবলৈ এখন বুকুও থাকিব লাগে, চকুপানী ওলালে কান্দি তিয়াই দিবলৈয়ো বুকু এখন পাব লাগে। চৈধ দিনৰ দিনা খবৰ পোৱা গ'ল, ভদ্ৰেশ্বৰক পোৱা গৈছে। একমাত্ৰ সন্তান। শাহুৱেক বাউলী হৈ উৰি গ'ল। দুজনীমান মানুহে তাইক গৰা মাৰি ধৰি থাকিল। ভদ্ৰেশ্বৰৰ দেহাটোৰ অৱশিষ্ট, তাৰ পিন্ধি থকা চোলা আৰু মূৰত মৰা গামোছা-খনৰ একাংশ এখন কাপোৰত টোপোলা বান্ধি আনি সমূহীয়াভাৱে দাহ কৰা হ'ল।

কিহৰ বাবে? কাৰ ক্ষমতাৰ খকত এনে হ'ল? ৰাজনীতি তাই নুবুজে। শাহুৱেকেও নুবুজে। ভদ্ৰেশ্বৰেও বুজা নাছিল। আৰু এই ইমানবোৰ মানুহ, দুখ-কষ্ট, হতাশাই ভাঙি চুৰমাৰ কৰা ইমানবোৰ শিবিৰত থকা মানুহ—ইহঁতে ৰাজনীতি বুজেনে? ইহঁতেও নুবুজে। আৰু সিহঁতে? চকু মুদিলেই ভয়ানক চিঞৰ, জুই-ধোঁৱাৰ মাজত মালতীয়ে সিহঁতৰ মুখবোৰ দেখে। যি আমাৰ ঘৰ জ্বলাই দিলে, আমি যাৰ ঘৰ জ্বলাই দিলো। যি আমাৰ বহুত মানুহৰ তেজেৰে হাত ৰঙা কৰিলে—যাৰ তেজেৰে আমাৰ হাত ৰঙা হ'ল—এইবোৰ ৰাজনীতি বুজি পোৱাৰ ফলত নে, বুজি নোপোৱাৰ ফলত?

জুই জুই—চাৰিওফালে কেৱল জুই। জুইয়ে দাহ কৰিব জানে, এফালৰ পৰা দাহ কৰি আনিছে। বৰঘৰ, পাকঘৰ, ভঁড়ালঘৰ, গোঁসাইঘৰ সকলোতে জুই। চকু মুদিলেই মালতীয়ে জুই দেখে—কালী গোঁসানীৰ দৰে লক লক জিভা মেলা জুই। দাউ দাউকৈ জ্বলা জুই। আৰু দেখে কিছুমান মুখ, ডকাইতৰ দৰে কঠিন, নিষ্ঠুৰ,

দয়া-মমতাহীন জল্লাদৰ দৰে মুখবোৰ জুইৰ পোহৰত বঙা পৰি আছিল। জুইৰ পোহৰত সিহঁতৰ হাতত থকা দীঘল দাবোৰ চিকমিকাইছিল—যাঠি আৰু কাঁড়ৰ আগবোৰত ভিৰবিৰণি উঠিছিল। সেইবোৰো যেন তেজ আৰু হিংসাৰ পিয়াহত ব্যাকুল। সিহঁতে নিষ্ঠুৰভাবে মালতীহঁতক ঘৰ এৰিবলৈ আদেশ দিলে। বিনা বাক্যব্যয়ে সকলো মানুহ ঘৰ এৰি পদূলি পালেহি। তাৰ পিছত কোনো বৈ থকা নাই, প্ৰাণৰ ভয়ত মাইকী মানুহবোৰ পথাৰৰ ফালে নবা ভাঙি ভাঙি পলাইছে। মতা মানুহবোৰৰ কোনোবাই পাৰিলে যুঁজ কৰিছে, কোনোবা মৰিছে, কোনোবাই মাৰিছে, কোনোবা পলাইছে। তাইৰ গাটো গধুৰ আছিল বাবে খোজ কঢ়াত বা দৌৰাত অসুবিধা পাইছিল। শাহুৱেক আছিল তাইৰ লগে লগে—তাইৰ গাত ধৰি। মাজে মাজে খৰকৈ, মাজে মাজে লাহে লাহে দুয়োজনী মানুহজাকৰ লগতে গৈ আছিল। নিৰাপদ দূৰত্বত বৈ মানুহজাকৰ লগতে তায়ো পিছলৈ ঘূৰি চাইছিল। আৰু দেখিছিল, বাঁহগছৰ সমান জুইৰ মাজত দাহ গৈছে তাইৰ ঘৰ, তাইৰ সংসাৰ—তাইৰ সপোন।

পকা আলি পাইহে তাই গম পালে, খোজবোৰ যেন থৰক-বৰক। হয়, থৰক-বৰক হৈছে পেটৰ ভিতৰত কিবা এটাই পাক মাৰি ধৰিছে। এছাৰ মাৰি যেন মাটিত পেলাই দিব। আৰু গম পালে বিষ বিষ বিষ। কি এটা অসহ্য বিষ। পেট, কঁকাল, বুকু একাকাৰ কৰি কিবা এটাই ভিতৰৰ পৰা ভাঙি-ছিঙি আনিছে। পকা আলিতে তাই বহি পৰিল। ওচৰৰ মানুহে ধৰাধৰিকৈ নি তাইক আলিৰ দাতিৰ মানুহ এঘৰতে শুমুৱালে আৰু কিছু সময়ৰ পিছতে পাকলগীয়া কষ্টতকৈ অলপো বেছি কষ্ট নোপোৱাকৈ মালতী এটা গুলপীয়া বঙৰ অকনমানি মানুহৰ মাক হ'ল।

মই এজনী ক্ষুদ্ৰাতিক্ষুদ্ৰ গাঁৱলীয়া তিৰোতা, পৃথিৱীয়ে জনা বহুত কথাই মই নেজানো, মোক কোনেও একো নকয়, আৰু সুধিমেইনো কাক? তথাপি, মোক যদি কোনোবাই বুজাই দিলেহেঁতেন, কেলেই

এনে হ'ল, কেলেই মই মোৰ যথাসৰ্বস্ব দি দিব লগা হ'ল। এক্ষো পমেই যদি নাপালো, তেন্তে কি লাভ হ'ল মোৰ সৰ্বস্বান্ত হোৱাৰ? মোৰ যথাসৰ্বস্ব আগবঢ়াই দিয়াৰ?

মনত আছে—খুব মনত আছে। মালতীয়ে ছাগলীকেইজনী বান্ধিবলৈ যো-জা কৰিছিল। দুপৰীয়াৰে পৰা তাইৰ গাটো বেয়া লাগি আছিল তলপেট আৰু কঁকালত বিষ এটা গম পাইছিল। শাহুৱেক পাকঘৰত। তাই খাবলৈকে বুলি ল'ৰালৰিকৈ ভাত বান্ধিবলৈ সোমাইছে। গধুলিৰ পোহৰ খিনি তেতিয়াও ধোঁৱা ৰঙৰ হ'বাগৈ নাই। ছাগলীকেইজনী বান্ধিবলৈ লৈ তাই দেখিলে, নঙলা খুলি উঁৰি হাদি আহিছে বীৰেন নাৰ্জাৰীৰ মাক।

"কি হ'ল আই?" মালতী আগবাঢ়ি গ'ল। "কি হ'ল নহয়, হেৰ' শাহুৰেৰক ক। তয়ো ওলা। গুচি যা। পলাই যা—এতিয়াই। তহঁতক মাৰি পেলাব, ঘৰত জুই অলাই দিব—সিফালৰ পৰা অলাই আনিছেই।"

"কি হ'ল, কি হ'ল?" বাছিবলৈ লোৱা শাক মুঠি হাতত লৈ ওলাই আহিল শাহুৱেক। "হয়নে, কি হ'লনো বীৰেনৰ মাক?

বীৰেন নাৰ্জাৰীৰ মাক তেতিয়া নাই। নঙলা পাৰ হৈ ওলাই গৈছে।

ভদ্ৰেশ্বৰ তেতিয়া নাছিল। অলপ পিছত সি পালেহি। ভয়, উত্তেজনা আৰু সাহস মিহলি কণ্ঠেৰে সি মাকক ক'লে, "যি য'ত বস্তু পাব লৈ তহঁত গাঁৱৰ মানুহৰ লগত যাগৈ। মই—"

"তই কেনি যাব?" মাকে ব্যগ্ৰভাৱে সুধিলে। "মই এইপিনে যাওঁ। মানুহৰ লগত।" মূৰত গামোচাখন মাৰি হাতত দীঘল দাখন লৈ সি ওলাই গ'ল। যাবৰ সময়ত "আই মই ওলালো" বুলি ক'লে। আৰু তাইৰ মূৰৰ পৰা ভৰিলৈকে চাই ক'লে, "তই সাৱধানে থাকিবি। মই আহিলো।"

তাৰ "মই আহিলো" কথাষাৰে মালতীৰ বুকুত যেন হেঁচুৱাহে

আহিলে। এতিয়াও তাইৰ সেইয়াৰ কথা মনত পৰে। এতিয়াও সেইযাৰ কথা মনত পৰিলে তাইৰ বুকুখন ধমকৈ উঠে। 'মই আহিলো'—কি নিষ্ঠুৰ কথাযাৰ। শুনিবলৈ কি কঠুৱা। এনেকৈয়ে মানুহে বিদায় লৈ যায় নে? আগতে কবচ-কাপোৰ পিন্ধি মানুহে এনেকৈ বিদায় লৈয়েই যুঁজ কৰিবলৈ যায় নে? মানুহে মৰিবলৈ যাবলৈ এনেকৈয়ে বিদায় লয় নে?

তাৰ পিছৰ কথাবোৰ জুইৰ লহ লহ শিখা, ধান পোৰাৰ গোন্ধ, সৰ্বস্বান্ত হোৱা মানুহৰ চিঞৰ, প্ৰাণৰ ভয়ত চিঞৰি কান্দিব নোৱৰা মানুহৰ কণ্ঠৰ অস্পষ্ট কুকুৰনি, গৰু-ছাগলীৰ চিঞৰ আৰু কোলাহল।

ভদ্ৰেশ্বৰক পোৱা নাই। অনিৰামৰ বাপেক-পুতেক হালকে কাটিলে। হলিৰ ককায়েক মৰিল, সি কথমপি প্ৰাণ লৈ সাৰিছে। বীৰেন নাৰ্জাৰীৰ ভনী-জোঁৱায়েককো কাটি পাঁচ টুকুৰা কৰা হ'ল। বসুমতাৰীৰ ডাঙৰটো পুতেক গ'ল। দেৱাখনো বড়ো-কছাৰীৰ গাঁও জুইৰ মাজত দাহ গ'ল। এইদৰে প্ৰত্যেকটো খবৰেই মালতীৰ কাণত পৰিল। প্ৰত্যেক মানুহৰে চিনাকি মুখবোৰ তাইৰ মনৰ মাজত ঘূৰি ফুৰিবলৈ ধৰিলে। সকলোৱেই চিনাকি—অচিনাকি মানুহ খুব কম। হলিৰ ককায়েকে মালতীক কম ধুনীয়াকৈ তাঁতশালখন পাতি দিছিলনে? অনিৰাম বোলে তাইৰ শহুৰেকৰ কালৰ কিবা এটা মিতিৰ। আহিলে চাহ-জলপান নোখোৱাকৈ নেযায়। আৰু বেণুৰ পিৰিয়েকটো। বিয়া হোৱা ছমাহহে হৈছিল। সেইখন বিয়াত মালতীৰ গোটেই ঘৰখনে কম লাগি-ভাগি দিছিলনে? বীৰেনৰ ভনীয়েক বেণুমাইৰ লগত ছুপৰীয়া কমবোৰ কেঁচা আম কুটি নিমখ-জলকীয়া দি খালেনে? তাইৰ পিৰিয়েকটো বৰ ভাল ল'ৰা আছিল দেহি। আহিলে নবৌ বুলি মাতি তাইৰ হাতৰ পকা তামোল এখন খাবেই। তাকো হেনো পাঁচ টুকুৰা কৰিলে। আৰু বসুমতাৰীৰ পুতেক ছটা। বেচেৰী মাকজনী কেনেকৈ আছেনো? গাঁও বাটি কৰা গম পালেই হ'ল—মানুহজনী গুলাবহিয়েই।

কেনেই এনেকুৱা কটাকটি-মৰামৰি, শত্ৰু হ'ল মানুহবোৰ? দদাই, খুৰী, আই, ককাই, দেউতা, আইতা বুলি মতা দুয়ো পক্ষৰ মানুহলৈ বুলি হাতত অস্ত্ৰ দাঙি ল'ব পাৰিলে কেনেকৈ? তেজেৰে ৰঙা হোৱা হাত মচোতে মানুহ বিলাকৰ নগ'লনে বাৰু বুকু ভাগি?

মই ক্ষুদ্ৰাতিক্ষুদ্ৰ তিৰোতা একো নুবুজো। গহপুৰৰ সিফালেনো কি আছে মই নেজানো। আৰু, গহপুৰৰ সিফালেই যদি পৃথিবীৰ শেষ সীমা তেন্তে তাতো মোৰ কৰিবলগীয়া একো নাই, মালতীয়ে নিজেই নিজকে কয়। বাতৰি কাগজত আমাৰ বিষয়ে হেনো কিবাকিবি লেখিছে। ফটোও ছপাইছে হেনো। আমাৰ কথা হেনো গোটেই পৃথিবীয়ে জানিছে। কি জানিছে বাৰু? গম পাইছেনে পৃথিবীৰ মানুহে, কেনেকৈ আমি একেলগে আছিলো, কেনেকৈ আমি ইজনে-সিজনৰ সুখ-দুখত সুখী আৰু দুখী হৈছিলো? আৰু এতিয়া আমি কেনেকৈ ইজনে সিজনৰ তেজেৰে হাত ৰাঙলী কৰিছো? মই সাধাৰণ তিৰোতা। তথাপি মই পৃথিবীৰ মানুহক হাতযোৰ কৰি বৈছোঁ, আমাক শাস্তি দিয়া, যি হেৰাল হেৰাল, কিন্তু যি আছে তাকে লৈ আকৌ আগৰ দৰে সপোন ৰচিবলৈ দিয়া। আমি কাৰো শত্ৰু নহওঁ—কোনো আমাৰ শত্ৰু নহয়। আমি কেতিয়াও তেজ বিচৰা নাই; তেজ বিচাৰিব নোৱাৰো।

তেন্তে আমি কাৰ শত্ৰু? আমাৰ শত্ৰু কোন? কেনেকৈ মই পুনৰ ৰেণুমাইৰ সমুখত থিয় হম? কেনেকৈ কম—মই ক'ব পাৰিমনে, যে ৰেণু তোমাৰ মানুহজনক মোৰ মানুহজনে দীঘল দাৰে কাটি ছেৰা ছেৰা কৰিলে। মই ক'ব নোৱাৰো। ক'ব নোৱাৰো। মই কাহানিও সিহঁতৰ শত্ৰু নাছিলো, সিহঁত কাহানিও মোৰ শত্ৰু নাছিল।

কেঁচুৱাটো বুকুত লৈ মালতী শুই থাকে। চিলমিল টোপনি কেতিয়াবা আহে কেতিয়াবা নাহে। দৈনিক ৰেচনৰ চাউল-দাইল লৈ কিছুমান মানুহে তৰ্কাতৰ্কি কৰে। সৰ্বস্বান্ত হোৱা মানুহবোৰৰ এমুঠি চাউল-দাইলৰ বাবে কি হাহাকাৰ। মালতী মনে মনে থাকে।

শাহুয়েকে আপোন মনে নিজৰ কপালকে খিয়াই বকবক কৰি থাকে।

কিন্তু আমনি লাগিছেগৈ। দিন যোৱাৰ লগে লগে আমনি আৰু হতাশাৰ ভাব বেছি হৈছে। এনেকৈ লোকৰ দয়াৰ ওপৰত থাকি দৈনিক বেচনৰ এমুঠি চাউল-দাইল, এচমকা নিমখৰ বাবে লোকৰ হাতলৈ—মুখলৈ চাই মানুহ কিমান কেতিয়াবা নিৰাশ হৈ পৰে। হে ভগবান, এনেকৈ আৰু কিমান দিন? এনেকৈ লোকৰ হাতলৈ-মুখলৈ চাই আৰু কিমান দিন?

এদিন কিন্তু স্বস্তি আহিল। শিবিৰত থকা মানুহবোৰ ঘুৰি যাব। মাকৰ বুকুৰ দৰে উমাল, মাকৰ কোলাৰ দৰে কোমল নিজৰ মাটিৰ, নিজৰ ঘৰলৈ ঘুৰি যোৱাৰ কথাবোৰ মানুহবোৰৰ মুখে মুখে গুণগুণনি হৈ বাগৰি ফুৰিবলৈ ধৰিলে।

ভদ্রেশ্বৰ নাই। গতিকে সিহঁতৰ ঘৰটো পুৰণি ভেটিতে গাঁৱৰ ডেকা ল'ৰা কেইটামানে সাজি দিলে। দুজনী মানুহ থাকিব পৰা অকনমান ঘৰ। ভদ্রেশ্বৰ নোহোৱা ঘৰ এটাত তাই সোমাব লাগিব। ভদ্রেশ্বৰ নোহোৱা কোঠা এটাত তাই ঘুৰা-পকা কৰিব লাগিব। মালতীৰ বুকুখনত এটা অবোধ্য বোজা।

কেঁচুৰাটো বুকুত সাবটি আগে আগে শাহুৱেক। কেবাদিনবো আগৰে পৰাই মানুহজনীয়ে কান্দি আছে। সেই কাৰণেই চকু-মুখবোৰ ফুলিছে। খোজবোৰ থবক-ববক। পিছে পিছে লাম-লাকটু কেই-ডোখৰৰ টোপোলা এটা লৈ মালতী। তাইবো কান্দি কান্দি বাট নেদেখা হোৱাৰ কথা। কিন্তু সৰুৰে পৰা লাঞ্ছনা-গঞ্জনা খাই ডাঙৰ হোৱা ছোৱালী। জীৱনৰ অন্ধকাৰ দিশটোৰ লগতে বেছি পৰিচিত। গতিকে দুখ সহ্য কৰাৰ শক্তি তাইৰ আছে।

পুৰা ডেৰমাহৰ পিছত দুজনী মানুহ নিজৰ সাতামপুৰুষীয়া ঘৰৰ পদূলিমুখত থিয় হৈছেগৈ। অ'ত ত'ত ছাঁইৰ দূপ। জেওৰা জপনা নাই। তাই এবাৰ পদূলিমুখত এজোপা শেৱালি কইছিল। গছজোপা নিঃকিনভাৱে থিয় হৈ আছে। চোতালৰ মূৰৰ তুলসী

ভেটিটো অনাদৃত হৈ পৰি আছে। কেঁচুৰাটো মালতীৰ কোলাৰ পৰা পিছলি শাহুৰেক বলিয়া মানুহৰ দৰে মাটিতে বহি পৰিল।

"আপোনাৰ কি হ'ল আই?" মালতী শাহুৰেকৰ ওচৰ চাপি গ'ল।"

ঠিক তেতিয়াই মালতীয়ে দেখিলে বাৰী-চুকৰ দুয়োঘৰ সংলগ্ন কৰা বাটটোৰে সোমাই আহিছে বীৰেন নৰ্জাৰীৰ মাক।

"তইঁত আহিলি?" মানুহজনীয়ে সুধিলে। "এৰা, বীৰেনৰ মাক।" শাহুৰেকে উত্তৰ দিলে।

"তই থান-থিত লগাইগে যা। ঘৰটোৰ ভিতৰখন মই চাফা কৰাই থৈছোঁ। সেৰবেৰ লাগি-ভাগি মচি দিম। তুমিও বহি থাকিব নেলাগে। ভিতৰলৈ যোৱাগৈ।"

কথাত কোনো অসূয়া নাই; দৃষ্টিত কোনো জুই নাই। মানুহ-জনীলৈ চাই থাকোতেই মালতীৰ চকুত পৰিল সিফালে আৰু এজনী মালতী। এইজনীক নিজৰ দৰে একেই সৰ্বস্বান্ত আৰু জুকলা যেন বোধ হ'ল মালতীৰ।

"আহিলি নবৌ?"

"এৰা আহিলো।" দুয়োজনী মালতী দুয়োজনীৰ ফালে আগ বাঢ়ি আহিল।

"তইঁতৰ ছাগলী দুজনী বিচাৰি আমাৰ ঘৰত বান্ধি থৈছো। ক'লী ছাগলীজনী জগিল, বেণুমাই।"

ক্ৰমান্বয়ে মালতী আৰু আগ বাঢ়ি গ'ল, আৰু দেখা গ'ল এজনী ৰাজনীতি নুবুজা মানুহে অইন এজনী ৰাজনীতি নুবুজা মানুহৰ বুকুত নিজৰ ভেৰমহীয়া কেঁচুৰাটো তুলি দিছে। আৰু দেখা গ'ল দুয়োজনী ৰাজনীতি নুবুজা মানুহৰ অশ্ৰুনিৰ্বাহ একে সময়তে ওলাই আহিল আৰু একে সময়তে বতাহত মিহলি হৈ গ'ল।

---

☐ প্ৰকাশ। ৮ম বছৰ ১১শ সংখ্যা। ১৯৮৩।

# সাৰ পোৱাৰ পিছত

## ক্ষিতি চৌধুৰী

শেষ নিশাৰ বতাহজাকৰ শীতলতাৰ তীব্ৰতাই হলধৰৰ চকুৰ টোপনিৰ জাল কিছু কাটি পেলালে। বৰ অলসভাবে এবাৰ সি চকু দুটা মেলি দিলে। অদূৰত বিভিন্ন আকৃতিৰ বণ্টু পোনা ফটিকহঁত নিশ্চিন্তমনে টোপনিত লালকাল। অত্যধিক মদ্যপান, ফূৰ্তিৰ নামত কৰা উচ্ছৃঙ্খল কিছুমান চিঞৰ-বাখৰ, 'খানা'ৰ লগেলগে চলা শ্লীল, অশ্লীল কথাৰ মহলা আৰু শীতৰ নিশাৰ একুৰা জুইৰ উমে স্বাভাবিকতে সহজেই সিহঁতৰ চকুলৈ টোপনি মাতি আনিছিল। হয়তো ঘড়ীত তেতিয়া তেৰ বা দুই বাজিছিল।

অৱশ্যে আদিত্য চলিহাৰ ঘৰত নিশাৰ সেই সময় ছোৱা অধিক লোভনীয়, অধিক মোহনীয় হৈ পৰিছিল। বিশেষ এক ৰাজনৈতিক দলৰ অন্যতম নেতা আদিত্য চলিহাই এইবাৰো নিৰ্বাচনত নমাৰ প্ৰস্তুতি চলাইছে। আৰু সেই প্ৰস্তুতিৰ উপলক্ষেই আজি মাঘ বিহুৰ এই উৰুকাৰ দিনাখন তেওঁ তেওঁৰ শুভাকাংখীসকলৰ সৈতে সমবেত হৈছে। "মনখোলা" মানুহ চলিহাই দুহাত খুলি আজি নিশাটোৰ বাবে খৰচ কৰিছে। তেওঁ তেওঁৰ নিমন্ত্ৰিত অতিথিসকলৰ সকলোধৰণৰ মনোৰঞ্জনৰ কথাও চিন্তা নকৰাকৈ থকা নাই।

বণ্টু হলধৰৰ কথাও চলিহাই মনত ৰাখিছে। চহৰত থাকিলেও সিহঁত গাঁৱৰ ল'ৰা। মাঘ বিহু বুলিলে সিহঁতৰ ভেলাঘৰটোলৈ চেবেং চেবেং কৈযে মনত পৰিব সেই কথা চলিহাই তেওঁৰ উদাৰ হৃদয়েৰে বাৰুকৈয়ে উপলব্ধি কৰিব পাৰিছে। আৰু সেইবাবে তেওঁৰ ঘৰৰ প্ৰকাণ্ড চোতালটোৰ এদাতিত থকা সিহঁতৰ থকাঘৰটোৰ কাষতে সৰুকৈ ভেলাঘৰ এটা সাজিবলৈ চলিহায়েই বেছি উদগনি দিছিল।

সময়ত ভেলাঘৰ হ'ল।

সিহঁতৰ মন আৰু উদৰ সন্তুষ্ট হোৱাকৈ চলিহাই বিভিন্ন খাদ্য

সন্তাবৰ যোগান ধৰিলে আৰু এতিয়া সেই খাদ্য সন্তাবে দিয়া পৰিতৃপ্তিৰ ক্লান্তিত সিহঁত নিদ্ৰাচ্ছন্ন। নিদ্ৰামগ্ন।

কিছুপৰ আগতে দপদপাই জ্বলি থকা জুইকুৰা এতিয়া নাই। অঙঠাবোৰ পিছে দগমগীয়া হৈয়েই আছে। সেই দগমগীয়া অঙঠা খিনিলৈ চাই হলধৰে এবাৰ কুচিমুচি ভৰি দুখন ভাঁজকৰি আঁঠু দুটা উজাই আনি টোপনি যাবলৈ যত্ন কৰিছে।

কিন্তু হঠাৎ চলিহাৰ ঘৰৰ পৰা ভাঁহি অহা এক হাঁহিৰ শব্দত হলধৰৰ টোপনি অহাৰ চেষ্টা বিফল হ'ল। আৰু সেই বিফলতাৰ ফলস্বৰূপে সিহঁত শুই থকা ধানখেৰত সঘনে বাগৰ সলোৱাৰ খচমচনি বৃদ্ধি পালে।

এটা সময়ত হলধৰ চিতাহৈ স্থিৰ ভাবে পৰি ৰ'ল। তেনেকৈ পৰি থাকিয়েই হলধৰে দুখন গাড়ী চলিহাৰ চৌহদৰ বাহিৰ হৈ যোৱা গম পালে। কাৰ গাড়ী হ'ব পাৰে বাৰু? জয়শ্ৰীকাকতি, মিচেচ সুৰভি দুবৰাহঁতো আজি চলিহাৰ ঘৰলৈ নিমন্ত্ৰিত হোৱা সি গম পাইছিল। তেওঁলোকো হ'ব পাৰে। নতুবা····

হলধৰৰ মগজুৱে আৰু কোনো কথা চিন্তা কৰিব নুখুজিলে। অলস ভাবে এনেয়ে এবাৰ সি চকুহাল মেলি দিলে। এই নিশাও বিজুলী-বাতিয়ে দিন যেন কৰি ৰখা চলিহাৰ প্ৰকাণ্ড ঘৰটো সি স্পষ্ট ভাবে দেখা পালে।

এইখন ঘৰৰ সৈতে, চলিহাৰ এই পৰিয়ালটোৰ সৈতে তাৰ আশৈশৱ চিনাকি। আগতে চলিহা ইয়াত নাছিল। বিশ মাইল আঁতৰত থকা সিহঁতৰ গাঁৱত চলিহাৰ আচল ঘৰ। অথবা এনেকৈয়ো ক'ব পাৰি—চলিহাহঁতৰ গাঁৱৰ ঘৰৰ কাষতে হলধৰহঁতৰ অকনমান দুপুৰি এটা আছিল। পিচে এবাৰ কি জানো হৈ তাৰ বাপেক ঢুকাই থাকিল। অৱশ্যে বাপেকৰ মুখখন সি আৰু আজি কোনোমতেই মনত পেলাব নোৱাৰে। খুব কষ্টৰে বহু চেষ্টাৰ মূৰতহে সি মাকৰ মুখখন কেতিয়াবা মনলৈ আনিব পাৰে। অসুস্থ অৱস্থাত যেতিয়া সি অকলশৰে কোনো পৰিচৰ্য্যা নোহোৱাকৈ চলিহাৰ চৌহদৰ এই একাষ-

বীয়া ঘৰটোৰ খাটখনত পৰি থাকিব লগীয়া হয় ; মাজে মাজে তেতিয়া সি খুবকৈ অনুভৱ কৰে তাৰ মাক নামৰ সেই বিশেষ নাৰী গৰাকীৰ মৰম কোমল দুখনি হাতৰ কথা।

ৰিণিকি ৰিণিকি তাৰ মনত পৰিব খোজে সিহঁতৰ গাঁৱত থকা সেই জুপুৰি ঘৰটোৰ কথা।....

এবাৰ তাৰ জ্বৰ হৈছিল। খাৱন-শোৱন বাদ দি বাতিক দিন কৰি তাৰ সেই মাকজনীয়ে অহৰহ কেনেকৈ তাৰ কাষত অতিবাহিত কৰিছিল, সি মনত পেলাই চায়।

সেই মাকজনী, তাৰ সেই মৰমিয়াল মাকজনীও এদিন মৰি থাকিল। এখন অস্পষ্ট ছবিৰ দৰে তাৰ মনত পৰে সিহঁতৰ জুপুৰিটোৰ পৰা অদূৰত থকা, দিনতে মানুহ সোমাবলৈ ভয় কৰা জাবৰিনিখনৰ মাজৰ পুখুৰীটোৰ পৰা উঠাই অনা, ফুলি ভীষাকাৰ হোৱা মাকৰ সেই বিকৃত মৃতদেহটোৰ কথা। সেই মৃতদেহটো দেখি সেইদিনা সি চিঞৰি কান্দিছিল। মাকক হেৰুৱাৰ দুখতকৈ তাৰ অন্তৰত মাকৰ মৃতদেহৰ বিকৃত ৰূপটোৱে ভয়হে সঞ্চাৰ কৰিছিল। হয়তো ভয়তেই সি গুৰাওৱাৰে কান্দিছিল।

কোনোবা কোনোবাই কৈছিল জাবৰিনিখনৰ সেই পুখুৰীটোত থকা দেৱতাই মাকক মাৰিলে। কিন্তু তুলাৰাম মাষ্টৰহঁতে কৈছিল এইবোৰ কোনো দেও-ভূতৰ অতপালি নহয়। এইবোৰ মানুহৰে কাম। তাৰ মাক আপোনঘাতী হোৱা নাই। ৰক্ষকেই ভক্ষক হৈছে।

সি এইবোৰ কথা একো বুজা নাছিল। তুলাৰাম মাষ্টৰে তাৰ মাকৰ মৃত্যুৰ পিছত গাঁৱৰ কিছুমান ডেকা ল'ৰাৰ লগ লাগি চলিহাৰ বিৰুদ্ধে কিহৰ বাবে এক হৈ-চৈৰ সৃষ্টি কৰিছিল সেয়াও সি বুজা নাছিল। বাপেকৰ মৃত্যুৰ পিছত সিহঁতৰ একমাত্ৰ সাৰথি হৈ থকা চলিহাৰ বিৰুদ্ধে কোনো বেয়া ধাৰণাৰ জন্ম পাবলৈ নৌ পাওঁতেই, তাৰ বাবে সকলোবোৰ আঁথৰ হৈ থকা অৱস্থাতেই চলিহাই সেই গাওঁ এৰি গুচি আহিছিল। লগত লৈ আহিছিল হলধৰক। আৰু তাৰপিছত

হৈয়াত, এইখন ঘৰত পাৰ হৈছে হলধৰৰ সোণালী শৈশৱ, কৈশোৰ—আৰম্ভ হৈছে যৌৱন। পথাৰত লগ-সমনীয়াৰ সৈতে গৰু চৰাই খেলাধূলা কৰি মুকলি মনেৰে সময় কটোৱাৰ পৰিবর্তে হলধৰৰ সময়বোৰ পাৰ হ'ল বিভিন্ন স্থৰত, বিভিন্ন কামত। চলিহাৰ সৰু ছোৱালীজনীক স্কুলৰপৰা অনা-নিয়াকৰা, ঠাই সৰা, বাচন-বর্তন ধোৱা, বজাৰ কৰা আদি সকলোধৰণৰ কামৰ সোৱাদ সি পাইছে। আৰু লাহে লাহে এক বিশ্বাসী ভৃত্য বুলি পৰিগণিত হোৱা হলধৰে আজি এনেকুৱা কিছুমান গোপন কামো কৰিবলৈ সমর্থ হৈছে যিবোৰ কামৰ সৈতে জড়িত হৈ আছে আদিত্য চলিহাৰ জীৱনৰ কষ্টোপার্জিত প্রতিষ্ঠা আৰু আত্মসন্মানৰ চৰম প্রশ্ন। হলধৰ আজি এনেকুৱা এটা অৱস্থাত উপনীত হৈছে যে চলিহাৰ ঘৰৰ প্রতিটো প্রাণীৰে মুখ মেলিলেই সি গম্ভ দেখা পায়।

আৰু হয়তো সেইবাবেই হলধৰে তাৰ জীৱনৰ বিগত দিনবোৰত কোনোদিনে এবাৰো নিজৰ কথা চিন্তা কৰি চোৱা নাই। যি পাইছে, পৰম সন্তুষ্টিৰে তাক গ্রহণ কৰি জীৱনৰ সার্থকতা অনুভৱ কৰিছে।

গাঁও এৰি আহিলেও চলিহা কিন্তু গাঁওখনলৈ নোযোৱাকৈ থকা নাছিল। এতিয়াও যায়। নির্বাচনৰ আগে আগে গাঁওখনলৈ হঠাৎ মৰম উপচি পৰা আদিত্য চলিহাৰ লগত হলধৰো বহুদিন গাঁৱলৈ গৈছে। অথচ আচৰিত! গাঁৱৰ সেই সুবিস্তৃত পথাৰ, পকাধানৰ গোন্ধ, সেমেকা মাটিৰ শীতল স্পর্শ—এইবোৰে কোনোদিনে তাৰ অন্তৰত পুলক জন্মোৱা নাই। এবাৰৰ বাবেও সি ভবা নাই যে, গাঁৱৰ এই বোকাপানীৰ মাজত সি এৰি থৈ গৈছে তাৰ জীৱনৰ সমস্ত স্বাধীনতা আৰু অধিকাৰ, এৰি থৈ গৈছে তাৰ জীৱনবোধ। বৰং যেতিয়া চলিহাৰ ধূলি লাগি থকা গাড়ীখন, সঘনাই গাড়ী নেদেখা নঙঠা শিশুজাকে দৌৰি আহি ঘেৰি ধৰি চায়, নতুবা প্রাইমাৰী স্কুলত দুশ্রেণীমান পঢ়ি পঢ়িবলৈ এৰা কোনোবা ডুটামানে ধূলি লাগি থকা গাড়ীখনত তুলকৈ নিজৰ নামটো লেখিবলৈ প্রয়াস কৰে; সেইভৱে

পোহোৱাকৈ চাই, থমকি দি হলধৰে এক অচিন গৌৰৱহে অনুভৱ কৰে। আৰু অনুভৱ কৰে চলিহাৰ প্ৰতি এক অব্যক্ত কৃতজ্ঞতাবোধ। এৰা চলিহা চাৰে তাক এই নৱৰূপৰা বুটলি নিলে। মহত্বে সিওতো ইহঁতৰ দৰে ‘অজ্ঞ’হৈ ভূতৰ দৰে আন্ধাৰতে শেষ-কৰিব লাগিলহেঁতেন ওৰেটো জীৱন।

কিন্তু তাৰ সেই অন্ধকাৰ গাঁওখনৰে দাৰিদ্ৰ্যপীড়িত আঘোনী বুঢ়ীয়ে তাক কালি চিঞৰি চিঞৰি গালি পাৰি ক’লে—আচলতে সিহে হেনো অন্ধ। অজ্ঞ।

আঘোনী বুঢ়ীয়ে তাক আৰু ঢেৰ কিবাকিবি কৈছিল। অভাৱ অনাটনে জুৰুলা কৰা হাড়ে-চালে-লগা দীৰ্ঘাঙ্গী আঘোনীবুঢ়ীৰ চিঞৰি গালিপৰা মুহূৰ্তটোৰ চেহেৰাৰ ভয়াবহ ৰূপটো মনত পৰিলে তাৰ এতিয়াও আকৌ এবাৰ গাটো জিকাৰ খাই উঠিব খোজে।

আঘোনী বুঢ়ীক সি চিনি পোৱা নাছিল। কিন্তু বুঢ়ীয়ে হলে দেখিয়েই তাক চিনি পাইছিল। কোটৰগত চকুহাল ট-টকৈ মেলি তাৰ পিনে ক্ষন্তেকপৰ চাই থাকিয়েই বুঢ়ীয়ে কৈ উঠিছিল :

“হে’ৰ তই মীনধৰৰ পুতেক হলধৰ নহয়নে ?”

সি হয় বুলি ক’বহে পালে যেন কোনো-বৰলৰ বাঁহতহে জুই দিলে কোনোবাই।

“থুই কটা নিধক। তোৰ লাজ নাই। জীয়াই আছ কেলেই ? তয়ো মৰি থকা হ’লে ভাল আছিল। চলিহা বাপেৰক ভোট দিবলৈ কব আহিছ ? লাজ নেলাগে ? বাপেৰ নোহোৱাৰ সুযোগ লৈ টকাটো সিকিটো আগবঢ়োৱাৰ চলেৰে সি তোৰ মাৰৰ তেজ টোপা শুহিয়েই বাকী নথলে, নিজে কান্ধত পৰে বুলি তাইক জীয়াই নাৰাখিলে। আৰু এতিয়া তই কুকুৰ, নিলাজ নিধক—তই আহিছ....”

আঘোনীয়ে আৰু কি কৈছিল তাৰ মনত নাই। মাত্ৰ মনত আছে ৰণচণ্ডী মূৰ্ত্তি ধৰি বুঢ়ীয়ে তাক চোতালৰ পৰা ‘বাহিৰ হ বাহিৰ হ’ বুলি কুকুৰ খেদা দিছিল। বুঢ়ীক দিবলৈ বুলি উলিওৱা টকা বিলাই

দ্বিতীয়বাৰৰ বাবে আগবঢ়োৱাৰ অথবা চুনাই কথা এবাৰ কৈ বুঢ়ীক শান্ত কৰাৰ সাহস মদগজ ডেকা হলধৰৰ হেৰাই গৈছিল। গোটেই ঘটনাটো পাহৰি থাকিবৰ কাৰণে সেইদিনা ৰাতি সি বটলৰ পিছত বটল মদ গিলিছিল। কিন্তু কেনেকৈ কোন পাকত জানো বুঢ়ীৰ কথাকেইষাৰে তাৰ মগজুত খোপনি পুতিলে! সুযোগ পালেই কথা কেইষাৰ এক্কোটা বিষাক্ত কীট হৈ তাক দংশন কৰে আৰু এক অসহ্য যন্ত্রণাত সি অতীষ্ঠ হৈ উঠে। উদভ্রান্ত হৈ পৰে।

বুঢ়ীয়ে যেন তাক এক ৰহস্যাবৃত অধ্যায়ৰ এক তিমিৰাচ্ছন্ন অতীতৰ সন্ধান তাক দি দিলে। বহুত দুবুজা কথাৰ অৰ্থ তাক বুজাই দিলে। তুলাৰাম মাষ্টৰে কৰা সেই হৈ চৈ, মাকৰ আত্মহত্যা, হত্যা অথবা মৃত্যুৰ মাজৰ ৰহস্যৰ কথা সি যেন বুজি পাই গল। কিন্তু ঠিক ভালদৰে বুজি পাইছো বুলি ভাবিবলৈ, গোটেই কথাখিনি ভালদৰে চিন্তা কৰি চাবলৈকো আজি যেন তাৰ সাহস নাই।

যিমান পাৰে সি কথাবোৰ নভবাকৈ থাকিবলৈ যত্ন কৰিলে। তাৰ অতীত যিয়েই নহওক কিয়, বৰ্তমানত তাৰ সেইবোৰৰ কিয়েইবা প্ৰয়োজন? নিশ্চিন্ত মনে দুবেলা দুমুঠি খাবলৈ পাইছো, মনৰ পছন্দত পিন্ধিবলৈ পাইছো, ভালদৰে থাকিবলৈ পাইছো—ইয়াতকৈ আৰু কিয়েইবা লাগিছে জীৱনত?

নে জীৱনৰ বাবে আন আৰু কিবা মহত্বপূৰ্ণ বস্তু আছে?

কোনো চিন্তাকে প্ৰশ্ৰয় দিব নোখোজা হলধৰৰ মগজুত হঠাতে প্ৰশ্নটোৰ উদ্ৰেক হল আৰু সি অলপ সুস্থিৰ ভাবে ভাবিবলৈ যত্ন কৰিলে।

এৰা, জীৱনৰ বাবে মহত্বপূৰ্ণ আৰু কিবা আছে। যিটো হয়তো আঘোনীবুঢ়ীৰ মাজত বিদ্যমান। নহলে আজীৱন দাৰিদ্ৰ্যৰ নিৰ্য্যাতনৰ বাহিৰে আন একো নোপোৱা মানুহজনীয়ে কিয় সেই নিৰ্য্যাতনৰ সামান্যতম মুক্তিৰ আশাও এনেভাৱে পৰিত্যাগ কৰি, চন্দ্ৰিহাৰ নামত সাতকিলা মাৰি তাক অপমান কৰি কুকুৰখেদা দিলে?

আৰু, আৰু কি নাই তাৰ মাজত? তাৰ দৰে একন সুস্থ সুঠাম ডেকাৰ মাজত? যিটোৰ অভাৱৰ বাবে সি আঘোনীবুঢ়ীৰ গালি খাই তলমূৰ কৰিবলগীয়া হ'ল। তাৰ প্ৰতিবাদৰ ভাষা হেৰাই গ'ল?

সি, বল্টু, পোনা ফটিকহঁতৰ মাজত নিশ্চয় সকলো থাকিও কিবা নাই। নাই নহয়, হয়তো আছিল, হেৰাল।

কিন্তু কি হেৰুৱালে সিহঁতে? কি? কি?

একেলগে এজাক প্ৰশ্নই হলধৰক জুমুৰি দি ধৰিলে।

এই যে আমি গোপনে প্ৰতিদ্বন্দ্বী মানুহৰ ঘৰ'লৈ গৈ সিহঁতৰ দৈন্যৰ সুযোগ লৈ চলাহীমৰা কথাৰে টকা যাচি নিজৰ ভোটটো ইচ্ছানুযায়ী দিয়াৰ অধিকাৰখিনি খৰ্ব কৰি কিনি আনিলো, সিহঁতৰ ব্যক্তি স্বাধীনতাক নাশ কৰি দৰিদ্ৰতাৰ সুযোগলৈ টকা যাচি সিহঁতক চৰম ভাবে অপমান কৰি আহিলো, ভুৱা আশা দি সিহঁতক প্ৰবঞ্চনা কৰিলো ন্যায়-নৈতিকতা, পাপ-পুণ্য বিচাৰ নোহোৱাকৈ চলিহাৰ জয়লাভৰ বাবে দেহৰ তেজ পানী কৰিছো—কিয়? ইয়াৰপৰা মোৰ কি লাভ হব? বল্টু ফটিকহঁতৰ?

চলিহাই জয়লাভ কৰিব।

তাৰপিছত?

চলিহাৰ জয়লাভত আমাৰ কি লাভ? আমাৰ কি হব? কি হৈছে ইমান দিনে?

হলধৰৰ চকুৰ আগত বৰ স্পষ্টভাবে ভাঁহি উঠিল তাৰ গাঁওখনৰ ছবি। ভাঁহি উঠিল অভাৱ অনাটনে জুৰুলা কৰা সেই গাঁওখনৰ বিষণ্ণ মলিন মুখবোৰ।

চলিহাহঁতৰ কথাত সেই মুখবোৰ কেনেভাবে উজ্জ্বল হৈ উঠে কিন্তু কিমানদিনৰ বাবে স্থায়ী হয় এই উজ্জ্বলতা?

ভুৱা প্ৰতিশ্ৰুতিৰে, নিমাখিত সেই মুখবোৰত বিৰিঙাই তোলা উজ্জ্বলতাবোৰক চান কাঢ়ি নি নি ইহঁতে নিজৰ জীৱনৰ পথ উজ্জ্বলাই তুলিছে।

কি সাংঘাতিক এই চলিহাইঁতৰ দৰে মানুহবোৰ। সেইবে চলিহাৰ বন্ধু—কলিতা, শইকীয়া—সিহঁতো একেই। সিতো নিজেই কেইবা-দিনো দেখিছে, দুৰ্দশাগ্ৰস্ত ৰাইজৰ সন্মুখত দুখত গদগদ হৈ আগমুহূৰ্তত চকুপানী পেলাই পিছমুহূৰ্ত্তত সিহঁতে নিজে ভোগবিলাসত মত্ত হৈ হাঁহি হাঁহি আপোন পাহৰা হয়। 'জহন্নামে' যাবলৈ অশ্লীল ভাষাৰে গালি পাৰে সেই অধাহাৰী "আপোন" সকলক। গাঁৱৰ বোকাপানীৰ মাজত আগমুহূৰ্ত্তত মাদকতা অনুভৱ কৰি চলাহীমৰা কথা কৈ পিছমুহূৰ্ত্তত সিহঁতে সেই বোকাপানীৰ মাজৰ পৰা আহিবলৈ তৎ হেৰুৱায়। কপালত মুখত বিৰক্তিৰ স্পষ্ট চাপ বহুৱাই গাঁও পাৰ হোৱাৰ পিছতহে সিহঁতৰ স্বস্তিৰ নিশ্বাস পৰে। অথচ গাঁৱৰ সহজ সৰল মানুহবোৰে ইহঁতক ইমান বিশ্বাস কৰে! ইমান আপোন বুলি ভাবে!

প্ৰতাৰণা! সঁচাকৈয়ে ঘোৰ প্ৰতাৰণা! ঘোৰ অন্যায়! কিন্তু কি অধিকাৰ আছে চলিহাইঁতৰ এনে ভাবে প্ৰতাৰণা কৰাৰ?

আৰু সিহঁতে? সিহঁতে কৰিছে কি? চলিহাইঁতক প্ৰতাৰণা কৰিবৰ বাবে পথ নিষ্কণ্টক কৰি দিয়া নাইনে?

আঘোনী বুঢ়ীৰ কথাখিনি তাৰ কাণত চেৰেং চেৰেংকৈ আকৌ বাজি উঠিল: তই মৰি যা। মৰি যা।

হলধৰে আকৌ এবাৰ নিজকে প্ৰশ্ন কৰিলে: সি বাৰু কি? সি এটা মানুহ নহয়নে? এটা সুস্থ, শক্তিসম্পন্ন ডেকা ল'ৰা নহয়নে? তেনেহলে ক'ত তাৰ মনুষ্যত্বৰ সাৰ্থকতা? ক'ত তাৰ যৌৱনৰ মহত্ব? চলিহাৰ দৰে এজন নৈতিকতাহীন নষ্ট চৰিত্ৰৰ তথাকথিত ডাঙৰ মানুহৰ পিছত ঘূৰি দিনৰ পিছত দিন শেষ কৰাত?

হঠাৎ সি অনুভৱ কৰিলে অতদিনে সি তাৰ জীৱনৰ অমূল্য সময়ৰ অপচয় কৰি আহিছে। অপচয় কৰি আহিছে তাৰ যৌৱনৰ অজেয় শকতিক। অতদিনে তাৰ শকতিৰ সি এনেভাবে অপচয় কৰিছে যে মানসিক দিশত সি নিচেই নিশকতীয়া হৈ পৰিছে। সি আজি

ইমানেই নিশকতীয়া যে তাব মাকব চৰম অপমানৰ কথা জানিও সি প্ৰতিবাদ কৰাৰ সাহসৰ অভাৱত অক্ষম হৈ থাকিবৰ যত্ন কৰিছে। কেৱল কন্তেকীয়া ভোগ বিলাসত নিমজ্জিত হৈ পাৰ কৰিছে দিনৰ পিছত দিন।

চকুহাল মুদি চিন্তাহে পৰি থকা হলধৰৰ সেই শেষ নিশাৰ প্ৰচণ্ড জাবতো গৰম লগা যেন লাগিল। মনৰ মাজত সি এক ভীষণ অস্থিৰতা অনুভৱ কৰিলে। পুনৰ টোপনি নাহে বুলি এক প্ৰকাৰ নিশ্চিত হৈ সি ভালদৰে চকুহাল মেলি দিলে। বাহিৰত নিস্তব্ধ অন্ধকাৰত নিমগ্ন পৃথিৱী। চলিহাৰ প্ৰকাণ্ড ঘৰটোত চলি থকা হুলস্থুলবোৰো এতিয়া নাই। মাত্ৰ গোটেই ঘৰটো পোহৰাই নীৰৱে জ্বলি আছে লাইটবোৰ।

নিৰ্নিমেষ নয়নেৰে সি কিছুপৰ চাই ৰ'ল ঘৰটোলৈ। সেই ঘৰটোৰ মাজত সি চলিহাৰ উপস্থিতিটোক এবাৰ অনুভৱ কৰি চাব খুজিলে। লগে লগে তাৰ চকুৰ আগত কলিতা, শইকীয়া, মিচেচ সুৰভি দুৱৰাহঁতবো মুখকেইখন ভাঁহি উঠিল। আৰু ক'ব নোৱাৰাকৈয়ে এটা সময়ত সি নিজকে আবিষ্কাৰ কৰিলে গাঁৱৰ সেই দুৰ্দশাগ্ৰস্ত মানুহবোৰৰ মাজত।

চলিহাৰ সেই প্ৰকাণ্ডঘৰটো হঠাৎ হলধৰৰ এটা ভয়ংকৰ জন্তু যেন লাগিল। জ্বলি থকা লাইটকেইটা যেন একোটা চকু য'ত হিংস্ৰতা আৰু লোলুপতাৰ বাহিৰে আন একো নাই। চলিহাৰ দুমহলীয়া প্ৰকাণ্ড ঘৰটোৰ অদূৰৰ সৰু ঘৰটোৰ কাষত বন্ধা ভেলাঘৰৰ জুইৰ কাষত শুই থকা হলধৰে আৰু অনুভৱ কৰিলে—সেই ভয়ংকৰ জন্তুটোৱে তাৰ শক্তিশালী ভৰিৰে সিহঁতক যেন উঠিব নোৱাৰাকৈ হেঁচি ধৰি আছে। আৰু তেনেকৈয়ে নিঃশেষ কৰি পেলাইছে সিহঁতৰ বিবেক, বিবেচনা, চিন্তা, সিহঁতৰ নিজৰতা।

আকৌ তাৰ কাণত ঠহৰ ঠহৰ কৈ বাজি উঠিল আযোনী বুঢ়ীৰ কথা কেইষাৰ।

বহুতদিনৰ মূৰত তাৰ মনটো এক অচিন বিষাদৰ অনুভূতিয়ে জোকাৰি গ'ল। বিষাদ নে অনুশোচনা? হব পাৰে, অনুশোচনাও হ'ব পাৰে। কাৰণ শুই শুই হলধৰে এটা কথা এই মুহূর্তটোত বুজি উঠিল যে—সিহঁত থকা সৰু ঘৰটো আৰু এই প্ৰকাণ্ড চুমহলীয়া ঘৰটোৰ মাজত যি ব্যৱধান সেই ব্যৱধান তাৰ আৰু চলিহাৰ মাজতো বৰ্তমান। ঠিক সেই ব্যৱধানখিনিৰ কথা বুজি উঠাৰ লগে লগে এইটো কথা বুজিবৰো তাৰ পলম নালাগিল যে আচলতে সি যি বুলিয়েই নাভাবক কিয়, সি সিহঁতৰ লগৰেই মানুহ যিবোৰে ভুৱা প্ৰভিশ্ৰুতিত পতিয়ন গৈ সৰ্বস্বান্ত হৈ গঢ়ি দিছে চলিহাহঁতৰ বাবে জীৱন উপভোগৰ সোণালী পথ।

কিন্তু আৰু কিমান দিন? সেই সোণালী পথেৰে তোমালোকে আৰু কিমান দিন বাট বুলিবা? অত দিনে নিজকে নিচিনি, নিজৰ প্ৰকৃত অৱস্থানৰ কথা পাহৰি সেই সোণালী পথেৰে আমিয়ে তোমালোকক আগবঢ়াত সহায় কৰিছিলো। কিন্তু আৰু নহয়। যি হুহাতেৰে আমি তোমালোকক আগবঢ়াত সহায় কৰিছিলো, সেই হুহাতেৰেই এতিয়া তোমালোকৰ সেই সোণালীপথ বিচ্ছিন্ন কৰি পেলাম।

হলধৰ হঠাৎ শোৱাৰ পৰা উঠি বহিল। শীতকালিৰ সেই নিশাটো তাৰ দেহত ঘাম বিৰিঙি উঠিছে। এক অচিন উত্তেজনাত সি থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিছে। বাৰে বাৰে মনত পৰা আঘোনীবুঢ়ীৰ মুখখনে তাৰ সেই উত্তেজনাক ক্ৰমান্বয়ে বঢ়াই তুলিছে। মাবৰ মুখখনো ক্ৰমান্বয়ে তাৰ মনত স্পষ্টৰ পৰা স্পষ্টতৰ হবলৈ ধৰিছে।

পৰম খণ্ড আৰু আক্ৰোশত লাহে লাহে তাৰ চকুহাল জ্বলি উঠিল। অকনো পলম নকৰাকৈ সি বল্টু, ফটিক পোনাহঁতক জগাবলৈ ধৰিলে।....

---

☐ 'সাপ্তাহিক নাগৰিক'ত প্ৰকাশিত।

# এনাজৰী

## নীলিমা বৰঠাকুৰ

নৈৰ বুকুৰ নাৱৰপৰাই হৰিধনে শেষবাৰলৈ পাৰলৈ চাই নমস্কাৰ এটা কৰিলে।

এইখন বৰনৈ। মনত পৰা দিনৰেপৰা তেওঁ কিমানদিন পাৰ হৈছে। এই বৰনৈখন অসমবাসীৰ কিমান আপোন—কিমান চেনেহৰ। বৰনৈয়ে সুখে-দুখে মানুহক কিমান সহায় কৰি আহিছে। এটা সময়ত এই বৰনৈৰ বুকুৰেদিয়েই মানুহে এঠাইৰপৰা আন ঠাইলৈ অহা-যোৱা কৰিছিল, বেহা-বেপাৰ কৰিছিল, কতক মাছে-কাছই এতিয়াও জীৱিকাৰ সন্ধান দি আছে। ককাক-আইতাকহঁতৰ মুখত যে এই বৰনৈক লৈ কিমান সাধু, লোমহৰ্ষক সঁচা কাহিনী শুনিছে। বৰনৈক বাদ দি যে মাজুলীবাসীয়ে একো কথাই ভাবিব নোৱাৰে। কিন্তু সেইখন বৰনৈ বাৰু আজিকালি ইমান নিষ্ঠুৰ হৈ পৰিছে কেনেকৈ? বছৰে বছৰে বৰনৈ আৰু ইয়াৰ উপনৈবোৰৰ প্ৰলয়ংকৰী বানে কিমান যে ধন-জন-প্ৰাণ হানি নকৰিছে। নিৰাপত্তা বিচাৰি কত মানুহ এই মাজুলীৰপৰা আঁতৰি গৈছে।

আজি হৰিধনো সেই একে পথৰ যাত্ৰী। এসময়ত মাজুলী আছিল শস্যে-মৎস্যে বসুন্ধৰা। হৰিধনৰ পূৰ্বপুৰুষ যোৰহাটৰ ওচৰৰ চাৰিগাঁৱৰপৰা মাজুলীলৈ উঠি গৈছিল। ভাবি ভাবি হৰিধনৰ হাঁহি উঠি গ'ল। এসময়ত মাজুলীৰ মাটিয়ে, মাটিৰ গোন্ধে বহুত দূৰ-দূৰণিৰ মানুহ টানি আনিছিল। আকৌ এতিয়া মাজুলীৰপৰাই পানীয়ে, বছৰেকৰ দুৰ্যোগ বানপানীয়ে সিহঁতক তাৰপৰা খেদাই পঠাইছে। এৰা ভাগ্যৰ কি বিড়ম্বনা! নাতিনীয়েকে চিঞৰি চিঞৰি পাঠশালাৰ ভূগোলত পঢ়া তেওঁ শুনিছে— পৃথিবীৰ বৃহত্তম নদী-দ্বীপ মাজুলী। কি, ক'ত, কিয় বিখ্যাতত সি পঢ়া শুনিছে—ধান, মাছ, সৰিয়হৰ কাৰণে এই পৃথিবীৰ বৃহত্তম নদী-দ্বীপ মাজুলী বিখ্যাত। আলাসতে বোলে ভাত মাহ-সৰিয়হ হয়। বেহা-

কোপাবৰ উদ্দেশ্য লৈ আজুককাক এবাৰ মাজুলীলৈ যাওঁতে আঁহতগুৰিৰ জীয়াৰী আজু-আইতাকৰ লগত চিনাকি হৈছিল। আৰু তাৰপাছত এদিন বৈবাহিক সূত্ৰে চাৰিগাঁৱৰ মাটি-বাৰী বেচি আঁহতগুৰিলৈ গৈ বসবাস কৰিবলৈ ধৰিলে। পৰিশ্ৰমী ককাকে বহুত মাটি-বাৰী কৰিলে। সোণমৰা ধানৰ ভঁৰাল, ডুলিয়ে ডুলিয়ে ভৰি থকা মাহ-সৰিয়হলৈ মনত পৰিলে হৰিধনৰ এতিয়া এনে লাগে যেন সেইবোৰ সপোনহে আছিল।

হৰিধনৰ মনলৈ বহুত কথা আহিল। এখন এখনকৈ আউনীআটি, বেঙেনাআটি দক্ষিণপাট, কমলাবাৰী, গড়মূৰকে আদি কৰি সত্ৰ কেইখনৰ নাম লৈ হৰিধনে নমস্কাৰ এটা কৰিলে। পুৰণি অসমৰ সংস্কৃতি ৰক্ষা কৰি থকা এই সত্ৰকেইখনবো দেখোন নিৰাপত্তা নাইকিয়া হ'ল। হৰিধনে মনে মনে চিন্তা কৰিলে—তেওঁনো বেজাৰ কৰিলে কি হ'ব? আজি বানপানীৰ কৰালগ্ৰাসত পৰি শ বছৰীয়া এই সত্ৰকেইখনবো দেখোন অৱস্থা থৰক বৰক। কেইখনমান সত্ৰৰ একোটা ভাগ নি নিৰাপদ ঠাইত প্ৰতিষ্ঠা কৰা হৈছে। মহাপুৰুষ জনা আৰু আহোম ৰজাসকলৰ দিনতে প্ৰতিষ্ঠিত এই ইমান পুৰণি সত্ৰকেইখন বাৰু বানপানীয়ে কেনেকৈ স্পৰ্শ কৰিলে? যি কেইখন সত্ৰলৈ মানুহে মনৰ কামনা পূৰণৰ অৰ্থে বৰ ভোগ, পানী ভোগ আগবঢ়ায়, এটা বংশৰ ৰক্ষাৰ্থে অৰিহণা আগবঢ়ায়, আকৌ এই সত্ৰবিলাকতেই ভগৱানৰ গুণানুকীৰ্ত্তন কৰি ভাওনা আদি কৰে। নাটমেলাৰ পৰা নাট সামৰালৈকে কমনো ব্যস্ত হৈ থাকেনে মানুহবোৰ? এই সত্ৰকেইখনৰ ভিতৰৰে আকৌ দক্ষিণপাট সত্ৰৰ ৰাস আৰু আউনীআটি সত্ৰৰ পালনামে যে কিমান মানুহক আকৰ্ষণ নকৰে। এই ঐতিহ্যপূৰ্ণ সত্ৰকেইখনো দেখোন উঠি যাবৰ লগা হ'ল।

ৰাসৰ দিনকেইটা যে দক্ষিণপাট সত্ৰত কি ব্যস্ততা। ঘৰে ঘৰে আলহী। কত দূৰ-দূৰণিৰপৰা এই ৰাস চাবলৈ মানুহ আহে। ডেকা সকলে ভাওনা কৰা দিনবিলাকলৈ হৰিধনৰ মনটো উৰি গ'ল। বিয়াৰ পাছতেই এবাৰ ভাদমহীয়া হৰিধনহঁতে সীতাহৰণ ভাওনা পাতিছিল।

ভাবনা চাই আছি লাজ লাজ ভাবত কদমীয়ে তাক কৈছিল—"তোমাক যে আজি সীতাৰ ভাৱে ইমান চাজিছিল,—মই খবৰ মানুহজনীয়েই তোমাক চিনি পোৱা নাছিলোঁ।—পিছে মই তুমি 'সীতা হৰণ'ত সীতাৰ ভাও লোৱা বুলি জানো কাৰণেহে।" কথাকেইটা যেন এইমাত্ৰ আকৌ কদমীয়ে কাণে কাণে ক'লেহি।

হঠাৎ হৰিধনে দেখিলে, নাও দেখোন ঘাটৰপৰা কেতিয়াবাই আঁতৰি আহিল। পাৰৰ কহুঁৱা, ঘাটৰ কুমাৰৰ দোকান, মানুহ অহা-যোৱা কৰা বাহ, গাড়ী সকলোবোৰ দেখোন চকুৰপৰা অদৃশ্য হৈ গ'ল। খৰালি নৈৰ মাজত গজা আৰু ফুলা কহুঁৱা বনৰ ফুলবোৰ হৰিধনৰ বৰ ভাল লাগিল। কেইটামান পানী কাউৰী আছি পানীৰ ওপৰত পৰিলহি—হৰিধনে বুজিলে সেইখিনি বাম ঠাই। পানী খেলি খেলি উটিযোৱা চৰাই জাক দেখি হৰিধন বুঢ়াৰ আনন্দ লাগিল। কিমান মুকলি মনেৰে খেলিছে সিহঁতে। হৰিধনৰ নিজৰ ডেকা কালটো সেই উটি যোৱা চৰাই জাকৰ মুকলিমূৰীয়া জীৱনটোৰ লগত তুলনা কৰিবলৈ মন গ'ল। কেঁচা মাছৰ গোন্ধ এটা আহি নাকত লাগিলহি। ওচৰতে থকা মাছৰ পাচি কেইটাৰ ওচৰতে বহি মাছৰ বেপাৰীকেইটাই টোপনিয়াই আছে। কিয় জানো অচিনাকি বেপাৰীকেইটালৈ হৰিধনৰ বৰ মৰম লাগি গ'ল। কিমান চাগে আশা সোমাই আছে এই পাচিকেইটাত? আজিকালি মাছৰ চালানও কমি গ'ল। পাছবেলালৈ মাছৰ চালান খুব কম আহে। পুৱাৰ ভাগত সিপাৰলৈ বহুতখিনি মাছ পাৰ হয়। যোৰহাটৰ মাছৰ বজাৰৰ পাঁচতে প্ৰায় এঘাৰটা বাজে। ইস ৰাম! সেই সময়ত যে বজাৰত কি এটা সৃষ্টি হয়। কত দালালে মাছৰ পাচিবোৰ সৰহ পইচা দি কিনি নগালেও আদি ঠাইবোৰলৈ মাছবোৰ লৈ যায়। বাকী থকা মাছখিনি সৰহীয়া দামত বিক্ৰী হয়। কতই আকৌ জীয়ামাছৰ জোল খাবলৈ মাছখিনি গৈ পোৱাবলৈ বৈ থাকে। মানুহৰ হেঁচা-ঠেলাৰ সুযোগ বেপাৰীয়ে ভালকৈয়ে লয়। এইবোৰ দৃশ্য হৰিধনৰ কাৰণে বৰ পুৰণি। সকলোবোৰ নীৰৱে লক্ষ্য কৰি হৰিধনে বৰ তৃপ্তি পায়। বৰ আমোদ পায়।

হৰিধনৰ যিদিনা বেপাৰত লাভ হয়, সেইদিনা বজাৰত চুপইছামান ভালকৈয়ে উৰায়। টাউনৰ দোকানত ভাত-চাহৰ জুতি নল'লে কিবা কামবোৰ আধৰুৱা হৈ থকা যেন লাগে। দেউতাকক যে ক'ত, কিমান, কেনেকৈ খৰচ হ'ল তাৰ হিচাব এপৰ বেলা দিব লগা হয় আৰু তাত ইচ্ছাকৃতভাৱে পইছাৰ যোগ-বিয়োগ হয়। সংসাৰ বহল হৈ যোৱাৰ লগে লগে ডেকাকালৰ উৰণীয়া মন বান্ধ খালে। যিটো মনক হৰিধনে সহজেই বশ মনালে, সেইটো মনকেই এতিয়া হৰিধনে আৰু বুজাব নোৱাৰা হ'ল। পাই হেৰুৱা অতীতৰ সোঁৱৰণীৰ এপাত তীব্র শৰে আজি হৰিধনৰ অন্তৰ থকা-সৰকা কৰিছে।

কথাবোৰ ভাবি ভাবি ওৰ নোপোৱাৰদৰে লাগিল। আৰু নতুনৰ সন্ধানত ওলাওঁতে—এই মুহূর্ততেই সকলোবোৰ বেজাৰে যেন হৰিধনক জুমুৰি দি ধৰিছেহি। আত্মনির্ভৰশীলতাকেই হৰিধনে আটাইতকৈ বেছি শ্রদ্ধাৰ চকুৰে সকৰেপৰা চাই আহিছে। কিন্তু এতিয়া? দুর্ভাগ্যৰ পাকচক্রত পৰি এতিয়া মাজুলীবাসীয়ে চৰকাৰৰ হাতলৈ-মুখলৈ চাই থাকিব লগাত পৰিছে। চৰকাৰী গাড়ী দেখিলে এতিয়া আশাৰে বুঢ়া-ডেকা আনকি কণ কণ ল'ৰা-ছোৱালীয়েও আশাৰে আগবাঢ়ি আহে। হৰিধনৰ কিন্তু এই চৰকাৰৰ গাড়ী আৰু মানুহবোৰ দেখিলে বেছিহে বেয়া লাগে। এটুকুৰা মাকিনৰ মেখেলা, এখন ধুতি বা কেইকিলোমান চাউল-আটাৰ কাৰণে এপৰ বেলা খাপদি বৈ থকাটো জানো কম থকা? তাতে আকৌ কেতিয়াবা আধালাইন মানুহতে কাপোৰ-বস্তু শেষ হৈ যায়। আৰু খণ্ডত, ৰোষত বাকীবোৰ মানুহ এনেয়ে গুচি আহিব লগা হয়। আগতে হোৱা বানপানীৰ তুলনাত এইবাৰ চৌসত্তৰৰ বানপানীয়ে মাজুলীবাসীক ভালকৈয়ে শিকালে। খহনীয়াত বহুতো গাঁও জাহ গ'ল। অনেক গৈ নতুন ঠাইত উঠিল। চৰকাৰে ঠায়ে ঠায়ে পতা সাহায্য-শিবিৰত শৰণার্থীয়ে নধৰা হ'ল। আকৌ নিজৰ মাটি-ভেটি হেৰুৱাবোৰক চৰকাৰে মাটি-ভেটি দিয়াৰ প্রতিশ্রুতি দিলে। কিন্তু শুকান বালি তিয়াব পাৰি জানো? চীনাতলিৰ চিনচাব নাই। মেৰাগড়ৰ ৰিধন

স্কুলৰপৰা বহুতো ল'ৰা মানুহ হৈ ওলাইছিল, সেইখন স্কুলৰ অৱশিষ্টই নাইকিয়া হওঁ হওঁ। গৱমেণ্টৰ মানুহখিনিয়ে সহায় নকৰাহ'লে যে কি হ'লহেঁতেন। আগৰ গৱমেণ্টৰ ঘৰৰ মানুহ গাঁৱলৈ গ'লে মাছ, কাছই, চাউলে, গাখীৰে তেওঁলোকে টোপোলা বান্ধি দিছিল। কিন্তু এতিয়া সেই চৰকাৰৰ হাতলৈ-মুখলৈ তেওঁলোকেহে পৰম আগ্ৰহেৰে বাট চাই থাকিব লাগে। উস্ ৰাম, সকলো বস্তুৰ কাৰণে লোকৰ ওচৰত হাত পতাৰ কথা যে হৰিধনে আগতে সপোনতো ভাবিব পৰা নাছিল। কিন্তু ভাবিব নোৱাৰা কথাই এতিয়া বাস্তৱ হ'ল।

বৰনৈৰ বানে আঁহতগুৰিৰপৰা হৰিধনহঁতক খেদালে। আহি বনগাঁৱৰ ভনীয়েকৰ ঘৰত কিছুদিন থাকিল। মথাউৰিৰ ওপৰত মানুহ থকাৰ দৃশ্যটোৱে হৰিধনক কন্দুৱাই দিয়ে। বনগাঁৱত থাকোঁতে প্ৰায়েই দক্ষিণপাট সত্ৰলৈ গৈছিল। দক্ষিণপাট সত্ৰৰ কৰাপাটত বহি বহি হৰিধনে মনৰ শান্তিৰ উদ্দেশ্যে টোকাৰী বজাই বজাই ভগৱানৰ গুণানু-কীৰ্তন কৰিছিল। সেই ডেকাকালৰপৰাই সযতনে ৰখা টোকাৰীখন হৰিধনে ৰক্ষা কৰিব নোৱাৰিলে। টোকাৰীখন যে ক'লৈ গ'ল, সেয়া হৰিধনৰ কাৰণে ৰহস্য হৈয়েই থাকিল। জীৱন ৰহস্যময় — হৰিধনে মনৰ ভিতৰতে আকৌ এবাৰ দোহাৰিলে। দ পানীত 'ৰৰদৈচিলা' আগবাঢ়িছে —অকাই-পকাই। বিপৰীতমুখী সোঁতত 'ৰৰদৈচিলা' আগবাঢ়োতে বৰ কষ্ট হৈছে। আৰু লোকদৃষ্টিৰ আঁৰ লৈ এতিয়া কাপোৰৰ তলত মূৰ সুমাই হৰিধনে অতীত ৰোমন্থন কৰিছে। হয়তো দাঁতিত বহি থকা-সকলে ভাবিছে বুঢ়াৰ টোপনি! হৰিধনৰ অন্তৰৰ মৰ্মস্থল ভেদি যিপাত শেল আজি পাৰহৈ গৈছে, তাৰ আঘাতত কিজানি হৰিধনৰ সঁচা টোপনি আৰু বহুতদিনলৈ নাহিবই।

'পিতাই পিতাই, তোৰ টোপনি নেকি?' সৰুপুতেক অনন্তই তাৰ গাত ধৰি জোকাৰি দিলেহি। "আজি বুইছ নাৱৰ এটা ইঞ্জিন বেয়া হ'ল। এটাইহে কাম কৰিছে। গতিকে নাও আজি পাৰত লগাত কিজানি বহুত পলম হ'ব। তই বাৰু তামোল এখনকে খাবিনেকি?'

"ওঁহো নাখাওঁ।" আপোনভাৱত বিভোৰ হৈ থকা হৰিধনে যে পুতেক ওচৰৰপৰা আঁতৰি যোৱাটোকেই বিচাৰিছে। "চাচোন পিতাই তই পাৰলৈ চা। তই যে ইমান বেজাৰ কৰি আছ, তোৰদৰে অৱস্থাতো আজি আৰু বহুত মানুহৰেই হৈছে। ঈশ্বৰে যি কৰে কিজানি ভাললৈকে কৰে।" সহজভাৱে কোৱা পুতেকৰ কথা এবাৰ নোৱাৰি হৰিধনে পাৰলৈ চালে। থাগৰি, কহুঁৱা, ঝাওবনেৰে ভৰা চাপৰি—কেৱল বগা চাপৰি বোৰ পিছপৰি যাবলৈ ধৰিলে। নাও পলম হোৱা বাতৰিত মানুহবোৰৰ মাজত গুণগুণনি উঠিল। ইজনে সিজনৰ লগত আলোচনাত লাগিল। হৰিধনৰ বৰ খং উঠিল, দুঘণ্টা পলম হ'লেনো কি মহাভাৰতখন অশুদ্ধ হ'ব। "সৌৱা আঁহতগুৰিৰ নৱেশ্বৰ, একালৰ বন্ধুৱেই। বেচেৰাৰ ভৰাৰ পাছত ভৰাধৰি পথাৰ বালিৰ তলত। আঁহতগুৰি গুচি বালিগুৰি হ'ল। নাৱত অনা গৰুহালৰ দানা-পানী খোৱাত কষ্ট হ'ব বুলি উচপিচ কৰিছিল। হৰিধনৰ চকুৱে চকুৱে পৰিল। দুয়োয়ে যেন দুয়োকে খুব বেছি বুজি পাইছে। কৃষি বিভাগৰ বিষয়াজনে আৰু এসপ্তাহৰ পাছতে হ'ব লগা ভনীয়েকৰ বিয়াখনৰ যা-যোগাৰ কৰোঁতে পলম হ'ব বুলি চট্ ফটাইছিল। আজি এই কৃষি বিষয়াজনলৈও তেওঁৰ খং উঠিল। দুঘণ্টাতে যেন তেওঁৰ দুমাহৰ কাম ক্ষতি হৈ যাব। মানুহবোৰ চব ভণ্ড-পাতকী যেন লাগিল। অথচ এই কৃষি বিষয়াজন মাজুলীৰ বৰ সন্মানিত ব্যক্তি। হৰিধনেও পানী শুকাই যোৱাৰ পাছৰেপৰাই তেওঁক শ্ৰদ্ধা কৰি আহিছে। মাজুলীবাসীক যে তেওঁ কিমান সহায় নকৰিছে। এতিয়া মাজুলীত অন্য খেতি একো নাই। কৃষিবিভাগে সিঁচা ঘেঁহুৰ সেউজীয়া পথাৰ আৰু মটৰ মাহৰ গছ। ভৰাৰ পাছত ভৰা ধৰি সিঁচা মটৰবোৰৰ কিছুমান ফুলিছে, কিছুমানত চেৰ ধৰিছে। খেতিয়কে আশাকৰে এইবাৰ বৃহৎ পৰিমাণৰ মটৰ বাহিৰলৈ পঠাব পৰা হ'ব। অ'ত ত'ত সৰিয়হো হৈছে অলপ অচৰপ। পিছে তাকো মোৱা পোকে ধৰিছে। এসময়ত শস্যৰ কাৰণে বিখ্যাত আঁহতগুৰি পথাৰ এতিয়া শুদ্ধ বালিৰ পথাৰ। পিছে হৰিধনে জানে, খেতিৰ লাভাংশ যাব মহাজনহঁতৰ ঘৰলৈহে।

মকৰা মাটিত এভিয়া বালি। শনত আল মাজুলী এভিয়া বালিৰ উবাল হ'ল। এই মাটিয়ে যে কতক কি নকৰিছে। ককাই-ভাইৰ বিচ্ছেদ ঘটাইছে মাটিয়ে, কতৰ লগত কতৰ শত্রুতা কৰিছে মাটিয়ে — আকৌ কতই মাটি-বাৰীৰ লগত জীৱন পৰ্যন্ত দিব লগা হৈছে। মাটিৰ মোহ বৰ ডাঙৰ মোহ। আৰু এই মাটিৰ কাৰণেই প্ৰাণৰ আপোন, সাতামপুৰুষীয়া আপোন ঠাইখনৰ স্মৃতি মনৰ মাজত জাঁকিয়েই হৰিধনো আজি আশাৰ সন্ধানত চিৰদিনৰ কাৰণেই আঁতৰি আহিছে। কেইবাটাও বিজাৰ্ভত পানী আৰু খহনীয়াত সৰ্বশ্ৰান্ত হোৱা মানুহক চৰকাৰে মাটি দিছে।

ইমানবোৰ বালি থাকোঁতে বাৰু ব্ৰহ্মপুত্ৰত ইমানবোৰ পানী ক'ত আছিল?—হৰিধনে নিজকে নিজে প্ৰশ্ন কৰিলে। হৰিধনৰ মূৰটো ঘূৰোৱাৰদৰে লাগিছিল—কথাছবিৰ দৃশ্যৰদৰেই এৰি অহা অতীতৰ, মাজুলীৰ ছবিবোৰ তেওঁৰ আগেদি পাৰহৈ যাবলৈ ধৰিলে। তাৰ মাজতে বৈ বৈ তেওঁক এখন মুখে বৰ আমনি কৰিছে। এই আমনি তেওঁ জীৱনৰ শেষ দিনলৈকে আনন্দৰে সহ্য কৰিব পাৰিলেহেঁতেন যদি তেওঁ সদায় মাজুলীতে থাকিব পাৰিলেহেঁতেন। কিন্তু নাই, তেওঁ থাকিব নোৱাৰিলে। সেইখন মুখ কদমীৰ মুখ। কদমী, বনগাঁৱৰ কদমী। এদিন দক্ষিণপাট সত্ৰত বাস চাবলৈ যাওঁতে চিনাকি হৈছিল আৰু সেই চিনাকি হৈ এদিন আপোন সম্বন্ধত পৰিণত হৈছিল আৰু বানপানীৰ পাছত এদিন পেটৰ অসুখত কদমীও সিফালীয়া হ'ল। নহ'লে হয়তো পানীয়ে খেদিলেও খেদক বুলি হৰিধন মাজুলীৰ মাটিতেই বৈ গ'ল-হেঁতেন। কদমীযে কিমান ডাঙৰ সাহ আছিল হৰিধনৰ কাৰণে। সজোৰে ওলাই আহিব খোজা কান্দোনটোক জোৰেৰে হৰিধনে চেপি ধৰিলে। কদমী ওচৰত থাকিলে যে হৰিধনৰ একোলৈকে ভয় নালাগে। আৰু পুতেকহঁতেও হয়তো জোৰ কৰিব নোৱাৰিলেহেঁতেন। কিন্তু আজি যেন হৰিধন পাখি বন্ধা পক্ষী। ইচ্ছামতে উৰিব নোৱাৰে।

অকাই-পকাই বৰদৈচিলা আস বাঢ়িছিল। খৰালি কালত নাও

পাৰ পাবলৈ বাৰিষাতকৈ বেছি সময় লাগে। তাতে আকৌ এটা ইঞ্জিনেই মানুহে, গৰুৱে, মাছে, মটৰে সকলোবোৰ টানি নিব লগাত পৰিছে। হৰিধনে কিন্তু পলম হোৱাত অকণো বেয়া পোৱা নাই। নাওখন বহুত ঘণ্টা ধৰি নৈৰ বুকুত থাকিলেও হৰিধনে বেয়া নাপায়। নাও ইপাৰ পোৱাত পলম হ'ব বুলি শুনি মানুহবোৰৰ মাজত গুণগুণনি উঠিছিল। হৰিধনে মানুহবোৰৰ ব্যগ্ৰতা আৰু ব্যস্ততা দেখি অবাক হৈছিল।

অস্ত আকাশৰ হেঙুলীয়া ৰহণ পৰি নৈৰ পানীবোৰ জিলিকি উঠিছিল। তন্ময় হৈ হৰিধনে অস্তমিত সূৰ্যটোৰ পিনে নাৱৰ চৈৰ ফুটাইদি চাই আছিল। হঠাৎ নাৱৰ ভিতৰত লৰা—ধপৰা, হুলস্থুল লাগিল। হৰিধনে বুজিলে, সেইয়া পাৰ পাবৰ হ'ল। নাৱৰ এই লৰাধপৰা হৰিধনৰ নিচেই চিনাকি। নিজেও এসময়ত এই হুলস্থুল হোৱাত অৰিহণা যোগোৱা নাছিল? নাৱৰপৰা আগতে কোন পাৰত উঠে তাৰ যেন প্ৰতিযোগিতাহে চলে। ইপাৰত ৰৈ থকা বাছত ভাল ছিট নোপোৱাৰ ভয়তো মানুহবোৰে লৰালৰি কৰি পাৰত উঠিবলৈ চেষ্টা কৰে। কিন্তু এই চিনাকি দৃশ্যটোৱে আজি হৰিধনক বেছি অশান্তিহে দিছে। ৰাতিটোৰ কাৰণে নাওখন ৰৈ যাব যেতিয়া ইমান লৰালৰি কৰাৰ বাৰু কি প্ৰয়োজন? লাহে লাহে গ'লেও জানো পাৰ নাপাবগৈ?

এটা এটাকৈ সকলোবোৰ মানুহ নাৱৰপৰা নামি গুচি গ'ল। অজান কিবাকিবি অনুভূতিয়ে হৰিধনৰ মনটো আগুৰি ধৰিলে। এসময়ত এসোপা আশা, অলেখ স্বপ্ন লৈ হৰিধনেও এই নিমাতীৰ মাটিত ভৰি দিছিল। কিন্তু আজিৰ হৰিধন সম্পূৰ্ণ বেলেগ মানুহ। কোনো আশা নাই, স্বপ্ন নাই। ভয়াবহ পৰিস্থিতি এটাৰপৰা হাত সাৰিবলৈকে তেওঁ আজি ৰবদৈচিলাত উজাই আহি এইয়া ইয়াত ভৰি দিছেহি। ভেলেউগুৰি বিজাৰ্ভত হৰিধনহঁতৰ গাঁৱৰ মানুহবোৰক চৰকাৰে মাটি দিছে। হৰিধনতো ডেকামানুহ নহয় যে নতুন উদ্যমেৰে ভৱিষ্যতক সাৰথি ল'ব। ন-ভাঙনী মাটিক আপোন কৰাৰ উদ্যম নাই। কেৱল পূৰ্ণতাৰে জীৱনক

জুখি অহা হৰিধন বুঢ়াৰ জীৱনৰ বিয়লি বেলাত লোকৰ অনুগ্ৰহত পোৱা এবিঘা বা দুবিঘা মাটিক নিজৰ বুলি ভাবিবলৈ বৰ কষ্ট হ'ব। এই অনুগ্ৰহ, দয়া হৰিধনক নালাগে।

নৈৰ বুকুৰ এজাক চেঁচা বতাহে হৰিধনৰ সৰ্বশৰীৰ কঁপাই তুলিলে। এইজাক বতাহৰ লগত হৰিধনৰ বহুতদিনীয়া পৰিচয়। কিন্তু আজি যেন এইজাক বতাহ বেছি চেঁচা। ......হৰিধন বহি ৰ'ল একেঠাইতে। নাৱত আৰু কোনো নাই—অ'ত-ত'ত পৰি থকা তামোল, বাদামৰ বাকলি গৰুৰ গোবৰেৰ নাওখন দেখিবলৈ বৰ কুৎসিত হৈ পৰিছিল। আবৰ্জনাৰে পৰিপূৰ্ণ নাওখনৰ মাজৰ বেঞ্চখনতে হৰিধন বহি ৰ'ল বৰনৈৰ বুকুৰ স্থিৰ পানীবোৰলৈ চাই চাই—তেওঁৰ যেন উঠিবলৈ শক্তি নাই। নাই নাই, তেওঁ নিজ ইচ্ছাৰে কেতিয়াও ইপাৰলৈ নাযায়—অন্ততঃ যেতিয়ালৈকে পুতেকে জোৰ নকৰেহি। নিজকে হৰিধনৰ বৰ অসহায় বৰ নিৰাশ্ৰয় যেন লাগিল।

---

☐ গল্প-সংকলন 'মানসী কন্যাত' সন্নিবিষ্ট। ১৯৮২ চন।